

# অসম সাহিত্য সভা
# মনন আৰু মন্থন


সম্পাদনা

ড° ইন্দু প্ৰভা দেৱী

গীতাশ্ৰী তামুলী



অসম সাহিত্য সভা

# অসম সাহিত্য সভাঃ মনন আৰু মন্থন

("উত্তৰ-পূব ভাৰতৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকা" শীৰ্ষক ৰাষ্ট্ৰীয় পৰ্যায়ৰ আলোচনাচক্ৰত পঠিত নিৰ্বাচিত আলোচনা পত্ৰৰ সংকলন।)


সম্পাদনা

**ড° ইন্দু প্ৰভা দেৱী**

**গীতাশ্ৰী তামুলী**

অসমীয়া বিভাগ

বি. বৰুৱা কলেজ






## অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট ৭৮৫০০১

**Asam Sahitya Sabha : Manan Aru Manthan :-** A collection of selected papers presented in the national level seminar on "Role of Assam Sahitya Sabha in the development of Language, Literature and Culture of North-East India" organised by the Dept. of Assamese, B. Borooah College and edited by Dr. Indu Prava Devi and Gitashree Tamuly and published by Dr. Paramananda Rajbanshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-785001., Price : Rs. 300.00

**প্ৰথম প্ৰকাশ**

২০১৬

**গ্ৰন্থস্বত্ব**

অসম সাহিত্য সভা

**সম্পাদনা**

ড° ইন্দু প্ৰভা দেৱী

গীতাশ্ৰী তামুলী

**সদস্য**

বিৰিঞ্চি কুমাৰ কলিতা

অমূল্য চন্দ্ৰ দাস

ড° অনুৰাণী দেৱী

গীতাঞ্জলি দাস

**প্ৰকাশক**

ড° পৰমানন্দ ৰাজবংশী

প্ৰধান সম্পাদক

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-৭৮৫০০১

বেটুপাত ঃ মনজিৎ ৰাজখোৱা

অক্ষৰ বিন্যাস ঃ গ্ৰাফিক্স, হেদায়েৎপুৰ, গুৱাহাটী-৩

মূল্য ঃ ৩০০.০০ টকা

**মুদ্ৰণ**

**শিৱম প্ৰিণ্টাৰ্চ**

হাতীশিলা, পানীখাইতি, গুৱাহাটী-৫০

## প্ৰধান সম্পাদকৰ একাষাৰ

শতবৰ্ষৰ জপনামুখত আহি উপস্থিত হোৱা অসম সাহিত্য সভা সম্পৰ্কে এখন স্পষ্ট ছবি জনসাধাৰণৰ মনত আঁকিব নোৱাৰাটোৱেই জাতীয় অনুষ্ঠানটিৰ দুৰ্বলতা। ইয়াৰ অন্যতম কাৰণ অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিষয়ে বিশাল জ্ঞান-ভাণ্ডাৰ জন্মলগ্নৰে পৰা সৃষ্টি কৰা এই অনুষ্ঠানটিয়ে নিজৰ বিষয়ে যি তথ্য-পাতি আধুনিক পদ্ধতিত সংৰক্ষণ কৰি বিশ্বৰ প্ৰধান ভাষাসমূহৰ মাধ্যমত তুলি ধৰিব লাগিছিল সেয়া সম্ভৱ নোহোৱাৰ বাবেই ২০১২ খ্ৰীষ্টাব্দৰ ২৭ আৰু ২৮ এপ্ৰিল তাৰিখে বি. বৰুৱা মহাবিদ্যালয়ে ৰাষ্ট্ৰীয় পৰ্যায়ৰ আলোচনা সত্ৰৰ আয়োজন কৰি সভাৰ ওচৰ চাপিছিল, তেতিয়া আমি বিনাদ্বিধাই সহযোগিতা আগবঢ়াইছিলো আৰু গৱেষণা পত্ৰসমূহ সম্পাদিত ৰূপত প্ৰকাশৰ বাবে দায়িত্ব গ্ৰহণ কৰিছিলো। সেই আলোচনা সত্ৰৰ আগতে বহু গৱেষকে সভাৰ বিষয়ে তথ্য বিচাৰি হাবাথুৰি খাইছিল বাবেই এই গৱেষণামূলক গ্ৰন্থখনি প্ৰকাশৰ বাবে উদ্যোগ গ্ৰহণ কৰা হৈছিল। ড° ইন্দুপ্ৰভা দেৱী আৰু গীতাশ্ৰী তামুলীয়ে এই গৱেষণামূলক গ্ৰন্থখনি সম্পাদনাত মুখ্য ভূমিকা গ্ৰহণ কৰিছে। বিৰিঞ্চি কুমাৰ কলিতা, অমূল্য চন্দ্ৰ দাস, ড° অনুৰাণী দেৱী, গীতাঞ্জলি দাস আদি সতীৰ্থসকলৰ সহযোগিতাত 'অসম সাহিত্য সভা ঃ মনন আৰু মন্থন' শীৰ্ষক গ্ৰন্থখনি প্ৰকাশিত ৰূপত আত্মপ্ৰকাশ কৰিছে। সংশ্লিষ্ট সকলো পক্ষকে আমি শলাগ জ্ঞাপন কৰিছো।

অকপটে এষাৰ কথা স্বীকাৰ কৰিছো—গৱেষণা পত্ৰসমূহৰ সৰহভাগেই ওপৰ চকুৱা হৈছে। গৱেষণা দৃষ্টিৰ তথ্য নিৰ্ভশীলতাৰ অভাৱ বাৰুকৈয়ে প্ৰতিফলিত হৈছে। সম্পাদকমণ্ডলীয়ে যুগুত কৰি দিয়া বৰ্ণবিন্যাসত গুৰুত্ব দিয়া হৈছে। সভাই নিজাববীয়াকৈ বৰ্ণাশুদ্ধি কৰা নাই।

পুনৰ দোহাৰিছো শতবৰ্ষত ভৰি দিও দিও এই জাতীয় অনুষ্ঠানটি সম্পৰ্কে কিছু আভাস দিয়াৰ বাবেহে গ্ৰন্থখনি প্ৰকাশ কৰা হৈছে। দোষ-ক্ৰটীৰ বাবে ক্ষমা বিচাৰিছো। অসম সাহিত্য সভাৰ মাননীয় সভাপতি ড° ধ্ৰুৱজ্যোতি বৰা, প্ৰকাশন আহ্বায়ক গণেশ চন্দ্ৰ নাথ, মানিক আহমেদ তথা সভাৰ কৰ্মচাৰী কবিতা বৰা নেওগ আৰু ৰীমা কলিতা প্ৰমুখ্যে সকলোলৈকে কৃতজ্ঞতা জ্ঞাপন কৰিলো এই চেগতে।

চিৰ চেনেহী মোৰ ভাষা জননী!

পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক

৬।৯।২০১৬ খ্ৰী.

# প্ৰাক্‌কথন

অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনৰ সভাপতিৰ আসনৰ পৰা পদ্মনাথ গোহাঞিবৰুৱাই কৈছিল — " কোনো এটা জাতিয়ে জাতীয়ত্বৰ চিনাকি দিবলৈ হ'লে, সেই জাতীয় ভাষা আৰু সাহিত্যইহে আগধৰি সেই চিনাকি দিয়ে। কাৰণ জাতীয় অন্তৰতম ভাব, চিন্তা, তেজ আৰু প্ৰতিভা বাজ ওলাবলৈ ভাষা আৰু সাহিত্যত বাজে সুগম বাট আন নাই।" বিংশ শতিকাৰ দ্বিতীয় দশকত অসম সাহিত্য সভাৰ দৰে অনুষ্ঠানৰ জন্মৰ আঁৰত ক্ৰিয়া কৰি আছিল জাতীয় ভাষা-সাহিত্যৰ প্ৰতি থকা অন্তৰতম টানে। বাস্তৱিকতে ভাষা- সাহিত্যক কেন্দ্ৰ কৰি অসমীয়া বিদ্বৎ শ্ৰেণীৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম আৰম্ভ হৈছিল ঊনবিংশ শতিকাতে। ১৮৭২ খ্ৰীঃৰ ৯ এপ্ৰিলত বংগদেশৰ লেফ্‌টেনন্ট্ গৱৰ্ণৰ ছাৰ জৰ্জ কেম্প্‌বেললৈ দিয়া অসমৰ দুই শতাধিক বাসিন্দাৰ স্বাক্ষৰযুক্ত এখন স্মাৰক পত্ৰত অসমত চৰকাৰী ভাষা হিচাপে বাংলাৰ ঠাইত অসমীয়া ভাষাক অধিষ্ঠান কৰাৰ দাবী জনোৱা হৈছিল। এই দাবীৰ স্বীকৃতি ভাষাৰ ৰণত অসমৰ বিদ্বৎ শ্ৰেণীৰ ঐতিহাসিক বিজয় বুলি ক'ব পাৰি। ইতিমধ্যে 'অৰুনোদই' কাকতৰ পাতত প্ৰকাশিত হৈছিল 'মাত্ৰিভাসাক'ক আপডালেৰে ডাঙৰ-দীঘল কৰি ন-যুগৰ নতুন চিন্তা আৰু জ্ঞান প্ৰকাশৰ  উপযোগীকৈ গঢ়ি তোলাৰ আহ্বান। ছপা প্ৰযুক্তিয়ে খুলি দিছিল ন ন সম্ভাৱনাৰ দুৱাৰ। এই সকলো সম্ভাৱনাৰ ব্যৱহাৰ কৰি অসমৰ বিদ্বৎ শ্ৰেণীটোৱে অসমীয়া ভাষাক জাতীয় আত্মপৰিচয়ৰ সূচকৰূপে গঢ়ি তোলাৰ প্ৰয়াস চলাই গ'ল। আনন্দৰাম ঢেকিয়াল ফুকনৰ দৰে অগ্ৰগণ্য বৌদ্ধিক নেতাই মিল্‌ছ চাহাবৰ ওচৰত যুক্তি দৰ্শাই কৈছিল যে চৰকাৰৰ ভুল ভাষানীতিয়েই অসমত আধুনিক শিক্ষা প্ৰসাৰৰ প্ৰধান প্ৰতিবন্ধক। ঊনবিংশ শতিকাৰ পৰা বিংশ শতিকাৰ প্ৰথম দশকলৈ অসমীয়া ভাষাত প্ৰকাশিত গোটেই কেইখন পত্ৰিকাৰে অভিকেন্দ্ৰ আছিল অসমীয়া ভাষা-সাহিত্য। অসমীয়া ভাষাৰ স্বতন্ত্ৰতা সেই কালৰ সামাজিক বিতৰ্কসমূহৰ এটি কেন্দ্ৰীয় বিষয়। অসমীয়া সাহিত্যৰ বাবে এটি সমৃদ্ধ ঐতিহ্য নিৰ্মাণ আৰু ভাষাৰ মান্যৰূপ গঠন ঔপনিৱেশিক কালৰ অসমৰ বৌদ্ধিক সম্প্ৰদায়টোৰ এটা প্ৰধান  অভীষ্ট। আত্ম-পৰিচয় সন্ধানী অসমীয়া বিদ্বৎ শ্ৰেণীৰ উদ্যোগত এই একেই প্ৰয়োজনত গঠন হৈছিল অসম সাহিত্য সভাৰ দৰে বিশালায়তন সাংস্কৃতিক মঞ্চৰ।

ঔপনিৱেশিক কালত ভাষাৰ মান্যৰূপ গঢ় দিয়াৰ বেলিকা গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল অভিধান- ব্যাকৰণ আৰু পাঠ্যপুথি ৰচনাই। অসম সাহিত্য সভাৰ প্ৰথম নিয়মাৱলীৰ 'উদ্দেশ্য' শিতানত নিৰ্দিষ্ট কৰা অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সভাই কৰিবলগীয়া 'বিশেষ কামৰ' প্ৰথমতেই উল্লেখ আছিল 'অভিধান আৰু ব্যাকৰণৰ সংস্কৰণ' কৰাৰ কথা। ভাষাৰ এনে পৰিমাৰ্জিত, শিষ্ট ৰূপ নিৰ্মাণৰ প্ৰক্ৰিয়াত ভিন্ন আঞ্চলিক তথা জনগোষ্ঠীয় বৈশিষ্ট্যবোৰ বহু সময়ত হেঁচা খাই তল পৰি ৰ'ল। হেমচন্দ্ৰ বৰুৱাৰ দৰে যুক্তিবাদী আধুনিক মনস্ক অসমীয়াৰ 'হেমকোষ' অভিধানত কুলীন চেতনাৰ আভাস থকা বুলি আজি সমালোচনাৰ সৃষ্টি হৈছে। স্বয়ং অসম সাহিত্য সভাৰ উদ্যোগত প্ৰকাশিত চন্দ্ৰকান্ত অভিধান প্ৰসংগত তেতিয়াতে গঢ়ি উঠা বিতৰ্কটোতো নামনিৰ কথিত ভাষাক কাষৰীয়া কৰি থোৱাৰ অভিযোগ উত্থাপিত হৈছিল। বিংশ শতিকাৰ দ্বিতীয় ভাগত জনগোষ্ঠীসমূহৰ পৰিচয়ৰ ৰাজনীতি যিমানে সবল হৈ আহিল, সিমানে অসমীয়া ভাষাকেন্দ্ৰিক জাতীয়তাৰ ধাৰণাটো সমালোচিত হ'বলৈ ধৰিলে। ১৯৬০ আৰু ৭০ ৰ দশক দুটাৰ অসম সাহিত্য সভাৰ প্ৰকাশনসমূহলৈ মন কৰিলেই এই সময়ছোৱাত জনগোষ্ঠীয় চেতনাৰ উত্থানে সাংস্কৃতিক আৰু বিদ্যায়তনিক ক্ষেত্ৰত পেলোৱা প্ৰভাৱৰ উমান পাব পাৰি। এনে কিছু উল্লেখযোগ্য প্ৰকাশন আছিল— বিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত **অসমৰ জনজাতীয় সাধু** (১৯৬২), ডি ফ্ৰেকলীনৰ **অসমীয়া লা বড়ো হানে অসমীয়া হিকাই কাই** (১৯৬৫), গোলাপ চন্দ্ৰ খাউণ্ডৰ **চাহ বাগিচাৰ অসমীয়া** (১৯৬৭), ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ **মপিন উছৱ** (১৯৭৪), বিমলা কান্ত বৰুৱাৰ **টাই ভাষা** (১৯৭৪), ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰৰ **গাৰো সংস্কৃতিৰ ৰূপৰেখা** (১৯৭৪), পৱন চন্দ্ৰ শইকীয়াৰ **দেউৰী চুতীয়া** (১৯৭৪), নিৰুপমা হাগজেৰৰ **ডিমাচা** (১৯৭৪), লংকাম টেৰণৰ **কাৰবি জনগোষ্ঠী** (১৯৭৪), ৰাজেন ৰাভাৰ **ৰাভা জনজাতি** (১৯৭৪), তিৱা যুৱ ছাত্ৰ সন্মিলন সম্পাদিত **তিৱা সম্প্ৰদায়** (১৯৭৫), ৰং বং তেৰাঙৰ **কাৰবি সাধু** (১৯৭৬), য়েছে দৰজে ঠংচিৰ **কামেং সীমান্তৰ সাধু** (১৯৭৬), ডম্বৰুধৰ দেউৰীৰ **দেউৰী সাধু** (১৯৭৭), তৰুণচন্দ্ৰ পামেগাম সম্পাদিত **মিচিং সাধু** (১৯৭৭), গগণচন্দ্ৰ সোণোৱালৰ **সাধু** (১৯৭৮), ৰং বং তেৰাঙৰ **কাৰবি অসমীয়া পাঠ** (১৯৮০) আদি।

১৯৭৩ চনত ড° নগেন শইকীয়া সভাৰ প্ৰধান সম্পাদক হিচাপে থকা কালত "থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা" শীৰ্ষক এখন আলোচনা চক্ৰ সাদিনীয়াকৈ অনুষ্ঠিত হৈছিল। অসমীয়া ভাষাৰ কৰ্তৃত্বৰ প্ৰতি প্ৰশ্ন উঠিবলৈ ধৰাৰ ফলস্বৰূপে ১৯৮২ খ্ৰীঃত অসম সাহিত্য সভাৰ ডিফু অধিবেশনত সভাৰ নিয়মাৱলী সংশোধন কৰি সভাৰ উদ্দেশ্য হিচাপে অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীণ উন্নতিৰ বাবে কাম কৰাৰ লগতে থলুৱা ভাষা-সংস্কৃতিৰ উন্নয়নৰ বাবে কাম কৰা কথাষাৰো লগাই দিয়া হয়।

অসমীয়া ভাষাৰ কৰ্তৃত্বৰ প্ৰতি অসমৰ ভিতৰতে প্ৰশ্ন উত্থাপিত হোৱাৰ অন্তৰালত বহু ৰাজনৈতিক, অৰ্থনৈতিক কাৰকে ক্ৰিয়া কৰি আহিছে। কেৱল ভাষিক প্ৰশ্নৰূপে বিচাৰ কৰিলে গোটেই বিষয়টোক সৰলীকৰণ কৰা হয়। তথাপি ভাষাগত প্ৰশ্নত আমি অধিক গণতান্ত্ৰিক, উদাৰ আৰু সহিষ্ণু হোৱাৰ থল আছে। শতবৰ্ষ গৰকিবলৈ লোৱা এটা শক্তিশালী জাতীয় অনুষ্ঠানৰূপে অসম সাহিত্য সভাৰ ভূমিকাও এই ক্ষেত্ৰত অধিক বলিষ্ঠ হোৱাৰ প্ৰয়োজন আছে। পাৰ হৈ যোৱা সুদীৰ্ঘ কালছোৱাত অসম সাহিত্য সভা নানা ধৰণে সমালোচিত হৈ আহিছে। এনে সমালোচনাক ইতিবাচক দৃষ্টিভংগীৰে গ্ৰহণ কৰাৰ প্ৰচেষ্টাও যে চলা নাই এনে নহয়। ১৯৯৮ খ্ৰীঃত জন্ম লভা অসম তত্ত্ব গৱেষণা সংস্থান ইয়াৰেই সাক্ষ্য। কিন্তু বিদ্যায়তনিক তথা গৱেষণামূলক কাম-কাজৰ বাবে যেনে গতিশীলতা, পৰিশ্ৰম আৰু ঐকান্তিকতাৰ প্ৰয়োজন, তাৰ অভাৱত অনুষ্ঠানটো মুজুৰা পৰি ৰ'ল। বোধকৰো সাম্প্ৰতিক অসমৰ বৌদ্ধিক সমাজক ছানি ধৰি থকা আলস্য তথা প্ৰকৃত অৰ্থত বৃত্তিমূলক মনোভংগীৰ অভাৱৰ মাজতেই ইয়াৰ কাৰণ নিহিত আছে। গোলোকীয় বিশ্বৰ প্ৰসাৰৰ লগে লগে ইংৰাজী ভাষাৰ আগ্ৰাসনৰ পৰাও অসমীয়াৰ দৰে আঞ্চলিক ভাষা-সাহিত্যৰ প্ৰতি নতুন প্ৰত্যাহ্বান আহিব লাগিছে। এই সন্ধিক্ষণত ভাষাৰ ব্যৱহাৰিক তথা ৰাজনৈতিক, অৰ্থনৈতিক প্ৰশ্নবোৰ অধিক প্ৰাসংগিক হৈ পৰিছে। এই প্ৰশ্নবোৰ সন্ধানী আৰু সতৰ্ক দৃষ্টিৰে বুজি লৈ সঠিক দিগ্‌দৰ্শন দিয়াৰ কাম অসম সাহিত্য সভাৰ দৰে অনুষ্ঠানে নিশ্চয় ল'ব লাগিব। আমাৰ ধাৰণা একবিংশ শতিকাত জাতীয় অনুষ্ঠানটোৰ প্ৰাসংগিকতা সাব্যস্ত হ'ব এনেবোৰ দিশত মাৰ্গদৰ্শন কৰাব পৰা এক সুচিন্তিত কৰ্ম আঁচনি ৰূপায়ণৰ মাজেদিহে।

**গ্ৰন্থ সম্পৰ্কে** — অসম সাহিত্য সভাৰ সুদীৰ্ঘ ইতিহাসত সভাই লৈ অহা ভূমিকাৰ মোহমুক্ত পৰ্যালোচনাৰ মাজেদি বৰ্তমান শতিকাত সমগ্ৰ উত্তৰ-পূব ভাৰতৰ ভাষিক-সাংস্কৃতিক নেতৃত্ব দিব পৰাকৈ অসম সাহিত্য সভাক কেনেদৰে অধিক গতিশীল কৰি তুলিব পাৰি এই বিষয়ত সুধীসমাজৰ চিন্তন-মনন অত্যন্ত জৰুৰী বুলি বিবেচনা কৰি বি বৰুৱা কলেজৰ অসমীয়া বিভাগৰ উদ্যোগত আৰু বিশ্ববিদ্যালয় অনুদান আয়োগৰ অৰ্থ সাহায্যত ২০১২ খ্ৰীঃৰ ২৭ আৰু ২৮ এপ্ৰিলত এখনি আলোচনা চক্ৰ আয়োজন কৰা হৈছিল। অসম সাহিত্য সভাৰ তৎকালীন সভাপতি-সম্পাদকে আঁমাৰ আগত প্ৰকাশ কৰা মতে অসম সাহিত্য সভা সম্পৰ্কে এয়ে এনে ধৰণৰ প্ৰথম আলোচনা চক্ৰ আছিল। সমল ব্যক্তিসকলৰ অনুমোদনৰ ভিত্তিত পঠিত পত্ৰসমূহৰ,

পৰা বিশেষ নিৰ্বাচকমণ্ডলীয়ে বাচি উলিওৱা পত্ৰখিনিক লৈ এই গ্ৰন্থ যুগুত কৰা হৈছে। আমাৰ একেটা অনুৰোধতে প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰাৰ বাবে আমি অসম সাহিত্য সভাৰ সেই সময়ৰ প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশী আৰু লগতে বৰ্তমানৰ সকলো বিষয়ববীয়াক গভীৰ কৃতজ্ঞতা জনালো। অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানক লৈ কিতাপ-পত্ৰ বিচাৰিলে পোৱাত নাই। বোধহয় তাহানিতে ওলোৱা অতুলচন্দ্ৰ হাজৰিকাৰ কিতাপখনক বাদ দি এই বিষয়ৰ গ্ৰন্থ তেনেকৈ নাই। আমাৰ গ্ৰন্থখন বিস্তৃত পৰিসৰৰ যদিও সকলো দিশ আলোচিত হৈছে বুলি ক'ব নোৱাৰো। আলোচনাচক্ৰত পঠিত পত্ৰৰ সংকলন হোৱাত পুনৰাবৃত্তিৰ দোষ ৰৈ যোৱাৰ সম্ভাৱনা আছে। অৱশ্যে এনে দোষ পৰিহাৰ কৰিবৰ বাবে আমি কেতিয়াবা মূল পত্ৰত হাত ফুৰাব লগাও হৈছে। তথাপি গ্ৰন্থখনত থাকি যোৱা সম্পাদনা সম্পৰ্কীয় সকলো ত্ৰুটিৰ বাবে মাৰ্জনা বিচাৰিলো। আমি আশা কৰো অসম সাহিত্য সভাক ভালপোৱা, সভাৰ বিষয়ে জানিবলৈ বিচৰা সাধাৰণ পাঠকমণ্ডলীৰ লগতে গৱেষকসকলেও কিতাপখন আদৰি ল'ব। অদূৰ ভৱিষ্যতে এই জাতীয় অনুষ্ঠানটোক লৈ ন ন চিন্তা-চৰ্চাৰ বাট মুকলি হওক, ইয়াকে কামনা কৰিলো।

**সম্পাদকদ্বয়**

# সূচীপত্ৰ

# ইতিহাস

# অসম সাহিত্য সভাৰ জন্ম আৰু বিকাশ ঃ সমালোচনাত্মক বীক্ষণ

মুনমনি দেৱী
দীপ্তি দেৱী

অসম সাহিত্য সভা এক মহান উদ্দেশ্যত সৃষ্ট অসমীয়াৰ জাতীয় অনুষ্ঠান। সময় আৰু বাস্তৱ পৰিস্থিতিৰ ধামখুমীয়াত সংকটৰ সন্মুখীন হোৱা অসমীয়া ভাষা, সাহিত্য-সংস্কৃতিৰ সংৰক্ষণ আৰু ইয়াৰ বিকাশ সাধন কৰাই আছিল অনুষ্ঠানটিৰ প্ৰধান উদ্দেশ্য।

অনুষ্ঠানটি অসমীয়া মানুহৰ কেৱল মৰমৰেই নহয়, ই গৌৰৱৰো সম্পদ। এই অনুষ্ঠান জাতিৰ প্ৰাণস্বৰূপ। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতি সাধনৰ লগত অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত সংহতি ৰক্ষাৰ মহান উদ্দেশ্য সাৰোগত কৰি অসম সাহিত্য সভা স্থাপন হয়। ১৯১৭ চনত। শিৱসাগৰত অসমৰ বৰেণ্য সাহিত্যিক পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত ডিচেম্বৰ মাহৰ ২৬ আৰু ২৭ তাৰিখত অসম কনফাৰেন্সৰ অধিৱেশন বহে। প্ৰথম সম্পাদক আছিল অসম সাহিত্য সভাৰ একালত অগ্ৰণী ভূমিকা লোৱা শৰৎ চন্দ্ৰ গোস্বামী। তেতিয়া এই অনুষ্ঠানৰ নাম আছিল 'আসাম সাহিত্য সভা'। ১৯১৭ চনৰ পৰা বৰ্তমানলৈকে 'অসম সাহিত্য সভা'ই নানা ঘাত-প্ৰতিঘাতৰ মাজেদি অসমৰ সাহিত্য-ভাষা-সংস্কৃতিৰ কাৰণে অশেষ কষ্ট স্বীকাৰ কৰি আহিছে। অসমতে থাকি, অসমৰ বায়ু-পানীৰে জীৱন-ধাৰণ কৰা, অসমকে নিজৰ মাতৃভূমি বুলি গ্ৰহণ কৰা অসমৰ সৰ্বাংগীন উন্নতিৰ হকে চিন্তা কৰা লোকসকলৰ সংকটত অসম সাহিত্য সভাই মাত মাতি আহিছে। এনে কাৰণতেই বোধকৰো অসম সাহিত্য সভা অসমৰ জাতীয় অনুষ্ঠানলৈ পৰিণত হৈছে।

---

লেখকদ্বয় দেওমৰনৈ স্নাতক মহাবিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগৰ অধ্যাপক।

অসম সাহিত্য সভা হৈছে অৰাজনৈতিক, স্বেচ্ছাসেৱী আৰু ভাষা-সংস্কৃতিৰ এটা শক্তিশালী অনুষ্ঠান। ইয়াৰ পতাকাৰ তলত আছে অসমৰ চুকে-কোনে বাস কৰা সকলো জাতি, উপজাতি আৰু জনগোষ্ঠী। সেয়ে ই 'অসমীয়া সাহিত্য সভা'ৰ পৰিৱৰ্তে 'অসম সাহিত্য সভা' হৈছে।

**অসম সাহিত্য সভা গঠনৰ উদ্যোগ পৰ্ব ঃ**

১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈ অসমীয়া ভাষাৰ অন্ধকাৰ যুগ। অসমৰ পৰা মানক খেদিবলৈ আহি মানৰ লগত ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰি তাৰিখে 'ইয়াণ্ডাবু সন্ধি' কৰি বৃটিছে অসমত বৰপীৰা পাৰিলে। বংগৰ পৰা ব্ৰিটিছৰ আমোলাত চাকৰি কৰিবলৈ অহা বঙালী আমোলাসকলৰ ফুচুলনিত ব্ৰিটিছে অসমত বঙালী ভাষা প্ৰৱৰ্তন কৰে। সেই সময়ত অসমীয়া একমাত্ৰ ৰাজপত্ৰিত বিষয়া আনন্দৰাম ঢেকীয়াল ফুকন। এওঁ হেমচন্দ্ৰ বৰুৱা আদি মহান ব্যক্তিসকলৰ লগ হৈ লগতে মিছনেৰীসকলৰ সহযোগত ১৮৭৪ চনত অসমৰ বিদ্যালয়, কাৰ্যালয় আৰু আদালতত অসমীয়া ভাষা পুনৰ প্ৰচলন কৰাবলৈ ব্ৰিটিছ চৰকাৰক বাধ্য কৰায়।

অসমীয়া ভাষাৰ এনে দুৰৱস্থা যাতে ভৱিষ্যতে আহি নপৰে তাৰ প্ৰচেষ্টাত প্ৰবাসী অসমীয়াসকলে লম্বোদৰ বৰাৰ উদ্যোগত কলিকতাত প্ৰতিষ্ঠা কৰে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা (১৮৮৮ চনৰ ২৫ আগষ্ট)'। ইয়াৰ আগতে ১৮৬৬ চনত গংগাগোবিন্দ ফুকনে গঠন কৰিছিল 'অসম এচ'চিয়েছন'। আকৌ তেঁৱেই ১৮৭২ চনত কলিকতাত প্ৰবাসী অসমীয়া ছাত্ৰৰ দ্বাৰা গঠন কৰিছিল 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা'। প্ৰবাসী অসমীয়া ছাত্ৰৰ বাবে এয়াই আছিল অসমীয়া জাতীয় চেতনাৰ প্ৰতি আনুষ্ঠানিক জাগৰণ। এই দুয়োটা সংগঠনৰ ফলপ্ৰসূ অভিব্যক্তি ঘটিছিল কলিকতাত গঢ় লোৱা 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ মাধ্যমত। মাতৃভাষাটোক কেঁচুৱা অৱস্থাৰ পৰা কেনেকৈ নোদোকা কৰি গঢ় দিব পাৰি সেয়াই আছিল 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ চিন্তা আৰু লক্ষ্য।

আজি কিছুমান বছৰৰ পৰা শিক্ষিত সমাজৰ মাজত এখন সাহিত্য সন্মিলন হ'ব লাগে এনে এটা আকাংক্ষা জাগৰুক হৈছিল। এই আকাংক্ষা দুই-এটা চেষ্টাত প্ৰকাশো হৈ পৰিছিল। ১৯১৫ চনৰ জুলাই মাহত যোৰহাটত বিষ্ণুৰাম হলত ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ সভাপতিত্বত সাহিত্য সম্পৰ্কীয় এখন সভা অনুষ্ঠিত হয়। এই সভাত আসাম উপত্যকাৰ চৰকাৰী চাকৰি নকৰা প্ৰায় আটাইখিনি ভাল মানুহে গোট খাইছিল। সেই বছৰৰে ৩০ ডিচেম্বৰত ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ সভাপতিত্বত আসাম কনফাৰেন্স বহে আৰু আন এখন সাহিত্য সভা অনুষ্ঠিত হয়। উক্ত সভাত পদ্মনাথ গোহাঞিবৰুৱা, তফজুল হুছেইন হাজৰিকা, দুৰ্গানাথ চাংকাকতি আদি ৰথী-



মহাৰথীসকলে সাহিত্য সভা গঠন কৰা পক্ষে প্ৰস্তাৱ আগবঢ়ায়। কিন্তু সেই সময়তে গুৱাহাটীত দুৰ্গানাথ শৰ্মা, চন্দ্ৰ নাথ শৰ্মা, গৌৰীকান্ত তালুকদাৰ আদিয়ে অসমত এখন 'অসম সাহিত্য সন্মিলন' স্থাপনৰ হকেহে উদ্যোগ লয়।[1]

অৱশেষত অনেক জল্পনা-কল্পনাৰ পিছত শিৱসাগৰৰ ক্লাব ঘৰত তাৰাপ্ৰসাদ চলিহাৰ সভাপতিত্বত অনুষ্ঠিত হোৱা ৰাজহুৱা সভাই সেই বছৰতে অনুষ্ঠিত হ'বলগীয়া আসাম কনফাৰেন্সৰ ডিচেম্বৰ মাহৰ ২৬-২৭ তাৰিখে অসমৰ শিক্ষিত আৰু সাহিত্যানুৰাগীসকলক নিমন্ত্ৰণ কৰি 'সদৌ আসাম সাহিত্য সভা' গঠনৰ প্ৰস্তাৱ গ্ৰহণ কৰে।[2]

এয়েই অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনৰ প্ৰস্তুতি। সভাৰ নিয়মাৱলী প্ৰস্তুত কৰে প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীয়ে।

**প্ৰথম অধিৱেশন ঃ**

১৯১৭ চনৰ ২৬-২৭ ডিচেম্বৰত 'অসম এচ'চিয়েছন'ৰ বাৰ্ষিক অধিৱেশন উপলক্ষে শিৱসাগৰত দুদিনীয়া কাৰ্যসূচীৰে 'অসম সাহিত্য সভা'ৰ প্ৰথম অধিৱেশন অনুষ্ঠিত হয়। সভাপতি আছিল পদ্মনাথ গোহাঞিবৰুৱা।

২৬ ডিচেম্বৰৰ দুপৰীয়া ১-০০ বজাত সভাৰ মূল কাৰ্যসূচী আৰম্ভ হয় লক্ষ্মীকান্ত বৰুৱাই ৰচনা কৰা এটি গীতেৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি গুঞ্জানন বৰুৱাই সভাৰ উদ্দেশ্য ব্যাখ্যা কৰে। ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ প্ৰস্তাৱ মতে, হৰেশ্বৰ ৰাজখোৱা আৰু দেৱেশ্বৰ চলিহাৰ সমৰ্থনত সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাই সভাপতিৰ আসন গ্ৰহণ কৰে।

সভাত উপস্থিত আছিল গুণী-জ্ঞানী প্ৰায় ৭০০/৮০০ জন মানুহ। সভাপতিৰ ভাষণখন আছিল ৮২ পৃষ্ঠাৰ। সভাপতিৰ অভিভাষণ সকলোৱে লৰ-চৰ নকৰাকৈ অতি মনোযোগেৰে শুনিছিল। তাৰ পাছত আৰম্ভ হয় প্ৰবন্ধ পাঠ অনুষ্ঠান। নগাঁৱৰ প্ৰতিনিধি মোছলেহউদ্দিন আহমেদে 'অসমীয়া সাহিত্য আৰু মুছলমান', গুৱাহাটীৰ ডাঃ বিপিন বিহাৰী বৰাই 'গোবৰ ৰহস্য' নামৰ প্ৰবন্ধ সম্পূৰ্ণকৈ পাঠ কৰাৰ পিছত শৰৎ চন্দ্ৰ গোস্বামীৰ 'কীৰ্ত্তনৰ সাহিত্য সৌষ্ঠৱ' আৰু ৰত্নকান্ত বৰকাকতিৰ 'অসমীয়া ভাষা' নামৰ প্ৰবন্ধ দুটাৰ প্ৰত্যেকৰে একাংশকৈ পাঠ কৰে।

তাৰাপ্ৰসাদ চলিহাৰ প্ৰস্তাৱ আৰু বংশীভূষণ বৰুৱাৰ সমৰ্থন ক্ৰমে এখন 'বিষয় নিৰ্বাচনী সভা' গঠন কৰা হয়। সেই সভাৰ সদস্যসকল হ'ল— মূল সভাৰ সভাপতি, অভ্যৰ্থনা সমিতিৰ সভাপতি শৰৎ চন্দ্ৰ গোস্বামী, হৰিকৃষ্ণ দাস, কুলধৰ চলিহা, দেৱেশ্বৰ শৰ্মা, শিৱনাথ ভট্টাচাৰ্য, মহাদেৱ শৰ্মা, চন্দ্ৰ নাথ শৰ্মা, মিন্নুৰ আলি, মোছলেহউদ্দিন আহমেদ, লক্ষীকান্ত বৰুৱা, সিদ্ধেশ্বৰ গোহাঁই, দেৱেশ্বৰ চলিহা আৰু লোহিত চন্দ্ৰ

ভূঞা। গধূলি অনুষ্ঠিত হয় বিষয় বাচনি সভা।

পিছদিনা অৰ্থাৎ ২৭ তাৰিখে ৰাতিপুৱা পুনৰ সভাৰ কাম আৰম্ভ হয় আৰু বিষয় বাচনি সভাত লিপিবদ্ধ নিয়মবোৰৰ ওপৰত পুংখানুপুংখৰূপে আলোচনা কৰি সৰ্বসন্মতিক্ৰমে গৃহীত কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি গুঞ্জানন বৰুৱাই অসমৰ সকলো ঠাইকে সামৰি, পাঁচশখন সাধাৰণ সভা প্ৰতিষ্ঠাৰ প্ৰস্তাৱ আগবঢ়াই আৰু মূল সভাই সেই প্ৰস্তাৱ গ্ৰহণ কৰে। অসমৰ প্ৰতিনিধিমূলক সভাখন নামাকৰণ কৰে 'আসাম সাহিত্য সভা'। সিদ্ধেশ্বৰ শৰ্মা প্ৰস্তাৱত সৰ্বসন্মতিক্ৰমে শৰৎ চন্দ্ৰ গোস্বামী আসাম সাহিত্য সভাৰ প্ৰথম সম্পাদক নিযুক্ত হয়। সভাপতিৰ প্ৰস্তাৱমৰ্মে সহকাৰী সম্পাদক নিযুক্ত হয় দেৱেশ্বৰ শৰ্মা। সদৌ শেষত পদ্মধৰ চলিহাৰ ৰচিত এটি গীতেৰে সভাৰ কামৰ সামৰণি মৰা হয়।

নিশা সাংস্কৃতিক সন্ধিয়াত পদ্মনাথ গোহাঞিবৰুৱাৰ নাটক 'জয়মতী' মঞ্চস্থ কৰা হয়। তাত গদাপাণিৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰে, পদ্মধৰ চলিহাই জয়মতীৰ আৰু লোকনাথ মিশ্ৰই জিনুৰ ভাও লৈছিল।[৩] এইদৰে বিপুল উৎসাহ-উদ্দীপনাৰে অসমীয়া ৰাইজৰ হিয়াৰ আমঠু স্বৰূপ অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনৰ দুন্দুভি বাজিছিল অসমৰ বিভিন্ন ঠাইৰ পৰা যোৱা প্ৰতিনিধিৰে শিৱসাগৰ জিলাৰ ৰংপুৰ নগৰত।

**আসাম সাহিত্য সভাৰ প্ৰথম নিয়ামাৱলী ঃ**

(ক) নাম

১। এই সভাৰ নাম হ'ব— 'আসাম সাহিত্য সভা'।

(খ) উদ্দেশ্য

২। অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নতি কৰাই এই সভাৰ উদ্দেশ্য।

৩। ৰাজনৈতিক বিষয়ত এই সভাই হাত নিদিয়ে।

৪। অসমীয়া সাহিত্য উন্নতিৰ অৰ্থে সভাই তলত দিয়া মতে বিশেষ কাৰ্য কৰিবলৈ যত্নপৰ হ'ব।

(ক) অভিধান আৰু ব্যাকৰণ সংস্কৰণ।

(খ) প্ৰাচীন সাহিত্য অনুসন্ধান।

(গ) আমাৰ সাহিত্যত যি যি বিষয়ৰ পুথিৰ অভাৱ সেই বিষয়ত পুথি লিখাৰ চেষ্টা।

(ঘ) অৱস্থাহীন সাহিত্যিকৰ সদ্গ্ৰন্থ প্ৰকাশ।

(ঙ) সংগীত আৰু চিত্ৰবিদ্যা শিক্ষাৰ অৰ্থে বৃত্তি দান।

(চ) সভাৰ মুখপত্ৰ এখন প্ৰকাশ।

(ছ) সাহিত্যৰ উন্নতিৰ অৰ্থে আন কোনো প্ৰকাৰৰ যত্ন।[৪]



**সভাৰ পঞ্জীয়ন ঃ**

যোৰহাটত বহা পঞ্চম সন্মিলনত সাহিত্য সভাক ১৮৬০ চনৰ ২১ নং আইন অনুসৰি পঞ্জীয়ন কৰিবৰ কাৰণে প্ৰস্তাৱ গ্ৰহণ কৰা হয়। সেই মতে ১৯২৪ চনৰ ৫ মে' তাৰিখে সভা পঞ্জীভুক্ত হয়।[৫] অৰ্থাৎ ১৯১৭ চনত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত বহা 'অসম সাহিত্য সন্মিলন' ১৯২৪ চনত 'অসম সাহিত্য সভা'লৈ ৰূপান্তৰিত হয়। সেইখন সভাৰ সভাপতিত্ব কৰিছিল লক্ষ্মীনাথ বেজবৰুৱাই। 'আসাম' নামৰ ঠাইত 'অসম' নামৰ প্ৰচলনে এইটোকে প্ৰমাণ কৰে যে সাহিত্য সভাই কেৱল অসমীয়া ভাষা-সাহিত্যৰে নহয় অসমৰ সকলো ভাষা-সাহিত্যৰ উন্নতিৰ হকে নিজক ব্ৰতী কৰিব।[৬]

**অসম সাহিত্য সভাৰ অন্যান্য সংশোধন ঃ**

সভাৰ প্ৰথম নাম আছিল 'আসাম সাহিত্য সভা'। বৰপেটাত অনুষ্ঠিত তৃতীয় অধিৱেশনত (২৬, ২৭ ডিচেম্বৰ, ১৯১৯) 'আসাম সাহিত্য সভাৰ ঠাইত অসম সাহিত্য সভা হ'ব লাগে বুলি প্ৰস্তাৱ দাঙি ধৰা হৈছিল। কিন্তু প্ৰস্তাৱৰ সপক্ষে ১৬ জনে আৰু বিপক্ষে ২৩ জনে ভোট দিয়াত কাৰ্যকৰী নহ'ল। ১৯৪০ চনত যোৰহাটত অনুষ্ঠিত অধিৱেশনত 'অসম সাহিত্য সভা' (Assam Sahitya Sabha) হ'ল। ইয়াৰ পাছত ১৯৪৪ চনৰ শিৱসাগৰ সন্মিলনত Asom Sahitya Sabha আৰু ইয়াৰ পিছত শ্বিলং অধিৱেশনত অসম সাহিত্য সভা (Asam Sahitya Sabha) হয়।[৭] ১৯১৭ চনতে অসম সাহিত্য সভা প্ৰতিষ্ঠা হ'লেও ১৯৬০ চনত মিৰ্জাত অনুষ্ঠিত অধিৱেশনতহে অসম সাহিত্য সভাৰ পতাকা প্ৰথমবাৰৰ বাবে উত্তোলন কৰা হয়। পতাকাৰ আৰ্হি অংকন কৰে শিল্পী যুগল কুমাৰ দাসে। সেইদৰে পলাশবাৰীত বহা অষ্টাবিংশতি অধিবেশনত গীতিকাৰ মিত্ৰদেৱ মহন্তৰ 'চিৰ চেনেহী মোৰ ভাষা জননী' গীতটো সভাৰ আৰম্ভণিতে গোৱা বিধি প্ৰস্তুত কৰা হয়। পতাকা উত্তোলন আৰু সামৰণি গীত লক্ষ্মীনাথ বেজবৰুৱাৰ ক্ৰমে 'আমি অসমীয়া নহওঁ দুখীয়া' আৰু 'অ' মোৰ আপোনাৰ দেশ' গীত দুটা নিয়মীয়াকৈ গোৱাৰ বিধি প্ৰস্তুত কৰা হয়। কিন্তু ১৯৮৭ চনৰ হাইলাকান্দি অধিৱেশনত এই বিধি সংশোধন কৰি 'আমি অসমীয়া নহওঁ দুখীয়া' গীতটোৰ পৰিৱৰ্তে ''অ' মোৰ আপোনাৰ দেশ'' গীতটো পৰিৱেশন কৰাৰ নিয়ম প্ৰৱৰ্তন কৰা হয়।[৮]

**অসম সাহিত্য সভাৰ প্ৰতীক ঃ**

সভাৰ প্ৰতীকৰ ঠগাত থকা সাঁচিপতীয়া পুথিৰ ওপৰত মাটিৰ চাকিৰ চাৰিওফালে 'চিৰ চেনেহী মোৰ ভাষা জননী' লিখা থাকিব আৰু তলত এটি তৰা থাকিব। ঠগাৰ তলৰ ভূমিত 'অসম সাহিত্য সভা' লিখা থাকিব।

**আৰ্হি ঃ**

প্ৰতীক বেদীত 'অসম সাহিত্য সভা' নামটো থাকি সভাক ধৰি ৰাখিছে। বেদীৰ ওপৰত থকা শৰাইখনি জাতীয় সাংস্কৃতিক সৌধৰ নিদৰ্শন। সৌধ স্বৰূপ শৰাইত প্ৰতিষ্ঠিত হৈছে এখনি পুথি। এই পুথি আমাৰ সমগ্ৰ মানৱীয় জ্ঞান, বিদ্যা, শিল্প, সাহিত্য আৰু বাঞ্ছিত প্ৰমূল্যসমূহৰ আধাৰ। ধ্ৰুৱ তৰাটি এই সাধনাৰ লক্ষ্য। এই সকলোখিনি সাধনাৰ প্ৰকাশ মাধ্যম 'চিৰ চেনেহী মোৰ ভাষা জননী'। ভাষা জননীৰ অক্ষয় বন্তিগছিয়েই আমাৰ সকলো সাধনাক অনন্ত কাললৈ পোহৰাই ৰাখিব। এই বাণী, তাৰ আৰু বন্তিগছিৰ পটভূমিত আছে এটা আঁহত পাতৰ আভাস। আঁহত পাতটি ভাৰতীয় সাংস্কৃতিক সাধনাৰ লগত গভীৰভাৱে সম্পৃক্ত বোধিবৃক্ষৰ এটি প্ৰতীকী আভাস।[১]

**বিকাশ ঃ**

ৰাইজৰ সক্ৰিয় সহায়-সহযোগত এক বিশাল মহীৰূপত পৰিণত হোৱা অসমীয়াৰ হিয়াৰ আমঠু অসম সাহিত্য সভাই ১৯১৭ চনৰ পৰা অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বাবে নিৰবচ্ছিন্নভাৱে সেৱা আগবঢ়াই আহিছে। অসমীয়া ভাষা, সাহিত্য-সংস্কৃতি, স্থাপত্য, ঐতিহ্যৰ সৰ্বাংগীন উন্নতি সাধনৰ লক্ষ্য আগত ৰাখি প্ৰতিটো কালৰে পৰা বৰ্তমানলৈকে অভিনৱ কৰ্মসূচী গ্ৰহণ কৰি অসমীয়া ভাষা-সাহিত্যক বিশ্ব দৰবাৰলৈ লৈ যোৱাৰ অবিৰত প্ৰচেষ্টাৰে অসম সাহিত্য সভা অসমৰ ৰাইজৰ হিয়াৰ আমঠু তথা অসমৰ প্ৰাণস্বৰূপ হৈ পৰিছে। অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ শ্ৰীবৃদ্ধিৰ ক্ষেত্ৰত পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ পৰা বৰ্তমানৰ সভাপতি ৰংবং তেৰাংদেৱলৈকে যথাৰ্থতে সুযোগ্য নেতৃত্বত ইয়াৰ লক্ষ্যৰ অভিমুখে আগবাঢ়ি গৈ আছে। ৰাজ্যখনত সাহিত্য-সংস্কৃতি চৰ্চাৰ লগতে এক সুস্থ সামাজিক পৰিৱেশ গঠনত সভাই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে সেয়া সকলোৰে স্বীকাৰ্য।

আৰম্ভণিৰে পৰা বতৰ্মান পৰ্যন্ত অসম সাহিত্য সভাৰ কাৰ্য প্ৰণালী সলনি হৈছে যদিও নীতি-স্থিতি সলনি হোৱা নাই। অসম ৰাজ্যখনত বিভিন্ন সমস্যাই কোঙা কৰি থকা অৱস্থাত অসমীয়া ভাষাটোক মাতৃভাষা বুলি বৰপীৰা দিবলৈ যোৱা কাৰ্যত অসম সাহিত্য সভাৰ নিচিনা জাতীয় অনুষ্ঠানে অবৰ্ণনীয় সমস্যাৰ সন্মুখীন হ'বলগা হৈছে। অসম ৰাজ্যভাষা আইন (১৯৬০) খন যথাযথভাৱে প্ৰয়োগ কৰা, চৰকাৰী-বেচৰকাৰী ৰাজহুৱা ফলক, বিজ্ঞাপন ফলকত ৰাজ্যভাষা আইন অনুসৰি অসমীয়া ভাষা ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত সাহিত্য সভাই আজিও মাত মাতি আহিছে। অসমৰ মানুহৰ, অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ স্বাৰ্থই অসম সাহিত্য সভাৰ স্বাৰ্থ।



মানৱিকতা আৰু গণতান্ত্ৰিক মূল্যবোধেই অসম সাহিত্য সভাৰ আধাৰ।

অসম সাহিত্য সভাই বিভিন্ন কাৰ্যসূচীৰে অসমৰ ভৌগোলিক পৰিসীমাৰ ভিতৰত বসবাস কৰা জাতি-জনজাতিৰ মাজত সমন্বয়-সম্প্ৰীতি দৃঢ় কৰাৰ লগতে প্ৰতিৱেশী ৰাজ্যসমূহৰ জনসাধাৰণৰ লগতো এক বন্ধুত্বপূৰ্ণ সম্পৰ্ক গঢ়িবলৈ প্ৰয়াস কৰি আহিছে। অসমৰ জনজাতিসকলৰ স্বাধিকাৰ আন্দোলন, নিজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি আৱেগিক আকৰ্ষণ আৰু ৰাজনৈতিক-অৰ্থনৈতিক দিশবোৰৰ ইতিবাচক আৰু নেতিবাচক সমস্যাবোৰে অসমৰ অখণ্ডতা বজাই ৰখাত সাহিত্য সভাই গুৰুত্ব দিছে।

অসম সাহিত্য সভাই মানুহৰ মাজত অধ্যয়নৰ প্ৰতি ধাউতি বঢ়োৱাৰ লগতে বিভিন্ন জাতি-উপজাতিৰ মাজত সমন্বয়ৰ সৃষ্টি কৰি সমাজত ঐক্য আৰু সম্প্ৰীতি ৰক্ষা কৰি অসমীয়া সাহিত্য-সংস্কৃতিক বৰ্হিজগতৰ লগত অধিক পৰিচয় কৰি দিছে।

অসম সাহিত্য সভা অসমৰ ভাষিক, সাংস্কৃতিক আৰু আৱেগিক সমন্বয়ৰ এক সুবৃহৎ মঞ্চ। অসম সাহিত্য সভাই স্বকীয় ঐতিহ্য বজাই ৰাখিও বতৰ্মানৰ বাস্তৱতাৰ অধিক মুখামুখী হৈছে।

সমাজ সুন্দৰ কৰে সাহিত্যই। এটা জাতিৰ সভ্যতাৰ নিৰ্দেশক হ'ল সেই জাতিটোৰ সাহিত্য। জাতীয় জীৱনৰ মানসিক পুষ্টি প্ৰগতি আৰু সমৃদ্ধিয়ে সাহিত্যৰ যোগেদি আত্মপ্ৰকাশ কৰে। অশুভ শক্তিয়ে সমাজলৈ বিভীষিকা নমাই অনাৰ কালত বিভিন্ন বিষয়ৰ প্ৰেৰণাময়ী সাহিত্য সুধাইহে সমাজক ৰক্ষা কৰিব পাৰে। এনে সাহিত্য সৃষ্টিৰ তাড়ণাত সেউজীয়া হোৱা ৰসাল মনৰ অধিকাৰীসকলক অসম সাহিত্য সভাই এখন মঞ্চ দিয়াৰ লগতে উৎসাহ আৰু উদ্দীপনা যোগাই আহিছে। সাহিত্যই গঢ়ে সমন্বয়, জগাই তোলে মানৱতা। সমাজক, জাতীয় জীৱনক বিঘ্নিত কৰিব পৰা সকলো অপশক্তিকেই প্ৰতিৰোধ কৰাত সাহিত্যই মুখ্য ভূমিকা পালন কৰে। মানুহৰ মনৰ পৰা মনলৈ, হৃদয়ৰ পৰা হৃদয়লৈ গঢ়ি তোলে আত্মীয়তা। অসম সাহিত্য সভাই সমাজ আৰু উৎকৰ্ষ সাধনত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে। বিভিন্ন ভাষা-ভাষী, বিভিন্ন ধৰ্ম, জাত-পাতেৰে বৈচিত্ৰ্যময় অসমখনক একতাৰ মহান এনাজৰীৰে বান্ধি ৰখাটো এই অনুষ্ঠানৰ এক মহত্বপূৰ্ণ দিশ। এই অসম মুলুকৰ উপৰিও আন আন ৰাজ্য আৰু বিদেশৰ স'তে এক সৌহাৰ্দ্যমূলক সম্পৰ্ক স্থাপন কৰিবলৈ অসম সাহিত্য সভা আগ্ৰহী আৰু ইতিমধ্যেই এনেধৰণৰ কাম কৰি আহিছে।

১৯১৭ চনৰ পৰা বৰ্তমানলৈকে অসম সাহিত্য সভাই নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে আগবাঢ়ি আহোতে গ্ৰন্থ সৃষ্টিৰ সন্দৰ্ভত কোনো ক্ষেত্ৰতেই পিছ হুহকা নাই। সভাৰ আৰম্ভণিৰে পৰা প্ৰায় এশবছৰ ধৰি ইয়াৰ জিলা, শাখা সভাসমূহে যিধৰণে

গ্ৰন্থ সৃষ্ট কৰিছে, প্ৰকাশ কৰিছে, এয়া বিশ্বতেই অন্য এক বিৰল উদাহৰণ।[১০]

অসমীয়া জাতিৰ ইতিবৃত্ত, মৌলিক সাহিত্য ৰচনা আৰু প্ৰকাশ, অনুবাদ সাহিত্য ৰচনা আৰু প্ৰকাশ, ব্যাকৰণ আৰু অভিধান প্ৰণয়ন, প্ৰাচীন পুথিৰ বিৱৰণমূলক তালিকা আৰু জাতীয় গ্ৰন্থাগাৰ নিৰ্মাণ আদিৰ ক্ষেত্ৰত সাহিত্য সভাই দক্ষতাৰে কাৰ্য সম্পাদন কৰিছে।

অসমলৈ বিভিন্ন সময়ত বিভিন্ন মানুহ আহি অসমৰ স্থায়ী বাসিন্দা হৈ পৰা আৰু ইয়াৰ অন্যান্য অসমীয়া নজনা বাসিন্দাসকলক অসমীয়া ভাষা জ্ঞান দিবৰ বাবে অসম সাহিত্য সভাই ভাষা জ্ঞান সংসদ গঠন কৰে। বৰ্তমান ইয়াৰ ঠাইত দূৰসংযোগ পাঠ্যক্ৰম সংসদ নামকৰণৰে পৰিকলন যন্ত্ৰ আৰু ছপা মাধ্যমেৰে, ইণ্টাৰনেটৰ মাধ্যমেৰে শিকোৱাৰ ব্যৱস্থা হাতত লোৱা হৈছে।

১৯৬২ চনতে ৰাধাকান্ত সন্দিকৈৰ নামত প্ৰতিষ্ঠা হোৱা গৱেষণা কেন্দ্ৰটি 'কেন্দ্ৰীয় অসম তত্ত্ব সংস্থান'লৈ উন্নীত হৈছে। অসম সাহিত্য সভাৰ ধেমাজি অধিৱেশনৰ পৰা ৰংবং তেৰাংদেৱৰ নেতৃত্বত সভাই বিভিন্ন ঘাত-প্ৰতিঘাত নেওচি বৃহত্তম স্বেচ্ছাসেৱী সাহিত্য সংগঠন হিচাপে প্ৰতিপন্ন কৰাৰ বাবে আপ্ৰাণ প্ৰচেষ্টা চলাইছে। ওচৰ-চুবুৰীয়া ৰাজ্যৰ সৈতে কৰা সম্ভাৱন যাত্ৰাৰ ফলত অসম সাহিত্য সভা সেই সংশ্লিষ্ট ৰাজ্যৰো পৰম শ্ৰদ্ধেয় সাহিত্য সংগঠন হৈ পৰিছে। ত্ৰিপুৰাত 'অসম তত্ত্ব গৱেষণা সংস্থান' খোলাৰ উপৰিও পশ্চিমবংগ, ওড়িশা, অৰুণাচল, নতুন দিল্লীতো সভাৰ সাংস্কৃতিক কেন্দ্ৰ স্থাপনৰ বাবে যোগাযোগ অব্যাহত আছে।[১১]

অসমৰ প্ৰত্যেকটো জনগোষ্ঠীয় সাহিত্য সভা, যুৱ ছাত্ৰৰ জাতীয় সংগঠন আৰু ভ্ৰাতৃত্বমূলক সংগঠনসমূহক লৈ প্ৰথম ফেব্ৰুৱাৰিৰ দিনটো 'অসম সাহিত্যোৎসৱ' হিচাপে পালন কৰি অহা হৈছে। ইয়াৰ উপৰিও ৩৫ বছৰ অনুৰ্ধ নবীন শিল্পী-সাহিত্যিকক 'ৰামধেনু', মহিলাৰ বৌদ্ধিক উৎকৰ্ষৰ বাবে 'আকাশ' অনুষ্ঠান সভাৰ অধিৱেশনৰ অন্তৰ্ভুক্ত কৰা হৈছে।

অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ৰ বাহিৰেও প্ৰত্যেকটো আঞ্চলিক কাৰ্যালয়তে কম্পিউটাৰ সেৱা প্ৰৱৰ্তন কৰা হৈছে। অসম সাহিত্য সভাৰ সমস্ত প্ৰকাশন নিজাববীয়াকৈ প্ৰকাশ কৰাৰ দায়িত্ব লৈছে। বিশ্বকোষৰ আগৰ আটাইবোৰ খণ্ড হুবহু ৰূপত প্ৰকাশ কৰাৰ বাবে সাহিত্য সভা আগবাঢ়িছে। অসম লেখক-কোষৰ পাঁচটা খণ্ড প্ৰকাশ, সংক্ষিপ্ত চাহ-কোষ, অসম জনজাতি-কোষ, অসমীয়া কাব্য-কোষ, অসমীয়া নাট্য-কোষ আদি বিভিন্ন অমূল্য গ্ৰন্থ প্ৰকাশ কৰা হৈছে। অসম সাহিত্য সভা পত্ৰিকা আৰু অসম সাহিত্য সভা বাৰ্তাৰ নিয়মীয়া প্ৰকাশে সাহিত্য সভাক এক নতুন



মাত্ৰা প্ৰদান কৰিছে।

সভাৰ প্ৰায়বোৰ তথ্য সন্নিৱিষ্ট কৰি এটি নতুন ওৱেবচাইট প্ৰস্তুত কৰাৰ উপৰিও যোৰহাট আৰু গুৱাহাটী কাৰ্যালয়ত ইণ্টাৰনেট সেৱা প্ৰৱৰ্তন কৰা হৈছে।

'বিশ্বৰত্ন' ড° ভূপেন হাজৰিকাদেৱক ভৱিষ্যতে অমৰ কৰাৰ বাবে গুৱাহাটীৰ চচলস্থিত অসম সাংস্কৃতিক বিশ্ববিদ্যালয় হিচাপে নামকৰণৰ সিদ্ধান্ত লোৱা হৈছে।

অসমীয়া ভাষাৰ বিশিষ্ট গ্ৰন্থসমূহ অন্যান্য ভাষালৈ অনুবাদ, একেদৰে অন্যান্য মাতৃভাষাৰ গুৰুত্বপূৰ্ণ গ্ৰন্থসমূহো অসমীয়ালৈ অনুবাদ কৰ্মত গুৰুত্ব প্ৰদান কৰা হৈছে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সাহিত্য অকাডেমী বঁটা বিজয়ী উপন্যাস 'ইয়াৰুইংগম' কংকানি ভাষালৈ অনুদিত হৈছে। অনুবাদ কৰিছে কংকানি ভাষাৰ অন্যতম কবি-লেখক ড° মনোহৰ ৰায় সৰদেশাইয়ে।[১২]

শ্ৰীমন্ত শংকৰদেৱৰ জীৱনী আৰু তেওঁৰ গ্ৰন্থ 'উৰেষা বৰ্ণন' একেলগে ওড়িয়া ভাষাত প্ৰকাশ পাইছিল। গুজৰাটী লিখক ভোলাভাই পেটেলে 'ইয়াৰু ইংগম'ৰ গুজৰাটী অনুবাদৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ কৰিছিল। 'নীলকণ্ঠী ব্ৰজ' আৰু 'তেজ আৰু ধূলিৰে ধূসৰিত পৃষ্ঠা' অসিৎ ম'হান্তিদেৱে ওড়িয়ালৈ অনুবাদ কৰি আছে। ড° প্ৰকাশ পাটনায়কৰ অধীনত গৱেষণাৰত ৰত্নোত্তমা দাসে ওড়িয়া গ্ৰন্থ 'বাঘৰণী কাইৰী'ৰ অসমীয়া অনুবাদ সম্পূৰ্ণ কৰিছে। সেইদৰে ড° জ্যোৎস্না বিছৱাল ৰাওতে ২০০৮ চনত বিশিষ্ট সাহিত্যিক প্ৰয়াত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ এখন উপন্যাসৰ ওড়িয়া অনুবাদৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ কৰিছিল।[১৩] সেইদৰে ৰংবং তেৰাংদেৱৰ ৰংমিলিৰ হাঁহিৰ কাৰ্বি অনুবাদ 'ৰংমিলিৰ কাটাপ্লি' কৰা হৈছে।

অসম সাহিত্য সভাই ৰংবং তেৰাংদেৱৰ নেতৃত্বত সাংস্কৃতিক উপ-সমিতি গঠন কৰি ওজাপালি, কামৰূপীয়া ঢুলীয়া, ভাৰীগান, কুশান গান আদি পৰিৱেশ্য কলাসমূহক লৈ বিজ্ঞানসন্মত আঁচনিৰে কামত অগ্ৰসৰ হোৱাৰ উপৰিও লোক-শিল্প আৰু লোক-শিল্পীসকলৰ কল্যাণৰ বাবে এখন আঁচনি যুগুতাই অসম চৰকাৰৰ হাতত অৰ্পণ কৰিছে।[১৪]

১৯১৭ চনত ১১ খন শাখা-সভা, ২ খন স্বীকৃত সভা আৰু মাত্ৰ ১০জন আজীৱন সভ্যৰে গঠিত অসম সাহিত্য সভা আজি ৫০০ৰ অধিক শাখা সভা, ২০ৰ অধিক স্বীকৃত সভা, ৮৫০ৰ অধিক আজীৱন সভ্যৰে ভৰা বিৰাট অনুষ্ঠান। ইয়াত ইতিমধ্যে অনেক অক্ষয় পুঁজি, ন্যাস পুঁজি, স্মাৰক পুঁজি আদি গঠন হ'ল; যোৰহাট আৰু গুৱাহাটীত নিজা কাৰ্যালয় নিৰ্মাণ হ'ল। ইয়াৰ উদ্যোগত 'চন্দ্ৰকান্ত অভিধান' আৰু দুই খণ্ডত বিভক্ত বেজবৰুৱা গ্ৰন্থাৱলীকে ধৰি ১৫০ৰো অধিক পুথি ছপা হৈ ওলায়। বেজবৰুৱা প্ৰমুখ্যে প্ৰাতঃস্মৰণীয় সভাপতি কেইগৰাকীৰো জন্ম শতবাৰ্ষিকী

উৎসৱ পালন আৰু তাৰ লগতে তেখেতসকলৰ ৰচনাৱলী আৰু স্মৃতিগ্ৰন্থ প্ৰকাশ কৰাৰ উপৰিও সভাই ভাষা-সাহিত্যৰ লগত জড়িত থকা প্ৰত্যাহ্বানবোৰ যথাৰ্থৰূপে গ্ৰহণ কৰি সেইবোৰৰ প্ৰতিকাৰ কৰিবলৈ যত্ন কৰিছে।[১৫]

অসম সাহিত্য সভা অসমৰ জাতীয় অনুষ্ঠান। সভাই জিলা সাহিত্য সভা আৰু বিভিন্ন শাখা সাহিত্য সভাৰ সহযোগত জাতীয় অনুষ্ঠানৰ বৃহত্তৰ স্বাৰ্থত কাৰ্যসূচীবোৰক গাঁওমুখী কৰিছে। সভাই ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ শিল্পী-সাহিত্যিক, সাংবাদিকক আমন্ত্ৰণ জনোৱাটো শলাগিবলগীয়া। কিয়নো ইয়াৰ জৰিয়তে সমগ্ৰ ৰাষ্ট্ৰখনিত সাহিত্য-সংস্কৃতিৰ প্ৰসাৰৰ বাট সুচল হোৱাৰ লগতে সাহিত্যিক শিল্পীৰ ভাব বিনিময় অধিক ব্যাপক হ'ব। নেপালৰ ১১ গৰাকী, ওড়িশাৰ ১৫ গৰাকী, অৰুণাচলৰ ১৭ গৰাকী, মেঘালয়ৰ ৫ গৰাকী, ত্ৰিপুৰাৰ ৩ গৰাকী, পশ্চিমবংগৰ ৭ গৰাকী, নাগালেণ্ডৰ ৩ গৰাকী শিল্পী-সাহিত্যিক-সাংবাদিকে লিডুৰ নিংৰুলা সমন্বয় ক্ষেত্ৰত অংশগ্ৰহণ কৰিছে।[১৬]

বিদেশী নাগৰিকৰ অবাধ প্ৰব্ৰজনৰ ফলত সৃষ্টি হোৱা অসমৰ জটিল সমস্যা, তৎজনিত আন্দোলন আৰু হিংসাত্মক ঘটনাত বিধ্বস্ত অঞ্চলবিলাকত সমন্বয়-সম্প্ৰীতিৰ অভিযানৰ লগত অসম সাহিত্য সভাৰ দীঘলীয়া ইতিহাস আছে।

অসম সাহিত্য সভা আজিৰ তাৰিখতো সৰ্ববৃহৎ জাতীয় অনুষ্ঠানৰূপে অসমবাসীৰ দ্বাৰা সু-স্বীকৃত, জাতীয় সমস্যা যেনে— ৰাজ্যভাষা প্ৰচলন, মাধ্যম আন্দোলন, বিদেশী বহিষ্কৰণ আৰু অন্যান্য জাতীয় সমস্যা সমাধানত প্ৰতিষ্ঠাকালৰে পৰা অসম সাহিত্য সভাই গতিশীল দৃঢ় পদক্ষেপ গ্ৰহণ কৰি আহিছে। অসম সাহিত্য সভাৰ প্ৰতি অসমবাসী ৰাসজৰ সহানুভূতি সদিচ্ছা তথা সহযোগৰ অভাৱ কেতিয়াও নঘটে। অসম সাহিত্য সভাই পৰ্বত-ভৈয়াম সম্প্ৰীতিৰ ওপৰতো গুৰুত্ব দি আহিছে। প্ৰতিবেশী ৰাজ্য কেইখনৰ লগতো মধুৰ সম্পৰ্ক ৰাখিছে। তদুপৰি অসমীয়া ভাষাৰ প্ৰাধান্য নথকা অঞ্চলত কাৰ্যনিৰ্বাহক সভা, আলোচনা চক্ৰ আদিৰ ব্যৱস্থা কৰি সেই সেই অঞ্চলৰ জনসাধাৰণৰ লগত সম্পৰ্কৰ এনাজৰীডাল দৃঢ় কৰিবলৈ চেষ্টা কৰিছে।

১৮৩৬ চনৰ পৰা ১৮৩৭ চনলৈ অসমৰ চৰকাৰী কাৰ্যালয়, বিদ্যালয়ৰ পৰা নিৰ্বাসিত হৈ থকা অসমীয়া ভাষাই যেতিয়া নিজৰ আসন পুনৰ লাভ কৰিলে, তেতিয়া অসমীয়া ভাষাৰ জঁকাটোহে আছিল। এই জঁকাত তেজ-মঙহ দান কৰিলে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা আৰু 'জোনাকীয়ে'। তেজ-মঙহ পালেও তাক সুস্থ-সবল আৰু নিৰাপদ কৰি ৰখাৰ যি সংগ্ৰাম সেই সংগ্ৰাম আজিও অব্যাহত আছে। অসম সাহিত্য সভাই জন্মলগ্নৰ পৰাই এই ঐতিহাসিক দায়িত্ব পালন কৰি অসমীয়া ভাষাক



যোগ্য আসনত প্ৰতিষ্ঠা কৰাৰ গুৰি-ব'ঠা ধৰি আহিছে।

'অসম সাহিত্য সভা'ই অসমৰ মুষ্টিমেয় সাহিত্যিক শ্ৰেণীটোকে সামৰি লোৱা নাই, ই অসমৰ আবাল-বৃদ্ধ-বনিতাৰ অতি হেঁপাহৰ, অতি চেনেহৰ।

সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনসমূহত সমবেত হোৱা জনসমুদ্ৰৰ স্ৰোতে সাহিত্য জনমুখী হোৱাৰে লক্ষণ সূচাইছে। সাহিত্য সভাৰ অধিৱেশনে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ জনসাধাৰণ একত্ৰিত হোৱাৰ এটা অপূৰ্ব সুযোগ দিয়ে। এই সুযোগে সমস্যাজৰ্জৰ দেশখনক সাহিত্য, সামাজিক, সাংস্কৃতিক দিশত জাগৰণমুখী কৰি তুলি স্বকীয় ঐতিহ্য আৰু ঐক্যৰ সুঁতিত নতুন চেতনা প্ৰবাহিত কৰিব পাৰে। মুঠতে 'অসম সাহিত্য সভা'ৰ অধিৱেশনত জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে অসমীয়া মানুহৰ অকুণ্ঠ সহযোগে অসমীয়াত্বৰ পৰিচয় বহন কৰি আহিছে।

গ্ৰন্থপঞ্জী ঃ

১। চৌধুৰী, সতীশ চন্দ্ৰ; ভূঞা প্ৰদীপ (সম্পাঃ) ঃ অসম সাহিত্য সভাৰ ভাষণাৱলী (অসম সাহিত্য সভাৰ সভাপতি সকলৰভাষণৰ সংকলন), পঞ্চম খণ্ড, (১৯৭৩-২০০৫ খ্ৰীষ্টাব্দলৈ), প্ৰথম প্ৰকাশ, ৮ মাৰ্চ, ২০০৮ খ্ৰীঃ।

২। ছাত্তাৰ, আব্দুছ; গোস্বামী, বসন্ত কুমাৰ (সম্পাঃ) ঃ অভিলেখ (১৯১৭-১৯৭৭), প্ৰথম প্ৰকাশ, ২৬ ডিচেম্বৰ, ১৯৭৭, অসম সাহিত্য সভা।

৩। ডেকা, সৎৰাম (সম্পাঃ) ঃ দৰং জিলা সাহিত্য সভা পত্ৰিকা, প্ৰকাশক-সম্পাদক, দৰং জিলা সাহিত্য সভা, দ্বিতীয় সংখ্যা, ২০০৭ খ্ৰীষ্টাব্দ।

৪। মাৰাণ, মোহন; সোণোৱাল, লক্ষ্যধৰ; বুঢ়াগোহাঁই, নৱল কিশোৰ (সম্পাঃ) ঃ স্মৃতিগ্ৰন্থ 'লিডু', প্ৰকাশক— যুটীয়া সাধাৰণ সম্পাদক, আদৰণি সমিতি, অসম সাহিত্য সভাৰ সপ্তম বিশেষ বাৰ্ষিক লিডু অধিৱেশন, ফেব্ৰুৱাৰি, ২০১২।

৫। শইকীয়া চন্দ্ৰ প্ৰসাদ (সম্পাঃ)ঃ গৰীয়সী, ষষ্ঠ বছৰ, পঞ্চম সংখ্যা, ফেব্ৰুৱাৰি, ১৯৯৯।

**সন্দৰ্ভ সূচী ঃ**

১। ছাত্তাৰ, আব্দুছ আৰু গোস্বামী, বসন্ত কুমাৰ ঃ অভিলেখ (১৯১৭-১৯৭৭), পৃঃ ৭-৮

২। পাগুক্ত গ্ৰন্থ, পৃঃ ৯

৩। ডেকা, সৎৰাম (সম্পাঃ) ঃ দৰং জিলা সাহিত্য সভা পত্ৰিকা, পৃঃ ২১-২২

৪। প্ৰাঃ উঃ গ্ৰন্থ ঃ পৃঃ ১৩-১৪

৫। পাগুক্ত গ্ৰন্থ, পৃঃ ১৮

৬। চৌধুৰী, সতীশ চন্দ্ৰ আৰু ভূঞা, প্ৰদীপ (সম্পাঃ) ঃ অসম সাহিত্য সভাৰ ভাষণাৱলী (অসম সাহিত্য সভাৰ সভাপতিসকলৰ ভাষণৰ সংকলন), পৃঃ ৫২০

৭। ছাত্তাৰ, আব্দুছ আৰু গোস্বামী, বসন্ত কুমাৰ (সম্পাঃ) ঃ উক্ত গ্ৰন্থ, পৃঃ ৪৬

৮। ডেকা, সৎৰাম (সম্পাঃ) ঃ পাগুক্ত গ্ৰন্থ, পৃঃ ২২

৯। অসম সাহিত্য সভাৰ নিয়মাৱলী (২০১১), পৃঃ ৪০

১০। মাৰাণ, মোহন; সোণোৱাল, লক্ষ্যধৰ আৰু বুঢ়াগোহাঁই, নৱল কিশোৰ (সম্পাঃ) ঃ স্মৃতিগ্ৰন্থ 'লিডু', পৃঃ ৩৯৬

১০। ৰাজবংশী, পৰমানন্দ ঃ প্ৰধান সম্পাদক বাৰ্ষিক প্ৰতিবেদন, (২০১১-২০১২), পৃঃ ২

১২। মৌজা', দামোদৰ (কংকানি)
শ্ৰোত্ৰিয়, প্ৰভাকৰ (হিন্দী।
শ্ৰীৰামমূৰ্তি, ধেনুভাক'ন্দা (তেলেগু)
ঠাকুৰ, পিনাকী (বাংলা) ঃ ভাৰতবৰ্ষৰ চাৰিটা অঞ্চলৰ পৰা অধিৱেশনলৈ আমন্ত্ৰিত অতিথিৰূপে অহা চাৰিজন বিশিষ্ট সাহিত্যিকৰ ভাষণ, পৃঃ ৩

১৩। অসম সাহিত্য সভা, অধিৱেশনলৈ ওড়িশাৰ পৰা অহা সাহিত্যিকসকল, পৃঃ ৮-৯


# অসম সাহিত্য সভাৰ জন্ম আৰু বিকাশ ঃ সমালোচনাত্মক বীক্ষণ


অমৰজ্যোতি কোঁৱৰ
নিভাশ্ৰী ডেকা


অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সিংহদ্বাৰ আৰু অসমপ্ৰেমী জনগণৰ প্ৰাণৰ অনুষ্ঠান হৈছে 'অসম সাহিত্য সভা'। অসমৰ জনসাধাৰণৰ সংস্কৃতি, জাতীয়তা আৰু সাহিত্যৰ প্ৰতিনিধিত্ব কৰা সংস্থাবোৰৰ ভিতৰত অসম সাহিত্য সভাই প্ৰধান ভূমিকা গ্ৰহণ কৰি আহিছে। 'অসম সাহিত্য সভা'ৰ ক্ৰমাৎ বৃদ্ধি পোৱা এই জনপ্ৰিয়তাৰ মূলতে অসমৰ জনতাৰ সামাজিক তথা সাংস্কৃতিক প্ৰয়োজনে কাম কৰি আছে। সেই কাৰণে 'অসম সাহিত্য সভাৰ ইতিবৃত্তক অসমৰ জনসাধাৰণৰ সামাজিক তথা সাংস্কৃতিক সংগঠনৰ ইতিবৃত্ত বুলি কোৱাটো অনুচিত নহ'ব। 'অসম সাহিত্য সভা'ৰ ইতিহাস অসমৰ জনসাধাৰণৰ আত্মপ্ৰতিষ্ঠাৰ কাৰণে কৰা সংগ্ৰামৰ ইতিহাস। অসমবাসীৰ দৃঢ়তা, ঐক্য তথা ত্যাগৰ এক সুদীৰ্ঘ পৰম্পৰা ইয়াৰ মাজত লুকাই আছে। বিভিন্ন কঠিন পৰিস্থিতি তথা অনিশ্চিত পৰিণামৰ ঘাত-প্ৰতিঘাতৰ মাজেৰে আগবাঢ়ি অহা 'অসম সাহিত্য সভা'ৰ সবল পদক্ষেপে অসমৰ জনসাধাৰণৰ হৃদয়কো সবল কৰাত সমৰ্থ হৈছে। এই অনুষ্ঠানটোৰ জন্ম সম্পৰ্কে আলোচনা কৰিবলৈ হ'লে ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধলৈ আগুৱাই যাব লাগিব।

অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাংগীণ উন্নতিৰ হকে কলিকতা প্ৰবাসী এমুঠি ছাত্ৰই ১৮৮৮ চনৰ ২৫ আগষ্ট তাৰিখে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' নামেৰে এটা অনুষ্ঠানৰ জন্ম দিয়ে। কলিকতা প্ৰবাসী এই ছাত্ৰসকলে অসমীয়া সাহিত্যক বিশ্বদৰবাৰত প্ৰতিষ্ঠা কৰিবলৈ দেহেকেহে খাটিছিল। অসমৰ সকলোবিধ শিক্ষানুষ্ঠানত যাতে অসমীয়া ভাষা প্ৰচলন কৰা হয় আৰু অসমীয়া ল'ৰা-ছোৱালীয়ে যাতে নিজৰ

লেখকদ্বয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ গৱেষক ছাত্ৰ।

মাতৃভাষাত শিক্ষা আহৰণ কৰিবলৈ সুবিধা পায় তাৰ নিমিত্তে শিক্ষা বিভাগৰ দৃষ্টি আকৰ্ষণ কৰাটোও এই সভাৰ অন্যতম উদ্দেশ্য আছিল। তদুপৰি অসমৰ সকলো অঞ্চলতে এটা মাত্ৰ লিখিত ভাষাৰ সৃষ্টি কৰিবলৈ এই সভাই সংকল্প লৈছিল। সেই তেতিয়াই এনে সংকল্প লৈ অসমীয়া ভাষা-সাহিত্যৰ হকে আত্মনিয়োগ কৰা এইসকল ছাত্ৰৰ প্ৰায় আটাইকেইজনে পিছত আধুনিক অসমীয়া সাহিত্যৰ বিভিন্ন দিশত বাটকটীয়া ভূমিকা ল'বলগীয়া হৈছিল। ১৮৮৯ চনত সভাৰ মুখপত্ৰ 'জোনাকী' নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ কৰি এক সাহিত্যিক আন্দোলন গঢ়ি তুলি অসমীয়া আধুনিক সাহিত্যৰ গৌৰৱ ঘোষণা কৰে। সেই চাম অসম প্ৰাণ ব্যক্তিৰ ভিতৰত আছিল— লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, ৰাধাকান্ত সন্দিকৈ, গুণাভিৰাম বৰুৱা, জ্ঞানদাভিৰাম বৰুৱা, ৰমাকান্ত বৰকাকতী, বলিনাৰায়ণ বৰা, ৰত্নেশ্বৰ মহন্ত, গংগাগোবিন্দ ফুকন, আনন্দচন্দ্ৰ আগৰৱালা, সাউদ ভোলানাথ বৰুৱা, দেৱীচৰণ বৰুৱা, ঘনশ্যাম বৰুৱা, মথুৰামোহন বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা, ৰাধিকামোহন ফুকন আদি। এনে ক্ৰমবিকাশৰ মাজেৰে আহি আমাৰ ভাষা সাহিত্য উন্নতিৰ উচ্চ স্তৰত গতি কৰে। 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' গঠিত হোৱাৰ পিছত অসমীয়াসকলৰ মাজত এক নতুন জাতীয় জাগৰণৰ সূচনা হয়। এই অনুষ্ঠানৰ আদৰ্শ আৰু লক্ষ্যক আগত ৰাখি অসমৰ চহৰসমূহতো অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ কিছুমান শাখা সভা গঠিত হয়। ১৯১৪ চনত গুৱাহাটী অ.ভা.উ.সা. সভাই সদৌ অসম ভিত্তিত একত্ৰিত হৈ এখন বৃহত্তৰ সাহিত্য সন্মিলন পতাৰ কথা চিন্তা কৰে। এই উদ্যোগত আগভাগ লৈছিল বিশেষকৈ চন্দ্ৰনাথ শৰ্মা, কালিৰাম দাস প্ৰভৃতি সভাৰ সদস্যসকলে। এই চিন্তাই এদিন বাস্তৱ ৰূপ পালে। ১৯১৭ চনৰ ২৬ ডিচেম্বৰত শিৱসাগৰত অনুষ্ঠিত হোৱা আছাম এছোচিয়েশ্যনৰ ৰভাতে 'সদৌ অসমৰ সাহিত্য সন্মিলনী'ৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়। ১৯১৭ চনতে অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশ আৰু প্ৰসাৰৰ উদ্দেশ্যৰে অসম সাহিত্য সভাৰ জন্ম হয়। পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত সভাৰ প্ৰথম অধিবেশন শিৱসাগৰত অনুষ্ঠিত হৈছিল। সেই সময়ত সভাৰ নাম আছিল 'সদৌ আসাম সাহিত্য সন্মিলনী।' ১৮৬০ খ্ৰীষ্টাব্দৰ ২১ নম্বৰ আইন অনুসৰি ১৯২৪ খ্ৰীষ্টাব্দৰ ৫ মে' তাৰিখে 'আসাম সাহিত্য সভা' হিচাপে পঞ্জীয়নভুক্ত হয়। কুৰি বছৰৰ পিছত সেই শিৱসাগৰতে ১৯৪৪ চনত অনুষ্ঠিত হোৱা অধিবেশনৰ পৰা 'অসম সাহিত্য সভা' হিচাপে জনাজাত হয় আৰু তেতিয়াৰ পৰা এই নামেই চলি আহিছে।

অসম সাহিত্য সভাৰ বৰ্তমানৰ প্ৰতীকটো ১৯৬০ খ্ৰীষ্টাব্দৰ ২৮ অক্টোবৰত গ্ৰহণ কৰা হয়। প্ৰতীকটো আঁকিছিল শিল্পী যুগল দাসে। প্ৰতীকটো এনে ধৰণৰ - এখন ঠগাত থকা সাঁচিপতীয়া পুথিৰ ওপৰত মাটিৰ চাকি, তাৰ চাৰিওফালে 'চিৰ চেনেহী মোৰ ভাষা জননী' লিখা আছে আৰু তলত এটি তৰা আছে। ঠগাৰ তলৰ ভূমিত 'অসম সাহিত্য সভা' লিখা আছে। প্ৰতীকৰ বেদীত 'অসম সাহিত্য সভা' নামটোৱে সভাক ধৰি ৰাখিছে। বেদীৰ ওপৰত থকা শৰাইখনি জাতীয় সাংস্কৃতিক সৌধৰ নিদৰ্শন। সৌধস্বৰূপ শৰাইত প্ৰতিষ্ঠিত হৈছে এখনি পুথি। এই পুথি আমাৰ সমগ্ৰ মানৱীয় জ্ঞান, বিদ্যা, শিল্প, সাহিত্য আৰু বাঞ্চিত প্ৰমূল্যসমূহৰ আধাৰ। ধ্ৰুৱ তৰাটি এই সাধনাৰ লক্ষ্য। সভাৰ প্ৰতীক সভাৰ সকলো জিলা সভা, শাখা সভা আৰু প্ৰয়োজন অনুযায়ী স্বীকৃত সভাই ব্যৱহাৰ কৰিব পাৰিব।

লক্ষ্মীনাথ বেজবৰুৱাৰ 'অসম সংগীত'ৰ প্ৰথম স্তৱকটি সভাৰ পতাকা উত্তোলনৰ গীত হিচাপে ব্যৱহাৰ কৰা হয়। মিত্ৰদেৱ মহন্ত ৰচিত 'চিৰ চেনেহী মোৰ ভাষা জননী' গীতটি সভাৰ অনুষ্ঠানৰ আৰম্ভণী গীত হিচাপে আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ "অ' মোৰ আপোনাৰ দেশ" গীতটি সভাৰ সামৰণী গীত হিচাপে ব্যৱহাৰ কৰা হয়।

অসম সাহিত্য সভাৰ প্ৰথমখন কাৰ্যনিৰ্বাহক সভাত বিষয়ববীয়াসকলকে ধৰি মুঠ ৪৩ জন সদস্য আছিল। সেইসকলৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা, মফিজুদ্দিন আহমদ হাজৰিকা, সত্যনাথ বৰা, চন্দ্ৰনাথ শৰ্মা, সিংহদত্তদেৱ অধিকাৰী, অমৃতভূষণ অধিকাৰী, নীলমণি ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰী, ৰত্নকান্ত বৰকাকতী, ৰাধানাথ ফুকন, কুলধৰ চলিহা, মহাদেৱ শৰ্মা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, কীৰ্তিনাথ বৰদলৈ, মোছলেহউদ্দিন আহমেদ, পূৰ্ণানন্দ শৰ্মা পাঠক, জেহিৰুদ্দিন আহমেদ আদি সু-সাহিত্যিক আৰু দেশপ্ৰাণ ব্যক্তিসকল আছিল। প্ৰথমখন কাৰ্যনিৰ্বাহক সভাই পোন প্ৰথমে যোৰহাট সাহিত্য সভাক শাখা স্বৰূপে স্বীকৃত দিয়ে।

বৰ্তমান অসম সাহিত্য সভাৰ এহাজাৰৰো অধিক শাখা সমগ্ৰ অসমত আৰু অসমৰ বাহিৰতো আছে। অসম সাহিত্য সভাৰ মুখ্য কাৰ্যালয় যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অৱস্থিত। গুৱাহাটী, ডিফু, ধুবুৰী আৰু ডিব্ৰুগড়ত থকা শাখাবোৰে বৰ্তমান সফলতাৰে কাৰ্য সম্পাদন কৰি আছে। ঘাইকৈ অসম ৰাজ্যই সভাৰ কাৰ্যক্ষেত্ৰ হোৱাৰ লগতে সভাৰ কাৰ্য দেশৰ বিভিন্ন স্থানলৈ আৰু দেশৰ বাহিৰলৈও সম্প্ৰচাৰিত হয়।

১৯১৭ চনৰ পৰাই এই সাহিত্য অনুষ্ঠানৰ বাৰ্ষিক অধিবেশন হৈ আছে। অৱশ্যে ভাৰতৰ স্বাধীনতা আন্দোলন, দ্বিতীয় মহাযুদ্ধৰ সংকট, অসমৰ অস্তিত্ব ৰক্ষা আন্দোলন আদিৰ কাৰণে কেইখনমান অধিবেশন ঠিক সময়ত অনুষ্ঠিত হোৱা নাছিল। ১৯১৭ চনৰ পৰা বৰ্তমানলৈকে এই সুদীৰ্ঘ কালছোৱাত সভাৰ সাংগঠনিক খেলি-

মেলিও মাজতে হৈছিল। তেনে খেলি-মেলিৰ বাবে পঞ্চাশৰ দশকত কেবাখনো অধিবেশন হোৱা নাছিল। সেয়ে হ'লেও এই পৱিত্ৰ অনুষ্ঠানটো পিছলৈ অধিক শক্তিশালী হৈ পৰে।

যিকোনো অনুষ্ঠানৰ গতিশীলতা নিৰ্ভৰ কৰে ঘাইকৈ সম্পাদকজনৰ ওপৰত। এই অনুষ্ঠানটোক যিজনে দেহেকেহে গঢ়ি তুলিছিল সেইগৰাকী হ'ল শৰৎ চন্দ্ৰ গোস্বামী। সাত বছৰকাল অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰি গোস্বামীদেৱে এই অনুষ্ঠানটোক সুকীয়া মৰ্যাদা দিলে। তেওঁৰ কাৰ্যকালতে সভাৰ কেন্দ্ৰীয় কাৰ্যালয়-চন্দ্ৰকান্ত সন্দিকৈ ভৱনটি নিৰ্মাণৰ কাম চৰকাৰৰ অনুদান পোৱা মাটিত আৰম্ভ হয়। সেই বছৰেই 'অসম সাহিত্য সভাখনো পঞ্জীয়ন কৰা হয়। অসমৰ স্নায়ুকেন্দ্ৰ গুৱাহাটীত গীতিকবি পাৰ্বতীপ্ৰসাদ বৰুৱাৰ ৩০ হাজাৰ টকা দানেৰে আৰু কেন্দ্ৰীয় চৰকাৰৰ আৰ্থিক অনুদানেৰে নিৰ্মাণ কৰা ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ দুৱাৰ মুকলি কৰা হয় ১৯৬৫ চনত। সভাৰ আন এটি ভৱন সংগীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱা সদন ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ সমীপতে ১৯৮৪ চনত মুকলি কৰা হয়। গোস্বামীদেৱৰ পিছত পূৰ্ণানন্দ শৰ্মা পাঠক, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, ড০ মহেশ্বৰ নেওগ, প্ৰয়াত হৰিপ্ৰসাদ নেওগ আৰু ড০ নগেন শইকীয়াই বিভিন্ন দিশত নিয়াৰিকৈ আৰু যোগ্যতাৰে সভাৰ কাম সম্পাদন কৰি অনুষ্ঠানটোক সুকীয়া মৰ্যদা দিয়ে।

অসম সাহিত্য সভাৰ উদ্দেশ্য সম্পৰ্কে নিয়মাৱলীৰ দ্বিতীয় ছেদত এইদৰে আছে - "অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীণ উন্নতি কৰাই এই সভাৰ ঘাই উদ্দেশ্য। লগতে অসমৰ থলুৱা ভাষা, সাহিত্য, সংস্কৃতিৰ উন্নয়নৰ বাবে কাম কৰাও সভাৰ অন্যতম উদ্দেশ্য হ'ব।" সেই উদ্দেশ্যে তলত দিয়া ধৰণে কাৰ্য কৰিবলৈ সভা যত্নপৰ হ'ব -

১। অভিধান, ব্যাকৰণ আৰু অন্যান্য গ্ৰন্থৰ সংকলন আৰু প্ৰকাশ কৰা ;
২। প্ৰাচীন সাহিত্য আৰু লোক-সাহিত্যৰ অনুসন্ধান, সংগ্ৰহ, গৱেষণা আৰু প্ৰকাশ কৰা ;
৩। অসমীয়া সাহিত্যত যি যি বিষয়ৰ পুথিৰ অভাৱ ; সেই অভাৱ দূৰ কৰা ;
৪। প্ৰকাশিত গ্ৰন্থৰ ভিতৰত উপযুক্ত গ্ৰন্থৰ গ্ৰন্থকাৰক বঁটা আৰু সামৰ্থহীন সাহিত্যিকক সাহায্য প্ৰদান কৰা ;
৫। সংগীত, চিত্ৰবিদ্যা আৰু ভাস্কৰ্যবিদ্যাৰ উন্নতিসূচক কাৰ্য কৰা ;
৬। সভাৰ এখন মুখপত্ৰ আৰু প্ৰচাৰ পত্ৰ প্ৰকাশ কৰা ;
৭। ভাষা আৰু সাহিত্যৰ প্ৰচাৰ-পত্ৰাদি প্ৰকাশ কৰা ;



৮। ভাষা-সাহিত্য-সংস্কৃতিৰ গৱেষণাকেন্দ্ৰ স্থাপন কৰা ;
৯। সাহিত্য আৰু সংস্কৃতি সম্পৰ্কীয় বিনিময় আঁচনি কাৰ্যকৰী কৰা ;
১০। অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ উন্নয়ন আৰু বিকাশৰ ক্ষেত্ৰত থকা অন্তৰায় দূৰ কৰা;
১১। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ অৰ্থে আন আন কাৰ্য কৰা ।

ওপৰত উল্লেখ কৰা উদ্দেশ্যলৈয়ে সভাই কাম কৰি আহিছে। যেতিয়াই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু জাতীয় জীৱনলৈ নানা দুৰ্যোগ আৰু প্ৰতিবন্ধক আহিছে তেতিয়াই সভা গৰজি উঠিছে। অকল প্ৰস্তাৱ লোৱাতে ক্ষান্ত নাথাকি হাতে-কামেও লাগিছে। সভাই প্ৰকাশনতো গুৰুত্ব দি আহিছে। এই উদ্দেশ্যে কেবাগৰাকী প্ৰথিতযশা সাহিত্যিকৰ গ্ৰন্থাৱলী আৰু কেবাগৰাকী বৰেণ্য ব্যক্তিৰ জীৱনী গ্ৰন্থ উলিওৱাৰ উপৰি 'অসমৰ জনজাতি', 'পৱিত্ৰ অসম', 'বিংশ শতাব্দীৰ অসমীয়া সাহিত্য', 'প্ৰবন্ধ সঞ্চয়ন', 'সাহিত্য সমীক্ষা', 'অসমীয়া জাতিৰ ইতিবৃত্ত', 'শিশুজ্ঞানকোষ' আদি বিভিন্ন দিশৰ উচ্চমানৰ গ্ৰন্থ প্ৰকাশ কৰিছে। সভাৰ মুখপত্ৰ 'অসম সাহিত্য সভা পত্ৰিকা' ১৯২৬ চনৰে পৰা প্ৰকাশ পাই আহিছে। ১৯৩৩ চনত সভাই 'চন্দ্ৰকান্ত অভিধান' প্ৰকাশ কৰে। তদুপৰি চাহ বাগিচাৰ অসমীয়াকে ধৰি অসমৰ থলুৱা জনগোষ্ঠীসমূহৰ বিভিন্ন বিষয়ৰ গ্ৰন্থ সভাই প্ৰকাশ কৰি উলিয়াইছে। প্ৰাক্তন সভাপতি শ্ৰীযজ্ঞেশ্বৰ শৰ্মাৰ তৎপৰতাত অসমৰ সংগীত, চিকিৎসা, খনিজ, বনজ আদি বিষয়ক কেবাখনো সুলভ মূল্যৰ পুথি প্ৰকাশ পাইছিল। সভাই এতিয়ালৈকে চাৰিশৰো অধিক গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে। আনহাতে সভাই দানীলোকসকলৰ দানেৰে বিভিন্ন ব্যক্তিৰ সোঁৱৰণত প্ৰতিযোগিতা পাতি বা বঁটা প্ৰদান কৰি লেখক-লেখিকাসকলক উৎসাহ যোগাই আহিছে। সেইদৰে বৰেণ্য সাহিত্যিকসকলৰ জন্ম আৰু মৃত্যু শতবাৰ্ষিকী যথাবিহিত কাৰ্যসূচীৰে পালন কৰি আহিছে। সভাই সময়ে সময়ে স্মাৰক বক্তৃতাৰো আয়োজন কৰি বিশেষ একো একোটা বিষয়ৰ ওপৰত খ্যাতিসম্পন্ন পণ্ডিতসকলৰ দ্বাৰা প্ৰদান কৰাই আহিছে। অসমৰ গুণী সাহিত্যিকসকলক মূল সভাত সম্বৰ্ধনা জনোৱাৰ ব্যৱস্থা কৰি সভাই আন এক প্ৰশংসনীয় কাম কৰিছে। আনহাতে বিভিন্ন ৰাজ্যৰ প্ৰখ্যাত লেখক-লেখিকাসকলক মূল সভালৈ সন্মানিত অতিথি হিচাপে নিমন্ত্ৰণ কৰি আনি সমন্বয়ৰ সেঁতু দৃঢ় কৰিছে। সভাই প্ৰাচ্যতত্ত্বৰ চৰ্চা আৰু গৱেষণাত মৌলিক আৰু একক বৰঙণি আগবঢ়োৱা বাবে কৃষ্ণকান্ত সন্দিকৈ আৰু ড০ মহেশ্বৰ নেওগক অসম সাহিত্য সভাৰ 'সদস্য মহীয়ান' ৰূপে বৰণ কৰিছে। সেইদৰে আজীৱন সাহিত্য সাধনাৰ স্বীকৃতি স্বৰূপে মিত্ৰদেৱ মহন্ত, অতুলচন্দ্ৰ হাজৰিকা, বিনন্দচন্দ্ৰ বৰুৱা, যজ্ঞেশ্বৰ শৰ্মা আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্মাক 'সাহিত্যচাৰ্য' উপাধি প্ৰদান কৰিছে।

সভাই ১৯২৪ চনৰ পৰা মূল অধিবেশনৰ লগতে বুৰঞ্জী সন্মিলন, কবি সন্মিলন, বিজ্ঞান সন্মিলন, আলোচনা চক্ৰ আদিৰে একো একোখন শাখা সন্মিলনৰো আয়োজন কৰি আহিছে। সভাই পৰ্বত-ভৈয়াম সম্প্ৰীতিৰ ওপৰতো বিশেষ গুৰুত্ব দি আহিছে। কাৰ্যনিৰ্বাহক সভা, লেখক শিবিৰ আদি অসমীয়া ভাষীৰ প্ৰাধান্য নথকা অঞ্চলত অনুষ্ঠিত হৈছে। সভাৰ চতুঃপঞ্চাশত্তম অধিবেশন বৰাক উপত্যকাৰ হাইলাকান্দি চহৰত সফলতাৰে হৈ যায়। ই সভাৰ এক উল্লেখযোগ্য সাফল্য। সভাই অসমত বাস কৰা অনা-অসমীয়াসকলৰ শিক্ষাৰ সুবিধাৰ কাৰণে ১৯৬২ চনৰ পৰা ভাষাজ্ঞান পৰীক্ষাৰ ব্যৱস্থা কৰিছে। সভাই অনা-অসমীয়াসকলৰ বাবে প্ৰাথমিক, মাধ্যমিক, প্ৰাক্ মাধ্যমিক, প্ৰাক্ ভাৰতী আৰু ভাৰতী এইকেইটা ভাগত অসমীয়া ভাষাজ্ঞান পৰিচালনা কৰে। বিভিন্ন জনগোষ্ঠীৰ মাজত এনেকৈয়ে সমন্বয় গঢ়ি তুলিবলৈ সভাই পাৰ্যমানে চেষ্টা চলাই আহিছে।

এতিয়া অসম সাহিত্য সভা নিজস্ব মহিমাৰেই মহিমামণ্ডিত। অসম আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক ভালপোৱা সকলোৰে কাৰণে সভাৰ দুৱাৰ মুকলি। ১৯৫৩ চনত শ্বিলঙত অনুষ্ঠিত হোৱা অধিবেশনৰ পৰা অসম সাহিত্য সভাৰ মঞ্চত ৰজাঘৰৰ লোকৰো দেখনীয়াৰকৈ প্ৰৱেশ ঘটিল। এই বৃহৎ জাতীয় অনুষ্ঠানটোৰ জনপ্ৰিয়তা বাঢ়ি অহাৰ লগে লগে বিভিন্ন চৰকাৰৰো অনুষ্ঠানটোৰ প্ৰতি দৃষ্টি পৰিল। মঞ্চত দেশৰ কৰ্ণধাৰ ৰাষ্ট্ৰপতিকো দেখা গ'ল। অসম সাহিত্য সভাৰ অধিবেশনত বিপুল জনসমাগম দেখি কোনো কোনোৱে বিস্ময় প্ৰকাশ কৰিলে। সাহিত্য সভাৰ একোখন অধিবেশন একোটা বাৎষৰিক উৎসৱৰ দৰে। সাহিত্য সভাৰ অধিবেশন চাবলৈ লাখ লাখ জনতা একেলগে সন্মিলিত হয়।

সুদীৰ্ঘ পচাসৈটা বছৰ অতিবাহিত কৰা অসমৰ জাতীয় জীৱনৰ সৰ্ববৃহৎ অনুষ্ঠানৰূপে অভিষিক্ত অসম সাহিত্য সভাৰ প্ৰাসংগিকতা সম্পৰ্কে প্ৰশ্ন উত্থাপন হোৱাটো বৰ্তমান সময়ত এটা গুৰুত্বপূৰ্ণ বিষয় হৈ পৰিছে। ভাষা-সংস্কৃতি-সাহিত্যৰ বিভিন্ন সংকটকালত স্বদেশ-স্বজাতিৰ সিংহদুৱাৰত জাগ্ৰত প্ৰহৰীৰূপে নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিব পৰা বাবেই সাহিত্য সভা অসমৰ এক প্ৰাণৰ অনুষ্ঠানত পৰিণত হৈছিল। অসমীয়া জাতিয়ে নিজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত অহৰহভাৱে যি অপৰাজেয় সংগ্ৰাম চলাই আহিছে সেই সংগ্ৰামৰ ইতিহাসেই অসম সাহিত্য সভাৰো চালিকাশক্তি। সাহিত্য সভাৰ দৰে অনুষ্ঠানে এক মৰ্যাদাপূৰ্ণ স্থানত অভিষিক্ত হৈ কেবা দশককাল জুৰি আপোন মহিমাৰে মহিমামণ্ডিত হৈ উঠিলেও সময় পৰিৱৰ্তনৰ লগে লগে বিশাল অসমীয়া জাতিৰ সকলোকে পৰম আত্মীয়তা আৰু মহানুভৱতাৰে আঁকোৱালি ল'ব নোৱাৰা বুলি সম্প্ৰতি এটা আক্ষেপৰ সুৰ সকলো মহলতে প্ৰায়



স্পষ্টভাৱেই শুনা গৈছে। সাহিত্য সভাক লৈ আৱেগ উচ্ছ্বাসৰ আতিশয্য যিমান, ঠিক সিমানেই সমালোচনা চলিছে ইয়াৰ ব্যৰ্থতাক কেন্দ্ৰ কৰি। আত্মসমালোচনাৰ দৃষ্টিৰে চালে সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে এই কথাও হৃদয়ংগম কৰিবলৈ সক্ষম হ'ব যে জাতীয় জীৱনৰ সৰ্ববৃহৎ অনুষ্ঠানটো বৰ্তমান যুগৰ প্ৰয়োজনৰ লগত খাপ খুৱাব নোৱাৰা অৱস্থাত উপনীত হৈছে। সংবৰ্ধন, সংশ্লেষণৰ অনিৰুদ্ধ গতিত অসমীয়া ভাষা আজি সমৃদ্ধ। অসমীয়া শব্দটোৱে কেৱল কোনো জনগোষ্ঠীৰ ভাষিক পৰিচয়কে নিদিয়ে ; ই অসমৰ বৰ্ণাঢ্য পটভূমিত বিভিন্ন জনগোষ্ঠীৰ সমন্বিত ৰূপৰো সমৃদ্ধ পৰিচয়। গতিকে এই সকলোৰে প্ৰতি সাহিত্য সভাৰ দায়িত্ব অপৰিসীম।

এটা কথা লক্ষ্যনীয় যে যিটো সময়ত সমগ্ৰ বিশ্বত জ্ঞান-বিজ্ঞান, চিন্তা-চৰ্চাৰ বিস্ফোৰণ ঘটিছে ; আধুনিক সমাজত প্ৰয়োজন দিনক দিনে বৃদ্ধি পাই গৈছে, তেনে অৱস্থাত এই বৰ্ধিত প্ৰয়োজনৰ লগত সংগতি ৰখাকৈ সাহিত্য সৃষ্টি নাইবা চিন্তা-চৰ্চাৰ অনুকূল পৰিৱেশ সাহিত্য সভাৰ দৰে অনুষ্ঠানে গঢ় দিব পৰা নাই। সাহিত্য সভাৰ দৰে অনুষ্ঠানে সাহিত্যিক সৃষ্টি নকৰে, তাৰ বাবে প্ৰয়োজনীয় সাহিত্যৰ পৰিৱেশহে গঢ় দিয়ে। নিজৰ ভাষাৰ জীৱনীশক্তিৰ সৰ্বশ্ৰেষ্ঠ প্ৰমাণ হ'ল সেই ভাষাৰ যোগেদি সেই ভাষা-ভাষী লোকে পৃথিৱীৰ সকলো মহৎ চিন্তা, দৰ্শন, সাহিত্য, বৈজ্ঞানিক আৱিষ্কাৰৰ কাহিনী সম্যকভাৱে জানিব পাৰিব লাগিব। শব্দৰ সেই শক্তি আছে বাবেই ভাষা মানৱ সভ্যতাৰ শ্ৰেষ্ঠ মাধ্যম। অসমীয়া ভাষাত সেইবোৰ চিন্তা তাত্বিক আৰু বিশ্লেষণৰ মহত্বৰে সম্পূৰ্ণভাৱে প্ৰকাশ হোৱা নাই। অসমীয়া ভাষাৰ শক্তি অপৰিমেয়। এই ভাষাত এনে পৰ্যাপ্ত পৰিমাণৰ শব্দ আছে যাৰ মাজেৰে সেই চিন্তাৰাশি প্ৰকাশ কৰিব পাৰি। সাহিত্য সভাই সেই দায়িত্ব গভীৰ বিশ্বাসেৰে পালন কৰিব লাগিব।

অসমীয়া জাতি সম্প্ৰতি ডাঙৰ সংকটৰ সন্মুখীন হৈছে। এই সংকট কেইবা ফালৰ পৰা আহিছে। জাতি-জনজাতিৰ মাজত হোৱা বিবাদ, মৌলবাদী দৃষ্টিকোণ, দুস্কৃতি বা অপসংস্কৃতি, দাৰিদ্ৰ, অন্ধবিশ্বাস, মধ্যবিত্তৰ ঐশ্বৰ্য আৰু ক্ষমতালোভ, দুৰ্নীতি, লেতেৰা ৰাজনীতি, শিল্প সংকট, বজাৰবাদী ব্যৱস্থা, বৌদ্ধিক জিজ্ঞাসাৰ অভাৱ, প্ৰকৃত সংস্কৃতি আৰু জনসাধাৰণৰ মাজত বিচ্ছেদ, মানৱতাবোধৰ মৃত্যু, সংকীৰ্ণতা আদি এশ-এবুৰি অশুভ লক্ষণৰ মাজত সোণৰ অসমৰ স্বপ্ন ধূলিসাৎ হৈছে বুলি ক'লে ভুল কোৱা নহ'ব। এই সন্ধিক্ষণত সাহিত্য সভাৰ কৰ্তব্য আৰু দায়িত্বৰ কথা স্বাভাৱিকতে আহে। জাতীয় অনুষ্ঠান হিচাপে সভাৰ আচৰণৰ ওপৰত সকলোৱেই চকু ৰাখিছে আৰু ভৱিষ্যতলৈও ৰাখিব। এনে ধৰণৰ সামগ্ৰিক সংকট আগতে দেখা দিয়া নাছিল। সেইবাবে সাহিত্য সভাই এতিয়া প্ৰতিটো খোজ সতৰ্কতাৰে দিব লাগিব।

অসম সাহিত্য সভাৰ এখন শাখা বা জিলা সভাই স্থানীয় মানুহৰ ভৌতিক

আৰু মানসিক বিকাশত সহায় কৰা, উদীয়মানসকলক নতুন ধাৰণা বা চিন্তাৰে উদ্বুদ্ধ কৰা, অধ্যয়নৰ সুযোগ দিয়া, পুৰণিক নতুনকৈ চাবলৈ শিকোৱা, দৰিদ্ৰ আৰু মেধাবী ডেকা-গাভৰুক সৃষ্টিশীল হ'বলৈ প্ৰেৰণা দিয়া, সংকীৰ্ণতাৰ পৰা বৃহত্তৰ ভাৱনাৰ ফালে গতি কৰাত উদ্‌গণি দিয়া আদি কাম কৰিলেহে সভাখনৰ অস্তিত্ব মানুহে বুজিব আৰু সভাৰ ওপৰত সকলোৰে বিশ্বাস জন্মিব।

অসম সাহিত্য সভাৰ শক্তি আৰু গৌৰৱৰ উৎস হ'ল ইয়াৰ উজ্জ্বল ঐতিহ্য। কুৰি শতিকাৰ আগভাগতে অসমৰ কৃতি আৰু গুণী সুসন্তানসকলে প্ৰতিষ্ঠা কৰি থৈ যোৱা এই অনুষ্ঠানটোৱে জাতি-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে সকলো অসমীয়া ভাষী মানুহৰ আদৰ আৰু সমৰ্থন পাই আহিছে। যিসকল থলুৱা অসমবাসীৰ মাতৃভাষা অসমীয়া নহয় ; কিন্তু জীৱন-নিৰ্বাহৰ বাবে অসমীয়া ভাষা অত্যাৱশ্যকীয়, সেইসকলৰ পৰাও দুটামান দশকৰ আগলৈকে সাহিত্য সভাই অকৃপণ সহানুভূতি আদায় কৰি আহিছিল। অসমীয়া ভাষাক অধিকতৰ আত্মীয় কৰি তোলাৰ আগ্ৰহো প্ৰকট হৈ উঠিছিল। কেইটামান ৰাজনৈতিক তথা সামাজিক ঘটনা প্ৰবাহৰ হেতুকে সেই প্ৰক্ৰিয়াটো যে বিঘ্নিত হৈছে সেইটো অস্বীকাৰ কৰিব নোৱাৰি। সমূহ অসমবাসীৰ ভাষা-সংস্কৃতি সুৰক্ষা দিয়া আৰু তাৰ উৎকৰ্ষ সাধন কৰিবৰ বাবে অসম সাহিত্য সভাই পদে পদে দূৰদৰ্শিতা আৰু উদাৰতাৰ পৰিচয় দিব লাগিব। পৰিৱৰ্তিত পৰিস্থিতিৰ লগত খাপ খুৱাই চলাটো এতিয়া অতি জৰুৰী হৈ পৰিছে।

অসমৰ বিভিন্ন জনগোষ্ঠীৰ সমস্যা সমাধানত অসম সাহিত্য সভাই প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে। ভূমিকাত পৰা অধিক ফলপ্ৰসূ কাম হয়। দুখৰ বিষয় যে, স্বাধীনতাৰ আগলৈকে বিভিন্ন জনগোষ্ঠীৰ মাজত সমন্বয় সাধনত সাহিত্য সভাই যিদৰে ভূমিকা ল'ব লাগিছিল নল'লে। অৱশ্যে, তেতিয়া এতিয়াৰ দৰে সমস্যাবোৰে মূৰ দাঙি উঠা নাছিল। সেয়া হ'লেও সভাই সমন্বয় সাধনত তেতিয়াই বহুখিনি গঠনমূলক কাম কৰা হ'লে নিশ্চয় আজিৰ এই অৱস্থাৰ উদ্ভৱ নহ'লহেঁতেন। অন্ততঃ জনসংযোগ স্থাপন আৰু সম্প্ৰীতি সাধনত তেতিয়াই গুৰুত্ব দিয়া উচিতআছিল।

অসম সাহিত্য সভাই বৰ্তমান এনেবোৰ বিষয়ত গুৰুত্ব দিছে। বিভিন্ন জনগোষ্ঠীৰ লগত মধুৰ সম্পৰ্ক গঢ়ি তুলিবৰ কাৰণে পাৰ্যমানে চেষ্টা কৰিছে। আদান-প্ৰদানৰ মাধ্যমেৰেই সম্পৰ্ক দৃঢ় হয়।

সম্প্ৰতি জাতি-জনজাতিৰ মাজত ভুল বুজাবুজিৰ ফলত নানান বিবাদৰ সৃষ্টি হৈছে। সাহিত্য সভাই জনজাতীয়-অজনজাতীয় সকলো ভাষাক সামৰিব পৰা লেখক



শিবিৰ, কবি সন্মিলন, ভাষা সন্মিলন বছৰেকত অন্ততঃ ছখনকৈ অনুষ্ঠিত কৰা উচিত আৰু তাত উমৈহতীয়া আঁচনি প্ৰণয়ন কৰি চৰকাৰক হেঁচা দিয়া উচিত। এনে এটা পৰিৱেশেহে আমাৰ মাজত থকা ইমানদিনৰ ভুল বুজাবুজি আঁতৰ কৰিব পাৰিব। প্ৰয়োজনৰ খাতিৰতে একমাত্ৰ সংযোগী ভাষা হিচাপে অসম প্ৰদেশত গঢ় লোৱা অসমীয়া ভাষাৰ সৰ্বাংগীণ বিকাশৰ লগে লগে সহযোগী ভাষা হিচাপে অসমৰ অন্যান্য থলুৱা ভাষাই যাতে হেৰোৱা আত্মমৰ্যাদা ঘূৰাই পাই তাৰ বাবে অসম সাহিত্য সভাই বাটকটীয়া অনুষ্ঠান হিচাপে অন্যান্য ভাষা-সাহিত্যৰ অনুষ্ঠানক একেখন উমৈহতীয়া মঞ্চত বহুৱাবলৈ আগভাগ ল'ব লাগিব। যি মহৎ উদ্দেশ্য লৈ 'ভাষা সমন্বয় মঞ্চ' (১৯৯০) গঢ়ি উঠিছিল তাক পুনৰ কাৰ্যক্ষম কৰি তুলিব লাগিব। অসমৰ ভৌগোলিক পৰিসীমাৰ মাজত থকা সকলো লোকৰ ভাষাক সাহিত্য সভাই পূৰ্ণাংগ ভাষাৰূপে গ্ৰহণ কৰি সেইবোৰ ভাষাৰ শ্ৰেষ্ঠ ৰচনাখিনি অসমীয়া ভাষালৈ আৰু অসমীয়া ভাষাৰ শ্ৰেষ্ঠ ৰচনাখিনি সেইবোৰ ভাষালৈ অনুবাদ কৰি ভাষা-সাহিত্যৰ মাজেৰে অসমত এক ঐক্যবদ্ধ সৃষ্টিশীল পৰিৱেশ গঢ় দিব লাগিব।

অসম সাহিত্য সভাই দলগত ৰাজনৈতিক, সাম্প্ৰদায়িক আৰু স্বাৰ্থৰ ঊৰ্ধত থাকি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতিৰ চিন্তা কৰি আহিছে যদিও সভাৰ আৰু অধিক সক্ৰিয়তা ৰাইজে বিচাৰে। প্ৰকৃত সাহিত্যিকৰ মাজত সাহিত্যিক পেন্সন বিতৰণ আৰু অভাৱ-গ্ৰস্ত সাহিত্যিকলৈ অনুদান যোগানৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ বহুখিনি কৰণীয় আছে বুলি ৰাইজে ভাৱে।

অসম সাহিত্য সভাই সুদীৰ্ঘ বছৰীয়া কাৰ্যকালত বহুত কামেই কৰিছে। বৰ্তমান সাহিত্য সভাই পাঁচদফীয়া আঁচনি ঘোষণা কৰি সু-স্বাস্থ্য, পৰিৱেশ সংৰক্ষণ, অৰ্থনৈতিক বিকাশ আদিৰ নিচিনা কিছুমান সমাজমুখী আঁচনিও গ্ৰহণ কৰা পৰিলক্ষিত হৈছে। অসম সাহিত্য সভা মূলতঃ যিহেতু সাহিত্যিকৰ অনুষ্ঠান, গতিকে সাহিত্য সভাই অকণমান সাহিত্যিকসকলৰ হিতৰ বাবেও চিন্তা কৰিব লাগিব।

সাহিত্য সভাৰ অধিবেশনবোৰে প্ৰত্যক্ষভাৱে সাহিত্য সৃষ্টি নকৰে হয় কিন্তু অসমীয়া ভাষাটোৰ প্ৰতি ইমানবোৰ মানুহৰ স্বতঃস্ফূৰ্ত আগ্ৰহৰ প্ৰকাশে সাহিত্যিকসকলক আশ্বস্ত কৰে। সাহিত্যৰ যথাযথ মোল বুজা মানুহহে সাহিত্য সভালৈ যাব লাগে, সেইটো কথা নহয়। যিসকলে সাহিত্যৰ মোল নুবুজে সাহিত্য তেওঁলোকৰ বাবেও। দূৰৰ পৰা হ'লেও, অজ্ঞাতে হ'লেও সাহিত্যই তেওঁলোকৰ জীৱন চুই যায়। সাহিত্যৰ এটা সাৰ্বজনীন আকৰ্ষণীয়তা আছে। সকলো সাহিত্যিক সাহিত্য সভাৰ সৈতে জড়িত হ'ব লাগিব বুলি কথা নাই। মাত্ৰ অসমৰ বুজনসংখ্যক মানুহক অসমীয়া

ভাষা-সংস্কৃতিৰ চৰ্চা কৰি থাকিবৰ বাবে উদ্‌গনি দি থাকিব পাৰিলেও অসম সাহিত্য সভা বৰ্তি থকাৰ যুক্তিযুক্ততা থাকিব।

অধিবেশনেই সাহিত্য সভা নহয়, কিন্তু ৰাইজে অধিবেশনক কেন্দ্ৰ কৰি সাহিত্য সভাক বিচাৰ কৰে। কোনো অনুষ্ঠানকে স্বতঃস্ফূৰ্ত নিজা গতিত ব্যাপক আৰু বিশাল হ'বলৈ এৰি দি সুফল আশা কৰিব নোৱাৰি। অধিবেশন বিশাল হোৱাত আপত্তি কৰিবলগীয়া একো নাই। ৰাইজৰ অনুষ্ঠানলৈ ৰাইজ যাবই। কিন্তু সাহিত্য-সংস্কৃতি বিষয়ক কাম-কাজবোৰ এনেদৰে সু-পৰিচালিত হ'ব লাগে যাতে ৰাইজে কিবা নতুন কথা এটা শিকি আনন্দ মনেৰে উভতি আহিব পাৰে।

অসম সাহিত্য সভাক জাতীয় অনুষ্ঠান আখ্যা দিয়া হৈছে। এই অনুষ্ঠানটোৰ কৰ্মক্ষমতা তাৰ সদস্যসকলৰ দক্ষতা, সততা, নিষ্ঠা আদিৰ ওপৰত নিৰ্ভৰশীল। অসম সাহিত্য সভা যিহেতু এটা জাতীয় অনুষ্ঠান প্ৰত্যেকজন অসমীয়া আৰু অসমীয়া ভাষী লোক আজন্ম-মৃত্যু পৰ্যন্ত ইয়াৰ সদস্য, বাৰ্ষিক বা মহিলী বৰঙণি দিয়ক বা নিদিয়ক। এই দৃষ্টিভংগীৰে বিচাৰ কৰিলে মাজে সময়ে কাগজে-পত্ৰই প্ৰকাশ পোৱা সভা সম্পৰ্কীয় সমালোচনামূলক আলোচনাবোৰ অসমীয়া মানুহৰ আত্মসমালোচনা বুলি ধৰিব লাগিব। আত্মসমালোচনাত আক্ৰোশ বা অসূয়া নাথাকে ; থাকে আত্মশুদ্ধিৰ প্ৰচেষ্টা। সভাই সেই সুবিধা সময়ে সময়ে পাই থাকে। সি সভা আৰু সদস্যসকলৰ বাবে সুখৰ কথা। সেইবাবেই অসম সাহিত্য সভা এটা ৰাজনৈতিক গোট বা ধৰ্মীয় সম্প্ৰদায়ৰ দৰে এক গোষ্ঠীভুক্ত কেইজনমান সদস্যৰ অনুষ্ঠান হৈ নাথাকি সকলো অসমীয়া আৰু অসমীয়া ভাষী তথা অসমীয়া-প্ৰেমী লোকৰ অনুষ্ঠান হৈ থাকিব পাৰিছে।

জন্মৰ পিছৰে পৰা সাহিত্য সভাই জাতীয় সাহিত্যৰ বিকাশত যি বিশেষ অৱদান যোগাই আহিছে তাক নিশ্চয় নুই কৰিব নোৱাৰি। কিন্তু সভাই অসমৰ ধন-জন-প্ৰতিভা আৰু অসমীয়া মানুহৰ সদিচ্ছাক আৰু বেছিকৈ ব্যৱহাৰ কৰিব পাৰিলে সভাৰ যোগেদি হ'ব পৰা উন্নতি আৰু খ্যাতি অসমীয়া মানুহে চিৰকাল ভোগ কৰিব পাৰিব।



**সহায়ক গ্ৰন্থপঞ্জী ঃ**

অসমীয়া ঃ

*বৰকটকী, উপেন্দ্ৰ* ঃ অসম সাহিত্য সভাঃ সভাপতি আৰু অভিভাষণ।

*কলিতা, সমীন* ঃ অসম সাহিত্য সভাৰ সভাপতিসকল, অৰুণ প্ৰকাশন, কলেজ হোষ্টেল ৰোড, গুৱাহাটী - ১, প্ৰথম প্ৰকাশ, জানুৱাৰি, ১৯৯২।

*গোস্বামী, ড° ত্ৰিদিৱ* ঃ পদ্মনাথ গোহাঞিবৰুৱাৰ পৰা ৰংবং তেৰাঙলৈ, প্ৰথম সংস্কৰণ, অসম সাহিত্য সভা, দেৰগাঁও অধিবেশন, ২০১১ বনলতা, পাণবজাৰ, গুৱাহাটী - ১।

*কৰিম, ৰেজাউল (সম্পাদনা)* ঃ কাইশা, স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভা, কলগাছিয়া বিশেষ অধিবেশন, ২০০২।

*গোস্বামী, শ্ৰীমহেশ চন্দ্ৰ দেৱ (সম্পা)* ঃ নিবন্ধমালা, অসম সাহিত্য সভাৰ সপ্তবিংশ অধিবেশনৰ স্মৃতিগ্ৰন্থ, প্ৰধান সম্পাদক, অভ্যৰ্থনা সমিতি, নগাঁও, ১৯৫৯।

*নেওগ, ডo মহেশ্বৰ (সম্পা)* ঃ অসম সাহিত্য সভা বাৰ্ষিকী, ডিগবৈ (একোত্তৰত্ৰিংশ) সন্মিলন ১৯৬৪, প্ৰধান সম্পাদক, অসম সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট, অসম।

*নেওগ,শ্ৰীহৰি প্ৰসাদ (সম্পা)* ঃ অসম সাহিত্য সভা বাৰ্ষিকী, চতুঃত্ৰিংশ অধিবেশন, ডিব্ৰুগড়, ১৯৬৬-১৯৬৭ প্ৰধান সম্পাদক অসম সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট - ১, অসম।

*হাজৰিকা, অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ* ঃ অসম সাহিত্য সভাৰ ৰূপৰেখা, প্ৰথম প্ৰকাশ, হীৰক জয়ন্তী দিৱস, ১৯৭৭, অসম সাহিত্য সভা।

*নেওগ, শ্ৰীহৰিপ্ৰসাদ (প্ৰকাশক)* ঃ অসম সাহিত্য সভা পৰিচিতি ১৯৬৫-৬৬, ভগৱতী প্ৰসাদ বৰুৱা ভৱন, অসম সাহিত্য সভা, গুৱাহাটী কাৰ্যালয়।

*ছাত্তাৰ, আব্দুছ (সম্পাদনা)*
*গোস্বামী, বসন্ত কুমাৰ (সম্পাদনা)* ঃ অসম সাহিত্য সভাৰ সুবচনী, হীৰক জয়ন্তী, ১৯৭৭

*ছাত্তাৰ, আব্দুছ (সম্পাদনা)*
*গোস্বামী, বসন্ত কুমাৰ (সম্পাদনা)* ঃ অভিলেখ, অসম সাহিত্য সভাৰ হীৰক জয়ন্তী, ১৯৭৭।

*চক্ৰৱৰ্তী, মৃণালকান্তি (সম্পাদনা)* ঃ অসম সাহিত্য সভা (২০০৭-২০০৯ বৰ্ষ) এক চমু খতিয়ান।

*নেওগ, হৰিপ্ৰসাদ (প্ৰকাশক)* : অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ প্ৰকাশ, ১৯৬৮।

*ছাত্তাৰ, আব্দুছ (সংকলক)* : অসম সাহিত্য সভাৰ শাখা সভাৰ পৰিচয়, হীৰক জয়ন্তী বৰ্ষত প্ৰকাশ, ১৯৭৭।

*ৰাজখোৱা, অমল (সম্পা)* : সাহিত্য-তীৰ্থৰ সৌৰৰণ, অসম সাহিত্য সভাৰ চতুঃপঞ্চাশতম (হাইলাকান্দি, ১৯৮৮) সন্মিলন, প্ৰকাশ, ১৯৮৯ চন।

*পাটগিৰী, ড০ জগদীশ (সম্পা)* : অসম সাহিত্য সভাৰ আজীৱন সভ্য, প্ৰকাশ ২০০৫ চন।

*গোস্বামী, অধ্যাপক শ্ৰীযতীন্দ্ৰ নাথ* : অসম সাহিত্য সভা (প্ৰবন্ধ), "কলীয়া ভোমোৰা" আলোচনী, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯৮৮।

*শইকীয়া , চন্দ্ৰপ্ৰসাদ (সম্পা)* : গৰীয়সী, দশম বছৰ, পঞ্চম সংখ্যা, ফেব্ৰুৱাৰি, ২০০৩।

**হিন্দী ঃ**

*মহন্ত, বাপচন্দ্ৰ* : অসম সাহিত্য সভা का ইতিবৃত্ত, অসম সাহিত্য সভাৰ হীৰক জয়ন্তী, প্ৰকাশ, ১৯৭৬।

**ইংৰাজী ঃ**

*Neog, Dr. Maheswar* : Annals of Assam Sahitya Sabha.

*Dutta, Kesav Narayan* : The Assam Sahitya Sabha.

# অসম সাহিত্য সভা ঃ দৰ্শন আৰু কৰ্ম

**জ্ঞানদা ডেকা তালুকদাৰ**

'চিৰ চেনেহী মোৰ ভাষা জননী' এই মহামন্ত্ৰত উদ্বুদ্ধ 'অসম সাহিত্য সভা' অসম তথা সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ এটা সৰ্ববৃহৎ জাতীয় অনুষ্ঠান। অসমৰ জাতীয় সংহতি সুদৃঢ়কৰণৰ লগতে ভাষা-সাহিত্য আৰু সংস্কৃতিৰ উত্তৰণৰ হকে অহোপুৰুষাৰ্থ কৰি অহা এই জাতীয় অনুষ্ঠানটি সকলো অসমবাসীৰে অতি চেনেহৰ আৰু হিয়াৰ আমঠু স্বৰূপ। সমগ্ৰ বিশ্বৰ ৰাজনৈতিক অস্থিৰতা, ভাৰতৰ পৰাধীনতা আৰু অসমৰ আৰ্থিক, সামাজিক, সাংস্কৃতিক আদি সমস্যাৰ মাজতে ১৯১৭ চনৰ ২৭ ডিচেম্বৰত ঐতিহ্যমণ্ডিত শিৱসাগৰ নগৰত 'অসম সাহিত্য সভা'ৰ জন্ম হয়। আৰম্ভণি কালত এই সভাৰ নাম আছিল 'আসাম সাহিত্য সন্মিলন' বা 'সদৌ অসম সাহিত্য সন্মিলনী'। এই সন্মিলনী পৰৱৰ্তী কালত ১৯২৪ চনৰ ৫ মে' তাৰিখে 'আসাম সাহিত্য সভা' নামেৰে পঞ্জীভুক্ত কৰা হয়। গুৱাহাটীত অনুষ্ঠিত হোৱা এই অধিবেশনৰ সভাপতিৰ আসন অলংকৃত কৰিছিল আধুনিক অসমীয়া সাহিত্যৰ কাণ্ডাৰী লক্ষ্মীনাথ বেজবৰুৱাই। গুৱাহাটী অধিবেশনৰ কুৰি বছৰ পিছত ১৯৪৪ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা ঊনবিংশ অধিবেশনত 'আসাম' শব্দটোৰ সংশোধনী কৰি 'অসম' কৰা হয়। তেতিয়াৰে পৰা 'অসম সাহিত্য সভা'ৰ নামটো প্ৰচলিত হৈ আছে।

'অসম সাহিত্য সভা'ৰ জন্ম হোৱাৰ পূৰ্বৱৰ্তী কালছোৱাত অসমীয়া ভাষা সাহিত্যৰ সৰ্বাংগীণ উন্নতিৰ কাৰণে কলিকতা প্ৰবাসী কেইগৰাকীমান অসমীয়া ছাত্ৰই এখন চাহ মেলত আলোচনা কৰি কলিকতা মহানগৰীত ১৮৮৮ চনৰ ২৫ আগষ্টত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' নামেৰে এটি অনুষ্ঠানৰ জন্ম দিয়ে। এইখিনিতে উল্লেখ কৰিব পাৰি যে গংগাগোবিন্দ ফুকন নামৰ এজন স্বনামধন্য ব্যক্তিয়ে আগভাগ লৈ ১৮৭২ চনত কলিকতাত 'অসমীয়া সাহিত্য সভা' বা 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা' নামৰ এটি অনুষ্ঠানৰ আনুষ্ঠানিকভাৱে জন্ম দিয়ে। এই সভাখনেই আছিল তেতিয়াৰ কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰৰ মিলন ক্ষেত্ৰ। গংগাগোবিন্দ ফুকনৰ লগতে

---

লেখক বাউসী বাণীকান্ত কাকতি মহাবিদ্যালয়ৰ সহযোগী অধ্যাপক।

জগন্নাথ বৰুৱা আৰু মাণিক চন্দ্ৰ বৰুৱাইও সভাখনৰ গুৰি ধৰিছিল। দেৱীচৰণ বৰুৱাই সভাৰ সম্পাদক আৰু পুথিভঁৰালৰ দায়িত্ব অতি সুচাৰুৰূপে পালন কৰিছিল। সপ্তাহত দুখনকৈ প্ৰতি বুধবাৰ আৰু শনিবাৰে সাহিত্য বিষয়ক আলোচনা সভা অনুষ্ঠিত কৰিছিল। শনিবৰীয়া সভাত অসমীয়া ভাষাৰ উন্নতিয়ে ঘাইকৈ গুৰুত্ব পাইছিল। 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা'ৰ পৰাই গজালি মেলি ওলাইছিল 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' চমুকৈ 'অ.ভা.উ.সা.সভা'। এই সভাৰ প্ৰথম সম্পাদক শিৱনাথ শৰ্মা বৰদলৈ। অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাংগীন উন্নতি সাধন কৰাই এই সভাৰ মহৎ লক্ষ্য আছিল। অসম দেশৰ দেশীয় সাহিত্য লোপ পোৱা শিল্পসমূহৰ উদ্ধাৰ, আন দেশৰ মূল্যৱান গ্ৰন্থসমূহ অসমীয়ালৈ তৰ্জমা কৰা, অসমৰ অৰ্থনীতি, ধৰ্মনীতি, সমাজনীতি, ৰাজনীতি, খেল-ধেমালি আদি বিষয়ক লৈ বুৰঞ্জী প্ৰণয়ন কৰা; বাতৰি কাকত অধ্যয়নৰ প্ৰতি অসমীয়া মানুহৰ আগ্ৰহ বঢ়োৱা আদি এই সভাৰ অন্যতম উদ্দেশ্য। অসমৰ সকলোতে এটা মাত্ৰ লিখিত ভাষাৰ সৃষ্টি কৰিবলৈ সংকল্পবদ্ধ হৈ প্ৰবাসী ছাত্ৰসকলে সাহিত্যত নিজকে আত্মনিয়োগ কৰে। ফলস্বৰূপে অসমীয়া ভাষা-সাহিত্যই ভাৰতীয় আন আন ভাষাৰ সাহিত্যৰ লগত সমানে ফেৰ মাৰি আগুৱাই যাবলৈ সক্ষম হয়। সভাৰ মুখপত্ৰ 'জোনাকী' কাকত ১৮৮৯ চনৰ ফেব্ৰুৱাৰিত প্ৰথম প্ৰকাশ পায়। লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ সহযোগত চন্দ্ৰ কুমাৰ আগৰৱালাৰ সম্পাদনাত কলিকতাৰ পৰা এই কাকতখন ওলায়। 'জোনাকী'ত সভাৰ সদস্যসকলে নিয়মিতভাৱে সাহিত্য চৰ্চা কৰিছিল। পিছলৈ সভাৰ লগত আদৰ্শগত মতবিৰোধ ঘটাত কেইজনমান সদস্যই লগলাগি পৃথকে 'আচামিজ লিটাৰেৰী ক্লাব' নামৰ এখন নতুন সভা গঠন কৰি 'বিজুলী' নামৰ কাকত এখন উলিয়ায়। এই ক্ষেত্ৰত আগভাগ লয় সাহিত্যিক পদ্মনাথ গোহাঞিবৰুৱা, ডালিম চন্দ্ৰ বৰা, তাৰিণীচৰণ ভট্টাচাৰ্য, শিৱৰাম শৰ্মা, ঘনশ্যাম বৰুৱা, লোহিত নায়ক, সত্যনাথ বৰা আদিয়ে। পিছলৈ অসমৰ বিভিন্ন ঠাইত গঠন হোৱা 'অ.ভা.উ.সা. সভা'ৰ বিভিন্ন শাখাক ১৯১৭ চনত প্ৰতিষ্ঠা লাভ কৰা 'সদৌ অসম সাহিত্য সন্মিলনী' আৰু বৰ্তমানৰ 'অসম সাহিত্য সভা'ই স্বীকৃতি দি নিজৰ পতাকাৰ তললৈ আনি সংগবদ্ধভাৱে অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাংগীন উন্নয়নৰ হকে আত্মনিয়োগ কৰে। গতিকে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ই যে 'অসম সাহিত্য সভা'ৰ মাতৃ অনুষ্ঠান তাত অকণো সন্দেহ নাই।

'অসম সাহিত্য সভা'ৰ উদ্দেশ্যসমূহ সভাৰ নিয়মাৱলীৰ ২য় ছেদত উল্লেখ কৰা আছে। অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীন উন্নতি কৰাই সভাৰ মুখ্য উদ্দেশ্য। ইয়াৰ লগতে অসমৰ থলুৱা ভাষা-সংস্কৃতিৰ উন্নয়নো এই সভাৰ অন্যতম উদ্দেশ্য। অভিধান, ব্যাকৰণ, আন গ্ৰন্থৰ সংকলন আৰু প্ৰকাশ কৰা; প্ৰাচীন সাহিত্য আৰু লোক-সাহিত্যৰ অনুসন্ধান, সংগ্ৰহ আৰু গৱেষণা কৰা, অসমীয়া সাহিত্যৰ যিবোৰ বিষয়ৰ পুথিৰ অভাৱ সেই অভাৱ দূৰ কৰা; প্ৰকাশিত উপযুক্ত গ্ৰন্থৰ গ্ৰন্থকাৰক বঁটা প্ৰদান কৰা; সামৰ্থহীন সাহিত্যিকক আৰ্থিক সাহায্য দান কৰা; সংগীত, চিত্ৰবিদ্যা, ভাস্কৰ্য বিদ্যা, নাট্যকলা, পুৰাতত্ত্বৰ উন্নতিৰ বাবে কাৰ্য কৰা; সভাৰ এখন মুখপত্ৰ আৰু প্ৰচাৰ-পত্ৰ প্ৰকাশ কৰা; ভাষা-সাহিত্যৰ প্ৰচাৰ; ভাষা-সাহিত্য-সংস্কৃতিৰ গৱেষণা কেন্দ্ৰ স্থাপন কৰা; সাহিত্য-সংস্কৃতি সম্পৰ্কীয় বিনিময় আঁচনি কাৰ্যকৰী কৰা; অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ উন্নয়ন আৰু বিকাশৰ ক্ষেত্ৰত থকা অন্তৰায়সমূহ দূৰ কৰা; অন্যান্য থলুৱা মাতৃভাষাৰ উন্নতিৰ হকে কাৰ্য কৰা; অসমীয়া ভাষাৰ বিশিষ্ট গ্ৰন্থসমূহ অন্যান্য ভাষালৈ অনুবাদ তথা অন্যান্য মাতৃভাষাৰ গুৰুত্বপূৰ্ণ গ্ৰন্থসমূহ অসমীয়ালৈ অনুবাদ কৰা, সভাৰ কাৰ্য দেশৰ বিভিন্ন ঠাই আনকি বিদেশলৈকেও সম্প্ৰসাৰিত কৰা আদিয়ে 'অসম সাহিত্য সভা'ৰ মূল কাৰ্যাৱলী। এই সভা দল, ৰাজনৈতিক আৰু সাম্প্ৰদায়িক বিষয়ৰ ঊৰ্ধত।



সাহিত্য সভাৰ সকলোবোৰ কাম-কাজ সুচাৰুৰূপে আৰু শৃংখলাবদ্ধভাৱে পৰিচালনা কৰিবৰ বাবে এখন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়। এই সমিতি সাহিত্য সভাৰ অধিৱেশনৰ বিষয় বাচনি সভাত গঠিত হয়। সমিতিখন সভাপতি, উপ-সভাপতি, প্ৰধান সম্পাদক, ধনভঁৰালী, সহকাৰী সম্পাদক, পত্ৰিকা সম্পাদক আৰু সাধাৰণ সদস্যৰে গঠিত। সভাৰ মুখ্য কাৰ্যালয় 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন' বুৰঞ্জী প্ৰসিদ্ধ যোৰহাট চহৰত। পূৰ্ণানন্দ শৰ্মা পাঠকৰ কাৰ্যকালত দানবীৰ ৰাধাকান্ত সন্দিকৈৰ দানেৰে ভৱনটো নিৰ্মাণ কৰা হৈছিল।

'অসম সাহিত্য সভা'ৰ প্ৰথমগৰাকী প্ৰধান সম্পাদক আছিল শৰৎ চন্দ্ৰ গোস্বামী। প্ৰথম অধিবেশনৰ (১৯১৭-১৮ চন) পিছত গোস্বামীদেৱে পৰৱৰ্তী সময়ত একেৰাহে ছটা কাৰ্যকালৰ (১৯২০-২৩, ১৯২৬-২৭ চন) বাবে প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰি অনুষ্ঠানটোক এটা সুকীয়া মৰ্যাদা দিছিল। গোস্বামীৰ পিছত অতুল চন্দ্ৰ হাজৰিকা, যতীন্দ্ৰ নাথ গোস্বামী, ড০ মহেশ্বৰ নেওগ, হৰিপ্ৰসাদ নেওগ, ড° নগেন শইকীয়া আদিয়ে সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব লৈ সাংগঠনিক কাম-কাজৰ লগতে অসমীয়া তথা থলুৱা ভাষা-সাহিত্যৰ সৰ্বাংগীন উন্নয়নৰ হকে কাম কৰিছিল। ড° নেওগৰ কাৰ্যকালত ১৯৬৫ চনত সভাৰ গুৱাহাটী কাৰ্যালয় 'ভগৱতী প্ৰসাদ বৰুৱা ভৱন'টি হৈ উঠে। তেওঁৰ দিনতে 'অসমৰ জনজাতি' আৰু 'পবিত্ৰ অসম' আদি ভালেসংখ্যক মূল্যবান পুথি প্ৰকাশ হয়। ড° নগেন শইকীয়াই ১৯৭৩ চনৰ পৰা ১৯৭৬ চনলৈ একেৰাহে তিনিটা কাৰ্যকালৰ বাবে প্ৰধান সম্পাদকৰ দায়িত্ব লৈ ভালেসংখ্যক প্ৰগতিবাদী কবি-সাহিত্যিকক সভাৰ মঞ্চত প্ৰৱেশ কৰাইছিল। যতীন্দ্ৰ

নাথ গোস্বামীয়ে শাখা সভাৰ সংখ্যা বৃদ্ধি আৰু সেইবোৰক অধিক কাৰ্যক্ষম কৰি তোলাত গুৰুত্ব দিছিল। এই ক্ষেত্ৰত তেওঁ সফলো হৈছিল।

'অসম সাহিত্য সভা'ৰ সাংগঠনিক কাম-কাজৰ সুবিধাৰ কাৰণে অসমৰ প্ৰতিখন প্ৰশাসনীয় জিলাত একোখনকৈ 'জিলা সাহিত্য সভা' গঠন হৈছে। এই জিলা সভাই নিয়মানুসাৰে শাখা সভা গঠন কৰে। বৰ্তমান সমগ্ৰ অসমত এনে শাখা সভাৰ সংখ্যা প্ৰায় এহেজাৰখন। অসমৰ বাহিৰৰ ওচৰ-চুবুৰীয়া ৰাজ্যলৈও সভাৰ শাখা সম্প্ৰসাৰিত। সভাত আজীৱন সভ্য, হিতৈষী সভ্য আৰু সাধাৰণ সভ্য এই তিনি ধৰণৰ সভ্য আছে। 'অসম সাহিত্য সভা'ৰ প্ৰথমখন অধিৱেশনতে অসমৰ বিভিন্ন ঠাইৰ ১০খন সভাক শাখা সভাস্বৰূপে আৰু ২ খনক স্বীকৃত সভা স্বৰূপে স্বীকৃতি দি সংগঠন বহলোৱা হয়। সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিতো মঙলদৈ, তেজপুৰ, উত্তৰ লখিমপুৰ, শদিয়া, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, গোলাঘাট, কহিমা, নগাঁও, শ্বিলং, গুৱাহাটী, বৰপেটা, গোৱালপাৰা আৰু ধুবুৰীৰ পৰা সভ্য লোৱা হয়।[১] এই অধিৱেশনত গঠিত কাৰ্যনিৰ্বাহক সমিতিয়ে প্ৰথমে ২৬-৪-১৮ তাৰিখে যোৰহাট সাহিত্য সভাক শাখাৰূপে স্বীকৃতি দিয়ে আৰু পাছত অসমৰ সকলো ঘাই ঠাইৰ পৰা আৰু বাৰখনমান সভাক শাখাভুক্ত কৰে।[২] ১৯১৮ চনৰ ২৭, ২৮ আৰু ২৯ ডিচেম্বৰত গোৱালপাৰাত অনুষ্ঠিত সভাৰ দ্বিতীয় অধিৱেশনত এশজন প্ৰতিনিধিয়ে যোগদান কৰে আৰু বছৰটোৰ ভিতৰত ১১খন সভা স্বীকৃত আৰু ১০ খন সভা শাখাভুক্ত হয়।[৩]

বছৰৰ হিচাপত 'অসম সাহিত্য সভা' বৰ্তমান ৯৫ বছৰত ভৰি দিছে। সভাৰ এই সময়ছোৱাৰ (১৯১৭-২০১২) ভিতৰত মুঠ ৭৬ খন অধিৱেশন অনুষ্ঠিত হৈছে। সভাৰ দ্বি-বাৰ্ষিক অধিৱেশন দুবছৰৰ মূৰত অনুষ্ঠিত হয়। আনহাতে মাজৰ বছৰটোত বিশেষ বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হয়। বৰ্তমানলৈকে ৭৬খন অধিৱেশনত সাহিত্য-সংস্কৃতি জগতত সু-প্ৰতিষ্ঠিত ৬৫ গৰাকী লোকে সভাৰ কাৰ্য পৰিচালনা কৰি আহিছে। অসমৰ ৰাইজে গুণীজনকে সকলোবোৰ অধিবেশনৰ সভাপতি নিৰ্বাচিত কৰিছে। অৱশ্যে ড° বাণীকান্ত কাকতি, দুৰ্গেশ্বৰ শৰ্মা, লক্ষ্মীনাথ ফুকন, মনোৰঞ্জন শাস্ত্ৰী, বিৰিঞ্চি কুমাৰ বৰুৱাৰ দৰে লোক বাদ পৰাটো দুৰ্ভাগ্যৰ কথা।[৪] তদুপৰি এই সুদীৰ্ঘ কালছোৱাত মাত্ৰ দুগৰাকী মহিলাইহে সভাপতিৰ পদ অলংকৃত কৰিবলৈ সক্ষম হৈছে।

অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠানটিৰ সভাপতিৰ আসন অলংকৃত কৰা বৰেণ্য ব্যক্তিসকলে জনগণক সম্বোধি দিয়া প্ৰত্যেকখন অভিভাষণেই অসমৰ জাতীয় ইতিহাসৰ একো একোখন দলিল স্বৰূপ। অসমত বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ আশা-আকাংক্ষাসমূহ অভিভাষণসমূহত প্ৰতিফলিত হৈছে। সাহিত্য সভাৰ উদ্দেশ্য



আৰু কৰ্তব্য এই অভিভাষণসমূহতে লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে শিৱসাগৰত অনুষ্ঠিত প্ৰথমখন অধিবেশনৰ সভাপতি পদ্মনাথ গোহাঞিবৰুৱাই জাতীয় সাহিত্য ৰচনা কৰিলেহে জাতীয় ভাষাটিকি থাকে এই দৃষ্টান্তৰে প্ৰত্যেককে নিজৰ শক্তি আৰু ৰুচি অনুযায়ী অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ অভাৱসমূহ পূৰাবলৈ আহ্বান জনাইছে। তেওঁ সমাজৰ ধনী লোকসকলোকো জাতীয় সাহিত্যৰ উন্নতিৰ হকে ধন ভাঙিবলৈ অনুৰোধ জনাইছে। দ্বিতীয় অধিৱেশনৰ সভাপতি চন্দ্ৰধৰ বৰুৱাই নিৰক্ষৰতা দূৰীকৰণত গুৰুত্ব দি কৈছে লেখা-পঢ়া জনা মানুহৰ সংখ্যা নাবাঢ়িলে সাহিত্যানুৰাগীৰ সংখ্যা বাঢ়িব নোৱাৰে আৰু সাহিত্যানুৰাগীৰ সংখ্যা নেবাঢ়িলে দেশত ওখখাপৰ গ্ৰন্থৰ সংখ্যাও নেবাঢ়ে। তেওঁ কৃষি, বাণিজ্য আৰু আন শিল্প কৰ্মত মনোনিৱেশ কৰিবলৈ অসমীয়া ডেকাক আহ্বান জনাইছে। তৃতীয় বৰপেটা অধিবেশনৰ সভাপতি কালিৰাম মেধিয়ে অসমীয়া সাহিত্যত গাঁৱলীয়া জীৱন, কৃষক আৰু দৰিদ্ৰ জনসাধাৰণৰ জীৱন চিত্ৰ প্ৰতিফলিত কৰিবলৈ সাহিত্যিকসকলক অনুৰোধ জনাইছে। সপ্তম অধিবেশনত বেজবৰুৱাই 'যি দেশ যিমান উন্নত আৰু সমৃদ্ধিশালী সেই দেশৰ ভাষাও সিমান উন্নত আৰু সৌষ্ঠৱপূৰ্ণ বুলি উল্লেখ কৰিছে। আনন্দ চন্দ্ৰ আগৰৱালাই তেওঁৰ অভিভাষণত অসমীয়া ভাষা-সাহিত্যৰ উন্নতিয়ে অসমৰ উন্নতিৰ প্ৰথম ঢাপ বুলি উল্লেখ কৰিছে। কৃষ্ণকান্ত সন্দিকৈয়ে দাতিকাষৰীয়া জাতিবিলাকৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰাটো সাহিত্য সভাৰ কৰ্তব্য বুলি কৈছে। পদ্মশ্ৰী নলিনীবালা দেৱীয়ে গণতান্ত্ৰিক দেশ এখনত মাতৃভাষাৰ উন্নতিৰ অৰ্থে চৰকাৰে আগবাঢ়ি আহিলেহে শক্তিশালী হ'ব বুলি উল্লেখ কৰে। আনহাতে প্ৰাচ্যতত্ত্ববিদ ড° মহেশ্বৰ নেওগে ভাৰত তথা অসমৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক অগ্ৰগতিৰ বাবে সংহতি অতিকে প্ৰয়োজনীয় বুলি উল্লেখ কৰিছে। বিশিষ্ট গৱেষক ড° সত্যেন্দ্ৰ নাথ শৰ্মাই অবাধ বহিৰাগতৰ আগমনে খিলঞ্জীয়াসকলক সংখ্যালঘুত পৰিণত কৰিব বুলি শংকা প্ৰকাশ কৰি তেওঁ অসমীয়াক 'সাৱধান হ'বৰ হ'ল' বুলি সঁকিয়াই দিয়ে। ত্ৰিচত্বাৰিংশ অধিবেশনৰ সভাপতি যজ্ঞেশ্বৰ শৰ্মাই ৰাইজৰ মাজত ঐক্য সংহতি ৰক্ষাৰ ওপৰত অধিক গুৰুত্ব দিছে। চৈয়দ আব্দুল মালিকে 'অশ্লীল সাহিত্য নিবাৰণী সমাজৰ কাৰণে অধিক প্ৰয়োজনীয় কথা' বুলি অসমীয়াক সোঁৱৰাই দিয়ে।

১৯৮১ চনৰ অষ্টচত্বাৰিংশ তিনিচুকীয়া অধিবেশনত সভাপতিৰ পদ অলংকৃত কৰা সীতানাথ ব্ৰহ্মচৌধুৰীয়ে অসমীয়া জাতিৰ গঠন বিশ্লেষণ কৰোঁতে বিভিন্ন জনগোষ্ঠীৰ মাজত সম্ভাৱ আৰু সম্প্ৰীতি দৃঢ় আৰু মধুৰ কৰি তুলিবলৈ সকলোকে আহ্বান জনাইছিল। লগতে তেওঁ উদয়াচল আৰু সহযোগী বড়ো ভাষাৰ প্ৰসংগ উত্থাপন কৰি বড়োসকল অসন্তুষ্ট হোৱাৰ কাৰণ চৰকাৰৰ শাসন ব্যৱস্থাই দায়ী; অসমৰ

সৰ্বসাধাৰণ ৰাইজ ইয়াৰ বাবে দায়ী নহয়। অসমত থকা অনা অসমীয়া বিদ্যালয়সমূহৰ কথা উল্লেখ কৰি ‘অসমীয়া বিষয়টো পাঠ্য নোহোৱাত অসন্তুষ্ট হৈ অনা অসমীয়া ছাত্ৰ অসমৰ বুকুত বিদেশী হৈয়েই থাকিব’ বুলি উল্লেখ কৰে।

১৯৮৩ চনৰ আগষ্টত সভাৰ সোণালী জয়ন্তী অধিবেশনখন অসমৰ পশ্চিম প্ৰান্তৰ বঙাইগাঁৱত অনুষ্ঠিত হয়। এই অধিবেশনৰ সভাপতি ৰাষ্ট্ৰীয়, আন্তঃৰাষ্ট্ৰীয় সন্মানৰ অধিকাৰী তথা কবি, সাহিত্যিক আৰু সাংবাদিক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই অভিভাষণত বিশ্ব আৰু দেশৰ ঘাই সমস্যাসমূহে অসমীয়াৰ মনত আলোড়ন তোলা বুলি এনেদৰে উল্লেখ কৰিছে - ‘সাহিত্যিকজনে মুখ্যতঃ নিজৰ সৃষ্টিৰ মাজেদিহে মানুহক সেৱা কৰে। কিন্তু তেওঁ কেইবাটাও ব্যক্তিত্বৰ সমন্বিত ৰূপতো আত্মপ্ৰকাশ কৰিব পাৰে। আজিৰ পৃথিৱী এখন গাঁৱত পৰিণত হৈছে। .... এনে এটা কালত আমি আমাৰ অসমীয়া মন, ভাৰতীয় মন আৰু বিশ্ব মন সকলো উপৰুৱা বিৰোধ আঁতৰাই সমন্বয় সাধন কৰিব লাগিব।’[৫] তেওঁ থলুৱা জনজাতীয় ভাষাবোৰৰ বিকাশৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিয়াৰ লগতে অসমীয়া ভাষাক উমৈহতীয়া ভাষা হিচাপে গ্ৰহণ কৰিবলৈ অসমবাসীক আহ্বান জনায়। অসমৰ বিদেশী নাগৰিকৰ সমস্যা সম্পৰ্কে তেওঁ হিংসাৰ পথ পৰিহাৰ কৰি মানৱীয় আৰু সাংস্কৃতিক প্ৰমূল্যসমূহত আস্থা ৰাখি শান্তিপূৰ্ণ উপায়েৰে সমস্যাৰ সমাধান কৰিবলৈ আগবাঢ়ি অহা উচিত বুলি মন্তব্য কৰে।

১৯৮৬ চনৰ কামপুৰ অধিবেশনত সাহিত্যিক তথা শিক্ষাবিদ বীৰেন বৰকটকীয়ে ৰাজ্যিক ভাষাৰূপে স্বীকৃত হোৱা অসমীয়া ভাষাক অসমৰ ভৌগোলিক চাৰিসীমাত শীঘ্ৰে কাৰ্যকৰীকৰণৰ বাবে গুৰুত্ব দিয়ে।

১৯৯৩ চনৰ শিৱসাগৰ অধিবেশনৰ সভাপতিৰ অভিভাষণৰ পৰা বিশ্ববিশ্ৰুত শিল্পী ড° ভূপেন হাজৰিকাই সভাৰ দায়িত্ব আৰু কৰ্তব্য সম্পৰ্কে এনেদৰে প্ৰকাশ কৰিছে— ‘অসম সাহিত্য সভা কেৱল অসমীয়া সাহিত্য সভা নহৈ ই অসমৰ সাহিত্য সভা হ’ব লাগে।’[৬] লগতে তেওঁ অসমীয়া ভাষাটোৰ মৰ্যাদা ৰক্ষা কৰিবলৈকো সঁকিয়াই দিছে। অসমীয়া ভাষাটোৰ অস্তিত্ব সম্পৰ্কে শংকা কৰি তেওঁ ভৱিষ্যত বাণী কৰিছে এনেদৰে— ‘ভাষাটোৰ মূল ভেটি সুদৃঢ় কৰি আমাৰ ভাষাৰ সুকীয়া ঠাঁচ আৰু ৰীতিক সন্মান নকৰিলে অদূৰ বা সুদূৰ ভৱিষ্যতে অধিক জনসংখ্যা বিশিষ্ট ভাষাৰ সৈতে সানমিহলি হৈ আমাৰ স্বকীয় প্ৰকাশ বিনষ্ট হ’ব। তেতিয়া অসমীয়া ভাষাটোৱেই বিপন্ন হৈ পৰিব।’

২০০৩ চনৰ লখিমপুৰ অধিবেশনত ড° বীৰেন্দ্ৰ নাথ দত্তই সভাপতিৰ অভিভাষণত বিশ্বায়নৰ চকুত লগা পৰিণতিৰ বিষয়ে উল্লেখ কৰি এনেদৰে কৈছে - ‘এটা অঞ্চল বা এটা গোষ্ঠীৰ সাংস্কৃতিক উপাদানে নিজ অঞ্চল বা গোষ্ঠীৰ সীমা অতিক্ৰম কৰি অইন অঞ্চল বা গোষ্ঠীৰ মাজত খোপনি পুতিছেগৈ। অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰতো তেনে লক্ষণে দেখা দিছে।’[৭] ২০০৫ চনৰ ছিপাঝাৰ অধিবেশনৰ সভাপতিৰ অভিভাষণত কনক সেন ডেকাই সভাই মহিলাসকলকো যোগ্য স্থান দিবলৈ বিচাৰে বুলি উল্লেখ কৰি সভাৰ প্ৰতিটো ক্ষেত্ৰতে ভাগ ল’বলৈ আগবাঢ়ি আহিবলৈ আহ্বান জনাইছে। আনহাতে যুগ যুগ ধৰি নাৰীয়ে ভুগি অহা নিৰ্যাতনৰ অৱসান ঘটাবলৈ হ’লে নাৰী-পুৰুষ উভয়ৰ সমবেত প্ৰচেষ্টাৰেহে ই সম্ভৱ হৈ উঠিব বুলি আশা প্ৰকাশ কৰিছে। বৰ্তমানৰ সভাপতি ‘ৰংমিলিৰ হাঁহি’ৰ স্ৰষ্টা ৰংবং তেৰাঙে সভাৰ একসপ্ততিতম দেৰগাঁও অধিবেশনৰ মুকলি সভাত অসমীয়া সাহিত্যৰ জয়যাত্ৰাত ভাষাই মূল আৱাহনী মন্ত্ৰ বুলি উল্লেখ কৰে। অসমীয়া ভাষা অবিহনে অসমৰ জনগোষ্ঠীৰ মাজত ভাবৰ আদান-প্ৰদান হ’ব নোৱাৰে। আনহাতে জনগোষ্ঠীয় ভাষা সম্পদৰ অৱদানতহে অসমীয়া ভাষাই স্বকীয় বৈশিষ্ট্য অৰ্জন কৰিবলৈ সক্ষম হৈছে বুলিও উল্লেখ কৰে।

‘অসম সাহিত্য সভা’ৰ সভাপতিসকলে আগবঢ়োৱা পৰামৰ্শসমূহ সভাই পাৰ্যমানে ৰূপায়ণ কৰিবলৈ চেষ্টা কৰি আহিছে। গ্ৰন্থ প্ৰকাশনৰ ক্ষেত্ৰত অসমৰ থলুৱা জনগোষ্ঠীসমূহৰ গ্ৰন্থ সভাই প্ৰকাশ কৰি উলিয়াইছে। সভাই অসমৰ ভৌগোলিক আৰু ইতিহাস সম্পৰ্কীয় গ্ৰন্থৰ উপৰিও চিকিৎসা, বনজ, খনিজ সম্পদ আদিৰ বিষয়েও পুথি প্ৰকাশ কৰিছে। অসমত বসবাস কৰা বিভিন্ন ধৰ্ম তথা সম্প্ৰদায়ৰ লোকৰ লোক-সাহিত্য আৰু লোক-সংস্কৃতিমূলক গ্ৰন্থ প্ৰকাশ কৰি সভাই ঐক্য, সংহতি আৰু সম্প্ৰীতিৰ ওপৰত গুৰুত্ব দিছে। তদুপৰি সভাই অসমৰ বৰেণ্য সাহিত্যিকসকলৰ সমস্ত ৰচনাৱলী, চন্দ্ৰকান্ত অভিধান, সভাপতিসকলৰ জীৱন আৰু কৰ্ম সম্পৰ্কীয় সোঁৱৰণী গ্ৰন্থ আদি প্ৰকাশ কৰি আদৰণীয় কাম কৰিছে। ১৯২৬ চনৰে পৰা প্ৰকাশ পাই অহা পত্ৰিকা ‘অসম সাহিত্য সভা পত্ৰিকা’ত ৰাজনীতিৰ বাহিৰে আন বিষয়ৰ চিন্তাগধুৰ তথা মননশীল প্ৰবন্ধ প্ৰকাশ কৰি আহিছে। সভাই বিভিন্ন বিশিষ্ট ব্যক্তিৰ সোঁৱৰণত গ্ৰন্থৰ শিতানত বিভিন্ন প্ৰতিযোগিতা অনুষ্ঠিত কৰি লেখক-লেখিকাক উৎসাহিত কৰি আহিছে। তদুপৰি সভাই খ্যাতিসম্পন্ন লেখক তথা আন্তৰাষ্ট্ৰীয় বঁটা প্ৰাপক শিল্প-সাহিত্যিকসকলক সম্বৰ্ধনা জনাই আহিছে। সভাই খ্যাতিসম্পন্ন শিল্পী-সাহিত্যিকসকলৰ জন্ম আৰু মৃত্যু বাৰ্ষিক পালন কৰাৰ উপৰিও প্ৰতি বছৰে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ মৃত্যু দিৱসৰ দিনটোৰ পৰা ‘সাহিত্য সভা সপ্তাহ’ পালন কৰি আহিছে। সভাই সময়ে সময়ে আমন্ত্ৰিত বিশিষ্ট ব্যক্তিৰ দ্বাৰা স্মাৰক বক্তৃতানুষ্ঠানৰো আয়োজন কৰি আহিছে। প্ৰথম প্ৰতিভা দেৱী স্মাৰক বক্তৃতা প্ৰদান কৰে ১৯৪৮ চনত ভাষাচাৰ্য সুনীতি কুমাৰ চট্টোপধ্যায়ে। তদুপৰি সভাই জাতীয় ঐতিহ্য সম্পৰ্কীয়

গৱেষণাৰ ক্ষেত্ৰত জলপানি প্ৰদান কৰি গৱেষকক উৎসাহিত কৰি জাতীয়তাৰ পৰিচয় দিছে। সভাই প্ৰাচ্যতত্ত্বৰ চৰ্চা আৰু গৱেষণাত মৌলিক আৰু একক বৰঙণি আগবঢ়োৱাৰ বাবে কৃষ্ণকান্ত সন্দিকৈ, ড° মহেশ্বৰ নেওগ আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্মাক সাহিত্য সভাৰ সৰ্বোচ্চ সন্মান 'সদস্য মহীয়ান' ৰূপে অভিহিত কৰে। সেইদৰে নিৰলস সাহিত্য সাধনাৰ স্বীকৃতি স্বৰূপে মিত্ৰদেৱ মহন্ত, অতুল চন্দ্ৰ হাজৰিকা, বিনন্দ চন্দ্ৰ বৰুৱা, যজ্ঞেশ্বৰ শৰ্মা, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, চৈয়দ আব্দুল মালিক, যতীন্দ্ৰ নাথ গোস্বামীৰ দৰে পণ্ডিত ব্যক্তিসকলক 'সাহিত্যাচাৰ্য' উপাধি প্ৰদান কৰে।

'অসম সাহিত্য সভা'ই বিভিন্ন জনগোষ্ঠীৰ মাজত সমন্বয় গঢ়ি তুলিবলৈ চেষ্টা কৰাৰ উপৰিও পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ ওপৰতো গুৰুত্ব দি আহিছে। অসমীয়া ভাষাৰ প্ৰাধান্য নথকা অঞ্চলত সভাই কাৰ্যনিৰ্বাহক সভা, আলোচনা চক্ৰ, কবি সন্মিলন, সভাৰ অধিবেশন আদি পাতি সেই সেই অঞ্চলৰ জনসাধাৰণৰ লগত সম্প্ৰীতিৰ এনাজৰিডাল কটকটীয়া কৰিবলৈ চেষ্টা কৰিছে। সাহিত্য সভাৰ সুদীৰ্ঘ কালৰ এটা উল্লেখযোগ্য বৰঙণি হৈছে অসমীয়া 'বিশ্বকোষ' সম্পাদনা। সভাৰ ষট্‌ষষ্টিতম অধিবেশন (২০০১)ত হোমেন বৰগোহাঞিয়ে সভাপতিৰ দায়িত্ব লৈ অসমীয়া ভাষাত বিশ্বকোষৰ প্ৰয়োজনীয়তা অনুভৱ কৰি 'বিশ্বকোষ আন্দোলন' গঢ়ি তোলে। এই উদ্দেশ্যৰে সমাজৰ সকলো শ্ৰেণীৰ লোককে জড়িত কৰে। বৰ্তমানলৈকে 'বিশ্বকোষ'ৰ বিজ্ঞান, ভাৰতীয় সাহিত্য, বিশ্ব সাহিত্য আৰু লোক সাহিত্য, ইতিহাস আদি বিষয় লৈ বিশ্ব সাহিত্যৰ ৬টা খণ্ড প্ৰকাশ পাইছে।

'অসম সাহিত্য সভা'ৰ মূল চালিকা শক্তি হৈছে — অধিবেশনসমূহ। অধিবেশনসমূহ জ্ঞান-অন্বেষণ তথা বিভিন্ন জাতি-জনগোষ্ঠীৰ মিলনৰ কেন্দ্ৰস্থল। সমাজৰ গুণী-মানী পণ্ডিত ব্যক্তিসকলে অধিবেশনৰ সভাপতিৰ আসন অলংকৃত কৰাৰ ফলস্বৰূপে অসমীয়া সমাজ তথা জাতি উপকৃত হৈছে। এই অধিবেশনসমূহ ভিন ভিন ঠাইত অনুষ্ঠিত কৰাৰ বাবে সেই সেই অঞ্চলৰ লোকসকলক সামাজিক তথা জাতীয় ঐক্য সংহতিৰ উত্তৰণ ঘটিছে। অধিবেশনথলী জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সকলোৰে বাবে মিলন ভূমি তথা সমন্বয় ক্ষেত্ৰত পৰিণত হৈ পৰে।

মন কৰিবলগীয়া যে প্ৰথম অৱস্থাত সভাৰ অধিবেশনত জ্ঞান অন্বেষণেই অধিক গুৰুত্ব পোৱাৰ লগতে সভাৰ মূল উদ্দেশ্যসমূহো ফলৱতী কৰাত গুৰুত্ব দিয়া হৈছিল। কিন্তু পৰৱৰ্তী সময়ত বিভিন্ন ৰাজনৈতিক প্ৰভাৱ তথা কু-অভিসন্ধিৰ কৰাল গ্ৰাসত পৰি সভাৰ মূল উদ্দেশ্য আৰু লক্ষ্যৰ প্ৰতি সভা আঁতৰি অহা যেন ভাব হৈছিল। মাজে সময়ে সাহিত্য সভা বিভিন্ন বিতৰ্কৰ মাজতো সোমাই পৰা দেখা যায়। সময়ে সময়ে সভাসমূহ মেলামুখী হোৱা বুলিও প্ৰশ্ন উত্থাপিত হয়। কিন্তু বৰ্তমান কিছু সমাজ সচেতন ব্যক্তি তথা জাতীয়বোধ থকা পণ্ডিত ব্যক্তিৰ নিস্বাৰ্থ প্ৰচেষ্টাত এটা সুস্থিৰ অৱস্থা পাইছেগৈ। সভাই সময়ে সময়ে উদ্ভৱ হোৱা অসমৰ জাতীয় জীৱনৰ সমস্যাৱলীৰ ক্ষেত্ৰতো মাত মাতি আহিছে। অসমত অসমীয়া ভাষা ৰাজ্যিক ভাষা ৰূপে প্ৰতিষ্ঠিত কৰা আৰু মাতৃভাষাৰ প্ৰচলন সভাৰ আন এটা উদ্দেশ্য আছিল। এই ক্ষেত্ৰত সভা সফলো হৈছিল। কিন্তু বৰ্তমান বিশ্বায়নৰ ভুল অনুকৰণৰ ফলশ্ৰুতিত অসমীয়া ভাষা সংকটৰ সন্মুখীন হৈছে। আনহাতে অসমৰ কেন্দ্ৰীয় বিদ্যালয় সমূহত ত্ৰিভাষা সূত্ৰ প্ৰচলন অমান্য কৰি অসমীয়া বিষয়টো সম্পূৰ্ণভাৱে উঠাই দিয়া হৈছে। অসমত অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ কাৰণে সাহিত্য সভাৰ লগতে জাতীয় সংগঠনসমূহ ঐক্যবদ্ধভাৱে আগবাঢ়ি আহিলে নিশ্চয় সফল হ'ব। সভাৰ প্ৰতি অসমৰ সকলোৰে আনুগত্য আছে। গতিকে অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ উন্নয়নৰ লগতে বৃহত্তৰ অসমীয়া জাতিৰ জাতীয় ঐক্য-সংহতি ৰক্ষাৰ ক্ষেত্ৰত 'অসম সাহিত্য সভা'ই সক্ৰিয় ভূমিকা গ্ৰহণ কৰি ভৱিষ্যত নতুন প্ৰজন্মৰ সঠিক দিক্‌প্ৰদৰ্শক হ'ব বুলি ভবাৰ থল আছে। তেতিয়াহে এদিন নিশ্চয় অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতি জগত সভালৈ যাব।

ব্যৱহাৰিক অভিজ্ঞতাৰ পৰা আমাৰ অনুভৱ হৈছে যে সাহিত্য সভাৰ নামত যিমানখিনি যাত্ৰীৰ সমাগম দেখা যায় তাৰ অধিকাংশই মেলামুখী হোৱাটো পৰিলক্ষিত হয়। সাহিত্য সভাৰ মঞ্চত য'ত সাহিত্য বিষয়ক গভীৰ আলোচনা চলি থাকে তাত শ্ৰোতাৰ সংখ্যা তেনেই তাকৰ। গতিকে এই পৰিসংখ্যাটো কেনেদৰে ওলোটা কৰিব পাৰি সেইটো আমি সকলো অসম প্ৰেমীৰে গধুৰ দায়িত্ব আৰু কৰ্তব্য বুলি ভাবো। কামত ফলৱতী হ'লে অসম সাহিত্য সভাৰ প্ৰচাৰ আৰু প্ৰসাৰ ঘটিব আৰু ই বিশ্ব মহাসভাত ঠাই পাব।

পাদটীকা ঃ

১। হৰিপ্ৰসাদ নেওগ (সম্পাদিত) ঃ অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ', অসম সাহিত্য সভা, ১৯৬৮, পৃঃ ৫
২। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৯
৩। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৯
৪। উপেন্দ্ৰ বৰকটকী ঃ 'অসম সাহিত্য সভাৰ জলঙাইদি' ঃ জানুৱাৰি ২০০৩, পৃঃ ৮
৫। সতীশ চন্দ্ৰ চৌধুৰী, ড° প্ৰদীপ ভূঞা (সং আৰু সম্পাদক) ঃ 'অসম সাহিত্য সভাৰ ভাষণাৱলী' (পঞ্চম খণ্ড), ২০০৮, পৃঃ ২৬১
৬। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৪০৩
৭। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৫৫৪

# অসম সাহিত্য সভাৰ এক বিশ্লেষণাত্মক আলোকপাত

মৰমী বৰদলৈ

অসম সাহিত্য সভা হৈছে, অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ অনুৰাগীসকলৰ এক উমৈহতীয়া অনুষ্ঠান। ১৮৯৫ খ্ৰীষ্টাব্দত ভাষা, সংস্কৃতি আৰু ঐক্যৰ আদৰ্শেৰে সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাই প্ৰথমে গঠন কৰিছিল 'কহিমা সাহিত্য সভা'। ইয়াৰ বাইশ বছৰৰ পিছতহে অৰ্থাৎ ১৯১৭ চনৰ ২৬ ডিচেম্বৰত শিৱসাগৰৰ আসাম কনফাৰেন্সৰ ৰভা ঘৰত 'সদৌ আসাম সাহিত্য সন্মিলন'ৰ জন্ম হৈছিল। ১৯২৪ চনৰ ২৫ মে' তাৰিখে সাহিত্য সভাক পঞ্জীয়ন কৰা হয় আৰু ১৯৪৪ চনত আসাম সাহিত্য সন্মিলনক 'অসম সাহিত্য সভা'ৰে নামকৰণ কৰা হয়। অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ (অঃ ভাঃ উঃ সাঃ) লক্ষ্য আগত লৈ, অসম সাহিত্য সভাৰ জন্ম হয়। অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ সৰ্বাংগীন উন্নতি সাধন কৰাই হ'ল ইয়াৰ মূল উদ্দেশ্য। অসম সাহিত্য সভা অসমৰ একমাত্ৰ স্বেচ্ছাসেৱী অনুষ্ঠান, যি সুদীৰ্ঘ পঞ্চানবৈ বছৰ ধৰি নানান ঘাত-প্ৰতিঘাত, বাধা-বিঘিনি নেওচি অসমীয়া ভাষা-সাহিত্যৰ গতি-প্ৰকৃতি নিয়ন্ত্ৰণ কৰি আহিছে।

স্বাধীনতাৰ আগতে, অসম সাহিত্য সভাৰ গাঁথনি দুতৰপীয়া থাকিলেও বৰ্তমান ইয়াৰ গাঁথনি চাৰি তৰপীয়া - ১। কেন্দ্ৰীয় সভা, ২। জিলা সভা, ৩। শাখা সভা আৰু ৪। স্বীকৃত সভা। ২০০২ চনলৈকে অসম সাহিত্য সভাৰ শাখা ৬৬২ খন, জিলা সভা ২০ খন, আজীৱন সভ্য ৬৪২৯ জন, হিতৈষী সভ্য ২০৫ জন আৰু সাধাৰণ সভ্য ১,০০,০০০ জন। অসম সাহিত্য সভাৰ প্ৰায় এক শতাব্দীযোৰা এই সময়ছোৱাক সভাৰ সভাপতিসকলৰ অভিভাষণসমূহৰ প্ৰকৃতি অনুযায়ী চাৰি স্তৰত পাব পাৰি—

লেখক সোণাপুৰ মহাবিদ্যালয়ৰ শিক্ষা বিভাগৰ সহকাৰী অধ্যাপক।



ক) আৰম্ভণি বা প্ৰস্তুতি স্তৰ

খ) দ্বিতীয় মহাসমৰ বা যুদ্ধোত্তৰ স্তৰ

গ) স্বাধীনতাৰ পৰৱৰ্তী স্তৰ

ঘ) সত্তৰ দশকৰ (বিংশ শতিকা) পৰৱৰ্তী স্তৰ

জাতি, ধৰ্ম, ভাষা নিৰ্বিশেষে সমগ্ৰ অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ জনগোষ্ঠীৰ যি অভূতপূৰ্ব জনসমাবেশেৰে সাহিত্য সভাৰ অধিবেশন অনুষ্ঠিত হয়, সিয়েই প্ৰমাণ কৰে সাহিত্য সভাই সৃষ্টি কৰা জনজাগৰণ, জাতীয় চেতনা বা জনসাধাৰণৰ সভাৰ প্ৰতি থকা সহৃদয়তাৰ কথা। অসম তথা উত্তৰ পূৰ্বাঞ্চলত সাহিত্য সভাই যে ঐক্য আৰু সম্প্ৰীতিৰে জাতীয় সংহতিৰ সৃষ্টি কৰিছে তাত কোনো সন্দেহ নাই। "অসম সাহিত্য সভাৰ বাণী— অসমৰ ৰাইজৰ প্ৰাণৰ বাণী।"

অৱশ্যে অসম সাহিত্য সভা মানে কেৱল অধিবেশনেই নহয়। সাহিত্য সভাই অধিবেশন অনুষ্ঠিত কৰাৰ উপৰিও বিভিন্ন হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনিৰ যোগেদি প্ৰতিবছৰে কুৰিতকৈও অধিক গ্ৰন্থ প্ৰণয়ন, প্ৰকাশন, সম্পাদনা আৰু পুনৰ মুদ্ৰণ কৰি আহিছে। সাহিত্য সভাৰ গ্ৰন্থসমূহ ঘাইকৈ (ক) সাহিত্য সভা আৰু অধিবেশন বিষয়ক, (খ) সাহিত্য তত্ত্ব, সংস্কৃতি আদি বিষয়ক, (গ) পৰিচয় গ্ৰন্থমালা বিষয়ক, (ঘ) জনজাতীয় জীৱন আৰু ভাষা-সংস্কৃতি বিষয়ক ইত্যাদি। ইয়াৰ উপৰিও অসম সাহিত্য সভাই গুণী, জ্ঞানী ব্যক্তিৰ সহযোগত বিভিন্ন আলোচনা চক্ৰ, কৰ্মশালা, সংহতি যাত্ৰা, শুভেচ্ছামূলক ভ্ৰমণ, সাংস্কৃতিক শিবিৰ, স্মৃতিগ্ৰন্থ প্ৰকাশ আদি অনুষ্ঠিত কৰি আহিছে। অসম সাহিত্য সভাই অসমৰ বিভিন্ন ভাষা-উপভাষা, জাতি-উপজাতি, কৃষ্টি-সংস্কৃতিৰ সৰ্বাংগীন বিকাশৰ চেষ্টা কৰি সাহিত্যৰ ভঁৰাল চহকী কৰি বৃহত্তৰ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াৰ ফালে অগ্ৰসৰ হৈ আহিছে।

সাহিত্য সভাৰ সফলতাৰ মাপকাঠি জুখিবলৈ ওপৰত আলোচনা কৰা স্তৰ বা পৰ্বকেইটিক সামৰি সামগ্ৰিকভাৱে সাহিত্য সভাই এতিয়ালৈকে ৰূপায়িত কৰা গুৰুত্বপূৰ্ণ পদক্ষেপবোৰ তলত আলোচনা কৰা নিশ্চয় যুগুত হ'ব।

- ১৯২৬ চনৰ ২ ডিচেম্বৰত অসমৰ গৱৰ্ণৰ জনহেনৰিকাৰ চাহাবে যোৰহাটত চন্দ্ৰকান্ত সন্দিকৈ ভৱনটি উদ্বোধন কৰে। সাহিত্য সভাৰ একমাত্ৰ স্থায়ী কাৰ্যালয়টিৰ শুভাৰম্ভ, নিঃসন্দেহে অসম সাহিত্য সভাৰ এক গুৰুত্বপূৰ্ণ পদক্ষেপ।
- ১৯২৬ চনত সাহিত্য সভাৰ মুখপত্ৰ 'অসম সাহিত্য সভা পত্ৰিকা' প্ৰকাশ

হয়। প্ৰতি তিনি মাহৰ মূৰে মূৰে ওলোৱা এই পত্ৰিকাৰ আৰম্ভণিয়ে অসমীয়া সাহিত্যৰ গৱেষণাৰ বাট মুকলি কৰিলে বুলি ক'ব পাৰি। উচ্চ স্তৰৰ সাহিত্য-সংস্কৃতি বিষয়ক প্ৰবন্ধৰাজি ইয়াত প্ৰকাশ হয়।

- ❖ অসমীয়া ভাষাৰ আপুৰুগীয়া সম্পদ চন্দ্ৰকান্ত অভিধান প্ৰণয়ন হয় ১৯৩৩ চনত। অসমীয়া শব্দৰ ব্যুৎপত্তি আৰু উদাহৰণেৰে অসমীয়া-ইংৰাজী দুই ভাষাৰ অৰ্থ থকা এই অভিধানখনি দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ সাহায্য আৰু চন্দ্ৰকান্ত ন্যাসৰ উদ্যোগত প্ৰকাশ পায়। ইয়াত মুঠ ৩৬,৮১৯ শব্দৰ অৰ্থৰ বাহিৰেও প্ৰাণীতত্ব, উদ্ভিদ তত্ব আদি বিজ্ঞানৰ কিছু কথাৰো আভাস পাব পাৰি।
- ❖ অসম সাহিত্য সভাৰ প্ৰচেষ্টাত অসম প্ৰকাশন পৰিষদৰ জন্ম হয় ১৯৫৪ চনৰ ১৬ মে'ত। নানান মূল্যবান গ্ৰন্থ প্ৰকাশন পৰিষদে প্ৰকাশ কৰাৰ উপৰিও 'প্ৰকাশ' নামৰ এখন উচ্চমানৰ সাহিত্য আলোচনী প্ৰকাশ কৰে।
- ❖ অসম সাহিত্য সভাৰ ভাষণাৱলীৰ প্ৰথম খণ্ড, দ্বিতীয় খণ্ড আৰু তৃতীয় খণ্ড ক্ৰমান্বয়ে প্ৰকাশ পায় ১৯৫৫, ১৯৫৭ আৰু ১৯৬১ চনত। এই ভাষণাৱলীক অসমীয়া সাহিত্যৰ এক মূল্যৱান দলিলৰূপে আখ্যা দিব পাৰি।
- ❖ ১৯৬০ চনৰ ১১ মাৰ্চত সভাই ৰাজ্যজুৰি পালন কৰে 'ৰাজ্যিক ভাষা দিৱস'। এই দিৱসে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়।
- ❖ 'অসমীয়া ভাষা-জ্ঞান পৰীক্ষা' - সাহিত্য সভাৰ আন এক কৃতিত্ব বুলি ক'ব পাৰি। ১৯৬১ চনৰ অসম সাহিত্য সভাৰ অসমীয়া ভাষা জ্ঞান সংসদে অসমৰ বিভিন্ন ঠাইত ভাষা জ্ঞান পৰীক্ষা গঠনৰ প্ৰস্তুতি কৰে।
- ❖ উত্তৰ পূৰ্বাঞ্চলৰ ঘাই কেন্দ্ৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ হয় ১৯৬৩ চনৰ ৭ এপ্ৰিলত। কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ সহযোগত নিৰ্মাণ হোৱা এই ভৱনটিয়ে সাহিত্য বিকাশৰ গতি খৰতকীয়া কৰি তোলাত সহায় কৰে।
- ❖ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অন্তৰ্গত সকলোবোৰ মহাবিদ্যালয়ত শিক্ষাৰ মাধ্যম ইংৰাজীৰ লগতে অসমীয়া মাধ্যম কৰিবলৈ সভাই পৰামৰ্শ আগবঢ়াই ১৯৬৫ চনত। এই দিশত সভাই সফলতাও লাভ কৰিবলৈ সমৰ্থ হয়।
- ❖ অসম সাহিত্য সভাই Assam's State Language, Assom's Language question on University Medium আদি পুস্তিকা



প্ৰকাশেৰে, লগতে ত্ৰি-ভাষা সূত্ৰ প্ৰণয়নৰ দ্বাৰা অসমৰ সকলো বিদ্যালয়ৰ মাধ্যম অসমীয়া কৰিবলৈ চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰে। ১৯৭৪ চনত হাইলাকান্দি আৰু শিলচৰত ভাষা প্ৰশিক্ষণ কেন্দ্ৰ খুলি সভাই অসমীয়া ভাষা জনপ্ৰিয় কৰি তোলাৰ নানান প্ৰচেষ্টা হাতত লয়।

- ❖ সাহিত্য সভাৰ আন এক সাফল্য হ'ল ১৯৭৯ চনৰ জুলাই মাহত ডিগবৈত শিশু সাহিত্য কৰ্মশালা অনুষ্ঠিত কৰিব পৰাটো। কাৰণ এই কৰ্মশালাৰ প্ৰস্তাৱ অনুসৰি প্ৰথম অসমীয়া শিশু জ্ঞানকোষৰ পাচোঁটা খণ্ড প্ৰকাশ পায় ১৯৮৪, ১৯৮৭, ১৯৮৮, ১৯৮৯ আৰু ১৯৯১ চনত। অসমীয়া শিশু সাহিত্যলৈ, সাহিত্য সভাৰ এইখিনি নিশ্চয় অনবদ্য উপহাৰ।
- ❖ শিশু সাহিত্য কৰ্মশালাৰ দৰে সভাই এখন বিজ্ঞান কৰ্মশালাও অনুষ্ঠিত কৰে যোৰহাটত।
- ❖ সাহিত্য সভাৰ ৰহা অধিবেশনে জাতীয় ন্যাস পুঁজি গঠনৰ প্ৰস্তাৱ লয় ১৯৮০ চনত। সভাৰ ই এক বলিষ্ঠ পদক্ষেপ। ইয়াৰ উপৰিও সাহিত্য সভাই কেবাটাও পুঁজি লাভ কৰিবলৈ সমৰ্থ হয়। ন্যাস পুঁজিয়ে এক কোটি টকাৰ লক্ষ্য ধাৰ্য কৰি কাম আগবঢ়াইছিল।
- ❖ ১৯৮৪ জুনত ডিফুত সভাৰ তৃতীয়টো কাৰ্যালয় উদ্বোধন কৰা হয়। কাৰ্বি জাতিৰ প্ৰবাদ পুৰুষ ৰাংছিনা দেৰৰ নামত সাহিত্য সভাই তৃতীয়টো কাৰ্যালয় স্থাপন কৰে আৰু এই ভৱনটি ৰাংছিনা ভৱন নামে জনা যায়। এই ভৱনটিতে কাৰ্বি তথা জনজাতীয় ভাষা, সাহিত্য-সংস্কৃতি গৱেষণা কেন্দ্ৰ স্থাপন কৰা হয়।
- ❖ 'গণ অভিজ্ঞান সভা', অসম সাহিত্য সভাৰ এক নতুন পদক্ষেপ বুলিব পাৰি। এই আঁচনি আৰম্ভ কৰিছিল ১৯৮৫ চনত।
- ❖ 'কেন্দ্ৰীয় অসম তত্ব গৱেষণা সংস্থান' উদ্বোধন হয় ১৯৯৮ চনৰ ৫ ছেপ্টেম্বৰত। ইতিমধ্যে এই গৱেষণা সংস্থাটিক বিশ্ববিদ্যালয় অনুদান আয়োগে গৱেষণা কেন্দ্ৰ হিচাপে অনুমোদন কৰিছে। ই নিশ্চয় সন্তোষৰ কথা।
- ❖ ১৯৯৭ চনত ধুবুৰীত সভাৰ চতুৰ্থটো কাৰ্যালয় ৰাইজৰ সহযোগ আৰু সাংসদ পুঁজিৰে নিৰ্মাণ হয়।
- ❖ সাহিত্য সভাই বৃহত্তৰ জাতি গঠনৰ উদ্দেশ্য আগত ৰাখি ১৯৮৭ চনত

অসমৰ চাহ বাগিচাত সাক্ষৰতা অভিযানৰ পাতনি মেলে। চাহ সম্প্ৰদায়ৰ মাজৰ পৰা বহুতো নবীন, প্ৰতিভাৱান লেখক-লেখিকাৰ আগমন ঘটাব পৰাটো সভাৰ আন এক কৃতিত্ব। অসমৰ বিভিন্ন জনগোষ্ঠী, চাহ জনগোষ্ঠী আৰু চৰ অঞ্চলৰ জনসাধাৰণৰ জীৱন সংস্কৃতি সম্পৰ্কীয় এশৰো অধিক গ্ৰন্থ সাহিত্য সভাই প্ৰণয়ন কৰি দায়িত্ব বোধৰ পৰিচয় দিয়ে।

- ❖ ভাষা বিষয়ক মতানৈক্য দূৰ কৰিবলৈ চেষ্টা কৰি সাহিত্য সভাই ১৯৮৮ চনত ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰিধি ভাঙি বৰাক উপত্যকালৈ গতি কৰে।
- ❖ লক্ষ্মীনাথ বেজবৰুৱাকে আদি কৰি কেইবাগৰাকী প্ৰাক্তন সভাপতি আৰু বৰেণ্য লোকৰ জন্ম শতবাৰ্ষিকী সভাই যথেষ্ট ধুমধামেৰে অনুষ্ঠিত কৰে আৰু তথ্যচিত্ৰ ও নিৰ্মাণ কৰি সাংস্কৃতিক আৰু বৌদ্ধিক বিকাশত অৰিহণা যোগায়।
- ❖ জাতীয় সংস্কৃতি প্ৰকল্পৰ বাবে সভাই লাভ কৰে গুৱাহাটীত ৫০ বিঘা মাটি। সাংস্কৃতিক বিকাশত এই প্ৰকল্পই যথেষ্ট অৰিহণা যোগাব বুলি ভবাৰ থল আছে।
- ❖ সাহিত্য সভাৰ পুথিৰ সংৰক্ষণ আৰু বিকাশৰ বাবে সভাই গুৱাহাটীৰ মাজ-মজিয়াত লাভ কৰে সভাৰ আজীৱন সভ্য, নাট্যকাৰ, সাংবাদিক ফণী তালুকদাৰ আৰু সুলেখিকা ডলী তালুকদাৰৰ বাসভৱনটি ১৯৯৯ চনত। অসমীয়া ভাষা-সাহিত্যৰ বহুতো মূল্যৱান পুথি ইয়াত সংগৃহীত হৈ আছে।
- ❖ ডিব্ৰুগড়ৰ চৌকিদিঙিৰ ৰামেশ্বৰ চহৰীয়াৰ বৃহৎ ভৱনটি সাহিত্য সভাই দান স্বৰূপে লাভ কৰে আৰু ইয়াৰ এই ভৱনটিক সংহতি ভৱনেৰে নামকৰণ কৰি মহানুভৱতাৰ পৰিচয় দিয়ে।
- ❖ সভাই বিভিন্ন সময়ত অৰুণাচল প্ৰদেশ, মণিপুৰ, মেঘালয়, নাগালেণ্ড আদিত শুভেচ্ছামূলক ভ্ৰমণ কৰি উত্তৰ পূৰ্বাঞ্চলৰ সাতভনীৰ মাজৰ সংহতি বৃদ্ধি কৰাত অৰিহণা যোগাই আহিছে।
- ❖ অৰুণোদই, বাঁহী আদি পুৰণা মূল্যৱান গ্ৰন্থসমূহৰ পুনৰ মুদ্ৰণো সাহিত্য সভাৰ এক শলাগিবলগীয়া প্ৰচেষ্টা।
- ❖ অনুবাদ সাহিত্য, তুলনামূলক সাহিত্য, ফঁকৰা-যোজনা, জীৱনী গ্ৰন্থ প্ৰণয়ন আদিও সাহিত্য সভাৰ আন এক সাফল্য।
- ❖ ভাষা-নীতি, জনজাতীয় ভাষা-নীতি আৰু বিদেশী সমস্যাৰ সম্পৰ্কত



সাহিত্য সভাই সময়ে সময়ে দাঙি ধৰা অভিমতবিলাক যথেষ্ট গুৰুত্বপূৰ্ণ বুলিব পাৰি।

- ❖ হোমেন বৰগোহাঞিৰ নেতৃত্বত গঢ় লৈ উঠা বিশ্বকোষ প্ৰণয়নৰ আন্দোলন অসমীয়া সাহিত্যৰ এক কীৰ্তিস্তম্ভ বুলিব পাৰি। বিশ্বকোষে অসমত যি বৌদ্ধিক জাগৰণৰ সৃষ্টি কৰিলে, সি সঁচাকৈয়ে অসমীয়া সাহিত্যত বিৰল। এতিয়ালৈকে প্ৰায় ১৩ টি খণ্ডৰ বিশ্বকোষ অসমৰ ৰাইজৰ মাজলৈ আহিছে। বিশ্বকোষৰ প্ৰথম, দ্বিতীয়, তৃতীয় খণ্ডটি বিজ্ঞান বিষয়ক তেনেকৈ চতুৰ্থটি ভাৰতীয় সাহিত্য বিষয়ক, সপ্তম আৰু নৱম খণ্ডটি বুৰঞ্জী বিষয়ক আৰু দশম খণ্ডটি দৰ্শন বিষয়ক লৈ ৰচিত হৈছে।

এইদৰেই অসম সাহিত্য সভাই জন্ম লগ্নৰে পৰা অসমীয়া ভাষা, সমাজ, সাহিত্য আৰু সংস্কৃতিৰ বৰপথাৰলৈ নানান সংগ্ৰাম অতিক্ৰমি প্ৰভূত বৰঙণি যে, যোগালে তাত কোনো দ্বিমত নাই। সাহিত্য সভাৰ এই সংগ্ৰামী অভিযানৰ সাফল্যত অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ ৰাইজৰ অকুণ্ঠ সহায়-সহযোগ আছে। বৰ্তমান অসমীয়া সাহিত্যৰ বৌদ্ধিক জগতৰ যি উত্তৰণ হৈছে তাত নিশ্চয় সাহিত্য সভাৰ সাফল্যৰ বেঙণি দেখা পোৱা যায়।

অসম সাহিত্য সভাৰ দৰে সুবৃহৎ জাতীয় অনুষ্ঠানটিও পিছে সমালোচনাৰ ঊৰ্ধত নহয়। এই বৃহৎ অনুষ্ঠানটি 'বোৱতী সুঁতিৰ দৰে' আগবাঢ়ি যাওঁতে সময়ে সময়ে যে উজুটি খোৱা নাই, তেনে নহয়। সংগ্ৰামী অভিযানত ই নিশ্চয় এক স্বাভাৱিক প্ৰক্ৰিয়া। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অভূতপূৰ্ব সাফল্য তথা ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক পৰিবৰ্তন আৰু বিশ্বায়নৰ প্ৰভাৱে অসম তথা গোটেই বিশ্বৰ বিভিন্ন দিশত পৰিবৰ্তন আনিছে। সেয়েহে সময়ৰ পৰিবৰ্তনৰ লগে লগে অসম সাহিত্য সভাৰ নিচিনা জাতীয় অনুষ্ঠানটিও হয়তো বিতৰ্কৰ আৱৰ্তত সোমাই পৰিছে। যি মহান উদ্দেশ্য লৈ সাহিত্য সভাৰ জন্ম হৈছিল, তাৰ পৰা সাহিত্য সভা যেন কক্ষচ্যুত হৈছে। আনকি কিছু বুদ্ধিজীৱীয়েও সাহিত্য সভাৰ ক্ষেত্ৰখন হানিকাৰক বুলি ক'বলৈ প্ৰয়াস কৰিছে। ই অত্যন্ত দুৰ্ভাগ্যজনক।

এই পবিত্ৰ অনুষ্ঠানটিক পুনৰ 'বিশ্বৰ দৰবাৰ'ত বহুওৱাটো প্ৰতিজন অসমীয়াৰে কৰ্তব্য। আজি সাহিত্য সভাৰ শতবাৰ্ষিকী মুহূৰ্তত প্ৰতিজন সচেতন নাগৰিকে সাহিত্য সভাৰ ভুল-ত্ৰুটিবোৰ আঁতৰাই সঠিক দিশত আগবঢ়িবলৈ সহায় সহযোগিতা আগবঢ়াব লাগিব। ইতিবাচক বিশ্লেষণে সভাক সঠিক দিশত অগ্ৰসৰ হ'বলৈ সহায় কৰিব। এই ক্ষেত্ৰত তলত দিয়া দিশসমূহ নিশ্চয় এবাৰ পুনৰ বিবেচনা কৰাৰ থল আছে।

- ❖ সাহিত্য সভাৰ প্ৰাসংগিকতা কিমান?
- ❖ সাহিত্য সভাৰ অধিবেশনবোৰ মেলামুখী হৈ পৰিছেনেকি?
- ❖ সাহিত্য সভাৰ বাণিজ্যিকৰণ হৈ উঠাৰ সম্ভাৱনা কিমান?
- ❖ অৰাজনৈতিক অনুষ্ঠান হিচাপে সাহিত্য সভাই ক্ৰমান্বয়ে ৰাজনীতিৰ লগত সাঙোৰ খাই পৰাৰ অনুভৱ হয় নেকি?
- ❖ সাহিত্য সভাৰ সভাপতি বা সম্পাদক পদৰ বাবে হোৱা নিৰ্বাচন, জনসাধাৰণৰ বাবে দৃষ্টি কটু হৈ পৰিছে নেকি? ইয়াক ক্ষমতাৰ অৰিয়া-অৰি বুলি ক'ব পাৰিনে?
- ❖ ইংৰাজী মাধ্যমৰ প্ৰতি আকৰ্ষণ আৰু অসমীয়া মাধ্যমৰ প্ৰতি বিকৰ্ষণ, আমাৰ ভাষা-সাহিত্যৰ বাবে অশুভ ইংগিত নেকি?
- ❖ অসমীয়া ভাষা পঢ়ুৱৈৰ সংখ্যা কিয় কমি আহিছে?
- ❖ অসম চৰকাৰৰ প্ৰশাসনিক কাম-কাজত এতিয়ালৈকে ৰাজ্য ভাষা প্ৰয়োগ কৰিব নোৱাৰাটো সভাৰ দুৰ্বল দিশ বুলিব পাৰি নেকি?
- ❖ 'জনবলৰ বিপৰীতে সাহিত্য সভাৰ ধনবল' দুৰ্বল নেকি? জাতীয় ন্যাস পুঁজিয়ে এক কোটি টকাৰ লক্ষ্যত উপনীত হ'ব পাৰিলেনে নাই?
- ❖ অসম সাহিত্য সভাৰ জন্মৰ পাছত বিভিন্ন জনগোষ্ঠীসমূহৰ মাজত, নিজা উপভাষাৰে জন্ম দিয়া, সাহিত্য গোষ্ঠীবোৰে অসম সাহিত্য সভাৰ মূল ভেটি দুৰ্বল কৰিব নেকি?
- ❖ সাহিত্যৰ লগত সম্পৰ্ক নথকা ব্যক্তিয়ে সাহিত্য সভাৰ বিষয় বাব ল'ব পাৰিবনে?
- ❖ সাহিত্য সভাৰ লগত চৰকাৰৰ সম্বন্ধ কেনেকুৱা হোৱা উচিত?
- ❖ সাহিত্য সভাৰ বৃহৎ বাজেটৰ পৰিবৰ্তন অনাটো সম্ভৱনে?
- ❖ সাহিত্য সভাই ৰাষ্ট্ৰীয় পটভূমিত অসমৰ মানচিত্ৰ আনিবলৈ সমৰ্থ হৈছেনে?

অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপকসকলক শ্ৰদ্ধাৰে সুঁৱৰি আৰু উত্তৰোত্তৰ বিকাশ কামনা কৰি তলত কেইটামান পৰামৰ্শ বিবেচনাৰ বাবে আগবঢ়োৱা হ'ল।

১। বিশ্বকোষৰ আঁচনি আন আন জনজাতীয় ভাষা-সাহিত্যলৈ সম্প্ৰসাৰণ।

২। অসমৰ সকলো প্ৰান্তীয় উপভাষা সামৰি এখন পূৰ্ণাংগ অসমীয়া বৈজ্ঞানিক পৰিভাষা প্ৰণয়ন।



৩। জনজাতীয় ভাষাসমূহৰ উৎকৃষ্ট গ্ৰন্থসমূহ অসমীয়ালৈ অনুবাদ।

৪। নিৰ্বাচিত অসমীয়া গ্ৰন্থ জনজাতীয় ভাষালৈ অনুবাদ।

৫। কম্পিউটাৰত ব্যৱহাৰ কৰিব পৰাকৈ UNICODE ৰ আৰ্হিত অসমীয়া লিপিৰ বিকাশ।

৬। ন ন প্ৰতিভাবান লেখকসকলক আৰ্থিক অনুদানৰ ব্যৱস্থা কৰা।

৭। জাতীয় ন্যাস পুঁজিৰ অৱস্থা টনকিয়াল কৰা।

৮। পুৰণি দুষ্প্ৰাপ্য গ্ৰন্থসমূহৰ পুনৰ মুদ্ৰণ।

৯। বিশ্বকোষকে আদি কৰি অনুষ্ঠিত হোৱা বিতৰ্কবিলাক ওৰ পেলাবলৈ চেষ্টা কৰা।

১০। বৃহত্তৰ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াত জনসাধাৰণক জড়িত কৰি তোলা।

ৰাজ্যৰ শ্ৰদ্ধা আৰু সন্মানৰ এই সভাখনি পুনৰ উজ্জীৱিত কৰিবলৈ অসমৰ, প্ৰতিখন জিলা সভা, শাখা সভা তথা প্ৰত্যেকজন অসমীয়াৰে কৰ্তব্য। 'অসমীয়া জাতিটোক সূক্ষ্মভাৱে নিৰীক্ষণ বা বিশ্লেষণ কৰিবলৈ সাহিত্য সভাখন হ'ল এখন দাপোণ, এইখনেই এখন সাহিত্য চ'ৰা য'ত অসমীয়াসকলে তেওঁলোকৰ সংস্কৃতি, জাতীয় সত্তা, জাতীয় সাহিত্যৰ উত্থান-পতনৰ স্বচ্ছ ছবি নিৰীক্ষণ কৰিবলৈ সুবিধা পায়। কিন্তু এই দাপোণখনত যদি ফাঁট মেলে, তেতিয়া অসমীয়া সমাজৰ মুখখন বিকৃত ৰূপত ভাঁহি উঠিব।'[৫] অসম সাহিত্য সভাক বাদ দি অসমৰ জাতীয় জীৱনৰ কথা ভাবিব নোৱাৰি। পশ্চিমীয়া সংস্কৃতিয়ে গা কৰি উঠাৰ সময়ত আমাৰ নৱ প্ৰজন্মক সঠিক বাট দেখুৱাৰ দায়িত্ব ল'ব লাগিব অসম সাহিত্য সভাই। অসম সাহিত্য সভাৰ জন্ম শতবাৰ্ষিকীৰ মুহূৰ্তত এইটো এটা গুৰুত্বপূৰ্ণ দিশ।

'জয়তু অসম সাহিত্য সভা'।

**গ্ৰন্থপঞ্জী ঃ**

১। গগৈ, যতীন্দ্ৰ মোহন ঃ অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা আৰু বিকাশ (প্ৰবন্ধ), অভিলেখ ২০০০ চন।

২। গোস্বামী, প্ৰসেনজিৎ কুমাৰ ঃ অসম সাহিত্য সভা - অংকুৰৰ পৰা (প্ৰবন্ধ) বটবৃক্ষলৈ, অভিলেখ, ২০০০ চন।

৩। গোস্বামী, বসন্ত কুমাৰ ঃ বাঁহী প্ৰথম আৰু দ্বিতীয় সংকলন, অসম সাহিত্য সভা।

৪। ছাত্তাৰ, আব্দুছ ঃ অভিলেখ, ১৯৭৭ চন, অসম সাহিত্য সভা।

৫। বৰ্মন, প্ৰফুল্ল : জাতীয় সংহতিলৈ অসম সাহিত্য সভাৰ অৰিহণা (প্ৰবন্ধ), অসম সাহিত্য সভা পত্ৰিকা, তৃতীয় সংখ্যা, ১৯৯২ চন।

৬। বৰুৱা, শান্তনু কৌশিক : সংক্ষিপ্ত অসমীয়া বিশ্বকোষ, ২০০৩ চন।

৭। ৰাজখোৱা, অমল : স্বৰাজোত্তৰ অসম সাহিত্য সভা (প্ৰবন্ধ), কপিলী-যমুনা, স্মাৰক গ্ৰন্থ অসম সাহিত্য সভাৰ তৃতীয় বিশেষ বাৰ্ষিক হোজাই অধিবেশন ২০০৪ চন।

৮। শইকীয়া, নগেন : অসম সাহিত্য সভাৰ প্ৰাসংগিকতা (প্ৰবন্ধ) কপিলী-যমুনা।


# ভাষা-সাহিত্য-সংস্কৃতি প্ৰসংগ

# উত্তৰ-পূব ভাৰতৰ থলুৱা ভাষা-সাহিত্যৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকা

ড° সতীশ চন্দ্ৰ ভট্টাচাৰ্য

বিংশ শতিকাৰ প্ৰায় প্ৰস্তুতি পৰ্বতে কিছু সংখ্যক দূৰদৰ্শী ব্যক্তিৰ চিন্তন-মননৰ ফলত জন্ম লাভ কৰা অসম সাহিত্য সভা সমগ্ৰ দেশৰ ভিতৰত এক সুবৃহৎ সাহিত্যানুষ্ঠান। অসমৰ জাতীয় অনুষ্ঠানৰ মৰ্যাদা লাভ কৰা সংগঠনটোৰ বৰঙণি ঘাইকৈ দুটা ভাগত বিভক্ত কৰিব পাৰি— ভাষা-সাহিত্যৰ বিকাশত ভূমিকা গ্ৰহণ আৰু উত্তৰ-পূব ভাৰতৰ অধিবাসীসকলৰ মাজত ঐক্য-সম্প্ৰীতিৰ বাণী বিতৰণ।

বাৰেবৰণীয়া লোকৰ বসতি স্থল, ভাষা-বিজ্ঞানীৰ ভাষাত 'ভাষাতত্ত্ববিদসকলৰ ভূ-স্বৰ্গ' (Paradise of the linguists) অসম ভূমিৰ ভাষা-সাহিত্যৰ পৰিপুষ্টি সাধনত বিশাল অনুষ্ঠান অসম সাহিত্য সভাৰ দায়িত্ব যে প্ৰচুৰ ই তৰ্কাতীত। মন কৰিবলগা কথা এয়ে যে, আমাৰ পূৰ্ব পুৰুষসকলে অনুষ্ঠানটোৰ নামকৰণ কৰিছে 'অসম সাহিত্য সভা' বুলিহে, 'অসমীয়া সাহিত্য সভা' নহয়। গতিকে উত্তৰ-পূব ভাৰতৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত ইয়াৰ ভূমিকা কিমান গুৰুত্বপূৰ্ণ হ'ব পাৰে ই সহজে অনুমেয়। সাহিত্য সভাই তেনে ভূমিকা পালন কৰিছে নে অথবা পালনৰ বাবে নিষ্ঠাসহ যত্ন কৰিছে নে নাই সেই বিষয়ে নিৰ্মোহ বিশ্লেষণৰ সময় সমাগত। সময়ে সময়ে বিভিন্ন প্ৰচাৰ মাধ্যম কিম্বা ৰাজহুৱা সভা আদিত অনুষ্ঠানটোক কঠোৰভাৱে সমালোচনা কৰা কাৰ্যই তাকেই প্ৰতীয়মান কৰে।

বৰ্তমান গৱেষণা নিবন্ধত ৰাজ্যখনৰ বড়ো, কাৰ্বি, মিচিং, ৰাভা, ডিমাচা, তিৱা, লালুং, গাৰো, দেউৰী-চুতীয়া, খাচী চাওতালী প্ৰভৃতি অসমৰ সৰু বৰ সকলো থলুৱা জনগোষ্ঠীৰ ভাষা-সাহিত্যৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকাৰ বিষয়ে পৰ্যালোচনা কৰা হ'ব। সুদীৰ্ঘ কাল ধৰি সভাৰ লগত 'আজীৱন সদস্য'ৰূপে জড়িত থাকিলেও

---

লেখক দৰং কলেজৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক।

এই গৱেষণা পত্ৰত বিষয়টো চালি-জাৰি চোৱা হ'ব এজন ভাষা-সাহিত্যৰ ছাত্ৰৰ দৃষ্টিৰেহে। তদুপৰি আমাৰ দৃষ্টিভংগী সততে বস্তুনিষ্ঠ (Objective) কৰাৰ প্ৰতি বিশেষ সতৰ্কতা অৱলম্বন কৰা হ'ব।

নিম্নলিখিত দিশকেইটা চকুৰ আগত ৰাখি সমীক্ষা চলালে উত্থাপিত বিষয়ৰ প্ৰতি সুবিচাৰ কৰা হ'ব বুলি লেখকৰ মনত প্ৰত্যয় জন্মিছে ঃ

১। ভিন ভিন জনগোষ্ঠী সম্পৰ্কীয় বিষয়ৰ পুথি-পত্ৰ প্ৰকাশ।

২। ভিন্ন ভাষা-ভাষী লেখকক লৈ লেখক-শিবিৰ অনুষ্ঠিতকৰণ।

৩। আলোচনা চক্ৰ, কৰ্মশালা আদিৰ আয়োজন।

৪। সভাৰ অধিবেশন বা অন্যান্য অনুষ্ঠানত উত্তৰ-পূবৰ ভিন ভিন লোকক মৰ্যাদাপূৰ্ণ স্থানত অধিষ্ঠিতকৰণ।

৫। ধৰ্ম, ভাষা নিৰ্বিশেষে অঞ্চলটোৰ অধিবাসীৰ হাতত সভাৰ বিষয়বাব অৰ্পণ।

উল্লিখিত পাঁচোটা দিশৰ প্ৰত্যেকেই একোটা সুকীয়া নিবন্ধৰ বিষয়। কেউটা দিশ সম্পৰ্কে পৰ্যায়ক্ৰমে চমু আলোচনা কৰা হ'ব।

**১। ভিন ভিন জনগোষ্ঠী সম্পৰ্কীয় বিষয়ৰ পুথি-পত্ৰ প্ৰকাশ ঃ**

পাঁচ কম এশ বছৰৰ দুৱাৰডলিত উপনীত হোৱা অসম সাহিত্য সভাৰ সুদীৰ্ঘ ইতিহাসত ভিন ভিন থলুৱা জনগোষ্ঠী সম্পৰ্কীয় কিতাপ-পত্ৰ প্ৰকাশৰ অধ্যায়টো এক ব্যাপক বিষয়। সেয়েহে আলোচনাৰ সুবিধাৰ্থে সভাৰ সোণালী জয়ন্তী বৰ্ষ অৰ্থাৎ ১৯৭৭ চনলৈ প্ৰকাশিত পুস্তকৰাজিৰ বিষয়ে সময়ানুক্ৰমিকভাৱে সংক্ষেপে আলোচনা কৰা হ'ব।

জনগোষ্ঠী এটাৰ বিষয়ে এই জনগোষ্ঠীৰ মানুহে নিজে ৰচনা কৰা আৰু আন গোষ্ঠীৰ মানুহৰ দ্বাৰা ৰচিত পুথি বিষয়টো স্পষ্টভাৱে এই দুই ভাগত বিভক্ত কৰাটো বাঞ্ছনীয়। থলুৱা লোকে নিজ জনগোষ্ঠীৰ বিষয়ক কেন্দ্ৰ কৰি লেখা গ্ৰন্থৰ বিষয়ে প্ৰথমে পৰ্যালোচনা কৰিবলৈ লোৱা হৈছে।

সংগৃহীত তথ্য মতে, অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত থলুৱা লেখকে নিজ জনগোষ্ঠীৰ বিষয়ে লেখা প্ৰথম পুথি হ'ল লুম্মেৰ দায়ে ৰচনা কৰা আৰু ১৯৬০ চনত পোহৰৰ মুখ দেখা 'উদয়াচলৰ সাধু'। তাহানিৰ উত্তৰ-পূব সীমান্ত অঞ্চল তথা বৰ্তমান অৰুণাচলৰ ছিয়াঙৰ বাসিন্দা লুম্মেৰ দায়ে ছাত্ৰাৱস্থাতে 'উদয়াচলৰ সাধু' লেখি পৰৱৰ্তী কালত ঔপন্যাসিকৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ অন্তৰালত বহু পৰিমাণে আছে অসম সাহিত্য সভাৰ প্ৰেৰণা। চাৰিখনকৈ সুখপাঠ্য উপন্যাসৰ ৰচক লুম্মেৰ দাইক প্ৰকৃতাৰ্থত পাহাৰ-ভৈয়ামৰ সমন্বয়ৰ সাঁকো বুলিব পাৰি। উত্তৰ-পূব সীমান্তৰ জনসাধাৰণৰ মাজত প্ৰচলিত বাৰটা সাধু ইয়াত শিশুৰ উপযোগীকৈ উপস্থাপন কৰা



হৈছে। ৬১ পৃষ্ঠাৰ নাতিদীৰ্ঘ গ্ৰন্থখনি অতিশয় দুষ্প্ৰাপ্য।

উত্তৰ-পূবৰ আন ভালেমান লোকৰ দৰে কাৰ্বিসকলো সাহিত্য সভাৰ লগত ঘনিষ্ঠভাৱে জড়িত। পৰম্পৰাটি তাহানিৰ পৰা আজিলৈ অব্যাহত আছে। কাৰ্বিসকলৰ তেতিয়া প্ৰচলিত 'মিকিৰ' নামেৰে লংকাম টেৰণে যুগুত কৰা 'মিকিৰ জনজাতি' গ্ৰন্থ সভাই প্ৰকাশ কৰে ১৯৬১ চনত। ৩২ পৃষ্ঠাৰ এই সৰু পুথিৰ জৰিয়তে কাৰ্বি লোকসকলৰ এটি চমু পৰিচয় দিবলৈ যত্ন কৰা হৈছে। সাহিত্য সভাৰ সোণালী জয়ন্তী উপলক্ষে ১৯৭৭ চনত 'প্ৰকাশৰ বৰ্ণনামূলক তালিকা'ত 'মিকিৰ জনজাতি'ৰ নাম নাই যদিও এই লেখকৰ হাতত দুষ্প্ৰাপ্য পুথিখন সংৰক্ষিত হোৱাটো উল্লেখযোগ্য। পুথিত সন্নিবিষ্ট 'লেখকৰ দুআষাৰ'ত গ্ৰন্থকাৰে অসম সাহিত্য সভাক 'অসমীয়াৰ প্ৰাণস্বৰূপ' আখ্যা দিয়াটো বিশেষভাৱে স্মৰণীয়।

অসম আৰু চুবুৰীয়া অঞ্চলৰ থলুৱা সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ অৰ্থে অসম সাহিত্য সভাই ১৯৭৩ চনত ডিফুত বহা কাৰ্যনিৰ্বাহক সভাত একাধিক গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰে। সেই প্ৰস্তাৱ মৰ্মে কাৰ্বি ভাষাৰ উন্নয়নৰ কাৰণে আঁচনি গ্ৰহণ কৰাৰ উপৰিও বড়ো, কাৰ্বি, ডিমাচা, মিচিং, তিৱা, ৰাভা, গাৰো আদি অধিবাসীসকলৰ জীৱন আৰু সংস্কৃতিৰ পৰিচয়জ্ঞাপক গ্ৰন্থৰ প্ৰকাশৰ সিদ্ধান্ত লোৱা হয়। সুখৰ কথা যে এনে এক সুচিন্তিত প্ৰস্তাৱৰ পৰিণতিত উক্ত কাৰ্যনিৰ্বাহক সভাৰ পিছৰ পৰা সোণালী জয়ন্তীলৈকে ভালেকেইখন গ্ৰন্থ ছপাশাল গৰকি ওলাই আহে। সাহিত্য সভাই প্ৰকাশ কৰা এনে পুথিবোৰ হ'ল লংকাম টেৰণৰ 'কাৰ্বি জনগোষ্ঠী' (১৯৭৪), নিৰুপমা হাগজেৰৰ 'ডিমাছা' (১৯৭৪), ডম্বৰুধৰ দেউৰীৰ 'দেউৰী সাধু' (১৯৭৪), ৰাজেন ৰাভাৰ 'ৰাভা জনজাতি' (১৯৭৪), নাৰায়ণ ঘাটোৱাৰৰ 'চাহ বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি' (১৯৭৫), য়েছে দৰজে ঠংচিৰ 'কামেং সীমান্তৰ সাধু' (১৯৭৬), ৰং বং টেৰাঙৰ 'কাৰ্বি সাধু' (১৯৭৬), ৰাজেন ৰাভা সম্পাদিত 'ৰাভা সাধু' (১৯৭৭), বীৰেন্দ্ৰ চন্দ্ৰ দাসৰ 'বড়ো সাধু' (১৯৭৭) আদি।

১৯৬০ চনৰে পৰা প্ৰকাশ কৰি অহা থলুৱা মূলোদ্ভৱ লেখকসকলৰ এই পুস্তকগুচ্ছই উত্তৰ-পূব ভাৰতৰ ভাষা-সাহিত্য সংস্কৃতিৰ বিকাশত জাতীয় অনুষ্ঠানটোৰ দ্বাৰা গৃহীত ভূমিকাৰ কথাকে প্ৰমাণ কৰা বুলিলে বোধহয় অতিৰঞ্জন কৰা নহ'ব।

স্থানীয় বাসিন্দাসকলৰ জীৱন গাঁথাক কেন্দ্ৰ কৰি সেই জনগোষ্ঠীৰ বাহিৰৰ লোকে ৰচনা কৰা আৰু সাহিত্য সভাই মুদ্ৰিত ৰূপ দিয়া পুথি-পাঁজিৰ তালিকাখনেও ভালেখিনি গ্ৰন্থ সামৰিছে। এই প্ৰক্ৰিয়া পূৰ্বে উল্লেখ কৰাটোতকৈয়ো পুৰণি। সভাই অসমীয়াৰ লগতে সীমিত সংখ্যক হ'লেও ইংৰাজী গ্ৰন্থ ৰচনা কিম্বা সম্পাদনা কৰাই পঢ়ুৱৈ সমাজৰ হাতত তুলি দিয়াটো সন্তোষৰ বিষয়। দুকুৰি চৈধ্য বছৰতকৈয়ো আগতে

এনে সজ কৰ্মৰ সূচনা হৈছে।

১৯৫৮ চনৰ জানুৱাৰি মাহৰ মাজভাগ। ভাৰতৰ ৰাষ্ট্ৰীয় কংগ্ৰেছৰ মহাসভা প্ৰাগ্‌জ্যোতিষপুৰ অধিবেশন অনুষ্ঠিত হওক গুৱাহাটীৰ নিকটৱৰ্তী পাণ্ডুত। অধিবেশনত সমবেত হ'বলগীয়া দেশ-বিদেশৰ প্ৰতিনিধি তথা দৰ্শকক অসমৰ বিষয়ে অৱগত কৰাৰ উদ্দেশ্যে সভাই যি দুখন গ্ৰন্থ প্ৰকাশ কৰি উলিয়াই সেই গ্ৰন্থদ্বয় আছিল The Outlook on NEFA আৰু This is Assam। পৰাগ চলিহা ডাঙৰীয়াৰ সম্পাদনাত মুদ্ৰিত ৰূপ লাভ কৰা প্ৰথম পুথি ১৩৪ পৃষ্ঠাত সমাপ্ত। ইয়াত আছে সোতৰটা প্ৰবন্ধ। তেতিয়াৰ উত্তৰ-পূব সীমান্ত অঞ্চল অৰ্থাৎ নেফাৰ অদিবাসীসকল আৰু তেওঁলোকৰ সাংস্কৃতিক পৰিচয়জ্ঞাপক ছখন আকৰ্ষণীয় আলোক চিত্ৰই গ্ৰন্থখনৰ গুৰুত্ব বৃদ্ধি কৰিছে। উত্তৰ-পূব ভাৰতৰ থলুৱা ভাষা-ভাষীৰ সামাজিক তথা সংস্কৃতিক দিশৰ অধ্যায়নৰ ক্ষেত্ৰত The Outlook on NEFA গ্ৰন্থক সাহিত্য সভাৰ এক মৰ্যাদাপূৰ্ণ প্ৰকাশন বুলি অভিহিত কৰিব পাৰি।

উপৰি উক্ত গ্ৰন্থৰ অসমীয়া সংস্কৰণ 'সীমান্তৰ সন্ধেদ' একে সম্পাদকৰ সম্পাদনাত প্ৰকাশ হয় সেই বছৰৰে এপ্ৰিল মাহত। অৱশ্যে এইবাৰ পুথিত আৰু কিছু নতুন কথা যোগ দিয়াত ই সমাপ্ত হৈছে ২০০ পৃষ্ঠাত। গ্ৰন্থৰ সম্পাদক আৰু প্ৰকাশক তথা অসম সাহিত্য সভাৰ তৎকালীন প্ৰধান সম্পাদক চলিহা ডাঙৰীয়াই 'প্ৰকাশকৰ নিবেদন'ত কোৱা এষাৰ কথাৰ প্ৰাসংগিকতা আজিও অটুট আছে। কথাষাৰ পুথিখনৰ যোগেদি 'অসম আৰু সীমান্তৰ সমন্বয় সাধনৰ প্ৰতি সদৌকে আগ্ৰহান্বিত' কৰাৰ প্ৰচেষ্টা।

একেছোৱা সময়ৰ ভিতৰত প্ৰকাশিত আৰু একে পৰ্যায়ত অন্তৰ্ভুক্ত কৰিব পৰা কমেও এক ডজন পুথিৰ তথ্য এই লেখকৰ হাতত আছে। এই পুস্তকগুচ্ছ হ'ল নকুল চন্দ্ৰ ভূঞাৰ 'চাহ বাগিচাৰ বনুৱা' (১৯৬০), প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত 'অসম জনজাতি' (১৯৬২), বিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত 'অসমৰ জনজাতীয় সাধু' (১৯৬২), ড° মুকুন্দ মাধৱ শৰ্মাৰ অসমীয়া স্বয়ং শিক্ষক পুথিৰ খাচী অনুবাদ 'অসমীয়া লা বৰো লানে অচমীয়া হিকাই-হি' (১৯৬৫), একে গ্ৰন্থকাৰৰ একে পুথিৰ গাৰো অনুবাদ 'আন-টন্‌গাৰী অচমীয়াকো স্কিয়ানি' (১৯৬৫), নগেন শইকীয়াৰ 'সেউজী পাতৰ মাজে মাজে' (১৯৬৬), ৰুক্মধৰ গোহাঞি সম্পাদিত 'কৰম পূজা আৰু ঝুমুৰ গীত' (১৯৭৪), ড° ধীৰেন্দ্ৰ নাথ মুজমদাৰৰ 'গাৰো সংস্কৃতিৰ ৰূপৰেখা (১৯৭৪), ড° পবন চন্দ্ৰ শইকীয়া 'দেউৰী চুতীয়া' (১৯৭৪, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ 'মপিন্ উছৱ' (১৯৭৪), ড° মহেশ্বৰ নেওগৰ 'স্নেহৰ অৰুণাচল-মাই হিল ছো ষ্ট্ৰং' (১৯৭৬) আদি। সদৌ অসম তিৱা যুৱ-ছাত্ৰ সম্মিলনৰ দ্বাৰা সংকলিত 'তিৱা সম্প্ৰদায়ৰ পৰিচয়'



(১৯৭৫) নামৰ পুথিকো একে শাৰীতে থাপিব পাৰি।

অসম তথা চুবুৰীয়া অঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ স্বৰূপ উপলব্ধি কৰাৰ বেলিকা উক্ত গ্ৰন্থসমূহে তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে।

**২। ভিন ভিন ভাষা-ভাষী লেখকক লৈ লেখক-শিবিৰ অনুষ্ঠিতকৰণ ঃ**

ৰাজ্যখনৰ জাতি-জনজাতিৰ আগশাৰীৰ লেখকসকলক লৈ অসম সাহিত্য সভাই বিগত শতাব্দীৰ ৭ম দশকৰ ভিতৰতে ভালেকেইটা 'লেখক-শিবিৰ' অনুষ্ঠিত কৰিছে। উত্তৰ-পূব ভাৰতৰ ভাষা-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত লেখকসকলৰ এনে একত্ৰীকৰণ সাহিত্য সভাৰ যথাৰ্থতে এক সুদৃঢ় পদক্ষেপ। "অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যাৱলী" নামধেয় প্ৰথম লেখক-শিবিৰ গুৱাহাটীত অনুষ্ঠিত হৈ যায় ২৬-১২-১৯৭৩ তাৰিখৰ পৰা ০১-০১-১৯৭৪ তাৰিখলৈ। এই শিবিৰলৈ মিচিং, বড়ো, ৰাভা, কাৰ্বি, ডিমাচা আৰু লালুং গোষ্ঠীৰ লেখকসকলক মাতি আনি তেখেতসকলৰ ভাষাৰ অৱস্থা আৰু সমস্যাৰ বিষয়ে মুকলিকৈ ক'বলৈ সুবিধা দিয়া হয়।

'অসমৰ লিপি সমস্যা'ৰ আলোচনা কৰিবলৈ ৰাজ্যখন জনগোষ্ঠীসমূহৰ লেখকসকলক লৈ দ্বিতীয় লেখক শিবিৰ গুৱাহাটীত হৈ যায় ০৬-০৯-১৯৭৪ তাৰিখৰ পৰা চাৰিদিনীয়াকৈ। কটন কলেজৰ 'নতুন কলা ভৱন'ত আয়োজিত এই শিবিৰত এজন দৰ্শকৰূপে উপস্থিত থকা বৰ্তমান নিবন্ধ লেখকে বড়ো, মিচিং, ৰাভা আদি ভাষাৰ গ্ৰন্থকাৰসকলৰ মুখৰ পৰা নিজ নিজ ভাষাৰ লিপি সম্পৰ্কীয় বিৱৰণ শুনাৰ সৌভাগ্য লাভ কৰিছে।

**৩। আলোচনা চক্ৰ, কৰ্মশালাৰ আয়োজন ঃ**

অসমৰ আৰু দাঁতি কাষৰীয়া অঞ্চলৰ ভিন্ন ভাষা-ভাষী লোকক সামৰি অসম সাহিত্য সভাই সময়ে সময়ে আলোচনা চক্ৰ, কৰ্মশালা আদি অনুষ্ঠিত কৰি আহিছে। উদাহৰণ— সভাৰ বিহপুৰীয়া অধিবেশন উপলক্ষে ১৯-০২-১৯৮৫ তাৰিখে ভাষাতত্ত্ববিদ অধ্যাপক ড° গোলোক চন্দ্ৰ গোস্বামীৰ সঞ্চালনাত অনুষ্ঠিত হৈ যোৱা 'অসমৰ জনজাতীয় ভাষাৰ অৱদান' শীৰ্ষক আলোচনা চক্ৰখনি।

সভাই আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, অসমৰ লগত যুটীয়াভাৱে ১৯৯১ চনৰ ২৪ৰ পৰা ৩০ অক্টোবৰলৈ গুৱাহাটীত সপ্তাহ জোৰা 'অভিধান তত্ত্ব' (Lexicography) বিষয়ক প্ৰশিক্ষণ কৰ্মশালাৰ আয়োজন কৰাটো এক উল্লেখনীয় সংবাদ। ইয়াত অঞ্চলটোৰ প্ৰধান ভাষা অসমীয়াৰ লগতে বেলেগ বেলেগ থলুৱা ভাষাৰ ভালেসংখ্যক লেখক-গৱেষকে অংশগ্ৰহণ কৰি অনুষ্ঠান সাফল্যমণ্ডিত কৰাত অৰিহণা যোগয়।

**৪। সভাৰ অধিবেশন /আন অনুষ্ঠানত উত্তৰ-পূবৰ নানা ভাষা-ভাষী লোকক মৰ্যাদাপূৰ্ণ স্থানত অধিষ্ঠিতকৰণ ঃ**

অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন কিম্বা আন কিছু অনুষ্ঠানত অঞ্চলটোৰ ভিন্ন ভাষা-ভাষী লোকক যেনেদৰে মৰ্যাদাপূৰ্ণ আসনত বহুৱাই প্ৰাপ্য সন্মান জনাই অহা হৈছে সি এক আহ্লাদদায়ক সুদীৰ্ঘ অধ্যায়। আমাৰ দ্বাৰা সংগৃহীত তথ্যানুসৰি ১৯৫৩ চনত অনুষ্ঠিত শ্বিলং অধিবেশনৰ বিজ্ঞান শাখাৰ সভাপতিৰ পদ অলংকৃত কৰিছিল বি এম পিউ নামৰ খাছী ভদ্ৰলোকজনে। ১৯৫৬ চনত ধুবুৰীত বহা বাৰ্ষিক অধিবেশনৰ বুৰঞ্জী সন্মিলনত ৰূপনাথ ব্ৰহ্ম ডাঙৰীয়াই সভাপতিত্ব কৰিছিল। সেইবাৰ প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন হৈছিল লব্ধপ্ৰতিষ্ঠ লেখক হৰিপ্ৰসাদ গোৰ্খাৰায়ৰ দ্বাৰা। আকৌ ১৯৬১ চনৰ গোৱালপাৰা অধিবেশনৰ প্ৰদৰ্শনীৰ দুৱাৰ ৰূপনাথ ব্ৰহ্ম ডাঙৰীয়াই মুকলি কৰিছিল। সভাৰ নলবাৰী অধিবেশন (১৯৬৫)ৰ এটা উজ্জ্বল দিশ আছিল তেতিয়াৰ নেফাৰ চাৰিজনীয়া ছাত্ৰৰ দলটোৰ ভিতৰত লুম্মেৰ দাইৰ অসমীয়া ভাষাৰ প্ৰতি আনুগত্যসম্পন্ন অন্তৰ পৰশা সুদীৰ্ঘ ভাষণ। ভাষা-ধৰ্ম নিৰ্বিশেষে যোগ্যজনৰ প্ৰতি সন্মান প্ৰদৰ্শনৰ এইবোৰ চকুত লগা নিদৰ্শন। তাহানিৰ কাণ্ডাৰীসকলৰ এনে পৰম্পৰা আজিও একেদৰে বৰ্তি থকাটো বাস্তৱিকতে আনন্দদায়ক।

**৫। গোষ্ঠী-ভাষা-সম্প্ৰদায় নিৰ্বিশেষে যোগ্য লোকৰ হাতত সভাৰ বিষয়বাব অৰ্পণ ঃ**

মাতৃভাষা যিয়েই নহওক, উত্তৰ-পূৰ্বাঞ্চলৰ যোগ্যজনক অসম সাহিত্য সভাই ভিন ভিন সময়ত দায়িত্বপূৰ্ণ বিষয়বাব দি আহিছে। কুৰি শতিকাৰ ভিতৰতে এনে ভালেমান নিদৰ্শন পাওঁহক। সীতানাথ ব্ৰহ্ম চৌধুৰীয়ে ১৯৮১ চনৰ তিনিচুকীয়া আৰু ১৯৮২ চনৰ ডিফু অধিবেশনৰ সভাপতিৰ আসন অলংকৃত কৰিছিল। উপ-সভাপতিৰ দায়িত্ব পালন কৰাসকলৰ ভিতৰত কেইগৰাকীমান ব্যক্তি হ'ল তৰুণ চন্দ্ৰ পামেগাম, গোৱিন্দ চন্দ্ৰ পৈৰা, ৰাজেন ৰাভা আদি। নাহেন্দ্ৰ পাদুনে সুবিশাল সংগঠনটোৰ সাধাৰণ সম্পাদকৰ দায়িত্ব কান্ধ পাতি লৈছিল (১৯৯১-১৯৯২ বৰ্ষ)। ইয়াৰ পূৰ্বে তেওঁ কেবাবছৰৰ বাবে সভাৰ মুখপত্ৰখনি সম্পাদনা কৰিছিল। সাম্প্ৰতিক কালৰ উদাহৰণ দিবলৈ হ'লে 'ৰংমিলিৰ হাঁহি' (১৯৮১)ৰ স্ৰষ্টা ৰংবং তেৰাং মহোদয়ৰ বিষয়ে উল্লেখ কৰিলেই হ'ব। তেখেতে একেৰাহে দুটা কাৰ্যকালৰ বাবে সভাপতিৰ গুৰু দায়িত্ব পালন কৰাৰ বিষয়ে কাকো ন কৈ ক'বলগা নাই।

**সামৰণি ঃ**

আমাৰ আলোচ্য বিষয়টো এক ব্যাপক গৱেষণাৰ বিষয় হোৱা হেতুকে ইয়াত কেইটামান দিশৰ আভাস মাত্ৰ দিয়া হ'ল। তথাপি এই আলোচনাৰ পৰা স্পষ্টভাৱে ওলাই পৰিছে যে উত্তৰ-পূব ভাৰতৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ অৰ্থে অসম



সাহিত্য সভাই তাৎপৰ্যপূৰ্ণ বৰঙণি যোগাই আহিছে। সুচিন্তিত পৰিকল্পনা, নিৰপেক্ষ দৃষ্টিভংগী আৰু সুযোগ্য নেতৃত্বৰে এই পৰম্পৰা অধিক শক্তিশালী হোৱাটো কাম্য। সুস্থ সমালোচনা তথা সময়োপযোগী দিহা-পৰামৰ্শৰে অনুষ্ঠানটো গতিশীল কৰি তোলাৰ বেলিকা ৰাইজৰ ভূমিকাও নুই কৰিব নোৱাৰি।

উন্নতি সাধন কৰা আৰু অসমীয়া ভাষা-সাহিত্যক বাহিৰৰ অবৈধ আক্ৰমণৰ পৰা ৰক্ষা কৰাটোৱেই অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ উদ্দেশ্য আছিল, অসম সাহিত্য সভাৰো অনুৰূপ উদ্দেশ্য নহয় জানো?"[১]

অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা অসমীয়া ভাষাক ন্যায্যতা প্ৰদান কৰাৰ বাবে সংগ্ৰাম চলাই আহিছে। জন্মৰ পৰৱৰ্তী বৰ্ষতে ১৯১৮ চনত অসম সাহিত্য সভাই দুটা গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰিবলগীয়া হৈছিল; যি দুটা প্ৰস্তাৱ অসমীয়া ভাষাৰ বিকাশৰ বাবে অতিকৈ আৱশ্যকীয় আছিল। প্ৰথম প্ৰস্তাৱ অনুসৰি, 'কটন কলেজত অসমীয়া পুৰণি সাহিত্যৰ লুপ্ত ৰত্নবিলাক উদ্ধাৰ কৰিবৰ নিমিত্তে সেই কলেজত এজন অসমীয়া ভাষাৰ স্থায়ী অধ্যাপক নিযুক্ত কৰিবৰ অৰ্থে অসম গৱৰ্ণমেণ্টে যেন এটা পদৰ সৃষ্টি কৰি দিয়ে সেইবাবে গৱৰ্ণমেণ্টক আবেদন কৰা হওক।'

দ্বিতীয় প্ৰস্তাৱ অনুসৰি, 'অসমৰ পঢ়াশালিৰ পাঠ্য-কিতাপ বাছনি সভাত অসম সাহিত্য সভাৰ নিৰ্বাচিত প্ৰতিনিধি অন্ততঃ এজন সমজুৱাভুক্ত কৰিবলৈ গৱৰ্ণমেণ্টক অনুৰোধ কৰা হওঁক।[২]

প্ৰসংগত ঃ উল্লেখযোগ্য যে, সাহিত্য সভাৰ এই প্ৰস্তাৱ অসম চৰকাৰে মানি ল'বলৈ বাধ্য হৈছিল। সাহিত্য সভাৰ এই দূৰদৰ্শী সিদ্ধান্তৰ সুদূৰপ্ৰসাৰী প্ৰভাৱে অসমীয়া ভাষাৰ সৰ্বাংগীণ বিকাশৰ ক্ষেত্ৰত ইতিবাচক ভূমিকা গ্ৰহণ কৰিছিল।

**ৰাজভাষা আৰু অসম সাহিত্য সভা ঃ**

অসম বিভিন্ন জাতি-জনগোষ্ঠীৰ আবাসভূমি। তৎসত্বেও আবহমান কালৰে পৰা অসমত অসমীয়া ভাষাই সংযোগী ভাষা আৰু ৰাজভাষাৰ স্থান লাভ কৰি আহিছে। অসমলৈ ইংৰাজসকলৰ আগমনৰ পিছৰে পৰা এই গতিধাৰাত ব্যাঘাত জন্মে। ১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈ অসমৰ চৰকাৰী কাৰ্যালয়, বিদ্যালয় আদিৰ পৰা অসমীয়া ভাষা নিৰ্বাসিত হৈ আছিল। ১৯৭৩ চনত কেইগৰাকীমান অসম হিতৈষী ব্যক্তি আৰু বেপ্তিষ্ট মিছনেৰীসকলৰ প্ৰচেষ্টাত অসমীয়া ভাষাই হৃত মৰ্যাদা ঘূৰাই পালে যদিও কাৰ্যক্ষেত্ৰত ই সম্পূৰ্ণৰূপে সফল হোৱা নাছিল। অসম সাহিত্য সভাই ১৯২৪ চনত সাহিত্য সভাই গ্ৰহণ কৰা প্ৰস্তাৱ অনুসৰি, "অসম উপত্যকাৰ আদালত, ডাকঘৰ, ৰেল ষ্টেচন, জাহাজঘাট আদিত চৰকাৰী আৰু কোম্পানীৰ অফিচৰ ফৰ্ম আৰু নাটিচবিলাক যাতে অসমীয়া ভাষাত ব্যৱহাৰ কৰা হয় তাৰ বাবে গৱৰ্ণমেণ্টক অনুৰোধ কৰা হওঁক।"[৩] দুখৰ বিষয় এয়ে যে বাৰম্বাৰ দাবী কৰি অহা স্বত্বেও কেন্দ্ৰীয় চৰকাৰ তথা ৰাজ্য চৰকাৰে এই বিষয়ত মুঠেও গুৰুত্ব আৰোপ কৰা নাই। মাতৃভাষা তথা ৰাজ্যভাষা আইন বলবৎ কৰাৰ বাবে অসম সাহিত্য সভাই বৰ্তমানেও চেষ্টা অব্যাহত



ৰাখিবলগীয়া হৈছে। যোৱা ৮-৪-১২ ইং তাৰিখে হাওৰাঘাটতঅনুষ্ঠিত হোৱা সভাৰ কাৰ্যনিৰ্বাহকৰ সভাত এক বহাগৰ পৰা ৰাজ্যখনৰ বিভিন্ন স্থানত ৰাজ্যভাষা প্ৰয়োগৰ বাবে বিভিন্ন কাৰ্যসূচী গ্ৰহণ কৰা হয়।

ৰাজ্যভাষা আন্দোলনত অসম সাহিত্য সভাই গ্ৰহণ কৰা বলিষ্ঠ ভূমিকাৰ কথা অনস্বীকাৰ্য। ১৯৫৬ চনত ভাষাৰ ভিত্তিত ভাৰতবৰ্ষৰ ৰাজ্যসমূহৰ পুনৰ গঠন আৰম্ভ হয়। ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যৰ ক্ষেত্ৰত ব্যাপকভাৱে প্ৰচলিত আৰু ঐতিহাসিক তথা সাংস্কৃতিক মূল্য থকা ভাষাসমূহে ৰাজ্যভাষাৰ স্বীকৃতি লাভ কৰে যদিও অসমৰ ক্ষেত্ৰত ব্যতিক্ৰম ঘটনা ঘটে। অসমীয়া ভাষাটো অতীজৰে পৰা অসমত বসবাস কৰা বিভিন্ন জনগোষ্ঠীসূমহৰ সংযোগী ভাষা হিচাপে ব্যৱহৃত হৈ আহিছে যদিও ৰাজ্য চৰকাৰে অসমীয়া ভাষাক ৰাজ্যভাষাৰ মৰ্যাদা প্ৰদান নকৰিলে। অসম সাহিত্য সভাই অম্বিকাগিৰী ৰায়চৌধুৰীৰ নেতৃত্বত ১৯৫০ চনতে চৰকাৰৰ ওচৰত এই বিষয়টো উত্থাপন কৰিছিল। ১৯৫৯ চনত অতুল চন্দ্ৰ হাজৰিকাদেৱৰ সভাপতিত্বত নগাঁৱত অনুষ্ঠিত অষ্টবিংশ অধিবেশনত অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰূপে ঘোষণা কৰিবলৈ চৰকাৰৰ ওচৰত সজোৰে দাবী উত্থাপন কৰা হৈছিল। সেই সময়তে 'ৰাজ্যিক ভাষা ঃ অসমীয়া' শীৰ্ষক এখন পুস্তিকা প্ৰকাশ কৰি বিধানসভাৰ সদস্য আৰু মন্ত্ৰীসকললৈ প্ৰেৰণ কৰা হয়। অসম সাহিত্য সভাৰ এনে যুদ্ধংদেহি মনোভাবৰ ফলস্বৰূপে ১৯৬০ চনত অসমীয়া ভাষাই ৰাজ্যভাষাৰূপে স্বীকৃতি লাভ কৰে। কিন্তু ইয়াৰ প্ৰায়োগিক দিশত জটিলতাই গা কৰি উঠে। ভাষা আন্দোলনৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ যি আপোচবিহীন মনোভাব, সি আজিও অটুট আছে।

**মাধ্যম আন্দোলন আৰু অসম সাহিত্য সভা ঃ**

১৯৬৫ চনত অসম সাহিত্য সভাই বিশ্ববিদ্যালয়সমূহৰ শিক্ষাৰ মাধ্যম অসমীয়া হ'ব লাগে বুলি দাবী উত্থাপন কৰে। অসম সাহিত্য সভাৰ এই দাবীৰ প্ৰতি সঁহাৰি জনাই অসমৰ ছাত্ৰ সমাজেও সমৰ্থন আগবঢ়াইছিল। এই আন্দোলনৰ ফলস্বৰূপে অসম চৰকাৰে প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণীত অসমীয়া ভাষাক শিক্ষাৰ মাধ্যমৰূপে স্বীকৃতি প্ৰদান কৰে। ১৯৭২ চনৰ পৰা অসমৰ অনা-অসমীয়া মাধ্যমৰ মাধ্যমিক বিদ্যালয়সমূহত অসমীয়া বিষয়টো বাধ্যতামূলকভাৱে প্ৰৱৰ্তন কৰাৰ বাবেও দাবী তুলি অহা হৈছে। ইয়াৰোপৰি অসমীয়া ভাষাক বিশ্ববিদ্যালয়ত গৱেষণাৰ মাধ্যম হিচাপে স্বীকৃতি প্ৰদানৰ ক্ষেত্ৰতো অসম সাহিত্য সভাৰ কৃতিত্ব অনস্বীকাৰ্য।

**লিপি প্ৰসংগ আৰু অসম সাহিত্য সভা ঃ**

১৯৫০ চনত অসম চৰকাৰে অসমীয়া ভাষাৰ ঐতিহ্যমণ্ডিত লিপি বৰ্জন কৰি দেৱনাগৰী লিপি গ্ৰহণ কৰাৰ বাবে সিদ্ধান্ত লৈছিল। অসম সাহিত্য সভাই এই

প্ৰস্তাৱৰ তীব্ৰ বিৰোধিতা কৰে। অসম সাহিত্য সভাই শ্বিলং, মাৰ্ঘেৰিটা আৰু যোৰহাট অধিবেশনত এই লিপি প্ৰৱৰ্তনৰ প্ৰচেষ্টাক নিন্দা কৰি স্পষ্টভাৱে উল্লেখ কৰে যে, এনে কাৰ্যই অসমীয়া ভাষাৰ ওপৰত কুঠাৰাঘাত কৰি সাহিত্য সভাৰ দীৰ্ঘদিনীয়া প্ৰচেষ্টাক পিছুৱাই লৈ যাব। সাহিত্য সভাৰ এই অনমনীয় স্থিতিৰ বাবে সেইবাৰলৈ অসমীয়া ভাষা ৰক্ষা পৰে। লিপিবিহীন অসমৰ থলুৱা ভাষা-উপভাষাসমূহে অসমীয়া লিপিৰ সলনি ৰোমান লিপি গ্ৰহণ কৰিব খোজত অসম সাহিত্য সভাই এই আত্মঘাতী সিদ্ধান্তৰ বিৰুদ্ধে মাত মাতিছিল। এই বিষয়ত জনজাতীয় ভাষাৰ প্ৰতিনিধিসকলৰ সৈতে বহুখিনি আলোচনা-বিলোচনা আগবঢ়াই নিয়া হৈছিল। সাহিত্য সভাই জনজাতীয় ভাষাসমূহৰ বিকাশৰ স্বাৰ্থত আৰু সাংস্কৃতিক তথা সাম্প্ৰদায়িক ঐক্য ৰক্ষাৰ বাবে অসমীয়া লিপি গ্ৰহণৰ আহ্বান জনাইছিল যদিও এই প্ৰচেষ্টা সফল নহ'ল।

**জনজাতীয় ভাষা আৰু অসম সাহিত্য সভা ঃ**

অসমীয়া ভাষা শিক্ষাৰ মাধ্যমৰূপে প্ৰৱৰ্তিত হোৱাৰ পিছৰে পৰা জনগোষ্ঠীসমূহৰ মাজত ক্ষোভৰ সৃষ্টি হোৱা বুলি কোৱা হয় যদিও অসম সাহিত্য সভাই বিচাৰিছিল যে, জনজাতীয় ভাষাসমূহে অসমীয়া ভাষাৰ সহযোগেৰেই নিজকে আধুনিক ৰূপত বিকশিত কৰি তোলক ঃ

"অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীন উন্নতি কৰাই এই সভাৰ ঘাই উদ্দেশ্য। লগতে অসমৰ থলুৱা ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ বাবে কাম কৰাও সভাৰ অন্যতম উদ্দেশ্য হ'ব।"[৪]

অসমীয়া ভাষা-সাহিত্যৰ উন্নতিয়ে আন থলুৱা ভাষা-সাহিত্যৰ বিকাশৰ পথ ৰুদ্ধ কৰিব বুলি ভবাটো সমীচিন নহ'ব। অসম সাহিত্য সভাৰ সপ্তত্রিংশ ধিং সন্মিলন (১৯৬৭) ত এই কথা স্পষ্টভাৱে উল্লেখ কৰা হৈছে যে, ৰাজ্যভাষা হিচাপে অসমীয়া ভাষাৰ প্ৰয়োগ বাঞ্ছা কৰাৰ উপৰিও অসম সাহিত্য সভাই অসমৰ থলুৱা ভাষা-উপভাষাসমূহৰ বিকাশ আৰু উন্নয়নো বাঞ্ছা কৰে। ১৯৭৩ চনত থলুৱা ভাষা-সংস্কৃতি উদ্ধাৰৰ এখন আঁচনি গ্ৰহণ কৰি অসমৰ জাতি-জনগোষ্ঠীসমূহৰ পৰিচয়, ভাষা আৰু সংস্কৃতিৰ পৰিচয়জ্ঞাপক পুথি-পত্ৰ প্ৰকাশৰ সিদ্ধান্ত লোৱা হৈছিল। অসম সাহিত্য সভাই জনজাতীয় ভাষা-সাহিত্য-সংস্কৃতি সম্পৰ্কীয় অনেক গ্ৰন্থ ইতিমধ্যে প্ৰকাশ কৰিছে, যিবোৰৰ তালিকা এই ক্ষুদ্ৰ গৱেষণা গ্ৰন্থত সামৰি লোৱাটো সম্ভৱপৰ নহয়। এনে গ্ৰন্থাদিৰ প্ৰকাশেৰে সাহিত্য সভাই সকলো জনগোষ্ঠীৰ এক উমৈহতীয়া মঞ্চৰ ৰূপ লাভ কৰিবলৈ সক্ষম হৈছে।

'ভাষা সমন্বয় মঞ্চ ঃ অসম' শীৰ্ষক প্ৰকল্পৰে সভাই অসমৰ সকলো জনগোষ্ঠীয় ভাষাক সামৰি লৈ অনেক হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনি গ্ৰহণ কৰিছে। অসমৰ বাৰটি জনগোষ্ঠীয় ভাষাক সামৰি লৈ 'বহুভাষিক অভিধান' প্ৰকাশৰ কথা ভবা হৈছে।



সংবিধান অনুসৰি অসম সাহিত্য সভাই কেৱল 'অসমীয়া ভাষা'ৰ বিকাশৰ হকেহে কাম কৰে যদিও ১৯৮২ চনত ডিফুত অনুষ্ঠিত হোৱা অধিবেশনত সভাৰ থলুৱা ভাষাৰো বিকাশৰ বাবে কাম কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় ইতিপূৰ্বেই একাধিক জনগোষ্ঠীয়ে নিজস্বভাৱে সাহিত্য সভা গঠন কৰে আৰু অসম সাহিত্য সভাৰ প্ৰচেষ্টা পূৰ্ণ অৰ্থত সফল কাম নহ'ল। সম্প্ৰতি অসমীয়াৰ বাহিৰে অন্যান্য ভাষাৰ বিকাশৰ বাবে তিনিটা গৱেষণা কেন্দ্ৰৰ কাম আৰম্ভ কৰা হৈছে। সেইকেইটা যথাক্ৰমে— চাহ জনগোষ্ঠী গৱেষণা কেন্দ্ৰ (ডিব্ৰুগড়), জনজাতীয় গৱেষণা কেন্দ্ৰ (ডিফু), পশ্চিম অসমৰ ভাষা-সংস্কৃতি গৱেষণা কেন্দ্ৰ (ধুবুৰী), ব্ৰহ্মপুত্ৰ গোমতী ভাষা-সাহিত্য-সংস্কৃতি গৱেষণা কেন্দ্ৰ (আগৰতলা) আদি।

**অসমীয়া সাহিত্য আৰু অসম সাহিত্য সভা ঃ**

অসম সাহিত্য সভাই অসমীয়া ভাষা আৰু সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত কেতবোৰ গুৰুত্বপূৰ্ণ পদক্ষেপ গ্ৰহণ কৰি আহিছে। ইয়াৰ ভিতৰত ১৯৩৩ চনৰ ২৮ ফেব্ৰুৱাৰিতে প্ৰকাশ পোৱা 'চন্দ্ৰ কান্ত অভিধান' অসম সাহিত্য সভাৰ এটি উল্লেখযোগ্য পদক্ষেপ। সাহিত্য সভাৰ সুচিন্তিত আঁচনিৰ পৰিকল্পনা মৰ্মে ১৯৫৮ চনৰ ১৫ আগষ্টত 'অসম প্ৰকাশন পৰিষদ' স্থাপন কৰা হয়। এই পৰিষদে অসমীয়া ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি সাধনত পৰ্যাপ্ত অৰিহণা আগবঢ়াই আহিছে। ইয়াৰ উপৰি ১০ টা খণ্ডত প্ৰণয়ন কৰা 'বিশ্বকোষ'ৰ প্ৰকাশো এক উল্লেখযোগ্য প্ৰচেষ্টা। এই প্ৰচেষ্টাই অসমৰ জাতীয় জীৱনক সমৃদ্ধ কৰিবলৈ সক্ষম হৈছে। বৰ্তমানলৈ বৈজ্ঞানিক পৰিভাষা, শব্দকোষ, বিশ্বকোষ, ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক মুঠ ৪৬৭ খন গ্ৰন্থ প্ৰকাশ কৰি সাহিত্য সভাই বিশেষ বৰঙণি যোগাবলৈ সক্ষম হৈছে। সাহিত্য সভাৰ সভাপতিসকলৰ ভাষণাৱলীৰ প্ৰকাশো এটি অমূল্য সম্পদস্বৰূপ। প্ৰাক্তন সভাপতিসকলৰ শতবাৰ্ষিকী উৎসৱ পালন আৰু স্মৃতিগ্ৰন্থ প্ৰকাশ, অসম সাহিত্য সভা পত্ৰিকা, মূল সভাৰ লগতে জিলা, শাখা আৰু স্বীকৃত সভাসমূহে আয়োজন কৰা আলোচনাচক্ৰ, লেখক শিবিৰ, কবি সন্মিলন, পঠন চক্ৰ, অন্তৰংগ অনুষ্ঠান, লেখক বিনিময় কাৰ্যসূচী আদিৰে সাহিত্য সভাই এক যোগাত্মক ভূমিকা গ্ৰহণ কৰি আহিছে। তদুপৰি ৰসৰাজ, কাব্য ভাৰতী, ইতিহাস আচাৰ্য, সদস্য মহীয়ান, সাহিত্যাচাৰ্যকে আদি কৰি ৫ টা উপাধি, ৪৩ টা বঁটা, ১৫ টা ন্যাস, ১০ টা সাময়িক বঁটাকে আদি কৰি বিভিন্ন কাৰ্যসূচীৰ মাজেৰে সাহিত্য সভাই সাহিত্যিকসকলক অনুপ্ৰাণিত কৰি আহিছে।

১৯৯৮ চনৰ ৫ ছেপ্টেম্বৰত স্থাপন কৰা 'অসম তত্ত্ব গৱেষণা কেন্দ্ৰ' (যোৰহাট)ৰ জৰিয়তে পি এইচ ডি উপাধি প্ৰাপ্তিত সভাই গৱেষকসকলক জলপানি প্ৰদানৰ বাবে 'সোমনাথ দত্ত স্মাৰক ন্যাস' আৰম্ভ কৰে। এই গৱেষণা কেন্দ্ৰ ডিব্ৰুগড়ৰ

বিশ্ববিদ্যালয়ৰ দ্বাৰা পঞ্জীয়নভুক্ত। ইয়াৰোপৰি প্ৰস্তাৱিত অসম সাংস্কৃতিক বিশ্ববিদ্যালয় আৰু ভ্ৰাম্যমাণ পুথিভঁৰালেও অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সামগ্ৰিক বিকাশৰ বাট মুকলি কৰিব বুলি আশা কৰা হৈছে।

**কিছু নেতিবাচক দিশ আৰু অসম সাহিত্য সভা ঃ**

অসম সাহিত্য সভাৰ উল্লেখনীয় পদক্ষেপসমূহৰ লগতে ইয়াৰ নেতিবাচক দিশসমূহে সময়ে সময়ে বিতৰ্কৰ সৃষ্টি কৰি আহিছে। সাহিত্য সভাই বৰ্তমানলৈ কোটি কোটি টকা খৰচ কৰি বছৰেকীয়া অধিবেশন অনুষ্ঠিত কৰি আহিছে। এই কাৰ্য অমূলক বুলি ধাৰণা হয় আৰু মেলামুখী প্ৰৱণতাৰে সভাৰ সাহিত্যগত গুৰুত্ব হ্ৰাস কৰা হৈছে। বিভিন্ন সময়ত বিতৰ্কৰ সৃষ্টি হ'লেও সাহিত্য সভাই এনে প্ৰৱণতা পৰিহাৰ কৰা পৰিলক্ষিত হোৱা নাই। এই মেলামুখী চৰিত্ৰই সাহিত্য-ভাষা-সংস্কৃতিৰ বিকাশৰ বাট সুচল কৰাৰ সলনি তাক মূল পথৰ পৰা আঁতৰাইহে নিছে, যিটো কোনো কাৰণতেই বাঞ্ছনীয় হ'ব নোৱাৰে। একে সময়তে অসমীয়া ভাষাৰ বানান-বিভ্ৰাট সমস্যা সমাধানৰ বাবে কোনো ধৰণৰ উল্লেখনীয় উদ্যোগ লোৱা দেখা নাযায়। ইয়াৰোপৰি সংবাদ পত্ৰ আৰু ইলেকট্ৰনিক প্ৰচাৰ মাধ্যমেৰে অসমীয়া ভাষাটোক যি বিজতৰীয়া ৰূপ দিছে, তাৰ বিৰুদ্ধে অসম সাহিত্য সভাই দৃঢ় পদক্ষেপ গ্ৰহণ কৰা উচিত। পঢ়াশালীয়া স্তৰৰ পৰা বিশ্ববিদ্যালয় স্তৰলৈকে ব্যৱহাৰযোগ্য বিজ্ঞানসন্মত দৃষ্টিভংগীৰে প্ৰস্তুত কৰা পূৰ্ণাংগ ব্যাকৰণ এখনৰ আৱশ্যকতা আছে। কিয়নো পঢ়াশলীয়া স্তৰৰ ব্যাকৰণৰ লগত মহাবিদ্যালয় স্তৰৰ ব্যাকৰণৰ এক বৃহৎ ব্যৱধানে অসমীয়া ভাষাটো ভালদৰে আয়ত্ব কৰাত সমস্যাৰ সৃষ্টি কৰি আহিছে।

অসমীয়া মাধ্যমৰ বিদ্যালয়সমূহ সবল কৰি তোলাৰ ক্ষেত্ৰতো অসম সাহিত্য সভাৰ কৰণীয় আছে। লোকপিয়লত অসমীয়া ভাষী লোকৰ সংখ্যা হ্ৰাস পাই অহাটো চৰম উদ্বেগৰ বিষয়। এনে পৰিস্থিতিৰ কাৰণ বিশ্লেষণ কৰি ইয়াৰ সমাধানৰ বাবে উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰি সাহিত্য সভাই ভাষাটোৰ অস্তিত্ব সুৰক্ষিত কৰা উচিত। ইয়াৰোপৰি অসমত বিভিন্ন জনগোষ্ঠীয়ে সুকীয়া সুকীয়াকৈ গঠন কৰা সাহিত্য সভাৰ অস্তিত্বই অসম সাহিত্য সভাৰ গুৰুত্ব কিছু পৰিমাণে হ'লেও হ্ৰাস কৰিছে। এই ক্ষেত্ৰত অসম সাহিত্য সভাই সকলো জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিত মৰ্যাদা দি তেওঁলোকক এখন বৃহত্তৰ মঞ্চত উপবিষ্ট কৰা উচিত। তেতিয়াহে অসম সাংস্কৃতিক বৈচিত্ৰ্যৰ মাজত ঐক্য সাধন হ'ব বুলি ভাবিব পাৰি।

ভাষা এটাক সমৃদ্ধিশালী আৰু গতিশীল কৰি ৰাখিবলৈ যথেষ্ট সংখ্যক কৰ্মী আৰু বিশেষজ্ঞৰ আৱশ্যক। অসমীয়া ভাষাৰ প্ৰায়োগিক দিশত উদ্ভৱ হোৱা সমস্যা সমাধান ক্ষেত্ৰত প্ৰশিক্ষিত কৰ্মী আৰু বিশেষজ্ঞসকলে সময়োচিত পদক্ষেপ গ্ৰহণ কৰি



ভাষাটোক গতিশীল কৰি ৰখাৰ লগতে সমৃদ্ধিশালী কৰি তুলিব পাৰিব। সেয়েহে অসম সাহিত্য সভাই অসমীয়া ভাষা আৰু অসমৰ থলুৱা ভাষাসমূহৰ মৰ্যাদা ৰক্ষাৰ হকে এচাম কৰ্মী তথা বিশেষজ্ঞৰ সৃষ্টি কৰিব পাৰিলেহে সফল কাম হ'ব। নিঃসন্দেহে এইচাম কৰ্মী আৰু বিশেষজ্ঞ ভাষাসমূহৰ প্ৰতি শ্ৰদ্ধাশীল আৰু নিষ্ঠাবান হোৱা উচিত।

সদৌ শেষত, উল্লেখ কৰাটো ভাল হ'ব যে, অসম সাহিত্য সভাই শীঘ্ৰেই ইয়াৰ অধিবেশনসমূহৰ মেলামুখী প্ৰৱণতা পৰিহাৰ কৰি ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ বাবে বাস্তৱধৰ্মী কাৰ্যক্ৰমণিকা হাতত ল'লেহে সাহিত্য সভাৰ অস্তিত্ব আৰু মৰ্যাদাও অটুট থাকিব।

**সহায়ক গ্ৰন্থসূত্ৰ ঃ**

১। অতুল চন্দ্ৰ হাজৰিকা ঃ অসম সাহিত্য সভাৰ ৰূপৰেখা, অসম সাহিত্য সভা, যোৰহাট, ১৯৭৭ চন।

২। ধ্ৰুৱজ্যোতি চৌধুৰী আৰু অকণ দাস (সম্পাঃ) ঃ মণিকূট (স্মৃতিগ্ৰন্থ, ৬৫ তম হাজো অধিবেশন, ১৯৯৯), (অসমীয়া ভাষা প্ৰতিষ্ঠাত অসম সাহিত্য সভাৰ ভূমিকা ঃ শৈলেন দাস), পৃষ্ঠা - ৩০।

৩। ঐ ঃ পৃষ্ঠা - ৩০।

৪। অসম সাহিত্য সভাৰ নিয়মাৱলী, দ্বিতীয় ছেদঃ উদ্দেশ্য, পৃষ্ঠা-১।

৫। তিলেন গগৈ আৰু বগেন গগৈ (সম্পাঃ) ঃ ধেমাজি (স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভাৰ সপ্ততিতম্ ধেমাজি অধিবেশন, ২০০৯।

# অসমৰ প্ৰাচীন বুৰঞ্জী আৰু সাহিত্য ৰক্ষাৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ বৰঙণি

মধুস্মিতা বৰঠাকুৰ

**আৰম্ভণি ঃ**

অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ চৰ্চাৰ অনুষ্ঠান অসম সাহিত্য সভা ১৯১৭ চনৰ ২৭ ডিচেম্বৰত আনুষ্ঠানিকভাৱে ঐতিহ্যমণ্ডিত শিৱসাগৰত প্ৰতিষ্ঠা কৰা হয়। এই সভাৰ ঘাই উদ্দেশ্য হৈছে অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ লগতে অসমৰ থলুৱা ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ বাবে কাম কৰা। অসম সাহিত্য সভাৰ 'নিয়মাৱলীত' ইয়াৰ উদ্দেশ্য এনেধৰণে আছে "অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীণ উন্নতি কৰাই এই সভাৰ উদ্দেশ্য।"

অসম বুৰঞ্জী অসমীয়া জাতিৰ কীৰ্তিস্তম্ভ। যিবিলাক কাব্য, নাট্য বুৰঞ্জী আদিত আমাৰ জাতীয় সাহিত্য সংগঠিত আৰু পুষ্ট হৈছে তাৰ আৱিষ্কাৰ আৰু প্ৰচাৰ আমাৰ প্ৰধান কৰ্তব্য। প্ৰতিষ্ঠিত হোৱা দিন ধৰি অসম সাহিত্য সভাই অসমৰ পুৰণি বুৰঞ্জী আৰু সাহিত্যক পোহৰলৈ অনাৰ ক্ষেত্ৰত অহোপুৰুষাৰ্থ কৰি আহিছে। অসম সাহিত্য সভাই অসমৰ ঐতিহ্য পুৰণি চিত্ৰবিদ্যা, স্থাপত্য, ভাস্কৰ্য, এই দেশৰ ভাষা, সাহিত্য সংস্কৃতি, লিপি আদিৰ কথা বিভিন্ন অধিবেশনত আলোচনা কৰিছে। উজনিৰ পৰা নামনিলৈকে প্ৰচলিত অসমৰ পুৰণি গীত, ভণিতা, মন্ত্ৰপুথি, ধৰ্ম সাহিত্য, পুৰণি পুথিসমূহ সংগ্ৰহ কৰি সংৰক্ষণ কৰাৰ ব্যৱস্থা কৰিছে, অতীত বুৰঞ্জী উদ্‌ঘাটন কৰি বহুতো মূল্যবান তথ্যৰ সন্তেদ দিছে। অসমৰ পুৰাবৃত্ত সাহিত্য প্ৰাচীন ভূগোলৰ বিষয়ে বিৱৰণ থকা গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে, এই গ্ৰন্থবিলাকে বাহিৰত অসমৰ গৌৰৱ বঢ়াইছে। বিভিন্ন অধিবেশনত অসমত বাস কৰা বিভিন্ন জনগোষ্ঠীৰ কথা, বিভিন্ন ৰাজবংশই শাসন চলোৱাৰ ইতিহাস দাঙি ধৰিছে। আমাৰ এই অধ্যয়নত অসমৰ গৌৰৱময় বুৰঞ্জী আৰু

লেখিকা গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ গৱেষিকা ছাত্ৰী।



সাহিত্য উদ্‌ঘাটন কৰাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই কেনেধৰণৰ ভূমিকা পালন কৰিছে যথাসম্ভৱ আলোচনা কৰা হ'ব।

**অসমৰ প্ৰাচীন বুৰঞ্জী আৰু সাহিত্য ঃ**

বুৰঞ্জী অৰ্থাৎ ইংৰাজী ভাষাৰ history শব্দ গ্ৰীক ভাষাৰ history শব্দৰ পৰা ওলাইছে। নিজৰ অনুসন্ধানৰ দ্বাৰা জানি আৰু আনৰ মুখৰ পৰা শুনি লিখি থোৱা ঘটনাবিলাকৰ পুথিয়েই হৈছে বুৰঞ্জী। বুৰঞ্জী আৰু সাহিত্য এটা মুদ্ৰাৰ ইপিঠি সিপিঠি। সাহিত্য নহ'লে বুৰঞ্জীৰ শ্ৰীবৃদ্ধি নহয় আৰু সাহিত্যয়ো বুৰঞ্জী নহ'লে উন্নতি কৰিব নোৱাৰে। তেৰ শতিকাৰ প্ৰাৰম্ভলৈকে অকল অসমতেই নহয় সমগ্ৰ ভাৰতবৰ্ষতে হিন্দু ৰজাসকলৰ আমোলত এই ইতিহাস বা বুৰঞ্জী সাহিত্যই একো গা কৰিব পৰা নাছিল। তেৰ শতিকাৰ প্ৰাৰম্ভতে আহোমবিলাকে এই দেশৰ বুৰঞ্জী চৰ্চাৰ আৰম্ভ কৰে। ইয়াৰ আগতে ঋক্, যজু, সাম, অথৰ্ব—এই চাৰিবেদ, শতপথ, মাধ্যন্দিন আদি ব্ৰাহ্মণ, উপনিষদ, মহাভাৰত, ৰামায়ণ, ওঠৰখন পুৰাণ, ওঠৰখন উপ-পুৰাণ, তন্ত্ৰ, চৰিতপুথি, জনপ্ৰবাহ, শিলৰ ফলি, তামৰ ফলি, অসমৰ নদ-নদী, মন্দিৰ এইবিলাকেই আছিল অসমৰ ভূগোল, অসমৰ বুৰঞ্জী। এই অসম দেশ পৌৰাণিক যুগতে প্ৰাগজ্যোতিষপুৰ, কুণ্ডিল, হিড়িম্ব, জয়ন্তীপুৰ, মণিপুৰ প্ৰভৃতি ৰাজ্যৰ সমষ্টি আছিল। কালক্ৰমে এই দেশবিলাকৰ পতন হ'ল, সকলোবোৰেই কামৰূপ বুলি প্ৰসিদ্ধ হ'ল। এই দেশ অতি প্ৰাচীন দেশ। পুৰণিকালত এই দেশ অতি প্ৰসিদ্ধ আছিল। ইয়াৰ নাম শুনিলে আন দেশৰ মানুহে ভক্তিত 'মূৰ দোঁৱাইছিল। যোগিনীতন্ত্ৰৰ মতে, মানৱসকলে যেই কোনো কামনা কৰি এই পীঠত জপ আৰু পূজা কৰিলে, সেই কামনা অতি শীঘ্ৰে সিদ্ধ হয় বুলি মানুহে এই দেশক কামৰূপ বোলে। কালিকাপুৰাণৰ মতে, মহাদেৱৰ নেত্ৰৰ পৰা বাহিৰ হোৱা কোপাগ্নিত কামদেৱ ভস্মীভূত হৈ পুনৰ এই মহাদেৱৰ বৰতে এই ঠাইত তেওঁ পূৰ্বৰূপ প্ৰাপ্ত হৈছিল বুলি এই দেশ কামৰূপ নামে অভিহিত হয়। এই কামৰূপ পূৰ্বে এক বিশাল দেশ আছিল। যোগিনীতন্ত্ৰত লিখা মতে, কামৰূপৰ সীমা পশ্চিমে কৰতোৱাৰ পৰা পূৰ্বে দিকৰবাসিনীলৈকে; ইয়াৰ পৰিমাণ দীঘে এশ যোজন, বহলে ত্ৰিছ যোজন, দেশখন ত্ৰিকোণ বা তিনিকোণীয়া আৰু অনেক কৃষ্ণবৰ্ণ পৰ্বতমালাৰে পৰিবেষ্টিত আৰু এশ নদী সমাযুক্ত— ইয়াকেই কামৰূপ বুলিছিল। যোগিনীতন্ত্ৰই কামৰূপৰ চাৰিটা দিশ সম্পৰ্কেও বিস্তৃত বিৱৰণ দিছে।

এই কামৰূপক পূৰ্বে ৰত্নপীঠ, কামপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ নামে চাৰি ভাগত বিভক্ত কৰা হৈছিল।

এই সৌমাৰ পীঠেই এতিয়াৰ উজনি অসম বা Upper Assam, স্বৰ্ণপীঠেই মধ্য অসম বা Central Assam আৰু কামপীঠেই নামনি অসম বা Lower Assam

ৰত্নপীঠ এতিয়া কামৰূপৰ পৰা বেলেগ হৈ বংগদেশৰ এক অংশত পৰিণত হৈছে। এই দেশ অতি প্ৰসিদ্ধ আছিল। ত্ৰেতাযুগত ৰামচন্দ্ৰৰ প্ৰপিতামহ ৰঘুৰজাৰ যজ্ঞত কামৰূপৰ ৰজাই বিশেষ মান সৎকাৰ পাইছিল। পৰশুৰামে মাতৃ বধ কৰি হাতৰ পৰা কুঠাৰ এৰুৱাব নোৱাৰি এই দেশৰ পৰশুকুণ্ডত স্নান কৰি হাতৰ সেই কুঠাৰ এৰুৱাইছিল। দ্বাপৰ যুগতো এই দেশৰ কুণ্ডিল ৰাজকুমাৰ ৰুক্মবীৰ আৰু প্ৰাগজ্যোতিষ পুৰাধিপতি নৰকাসুৰে অতুল বিক্ৰমেৰে যুদ্ধ কৰি শ্ৰীকৃষ্ণ ভগৱন্তৰ হাতত পৰাজয় বৰণ কৰে। নৰকাসুৰৰ পুত্ৰ ভগদত্তই কুৰুক্ষেত্ৰৰ মহাযুদ্ধত কৌৰৱৰ পক্ষ লৈ যুদ্ধ কৰি এই দেশৰ নাম জিলিকাইছিল। এই দেশৰ জীয়ৰী ৰুক্মিণী ভগৱান শ্ৰীকৃষ্ণৰ সৰ্বপ্ৰধান মহিষী আৰু শোণিতপুৰৰ নন্দিনী অনিৰুদ্ধৰ পত্নী উষা তেওঁৰ নাতিনী-বোৱাৰী। মহাৰাজ দুৰ্যোধনৰ ৰাজমহিষী ভানুমতী। মধ্যম পাণ্ডৱ অৰ্জুনৰ পত্নী চিত্ৰাংগদা আৰু নাগকন্যা উলুপী, দ্বিতীয় পাণ্ডৱ ভীমৰ প্ৰিয়তমা পত্নী হিড়িম্বা। এইসকল দ্বাপৰ যুগৰ প্ৰসিদ্ধ ৰমণী আটাইবিলাকেই এই দেশৰে জীয়ৰী। মহাভাৰতৰ চন্দ্ৰ হংস ৰজাৰ দেশ এই দেশৰেই অন্তৰ্গত। মহাভাৰতৰ 'নাগলোক' এইদেশৰ নগা পৰ্বতেই।

সংস্কৃতৰ মৌলিক অৰ্থমতে সাহিত্যই 'সংসৰ্গ বা মিলনক বুজায় (সাহিত্য + ষ্ণ) 'সাহিত্যম মিলকম' সাহিত্যস্য ভাৱঃ ইত্যৰ্থে ষ্ণ্য' প্ৰত্যযণে নিষ্পত্ৰম। অধ্যাপক হড্‌ছনে সাহিত্যৰ এটি সুন্দৰ সূত্ৰ দিছে এইদৰে— "Literature is the expression of life through the medium of language." অৰ্থাৎ ভাষাৰ জৰিয়তে জীৱনৰ বাঙ্ময় অভিব্যক্তিয়েই হৈছে সাহিত্য। ভাষাৰ পৰা কালক্ৰমত সাহিত্যৰ সৃষ্টি। অসমীয়া ভাষা আৰ্য ভাষসম্ভূত। প্ৰাচীন ভাৰতীয় আৰ্য ভাষাবিশেষেই ক্ৰম পৰিৱৰ্তনৰ মাজেদি আহি খ্ৰীষ্টীয় দশম-একাদশ শতিকামানত অসমীয়া ৰূপ ল'বলৈ আৰম্ভ কৰে। দশম শতাব্দী বা তাৰ আগৰ কালছোৱাৰ কামৰূপৰ ভাষাৰ নিদৰ্শন বুলিবলৈ আমাৰ হাতত আছে এই ৰাজ্যসকলৰ সংস্কৃত ভাষাত লিখা শিলালিপি আৰু শাসনাৱলীবোৰ। সংস্কৃতেই আছিল ৰাজকীয় কাৰ্যৰ একমাত্ৰ মাধ্যম। ৰাজকীয় কাৰ্য বা ৰাজসভাৰ পৰিবেশৰ বাহিৰৰ জনসাধাৰণৰ কিছু অংশই হয়তো প্ৰাকৃত ব্যৱহাৰ কৰিছিল, বাকী আৰ্য-সংস্কৃতি আৰু আৰ্য ভাষা গ্ৰহণ নকৰা আৰ্যেতৰ গোষ্ঠীৰ লোকে নিজৰ নিজৰ লৌকিক জনজাতীয় ভাষা বা উপভাষা প্ৰয়োগ কৰিছিল। প্ৰাচীন কামৰূপী ৰজাসকলৰ পৃষ্ঠপোষকতাত আৰ্য-সংস্কৃতি আৰু ভাষাই উচ্চ শ্ৰেণীৰ পৰা ক্ৰমে জনসাধাৰণৰ মাজলৈকো প্ৰৱেশ লাভ কৰে। ঐতিহাসিক ৰজাসকলৰ কথা বাদ দি যদি পৌৰাণিক নৰকাসুৰ, ভগদত্তৰ কথাকে ধৰো তেনেহ'লেও আমি দেখিবলৈ পাওঁ যে তেওঁলোক অসুৰ বা দানৱবংশীয় ৰজা বুলি পৰিচিত হৈয়ো আৰ্যধৰ্মৰ পৃষ্ঠপোষক আছিল। নৰকাসুৰে দ্বিজসকলক প্ৰতিষ্ঠা কৰিছিল বুলি কালিকাপুৰাণত উল্লেখ আছে। ড°



বাণীকান্ত কাকতিয়ে এই নৰকক খ্ৰীষ্টীয় তৃতীয়ৰ পৰা পঞ্চম শতিকাৰ কামৰূপৰ ৰজা বুলি ক'ব খোজে। পুষ্যবৰ্মণৰ (খ্ৰীষ্টীয় চতুৰ্থ-পঞ্চম শতিকা) পৰা আৰম্ভ কৰি দ্বাদশ শতিকাৰ ধৰ্মপাললৈকে কামৰূপৰ ৰজা আৰ্য সংস্কৃতিৰ পৰিপোষক আছিল। এই সমস্ত কালছোৱাত কামৰূপৰ ভাষাৰ অৱস্থা জানিবৰ বাবে দুটা মাথোন ইংগিত পোৱা যায়। এটা হ'ল এই ৰজাসকলৰ সংস্কৃত ভাষাত লিখা তাম্ৰশাসনসমূহ আৰু আনটো হ'ল কামৰূপৰ ভাষা সম্পৰ্কে হিউৱেন চাঙৰ মন্তব্য। প্ৰাচীন কামৰূপৰ ৰজাসকলৰ তাম্ৰশাসনত উল্লেখ কৰা গাঁৱৰ নাম, নদীৰ নাম আৰু মানুহৰ নামত অসমীয়া ৰূপৰ প্ৰথম নিদৰ্শন পোৱা যায়। বেদ-বেদান্ত-দৰ্শনাদি সংস্কৃত গ্ৰন্থৰ অনুবাদক মহাপণ্ডিত চীনা প্ৰৱিব্ৰাজক হিউৱেন চাঙক খ্ৰীষ্টীয় সপ্তম শতিকাৰ আগভাগত কামৰূপ তথা অসমৰ ৰজা ভাস্কৰ বৰ্মাই নিমন্ত্ৰণ কৰি আনিছিল। তেওঁৰ ভ্ৰমণ বৃতান্তত কামৰূপৰ ভাষা সম্পৰ্কে এই বুলি লিখি গৈছে "কামৰূপৰ ভাষা মধ্য ভাৰতৰ (মাগধ) ভাষাৰ সৈতে অলপহে বেলেগ।" সেই সময়ত নিশ্চয় ভাৰতীয় আৰ্য ভাষা (মাগধী প্ৰকৃতৰ এটা অংশ) কামৰূপতো বিয়পি পৰিছিল।

স্মৰণাতীত কালৰে পৰাই এই অসমত মৌখিক সাহিত্য প্ৰচলিত আছিল। বৌদ্ধ সিদ্ধাচাৰ্যসকলে ৰচা চৰ্যাপদ অথবা বৌদ্ধ গান আৰু দোহাবোৰত প্ৰাচীন অসমীয়া লিপি আৰু অসমীয়া সাহিত্যৰ বেঙণি দেখিবলৈ পোৱা যায়। এই চৰ্যাপদ ৰচনাৰ তাৰিখ সম্পৰ্কে মতভেদ থাকিলেও সিবোৰ নৱম দ্বাদশ শতিকাৰ ভিতৰত পৰে। তদুপৰি বিহুগীত, গৰখীয়া গীত, বিয়ানাম, আইনাম, নাৱৰীয়া গীত, সাধুকথা, ফকৰা, পটন্তৰ, যোজনা, শান্তিবাৰমাহী, কন্যাবাৰমাহী, সীতা বাৰমাহী, মণিকোঁৱৰৰ গীত, ফুলকোঁৱৰৰ গীত (অন্ততঃ নৱম আৰু দশম শতিকাৰ ভিতৰৰ), তন্ত্ৰ-মন্ত্ৰ আদি বহুত মৌখিক সাহিত্যও ডাকৰ বচন বা চৰ্যাপদৰো ভালেমান আগৰ পৰা পুৰণি কামৰূপত প্ৰচলিত আছিল।

ইয়াৰ পাছত প্ৰাক্ বৈষ্ণৱ যুগ পৰে। এই যুগ ১২ শ শতাব্দীৰ পৰা ১৪ শ শতাব্দীলৈকে। এই যুগৰ কাব্যত আমি অসমীয়া ভাষাক পূৰ্ণাংগ সাহিত্যিক ভাষাৰূপে পাওঁ। প্ৰাক্ বৈষ্ণৱ যুগৰ হেমসৰস্বতীৰ প্ৰহ্লাদ চৰিত, ৰুদ্ৰ কন্দলিৰ মহাভাৰতৰ দ্ৰোণপৰ্ব, কবি ৰাম সৰস্বতীৰ দ্ৰোণপৰ্ব, হৰিহৰ বিপ্ৰৰ বব্ৰুবাহনৰ যুদ্ধ আৰু লৱকুশৰ যুদ্ধ, মাধৱ কন্দলীৰ ৰামায়ণ আৰু দুৰ্গাবৰৰ গীতি ৰামায়ণ প্ৰসিদ্ধ।

পঞ্চদশ শতাব্দীৰ প্ৰাৰম্ভৰে পৰা বৈষ্ণৱ যুগ পৰে। এই যুগেই অসমীয়া সাহিত্যৰ সোণালী যুগ। এই যুগতে শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি, ৰাম সৰস্বতী, ভট্টদেৱ আদি অনেক কৃতী অসম সন্তানৰ আৱিৰ্ভাৱ হয়। শংকৰদেৱৰ

কীৰ্তন, দশম আৰু মাধৱদেৱৰ নামঘোষা অনুপম গ্ৰন্থ। এই দুজনা মহাপুৰুষে অসমীয়াত নাট, গীত, ভটিমা, টোটয়, ধৰ্ম, কৰ্ম, নীতিপূৰ্ণ পুথিৰত্নেৰে অসমীয়া ভাষাক নতুন জীৱন দি গৈছে।

ভট্টদেৱৰ গদ্যত লিখা কথাগীতা, কথা ভাগৱত সেই যুগৰ অতুলনীয় গ্ৰন্থ। এই যুগত পশ্চিমে কোচবিহাৰত কোচৰজা নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত সংস্কৃত, অসমীয়া নানা পুথি লিখিত হয়। অসমীয়া পুথিৰ ভিতৰত ৰাম সৰস্বতীৰ মহাভাৰতেই প্ৰধান।

সাহিত্যৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ অভিনৱ ৰূপ ধাৰণ হয় সপ্তদশ শতিকাৰ প্ৰাৰম্ভৰে পৰা। এই সময়তে আহোমসকলৰ ঐতিহাসিক অভিৰুচিৰ প্ৰভাৱত ৰাজধানীৰ উচ্চ মহলত কথ্য ভাষাত বুৰঞ্জী লিখা আৰম্ভ হয় আৰু বৈষ্ণৱ-সত্ৰসমূহত সত্ৰীয়া শৈলীৰ কথ্য ভাষাত কথা-গুৰুচৰিতসমূহ ৰচিত হ'বলৈ ধৰে।

**অসমৰ পুৰণি বুৰঞ্জী আৰু সাহিত্যৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ অৱদান ঃ**

অসম সাহিত্য সভা স্থাপিত হোৱাৰ পূৰ্বে ১৯১২ খ্ৰীষ্টাব্দত কামৰূপ অনুসন্ধান সমিতি স্থাপিত হয়। স্থাপিত হ'বৰ পৰাই এই সমিতিয়ে পুৰণি ঠাইবিলাকলৈ গৈ সেইবিলাকৰ তথ্য অনুসন্ধান কৰা, পুৰণি শিলালিপি, তাম্ৰলিপি, মুদ্ৰালিপি, অস্ত্ৰলিপি আদি পাঠ উদ্ধাৰ কৰি তাৰ পৰা ঐতিহাসিক সত্য উদ্ধাৰ কৰা, পুৰণি পুথি সংগ্ৰহ কৰা ইত্যাদি কাৰ্যবিলাক কৰিছে। এই সমিতিয়ে ভাস্কৰ বৰ্মাৰ ফলিবিলাক শ্ৰী হট্টত আৱিষ্কাৰ কৰে আৰু ইয়াৰ কিছুকালৰ পাছতে ইন্দ্ৰপাল ৰাজদুৱাৰৰ ১১২৭ শকৰ শিলালিপিৰ পাঠ উদ্ধাৰ কৰে। পুৰণি পুথিৰ দুই এখন সমিতিৰ খৰচত ছপাও কৰিছে। তাৰ পাছত ১৯১৭ চনত অসম সাহিত্য সভা স্থাপিত হোৱাত এই সভাই অসমৰ পুৰণি বুৰঞ্জী আৰু সাহিত্যৰ উদ্ধাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত বিশেষ পদক্ষেপ গ্ৰহণ কৰে। অসম সাহিত্য সভাই বুৰঞ্জী, সাহিত্য, বিজ্ঞান আদিৰ দিশবিলাক তন্ন তন্নকৈ বিশ্লেষণ কৰাৰ লক্ষ্যৰে ১৯২৪ চনৰ পৰা মূল অধিবেশনৰ লগতে বুৰঞ্জী সন্মিলন, কবি সন্মিলন, বিজ্ঞান সন্মিলন, আলোচনা চক্ৰ আদিৰে একো একোখন শাখা সন্মিলনৰ আয়োজন কৰি আহিছে।

বৰ্তমান অসমৰ যি কেইগৰাকী পুৰুষে অসমীয়া বুৰঞ্জী-সাহিত্যৰ ভঁৰাললৈ অৱদান আগবঢ়াইছে, প্ৰায় সেই কেয়োগৰাকীয়ে অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতিৰ আসন অলংকৃত কৰি গৈছে। প্ৰত্ন-তাত্ত্বিক যুগৰ ইতিহাস প্ৰণেতাসকলৰ ভিতৰত কনকলাল বৰুৱাৰ স্থান অতি উচ্চত। কামৰূপৰ বুৰঞ্জী সৰ্বভাৰতীয় ঐতিহাসিকসকলৰ আদৰণীয় কৰাত বৰুৱাৰ কীৰ্তি আগলৈকে থাকিব। তেওঁৰ পৰিচালনাত ওলোৱা Journal of the Assam Research Society লৈ অসমৰ বাহিৰৰ লোকসকল আকৃষ্ট হৈছিল। বুৰঞ্জীবিদ কনকলাল বৰুৱাই অসমৰ পুৰণি চিত্ৰবিদ্যা, স্থাপত্য ভাস্কৰ্যৰ কথা ব্যাখ্যা কৰিছে।



অসমীয়া মানুহৰ বৰ্তমান স্বাৱলম্বিতাৰ অভাৱ হৈছে বুলি আক্ষেপ কৰি তেওঁ কৈছে— "অসমীয়া মানুহেই আজি দুশ বা তিনিশ বছৰৰ পূৰ্বে পৰ্বতৰ পৰা শিলকটাই উলিয়াই তাত নানা প্ৰকাৰৰ চিত্ৰ আৰু মূৰ্তি কাটি কাটি তাৰে দৌল মন্দিৰ আদি সজাইছিল। দুখৰ বিষয় এতিয়া তাতোকৈ সামান্য শিলকটা কাম কৰিবলৈ বিদেশৰ মানুহ নানিলে নহয়।"[১]

তেজপুৰত হোৱা চতুৰ্থ অধিবেশনৰ (১৯২০) সভাপতি প্ৰত্নতাত্ত্বিক আৰু কবি-সাহিত্যিক হেমচন্দ্ৰ গোস্বামীয়ে ঘাইকৈ অসমীয়া পুৰণি সাহিত্য আৰু বুৰঞ্জীক পোহৰলৈ আনি মহৎ কাম কৰিলে। ইয়াৰ ভিতৰত ভট্টদেৱৰ 'কথাগীতা', 'কথা ভাগৱত', সূৰ্যখড়ি দৈৱজ্ঞৰ 'দৰং ৰাজবংশাৱলী' 'পুৰণি অসম বুৰঞ্জী' আৰু কামৰত্ন তন্ত্ব' বিশেষভাৱে উল্লেখ কৰিবলগীয়া। তেতিয়াৰ চৰকাৰৰ অনুৰোধত গোস্বামীদেৱে অসমৰ বিভিন্ন ঠাই আৰু সূত্ৰ আদিৰ পৰা কেইবাশ পুথি সংগ্ৰহ কৰি কামৰূপ অনুসন্ধান সমিতিত জমা দি এক মহৎ কাম কৰিলে। অতীত অসম আৰু পুৰণি সাহিত্যক লৈ লেখা তেখেতৰ ভালে সংখ্যক প্ৰবন্ধ সেইকালৰ আলোচনীত প্ৰকাশ পাইছিল। গুৱাহাটীত হোৱা সপ্তম অধিবেশনত (১৯২৪) সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ পাণ্ডিত্যপূৰ্ণ ভাষণত পুৰণি অসমৰ ঐতিহ্য, এই দেশৰ ভাষা, সাহিত্য, সংস্কৃতি, লিপি আদিৰ আলোচনা কৰিলে।

১৯২৬ চনত ধুবুৰীত অনুষ্ঠিত নৱম অধিবেশনত সু-সাহিত্যিক বেণুধৰ ৰাজখোৱাই অভিভাষণত অধিক সময় অসমৰ গৌৰৱময় প্ৰাচীন সভ্যতা আৰু প্ৰাচীন অসমীয়া সাহিত্যৰ কথা উল্লেখ কৰিছে। তেওঁৰ 'Short Account of Assam,' 'Historical Sketches of old Assam, Assamese Democracy,' 'A note on the Miri Tribe in Assam' আদি কেইবাখনো পুথি ইংৰাজীত লিখি গৌৰৱ বঢ়াইছিল। অসমীয়া সাহিত্যলৈ ৰাজখোৱাৰ শ্ৰেষ্ঠ অৱদান হ'ল— 'অসমীয়া খণ্ডবাক্য কোষ' নামৰ গ্ৰন্থখন।

জীৱিত কালতে কিম্বদন্তীত পৰিণত হোৱা প্ৰাচ্য বিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ আন্তৰ্জাতিক ক্ষেত্ৰত অসমৰ গৌৰৱৰ কাৰণ। অসম সাহিত্য সভাৰ প্ৰথম সদস্য-মহীয়ান উপাধিৰে বিভূষিত সন্দিকৈ ডাঙৰীয়াৰ শ্ৰী হৰ্ষৰ 'নৈষধচৰিত', প্ৰৱৰ সেনৰ 'সেতুবন্ধ' আৰু 'যশস্তিলক' আৰু 'ভাৰতীয় সংস্কৃতি' এই কেইখন বৃহৎ গ্ৰন্থ।

অসম সাহিত্য সভাৰ দ্বাবিংশ অধিবেশনৰ (১৯৫৩) সভাপতি বুৰঞ্জীবিদ ড০ সূৰ্যকুমাৰ ভূঞাই অতীত বুৰঞ্জী উদ্‌ঘাটন কৰি বহুতো মূল্যবান তথ্যৰ সম্ভেদ

দিছে। বুৰঞ্জী সম্পৰ্কে উল্লেখ কৰি তেওঁ কৈছে—

'অসমৰ ওচৰত থকা কাছাৰ-জয়ন্তীয়া আৰু ত্ৰিপুৰাৰ বিশ্বাসযোগ্য সমসাময়িক বুৰঞ্জী অকল অসমীয়াই মাথোন ৰক্ষা কৰিছে।"[২]

তেওঁ কৈছে অসমীয়াই সকলো এৰিব পাৰে কিন্তু কামাখ্যা গোসাঁনী, শংকৰদেৱৰ ভাগৱত আৰু ৰাম সৰস্বতীৰ মহাভাৰত এৰিলে অসমীয়াৰ অস্তিত্ব নিৰৰ্থক।

ড° সূৰ্যকুমাৰ ভূঞাই ইংৰাজীত ৰচনা আৰু সম্পাদনা কৰা 'An account of Assam' 'Lachit Barphukan and His Times,' 'Studies in the literature of Assam.' আদি গ্ৰন্থই বাহিৰত অসমৰ গৌৰৱ বঢ়াইছে।

গোৱালপাৰাত বহা দশম অধিবেশনত (১৯২৭) দেশভক্ত তৰুণৰাম ফুকনে বুৰঞ্জী অধ্যয়নৰ ওপৰত গুৰুত্ব দি কৈছিল— 'দেশাত্মবোধ জগাবৰ আটাইতকৈ ভাল উপায় হৈছে বুৰঞ্জী জনা।'[৩]

অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিবেশনত (১৯৫৬) বুৰঞ্জীবিদ সাহিত্যিক বেণুধৰ শৰ্মাই সংস্কৃত পুথিৰ অনুসন্ধান, প্ৰাচীন সাহিত্যৰ প্ৰকাশ আৰু বিজ্ঞান আৰু সংগীত সাহিত্য আৰু বুৰঞ্জীমূলক সম্ভেদ দিয়া পুথি ছপোৱাৰ ওপৰত গুৰুত্ব দিছে। নাজিৰাত অনুষ্ঠিত ত্ৰিংশ অধিবেশনত (১৯৬৩) শেৱালী কবি ৰত্নকান্ত বৰকাকতীয়ে শংকৰী সাহিত্যক 'ভাৰতীয় চিৰন্তন আদৰ্শৰ সাহিত্য' বুলি উল্লেখ কৰি কৈছে—

"শংকৰদেৱৰ নামত আমি যেনেকৈ গৌৰৱান্বিত, ব্যাস-বাল্মিকীৰ নামত, কালিদাস-ৰবীন্দ্ৰনাথৰ নামত আমি তেনেকৈ গৌৰৱান্বিত।[৪]

অসমৰ তথা ভাৰতৰ এগৰাকী আগশাৰীৰ পণ্ডিত ড° মহেশ্বৰ নেওগ বৈষ্ণৱ ধৰ্ম সাহিত্য আৰু সংস্কৃতিৰ এগৰাকী শ্ৰেষ্ঠ গৱেষক। তেখেতক অসম সাহিত্য সভাই সন্দিকৈদেৱৰ পিছতে সদস্য মহীয়ান উপাধিৰে ভূষিত কৰিছে। অসম চৰকাৰেও তেখেতক "শংকৰদেৱ বঁটা" প্ৰদান কৰি সন্মানিত কৰিছে। তেখেতে ৰচনা আৰু সম্পাদনা কৰা গ্ৰন্থসমূহৰ ভিতৰত 'অসমীয়া সাহিত্যৰ ৰূপৰেখা', 'অসমীয়া সমাজ আৰু সংস্কৃতি', 'শ্ৰীশ্ৰীশংকৰদেৱ', 'শ্ৰীহস্ত মুক্তাৱলী', 'প্ৰাচ্য শাসনাৱলী', 'Sankardeva and his predecesors', 'The art of painting in Assam', 'Early History of Assam' উল্লেখ্যযোগ্য।

যদিও ১৯১৭ চনতে অসম সাহিত্য সভাৰ জন্ম হয় তথাপি পুথি প্ৰকাশনৰ আৰম্ভ হয় ১৯২৭ চনতহে। সাহিত্য সভাৰ সমূহ প্ৰকাশনৰ যোগেদি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী হোৱাৰ লগে লগে অসমীয়া ভাষা, অসমীয়া পুৰণি বুৰঞ্জী আৰু সাহিত্য



প্ৰচাৰৰ দিশতো ইয়াৰ মূল্য সদায়ে আছে। ১৯২৪ চনত কনকলাল বৰুৱাৰ সভাপতিত্বত ডিব্ৰুগড়ত অনুষ্ঠিত 'অসম সাহিত্য সভা'ত গৃহীত প্ৰস্তাৱ অনুসৰি সেই বছৰৰে পৰা 'চন্দ্ৰকান্ত অভিধান' নামৰ অসমীয়া ভাষাৰ এক শব্দকোষ ৰচনাৰ কাম আৰম্ভ কৰে। ১৯৩৩ চনত শিৱসাগৰৰ সন্মিলনত 'চন্দ্ৰকান্ত অভিধান' প্ৰকাশিত হয়। এই বৰ্ষৰে আন এটা উল্লেখনীয় কাম হৈছে প্ৰাচীন অপ্ৰকাশিত গ্ৰন্থবিলাক বিচাৰি উলিওৱা।

১৯২৫ চনত দানবীৰ ৰাধাকান্ত সন্দিকৈৰ পৰা প্ৰাপ্ত ৩০ হাজাৰ টকা চন্দ্ৰকান্ত ইন্দ্ৰকান্ত স্মাৰক ন্যাসৰ পঞ্জীয়ন হয়। এই বৰ্ষতে দক্ষিণপাট সত্ৰৰ অধিকাৰীৰ পৰা পোৱা ন্যাস পুঁজিৰ ধনেৰে 'শ্ৰীশ্ৰী দামোদৰদেৱ চৰিত' নামৰ কিতাপখনৰ সম্পাদন আৰু প্ৰকাশনৰ ব্যৱস্থা কৰা হয়। ১৯২৭ চনৰ ভিতৰত 'শ্ৰীশ্ৰী দামোদৰদেৱ চৰিত' প্ৰকাশ হয় আৰু তাৰ পাছত এই বৰ্ষতে কমলাদেৱী ন্যাস পুঁজিৰে বিনন্দ বৰুৱাৰ 'মহাৰাজ নৰনাৰায়ণ'ৰ প্ৰকাশনৰ ব্যৱস্থা কৰা হয়।

১৯৫৩ চনত ইতিহাসবিদ ডা° সূৰ্যকুমাৰ ভূএগ্ৰাৰ অধ্যক্ষতাত শ্বিলং চহৰত অসম সাহিত্য সভাৰ অধিবেশন অনুষ্ঠিত হয়। এই অধিবেশনতে নৰদেৱ ন্যাস পুঁজিৰে প্ৰাক্ বৈষ্ণৱকালীন কবি হৰিবৰ বিপ্ৰৰ কাব্য লব-কুশ যুদ্ধ ড° মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত হৈ ওলায়। এই সন্মিলনতে অসম প্ৰকাশন পৰিষদ নামৰ এটা চৰকাৰী সংস্থা খোলাৰ মহত্বপূৰ্ণ প্ৰস্তাৱ লোৱা হয়।

ইংৰাজী ১৯৫৪ চনত কবি নলিনীবালা দেৱীৰ অধ্যক্ষতাত সম্পন্ন হোৱা যোৰহাট সন্মিলনত অসমীয়া ভাষাত ড° সূৰ্যকুমাৰ ভূএগ্ৰাৰ দ্বাৰা সম্পাদিত 'বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা' নামৰ ঐতিহাসিক নিবন্ধ বিৱৰণাত্মক গ্ৰন্থৰ প্ৰকাশন অসম চৰকাৰৰ ইতিহাস আৰু পুৰাতত্ত্ব বিভাগৰ সহযোগিতাত সাহিত্য সভাই কৰে। এই বৰ্ষৰ আৰু এটা উল্লেখনীয় কাৰ্য হৈছে ৰাজ্য পুনৰ গঠন আয়োগ (State Reogranisation Commission) আৰু চৰকাৰী ভাষা আয়োগ (Official language Commission of Government of India) ৰ ওচৰত স্মাৰক পত্ৰ প্ৰদান।

১৯৫৪ চনত কবি নাট্যকাৰ, অভিনেতা, শিক্ষাসেৱী আৰু সংগীতকাৰ পদ্মধৰ চলিহাৰ সভাপতিত্বত অনুষ্ঠিত হোৱা তিনিচুকীয়া অধিবেশনত অসম সাহিত্য সভাৰ দ্বাৰা পৰিকল্পিত 'প্ৰকাশন পৰিষদে' অসমৰ শিক্ষামন্ত্ৰীৰ অধ্যক্ষতাত এক স্বায়ত্ত শাসিত সংস্থাৰ ৰূপত সেই বৰ্ষৰ পৰাই কাম আৰম্ভ কৰে।

১৯৫৯ চনত নগাঁও চহৰত অতুলচন্দ্ৰ হাজৰিকাৰ সভাপতিত্বত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনত আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু শতবাৰ্ষিকী সাহিত্য সভাই অনুষ্ঠিত কৰিছিল। সেই উপলক্ষ্যতে ড° মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত ঢেকিয়াল ফুকনৰ ৰচনা "A few Remarks on the Assamese

Language and Vernacular Education' নামৰ পুস্তকৰ অসমীয়া ৰূপান্তৰ "অসমীয়া ভাষা" প্ৰকাশিত হয় (মূল গ্ৰন্থৰ ৰচনাকাল আছিল ১৮৫৩ চন)। এই বৰ্ষতে অসমৰ সকলো সম্প্ৰদায়ৰ লোকসকলক পবিত্ৰ হিচাপে ধৰি বিভিন্ন স্থানৰ বিৱৰণ তথা ঐতিহাসিক পৰিচয়ৰ সৈতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ড° মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত 'পবিত্ৰ অসম' নামৰ মহত্বপূৰ্ণ গ্ৰন্থ অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত হয়। ১৯৬০ চনত গুৱাহাটীৰ মিৰ্জা-পলাশবাৰীত অসম সাহিত্য সভাৰ অধিবেশন হয়। এই বৰ্ষত প্ৰকাশ হৈ ওলোৱা গ্ৰন্থৰ ভিতৰত—

(১) প্ৰধান সচিবৰ দ্বাৰা সম্পাদিত 'Assamese Language Question'।

(২) জনজাতীয় লেখক লংকাম টেৰণৰ 'মিকিৰ জনজাতি'।

১৯৬২ চনত ত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত হোৱা গোৱালপাৰা অধিবেশনত মুকুন্দ মাধৱ শৰ্মা ৰচিত 'Assamese for All' আৰু ইয়াৰে হিন্দী অনুবাদ 'আপকী অসমীয়া' (পৰেশ চন্দ্ৰ শৰ্মাৰ দ্বাৰা অনুদিত), মুকুন্দমাধৱ শৰ্মাৰ দ্বাৰা অনুদিত সংস্কৃত গ্ৰন্থ ৰাজশেখৰৰ 'কৰ্পূৰমঞ্জৰী', ৰজনীকান্ত দেৱশৰ্মাৰ দ্বাৰা অনুদিত বিশাখা দত্তৰ 'মুদ্ৰাৰক্ষস', প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ দ্বাৰা সম্পাদিত 'অসমৰ জনজাতি', আৰু বিশ্বনাৰায়ণ শাস্ত্ৰীৰ দ্বাৰা সম্পাদিত 'অসমৰ জনজাতীয় সাধু', ড° সত্যেন্দ্ৰনাথ শৰ্মা সম্পাদিত সংস্কৃত নাটক 'ৰূপকত্ৰয়ম', লীলা গগৈৰ ৰচনা 'জয়মতী' আৰু 'মূলাগাভৰু' এই সকলোবিলাক গ্ৰন্থ অসম সাহিত্য সভাৰ পৰা প্ৰকাশিত হৈ ওলায়।

কৰ্পূৰমঞ্জৰী কবিৰাজ ৰাজশেখৰৰ প্ৰাকৃত নাটক কৰ্পূৰমঞ্জৰীৰ অসমীয়া অনুবাদ। ড° সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত 'ৰূপকত্ৰয়ম' ১৯৬২ স্বৰ্গদেৱ শিৱসিংহ আৰু তেওঁৰ ৰাণী প্ৰমথেশ্বৰী আৰু অম্বিকা দেৱীৰ পৃষ্ঠপোষকতাত কবিচন্দ্ৰ দ্বিজৰ কাম কুমাৰ হৰণ, কমলেশ্বৰ সিংহৰ ৰাজত্বকালত কবি সূৰ্যৰ বিপ্লেশ- জন্মোদয় আৰু দীন দ্বিজৰ শঙ্খচূড় বধ নামৰ তিনিখন সংস্কৃত নাটকৰ সংগ্ৰহ।

১৯৬৩ চনত বিশ্বনাথ কবিৰাজৰ সংস্কৃত অলংকাৰ গ্ৰন্থ 'সাহিত্য দৰ্পণৰ' অসমীয়া অনুবাদ প্ৰকাশ হৈ ওলায়। অনুবাদক আছিল বিশ্বনাৰায়ণ শাস্ত্ৰী। এই বৰ্ষতে ড° নেওগ আৰু হেমন্ত শৰ্মাৰ দ্বাৰা সম্পাদিত সাহিত্য তত্ত্ব বিষয়ক গ্ৰন্থ 'সাহিত্য সমীক্ষা' প্ৰকাশ হৈ ওলায়।

১৯৬৬ চনত লীলা গগৈ আৰু হৰিপ্ৰসাদ নেওগৰ সম্পাদিত 'অসমীয়া সংস্কৃতি' প্ৰকাশিত হয়। এইখন অসমীয়া সংস্কৃতিৰ বিভিন্ন দিশৰ পৰিচয়জ্ঞাপক পুথি।

১৯৭২ চনৰ ধুবুৰী অধিবেশনত সভাৰ দ্বাৰা কনকলাল বৰুৱা আৰু বেণুধৰ



ৰাজখোৱাৰ জন্ম শতবাৰ্ষিকী উৎসৱ পতা হয়। এই উপলক্ষ্যতে অসম সাহিত্য সভাই দুখন গ্ৰন্থ প্ৰকাশ কৰি ওলিয়ায়—

(১) 'Studies in the Early History of Assam' কনকলাল বৰুৱাৰ ঐতিহাসিক নিবন্ধৰ সংকলন (মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত)।

(২) কনকলাল বৰুৱাৰ ৰচনাৱলী (নন্দ তালুকদাৰ সম্পাদিত)।

১৯৭৩ চনত ৰঙিয়াত অসম সাহিত্য সভাৰ অধিবেশন বহে। এই বৰ্ষত সভাপতি গিৰিধৰ শৰ্মাৰ বিশেষ প্ৰচেষ্টাত বহুকেইখন বুৰঞ্জীমূলক সাহিত্যৰ গ্ৰন্থ প্ৰকাশ কৰা হয়—

(১) অসমীয়া জাতিৰ ইতিবৃত্ত।

(২) নাট্য সাহিত্য (ডাঃ শৈলেন ভৰালী)।

(৩) স্বপ্নবাসৱদত্তা (ডাঃ মুকুন্দ মাধৱ শৰ্মা)।

(৪) ৰাভা জনজাতি (ৰাজেন ৰাভা)

১৯৭৪ চনত মঙলদৈত অসম সাহিত্য সভাৰ অধিবেশন গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগাধ্যক্ষ ডাঃ মহেশ্বৰ নেওগৰ সভাপতিত্বত অনুষ্ঠিত হয়। পূৰ্বোত্তৰ ভাৰতৰ লোকসকলৰ ঐক্য তথা সংহতিৰ ৰক্ষাৰ চেষ্টা কৰি এই বৰ্ষত বহুকেইখন গ্ৰন্থ প্ৰকাশনৰ কাৰ্য সম্পন্ন কৰা হয়—

(১) কাৰ্বি জনগোষ্ঠী (লংকাম টেৰণৰ দ্বাৰা লিখিত)।

(২) দেউৰী চুতীয়া (লেখক পবন চন্দ্ৰ শইকীয়া)।

(৩) বিষ্ণুপুৰীয়া মণিপুৰী (খমুল মহীদেৱ সিংহৰ দ্বাৰা লিখিত মণিপুৰী ভাষা বিষয়ক গ্ৰন্থ)।

(৪) 'কৰম পূজা আৰু ঝুমুৰ গীত' (লেখক কৰমধৰ গোহাঁই)।

(৫) 'মপিন উৎসৱ' (অৰুণাচলৰ আদী জনজাতিৰ উৎসৱ বিশেষ, লেখক বীৰেন্দ্ৰ নাথ ভট্টাচাৰ্য)।

(৬) টাই ভাষা (বিমলাকান্ত বৰুৱাৰ দ্বাৰা লিখিত)।

(৭) গাৰো সংস্কৃতিৰ ৰূপলেখা (লেখক ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰ)।

(৮) গোৱালপৰীয়া লোকগীত সংগ্ৰহ (সংগ্ৰাহক আৰু সম্পাদক— বীৰেন্দ্ৰ নাথ দত্ত)।

(৯) চাহ বাগিচাৰ সাংস্কৃতিক জীৱনত এভুমুকি (লেখক নাৰায়ণ ঘাটোৱাৰ)।

এই বৰ্ষত প্ৰকাশিত হয় 'অসমৰ লিপি সমস্যা', সম্পাদক নগেন শইকীয়া আৰু 'ৰামায়ণ লংকাকাণ্ড' (তুলসী দাসৰ ৰামচৰিত মানসৰ আধাৰত ৰচিত শ্ৰীকান্ত সূৰ্য বিপ্ৰৰ পদ্যগ্ৰন্থ) সম্পাদক— ড° মহেশ্বৰ নেওগ।

১৯৭৫ত যোৰহাটত অনুষ্ঠিত অধিবেশনৰ কালছোৱাত স্বাগত সমিতিৰ ফালৰ পৰা 'সপ্তম দশকৰ অসমীয়া সাহিত্যৰ ইতিবৃত্ত' আব্দুছ ছাত্তাৰৰ সম্পাদনাত প্ৰকাশিত হয়।

এই অধিবেশনতে আনন্দৰাম বৰুৱা জন্মবৰ্ষ উপলক্ষে অনুষ্ঠিত স্মাৰক ভাষণাৱলীত কাশী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° ঠাকুৰ প্ৰসাদ বৰ্মাই প্ৰাচীন কামৰূপৰ লিপি সম্বন্ধত দিয়া তিনি ভাষণ মিলাই 'Development of Scripts in Ancient Kamrup' নামৰ এখন সৰু গ্ৰন্থ প্ৰকাশ হয়।

১৯৭৬ চনত অনুষ্ঠিত টিহু অধিবেশনৰ সমাৰোহত প্ৰকাশিত হয়—

(১) ধ্বনি আৰু ৰসতত্ত্ব (লেখক— ড° মুকুন্দ মাধৱ শৰ্মা)
(২) অসমীয়া সংগীতৰ ঐতিহ্য (লেখক— ড° বীৰেন্দ্ৰ নাথ দত্ত)
(৩) নৃতত্ত্বৰ চমু আভাস (লেখক— ড° ভূবন মোহন দাস)
(৪) কামৰূপী লোকগীত সংগ্ৰহ।

১৯৭৭ চনত প্ৰকাশিত গ্ৰন্থ কেইখন হ'ল—

(১) 'কামৰূপী লোকগীত সঞ্চয়ন' (লেখক— হেমন্ত শৰ্মা)।
(২) বৌদ্ধ জাতকৰ সাধু (লেখক— শাসন বংশ ভিক্ষু)।
(৩) Anandaram Dhekial Phukan : Plea for Assam & Assamese (Edited and Compiled by– Dr. Maheswar Neog)

অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত অসমৰ পুৰণি বুৰঞ্জী সাহিত্য-সংস্কৃতি সংবাহক অন্যান্য গ্ৰন্থসমূহ হ'ল—

(১) 'অসমৰ লোক সংস্কৃতিৰ পৰম্পৰাগত উৎসৱ অনুষ্ঠান' ধীৰেন শৰ্মা, ২০০৯।
(২) 'অসমৰ সাংস্কৃতিক ইতিহাস' (২য় খণ্ড) (১২২৭ খ্ৰীঃ পৰা ১৮৩০ খ্ৰীঃলৈ) ড° নবীন চন্দ্ৰ শৰ্মা ২০০৯।
(৩) ''অসমৰ লোক সংস্কৃতিৰ ৰূপৰেখা' সংকলক সম্পাদক— সতীশচন্দ্ৰ চৌধুৰী, ১৯৯১।
(৪) 'অসমৰ ধৰ্মৰ বুৰঞ্জী ঃ আন্ধাৰ আৰু পোহৰ', ড° মহেশ্বৰ নেওগ ১৯৮৮ চন।
(৫) 'অসমীয়া প্ৰাচীন লিপি' সৰ্বেশ্বৰ কটকী, ১৯৭৯।
(৬) 'প্ৰত্ন অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক বিশ্লেষণ', ড০ উপেন্দ্ৰনাথ গোস্বামী, ১৯৮৫ চন।
(৭) 'গুৰুচৰিতৰ ইতিকথা', ড° মহেশ্বৰ নেওগ, ১৯৮৩।
(৮) 'কামৰূপী লোক-গীত সংগ্ৰহ', ড° হেমন্ত কুমাৰ শৰ্মা সম্পাদিত, ১৯৭৮ চন।
(৯) 'কথা-ভক্তিৰত্নাকৰ' ঃ গোপালচৰণ দ্বিজ, নবীন চন্দ্ৰ গোস্বামী সম্পাদিত, ১৯৭৮ চন।
(১০) 'অসমীয়া সংস্কৃতি চৰ্চাৰ ইতিহাস' মালিনী গোস্বামী, ১৯৯৮।
(১১) 'অসমীয়া সংস্কৃতিত ইছলামীয় প্ৰভাৱ' ড° মোহিনী কুমাৰ শইকীয়া, ১৯৯৮।
(১২) 'অসমৰ সাংস্কৃতিক ইতিহাস'—প্ৰথম খণ্ড, যতীন্দ্ৰকুমাৰ বৰগোহাঞি, ২০০৭।



উপৰোক্ত আলোচনাৰ পৰা এইটো স্পষ্ট যে, অসম সাহিত্য সভাই প্ৰাচীন বুৰঞ্জী আৰু সাহিত্যক জনসমাজৰ মাজলৈ অনাৰ ক্ষেত্ৰত অভূতপূৰ্ব অৰিহণা যোগাইছে। বৰ্তমান এই সভা কেৱল অসমৰে সাহিত্য চৰ্চাৰ অনুষ্ঠান হৈ নাথাকি বৰ্তমান ই সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰে সাহিত্য চৰ্চাৰ অনুষ্ঠানত পৰিণত হৈছে। অসম সাহিত্য সভাই অসমৰ প্ৰচীন ইতিহাস আৰু সাহিত্যক বিশ্বদৰবাৰত প্ৰতিষ্ঠিত কৰিছে।

**তথ্য সূত্ৰ ঃ**


(১) উপেন্দ্ৰ বৰকটকী ঃ অসম সাহিত্য সভাৰ সভাপতি আৰু অভিভাষণ, বাণী প্ৰকাশ প্ৰাইভেট লিমিডেট, গুৱাহাটী, ১৯৮৫
(২) প্ৰাগুক্ত
(৩) প্ৰাগুক্ত
(৪) প্ৰাগুক্ত


**প্ৰাসংগিক ৰচনাৱলী ঃ**


(১) কলিতা ৰাজেন্দ্ৰ ঃ প্ৰাচীন অসমৰ সংস্কৃতি আৰু বুৰঞ্জী, চন্দ্ৰ প্ৰকাশ, গুৱাহাটী-১, ২০১৩
(২) গোস্বামী যতীন্দ্ৰনাথ (সম্পাদিত) ঃ অসম সাহিত্য সভাৰ ভাষণাৱলী (তৃতীয় ভাগ), অসমৰ সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট, অসম ১৯৬১।
(৩) ঃ অসম সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট, অসম, ১৯৭৩।
(৪) ঃ অসম সাহিত্য সভাৰ প্ৰকাশনৰ বৰ্ণনামূলক তালিকা, অসম সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট, অসম, ১৯৭৭।
(৫) ঃ অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাস, জয় প্ৰকাশন, গুৱাহাটী, ১৯৮৮।
(৬) গোস্বামী মালিনী ঃ অসমত সংস্কৃত চৰ্চাৰ ইতিহাস, অসম সাহিত্য সভা, ১৯৯৮।
(৭) নেওগ মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, বাণীমন্দিৰ, গুৱাহাটী, অসম, ১৯৮৬।
(৮) মহন্ত বাপচন্দ্ৰ ঃ অসম সাহিত্য সভাকা ইতিবৃত্ত, অসম সাহিত্য সভা, যোৰহাট,

১৯৭৯।
(৯) শৰ্মা কিৰণ (অনুবাদ) ঃ অসমত সংস্কৃতৰ চৰ্চা, অসম সংস্কৃত মহাসভা, শৰাইঘাট লেজাৰ প্ৰিণ্ট, গুৱাহাটী, ২০০৪।
(১০) শৰ্মা নবীনচন্দ্ৰ ঃ পুৰণি অসমীয়া সাহিত্যৰ সৌৰভ, চন্দ্ৰ প্ৰকাশ, গুৱাহাটী-১, ১৯৯৬।
(১১) হাজৰিকা অতুলচন্দ্ৰ ঃ অসম সাহিত্য সভাৰ ৰূপৰেখা, অসম সাহিত্য সভা, ১৯৭৭।
(১২) অসম সাহিত্য সভাৰ ভাষণাৱলী (প্ৰথম ভাগ), অসম সাহিত্য সভা, ১৯৫৫।

# জনজাতীয় সংস্কৃতি আৰু অসম সাহিত্য সভাৰ ভূমিকা

ড° জগদীন্দ্ৰ ৰায়চৌধুৰী

ভাৰতবৰ্ষৰ পূবপ্ৰান্তত অৱস্থিত অসম ৰাজ্য। ভাৰতৰ অন্য ৰাজ্যৰ তুলনাত এই ৰাজ্যৰ ভাষা-সংস্কৃতিৰ বিচিত্ৰতা সৰ্বজন বিদিত তথা সমাদৃত। ইয়াৰে সিংহভাগ পাহাৰ-ভৈয়ামকে আবৰি বিভিন্ন জনজাতীয় গোষ্ঠীয়ে অধিকাৰ কৰি আছে। অসমত সৰ্বমুঠ ২৫ টা বিভিন্ন প্ৰকাৰৰ জনজাতীয় গোষ্ঠী আছে আৰু ২০০১ চনৰ লোকপিয়ল অনুসৰি জনজাতীয় লোকসকলক দুভাগত ভাগ কৰা হৈছে। ইয়াৰে ভৈয়াম অঞ্চলত থাকে— বড়ো, ৰাভা, মিচিং, দেউৰী, তিৱা, সোনোৱাল কছাৰী, বৰ্মন, মেচ, গাৰো, হোজাই, হাজং, চিংফৌ ডিমাচা আৰু খাম্‌টি আৰু অন্যহাতে কুকি, মিজো, নগা, কাৰবি, খাছী, চাকমা, ক্ষাৰ, পোই, লাখেৰ, চিলঠেং, মান আদি পাৰ্বত্য অঞ্চলৰ জনজাতীয় লোক। যদিও অধিংকাংশ জনগোষ্ঠীয় লোকে অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম হিচাপে লৈছে তথাপিও তেওঁলোকৰ ভাষা-সংস্কৃতি, উৎসৱ-অনুষ্ঠান, লোককলা শিল্প আদিৰ স্বকীয়তা বজাই বৈচিত্ৰ্যময় কৰি ৰাখিছে।

অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত আৰু সাংস্কৃতিক সমন্বয়ৰ ক্ষেত্ৰত মংগোলীয় গোষ্ঠী বা অনাৰ্যমূলীয় জনজাতিসকলৰ অবদান যথেষ্ট উল্লেখনীয়। ড° সূৰ্যকুমাৰ ভূঞাদেৱে তেখেতৰ গ্ৰন্থ Studies in the History of Assam ত কিৰাত ৰূপে পৰিচিত অনাৰ্যমূলীয় জনজাতিসকলৰ সম্পৰ্কে এইদৰে উল্লেখ কৰিছে— The first significant features of Assam's civilization is the part that non-Aryans played in moulding and shoping it. Turning to the epical age, we find the great hero Bhagadatta the king of kamrupa. Appearing in the bettle field of kurukhettra as the head of the kirat regions where army and splendour caused terror in the hearts of the

---

লেখক বি. বৰুৱা কলেজৰ প্ৰাণীবিজ্ঞান বিভাগৰ অধ্যাপক।

warriors (Pg-5-6) এই ক্ষেত্রত ভাষাবিদ পণ্ডিত ড° বাণীকান্ত কাকতিয়েও তেখেতৰ গ্ৰন্থ 'পুৰণি কামৰূপৰ ধৰ্ম ধাৰা'ত কিৰাতসকলৰ কথা উল্লেখ কৰিছে। জনজাতীয় লোকসকল যদিও অসমৰ জলবায়ু প্ৰাকৃতিক পৰিৱেশ, বৈদিক সংস্কৃতিৰ সংস্পৰ্শলৈ আহিছে তথাপিও সাংস্কৃতিক দিশৰ ফালৰ পৰা তেওঁলোকৰ স্বকীয়তা বজাই ৰাখিবলৈ সক্ষম হৈছে। এয়া প্ৰকৃততে সম্ভৱ হৈছে বংশানুক্ৰমে প্ৰচলিত লোক-সংস্কৃতিৰ জৰিয়তে।

অসমৰ সৰহ সংখ্যক জনজাতি-গোষ্ঠীৰ ভাষা তিব্বত-বৰ্মী ভাষাৰ অন্তৰ্গত। সেয়েহে এওঁলোকৰ মাজত প্ৰাচীন ভাষিক যোগসূত্ৰ আৰু সহমৰ্মিতা দেখা যায়। ইয়াৰে প্ৰমাণ স্বৰূপে বড়ো, ৰাভা, গাৰো, তিৱা, ডিমাচাসকলৰ ভাষাৰ মিল আছে। ঠিক একেদৰে ইন্দো মংগোলীয় জনজাতিসকলে অসমৰ আৰ্য হিন্দুসকলৰ মাজত ভাষা-সাহিত্য-সংস্কৃতিৰ ওপৰত প্ৰভাৱ পেলাইছে। পণ্ডিতসকলৰ মতে বাঁহ গছৰ ব্যৱহাৰ, সিজু পূজা, পাট কাপোৰৰ ব্যৱহাৰ আদি মংগোলীয়সকলৰ অবদান। জনজাতীয় লোকসকলৰ যি বৈচিত্ৰ্যময় সাংস্কৃতিক দিশ আছে সেয়া সঁচাকৈ বাখৰবৰণীয়া আৰু অজনজাতীয় গোষ্ঠীৰ মাজতো প্ৰভাৱ পেলাইছে।

যদিও উত্তৰ পূৰ্বাঞ্চল ভাৰতত সৰ্বমুঠ ২৫ টা জনজাতীয় গোষ্ঠী আছে ইয়াৰ ভিতৰত বড়ো, ৰাভা, মিচিং, কাৰবি, গাৰো, ডিমাচা, হাজং, তিৱা আৰু চাহ জনজাতি আদি সৰ্বাধিক পৰিচিত।

নৃতত্ত্ববিদসকলৰ মতে বড়োসকলৰ প্ৰাচীন আদি ভূমি তিব্বতত আছিল আৰু বোড় শব্দৰ পৰাই বড়ো হৈছে। ভূটানৰ ভোট আৰু বড়োসকল একে গোষ্ঠীৰে মানুহ যদিও পিছলৈ পৃথক জনগোষ্ঠী হিচাপে চিহ্নিত হৈছে (বিষ্ণুৰাভাৰ ৰচনাৱলী পৃষ্ঠা ৩৪৫)। বড়োসকল এটি বৃহৎ ফৈদৰ পৰা অহা। এই ক্ষেত্ৰত একমত মহান পণ্ডিত Rev. Sidney Endle, G.A. Grierson, S.K. Chatterjee ও। কিৰাত অৰ্থাৎ মংগোলীয় সংস্কৃতি আৰু সভ্যতাই অসম আৰু উত্তৰ পূব ভাৰতত প্ৰভাৱ বিস্তাৰ কৰিছে। কিৰাত শব্দই বড়োসকলক সামৰি লৈছে। কামৰূপ, প্ৰাগজ্যোতিষপুৰ আৰু পিছলৈ অসম নামেৰে জনাজাত এই ঐতিহাসিক ভূ-খণ্ডত বড়োসকলৰ কেবাশ বছৰীয়া সাংস্কৃতিক অবদান আছে।

বড়োসকলৰ ভাষা তিব্বতবৰ্মী ভাষা। বড়োসকলৰ নিজস্ব সামাজিক ৰীতি-নীতি, ধৰ্মীয় বিধি-বিধান, সাজ-পোছাক আৰু মাতৃ ভাষাই তেওঁলোকৰ জাতিগত পৰিচয় দাঙি ধৰিছে। বড়ো সংস্কৃতিৰ এটি দিশ হ'ল পৰম্পৰাগত নিজস্ব জাতীয় সাজপাৰ। উত্তৰ পূৰ্বাঞ্চলৰ অন্যান্য মংগোলীয় জনগোষ্ঠীৰ দৰে বড়োসকলে ঘৰুৱা তাঁতশালত নিজে বোৱা ৰং-বিৰঙৰ পৰম্পৰাগত সাজপাৰ পৰিধান কৰে। আদিম কালত বড়োসকলে কপাহ আৰু এৰী সূতাৰে বোৱা কাপোৰ-কানিহে ব্যৱহাৰ কৰিছিল



বুলি জনা যায়। বড়োসকলৰ সংস্কৃতিৰ আন এটি দিশ হ'ল তেওঁলোকৰ খাদ্য আৰু ৰন্ধন প্ৰণালী। বড়োসকল মূলতঃ আমিষ ভোজী। বড়োসকলে চাউলৰ পৰা জৌ আৰু জৌবিদৈ প্ৰস্তুত কৰে। আৰ্যীকৰণ আৰু সংস্কৃতি সংক্ৰমণৰ ফলত একাংশৰ জীৱন ধাৰণ পদ্ধতি, আচাৰ-নীতি, ধৰ্ম বিশ্বাস পিন্ধন-উৰণ আদিত পৰিবৰ্তন আহিছে যদিও বড়োসকলৰ নিজস্ব ভাষা-সংস্কৃতি আৰু ধৰ্মীয় বিশ্বাসেৰে বড়ো জাতিৰ সুকীয়া জাতি সত্তা ৰক্ষা কৰি আহিবলৈ সক্ষম হৈছে।

ড° সুনীতি কুমাৰ চেটাৰ্জী আৰু ড° বিমলেন্দু মজুমদাৰে আগবঢ়োৱা যুক্তি অনুসৰি খ্ৰীঃপূঃ ১১০০ শতিকাত চীনৰ দক্ষিণ অংশত ছাং বংশৰ ৰাজত্ব কাল আৰম্ভ হয়। ছাং ৰাজত্বৰ সময়টো আছিল দাস ব্যৱস্থাভিত্তিক সমাজ। কোনো প্ৰভুৰ মৃত্যু হ'লে কৃতদাসসকলক জীৱন্ত অৱস্থাতে মৃত প্ৰভুৰ লগত কবৰস্থ কৰা হৈছিল। অনুমান হয় কোচ্চা বা কোচ্চা ৰাভাসকলেও কৃতদাস বৃত্তিৰ ব্যৱস্থাৰ পৰা হাত সাৰিবলৈ চীনদেশৰ পৰা পলায়ন কৰিছিল। বহু কষ্ট, বহু সংঘাতৰ অন্তত বৰ্তমানে বাস কৰা ঠাই দেখি কি সুন্দৰ 'হাছাম' (হা-মাটি, ছাম-ঘাঁহনি) বুলি আনন্দিত হৈছিল। হাছাম শব্দৰ পৰা হয়তো পিছলৈ অসম হোৱা বুলি ঠাৱৰ কৰিব পাৰি।

ৰাভাসকলৰ ভাষা বৰ্তমান অতি কম পৰিসৰত বৰ্তি আছে। বুৰঞ্জীবিদ শৰ্মাৰ মতে, কোচ ৰজা বিশ্বসিংহই ৰজা হোৱাৰ আগতে কোচ বা ৰাজবংশীৰ যিটো ভাষা আছিল সেয়া ৰাভাৰো একে ভাষাই। ৰাভাসকলৰ সংস্কৃতিৰ দিশৰ পিনে লক্ষ্য কৰিলে দেখা যায় যে বিভিন্ন ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত লোকগীত আছে যি সকলোৰে মাজত জনাজাত আৰু আদৰণীয়। সাজপাৰ, খাদ্যাভাস আদি সকলোতে স্বকীয় সংস্কৃতি বজাই ৰাখি ৰাভাসকলে মহীয়ান হৈ আছে।

মিচিংসকল পূৰ্বে মিৰি নামে পৰিচিত আছিল। ধৰ্মীয় পুথি, আহোম বুৰঞ্জী, চৰকাৰী নথি পত্ৰইও মিচিংসকলক মিৰি বুলি উল্লেখ কৰিছে। মেকেঞ্জিৰ মতে, "১৮২৫ চনত কেপ্টেইন নিউফ্‌ভাইনে মিৰিসকলক লক্ষীপুৰৰ চিচি অঞ্চলত ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰে ভৈয়াম আৰু অনুচ্চ পাহাৰ লালিত দিহং (চিয়াং) নদীলৈ জুৰি বসবাস কৰা দেখিছিল।" পৰৱৰ্তী সময়ত গেইট চাহাবেও মত প্ৰকাশ কৰিছে যে, "মিৰিসকলক ভৈয়ামত ব্ৰিটিছৰ অনুগত প্ৰজা আৰু উত্তৰৰ পাহাৰত নিৰীহ আৰু শান্তি প্ৰিয় লোক হিচাপে জনা যায়।"

মিচিংসকলৰ গৃহ নিৰ্মাণ পদ্ধতি, খাদ্যাভাস, কৃষি পদ্ধতি, বয়ন শিল্প, উৎসৱ আদি যি নিয়াৰিকৈ আগবঢ়াই নিছে, ইয়াৰ দ্বাৰা সংস্কৃতিৰ দিশটো উজ্জ্বল হৈ উঠিছে। তেওঁলোকে পালন কৰি অহা কৃষি উৎসৱ আলি ঃ আঃয়ৌ লৃগাং উল্লেখযোগ্য। এই উৎসৱক সংক্ষেপে আলিয়াই লৃগাং বুলি জনা যায়। ড° লীলা গগৈৰ মতে, 'অসমৰ

গ্ৰাম্য আৰু কৃষি সংস্কৃতি মূলতঃ উৰ্বৰা বিশ্বাসৰ সংস্কৃতি। এই বিখ্যাত উৰ্বৰা মতবাদৰ বাটকটীয়া হ'ল অষ্ট্ৰিকসকল। "কৃষিজীৱী মিচিংসকলে সম্ভৱতঃ ঝুম খেতি কৰা সময়ৰ পৰা আলিঃ আঃয়ৌ লৃগাং উৎসৱ পালন কৰি আহিছে। ইয়াৰ উপৰিও মিচিং সকলে বিহু উৎসৱ পালন কৰে। মিচিংসকলে ব্যৱহাৰ কৰা আ-অলংকাৰ, বিবাহ পদ্ধতি, লোক-সাহিত্য, লোক-কলা আদিৰে নিজস্ব সংস্কৃতি সগৌৰবেৰে জীয়াই ৰাখিবলৈ সক্ষম হৈছে।

'মিকিৰ' নামেৰে অভিহিত কৰা জনগোষ্ঠীয়ে নিজকে 'কাৰবি' বুলি পৰিচয় দি গৰ্ববোধ কৰে। অধ্যাপক ৰংবং তেৰাংদেৱে লিখিছে, "নিজকে আৰলেং বুলি পৰিচয় দি ভালপোৱা কাৰবিসকলক অসম বুৰঞ্জীয়ে 'মিকিৰ' নামেৰেই লিপিবদ্ধ কৰিছে।" কাৰবিসকলৰ অসম আগমনৰ প্ৰসংগত কনকলাল বৰুৱাৰ মন্তব্য এনেধৰণৰ, "According to chronology we may undoutedly accept the tibeto Burman speakers as the successors of the khasi-syntengs and perhaps the other preceding tribes like the Mikirs" কাৰবিসকলৰ সমাজ সংস্কৃতি ধৰি ৰাখিবলৈ আছে— তেওঁলোকৰ মাজত ৰীতি-নীতি, পূজা-পাতল, বিয়া-বাৰু, সাজ-পাৰ, আ-অলংকাৰৰ দহা-শ্ৰাদ্ধ (চ'মাংকান) আদি। কাৰবিৰ বিবাহৰ সময়ত দৰা আৰু কইনা পক্ষৰ দেউতাকে বিয়া নাম গায়। এইদৰে আন ক্ষেত্ৰতো কাৰবিসকলে নিজস্ব দৃষ্টিভংগীৰে স্বকীয়তা বজাই ৰাখি তেওঁলোকৰ সংস্কৃতি জীয়াই ৰাখিছে।

ওপৰত উল্লেখ কৰা জনজাতি কেইটিৰ উপৰিও আৰু কেবাটিও উল্লেখনীয় জনজাতি আছে আৰু সকলোৱে অতি শালীনতাৰ মাজেৰে তেওঁলোকৰ সংস্কৃতিক জীয়াই ৰাখিবলৈ সক্ষম হৈছে।

অসমীয়া ভাষা উদ্ধাৰৰ বাবে লক্ষ্মীনাথ বেজবৰুৱাকে আদি কৰি কেবাগৰাকীও বৰেণ্য ব্যক্তিৰ প্ৰচেষ্টাত গঢ়ি উঠিছিল 'অসম সাহিত্য সভা' নামৰ অনুষ্ঠানটো যত পোনপ্ৰথমবাৰৰ বাবে সভাপতিৰ আসন গ্ৰহণ কৰিছিল পদ্মনাথ গোহাঞিবৰুৱাই। অসমীয়া ভাষা-সাহিত্যৰ উন্নতি সাধিবলৈ অসম সাহিত্য সভাই অসমৰ বুৰঞ্জী, ব্যাকৰণ, অভিধানকে আদি কৰি গ্ৰন্থ প্ৰকাশ কৰি আগুৱাই যাবলৈ সক্ষম হৈছিল। যিহেতু অসম ৰাজ্যখন তথা উত্তৰ-পূৰ্বাঞ্চলত অতীজৰে পৰা বহু জনজাতীয় লোকসকলে প্ৰব্ৰজন কৰি থিতাপি লৈছিল সেয়েহে পৰৱৰ্তী সময়ত অসম সাহিত্য সভাই অকল অসমীয়া ভাষা-সাহিত্যৰ অগ্ৰগতিত লাগি নাথাকি অসমৰ থলুৱা জনজাতিৰ লোকসকললৈকে, তেওঁলোকৰ ভাষা সাহিত্য তথা সংস্কৃতিলৈ মন মেলিলে। অসম সাহিত্য সভাই উপলব্ধি কৰিলে যে বিদ্যায়তনিক ক্ষেত্ৰত যদিও অসমীয়া ভাষাকে



ব্যৱহাৰ কৰিলে তথাপিও তাৰ মাজতে প্ৰত্যেক জনজাতীয় লোকসকলে তেওঁলোকৰ মাজত কঢ়িয়াই অনা ভাষা, লোক-সাহিত্য, বিভিন্ন ৰীতি-নীতিৰ স্বকীয়তা বজাই ৰাখিবলৈ সক্ষম হৈছিল। জনজাতীয় লোকসকলৰ যি নিজস্ব সংস্কৃতি তাক পুনৰ উদ্ধাৰৰ মনোবৃত্তিৰে অসম সাহিত্য সভাই অগ্ৰাধিকাৰ দিলে। অসমীয়া ভাষাৰ সমান্তৰালভাৱে এটি এটি কৰি জনজাতীয় লোকসকলৰ সংস্কৃতি উদ্ধাৰৰ হকে সময়ে সময়ে অসম সাহিত্য সভাই প্ৰকাশ কৰা পত্ৰিকাত স্থান দিলে আৰু পৰ্যায়ক্ৰমে গ্ৰন্থ প্ৰকাশৰো যো-জা কৰিলে। জনজাতীয় লোকসকলে তেওঁলোকৰ প্ৰব্ৰজনৰ সময়ত যি ভাষা-সংস্কৃতি কঢ়িয়াই আনিছিল সেয়া লিপিবদ্ধ আকাৰত ৰূপ দিয়াত অসম সাহিত্য সভাৰ বৰঙণি উল্লেখযোগ্য। অসম সাহিত্য সভাই জনজাতিৰ ভাষা-সাহিত্য পত্ৰিকা বা গ্ৰন্থত প্ৰকাশ কৰাৰ উপৰিও অধিবেশনৰ সময়ত লোকে লোকাৰণ্য হোৱা স্থানত মঞ্চত পৰিৱেশন কৰিবলৈ সুবিধা কৰি দিলে তেওঁলোকৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠান। প্ৰাথমিক অৱস্থাত যদিও কিছু সংখ্যক ব্যক্তিয়ে এনে কাৰ্যৰ বাবে উৎসাহিত কৰা নাছিল কিন্তু এবাৰ আৰম্ভ হোৱাৰ পিছত এনে অনুষ্ঠান স্তব্ধ হোৱা নাই। বৰঞ্চ প্ৰতিটো জনজাতিৰ যি স্বকীয়তা আছে সেয়া প্ৰদৰ্শিত হোৱাৰ লগতে অধিবেশনত উপস্থিত থকা ৰাইজে আকোৱালি লোৱাত অসম সাহিত্য সভাৰ কৃতকাৰ্যতামূলক পদক্ষেপ বুলি বিবেচিত হৈছে। যদিও সময়ে সময়ে অসম সাহিত্য সভাৰ প্ৰচাৰ পত্ৰিকা বা গ্ৰন্থ প্ৰকাশ কৰি জনজাতীয় লোকৰ ভাষা-সংস্কৃতিৰ শ্ৰীবৃদ্ধি কৰি আহিছে। সেয়া হয়তো অধিক তৎপৰতাত আগুৱাই গৈছে ৰংবং তেৰাঙৰ নেতৃত্বত ডিফু অধিৱেশনৰ পৰা। বিভিন্ন সভা-সমিতি, আলোচনা সত্ৰৰ জৰিয়তে জনজাতীয় বিশেষকৈ কাৰবি ভাষাত পুথি প্ৰস্তুত হৈছে লগতে অনুবাদৰ ক্ষেত্ৰখন আগবঢ়াই অসমীয়া তথা জনজাতীয় ভাষাৰ উন্নতি সাধন কৰিছে। অসম সাহিত্য সভাই সময়ে সময়ে জনগোষ্ঠীয় বিশেষ পত্ৰিকা প্ৰস্তুত কৰি যিমানখিনি পৰা যায় অসমীয়া তথা জনজাতীয় শিক্ষিত ব্যক্তিৰ দ্বাৰা বিভিন্ন দিশ সামৰি লিখনী প্ৰস্তুত কৰি উলিয়াইছে।

অসম সাহিত্য সভাৰ ভাষা সাহিত্যৰ উন্নতিৰ ক্ষেত্ৰত যি জাতীয় চেতনা সেই দিশত অনুপ্ৰাণিত হৈ বড়ো, ৰাভাকে আদি কৰি জনজাতীয় লোকসকলে আজি কেবাবছৰ ধৰি তেওঁলোকৰ চিন্তা-চৰ্চা আগবঢ়াবলৈ অধিবেশন পাতি আহিছে। বৰ্তমান অৱস্থাত যদিও নিজস্বভাৱে জনজাতীয় লোকসকলে তেওঁলোকৰ কলা-সংস্কৃতি বা সাহিত্যৰ উন্নতি সাধনৰ বাবে পৰিকল্পনা বা প্ৰচেষ্টা আগবঢ়াইছে তথাপি অসম সাহিত্য সভাৰ অৱদানৰ কথা কোনেও নুই কৰিব নোৱাৰে। অসমীয়া ভাষা ব্যৱহাৰ বা সাহিত্যৰ ক্ষেত্ৰত জনজাতীয় লোকসকলে যিখিনি বৰ্তমান সময়লৈ অবদান আগবঢ়াইছে ইয়াৰ পৰিপূৰকভাৱে অসম সাহিত্য সভায়ো অৱদান আগনবঢ়োৱাকৈ থকা নাই।

**সামৰণি ঃ** অসম ৰাজ্যৰ যিসকল থলুৱা জনগোষ্ঠীয় লোকে তেওঁলোকৰ ভাষা-সংস্কৃতিৰ দিশত কিছু কাম আগবঢ়াইছে আৰু অসম সাহিত্য সভাই অসমীয়া মানুহৰ লগত সেইসকল জনগোষ্ঠীয় ভাই-ভনীৰ এনাজৰী গঢ়িছে সেয়া উল্লেখযোগ্য। যিহেতু উত্তৰ-পূব ভাৰতৰ প্ৰায় সকলোবোৰ ৰাজ্যৰ লোকসকল বিভিন্ন ঠাইৰ পৰা প্ৰব্ৰজন হৈ আহিছে সেইসকল লোকৰ ভাষা-সংস্কৃতিৰ পিনে অসম সাহিত্য সভাই লক্ষ্য কৰি সমন্বয়ৰ সেঁতু বান্ধিব পাৰে। পদ্মনাথ গোহাঞিবৰুৱাৰ তত্ত্বাৱধানত নগালেণ্ডত যি অসম সাহিত্য সভাৰ শাখা খোলা হৈছিল ইয়াৰ সম্পৰ্ক নকৈ গঢ়াৰ লগতে আনকেইখন ৰাজ্যৰ লগত সম্পৰ্ক গঢ়িলে অসম সাহিত্য সভাৰ দ্বাৰা উত্তৰ-পূবৰ ৰাজ্যসমূহৰ মাজত এক সমন্বয় গঢ়ি উঠিব। অনৈক্যৰ মাজতৰ ঐক্য স্থাপন কৰি যদি উত্তৰ-পূব ভাৰতৰ সকলো ৰাজ্যৰ জনগোষ্ঠীয় লোকক একত্ৰিত কৰিব পৰা যায় তেতিয়াহ'লে অসম সাহিত্য সভাৰ অবদান চিৰযুগমীয়া হৈ ৰ'ব। লগতে এই আঠ ভনীৰ উত্তৰ-পূৰ্বাঞ্চল ৰাজ্য ভাৰতবৰ্ষৰ আন ৰাজ্যৰ তুলনাত জাকতজিলিকা হৈ ৰ'ব।

সহায়ক গ্ৰন্থপঞ্জী ঃ

১। Surya Kr. Bhuyan : Studies in the History of Assam.

২। বিষ্ণু ৰাভা ঃ বিষ্ণুৰাভাৰ ৰচনাৱলী- পৃঃ ৩৪৪

৩। Mackezie, A (1884) : History of relations of Government with the hill tribes of the north-east frontier of Bengal (N.E. frontier of India) Pg. 33

৪। Gait, Sir (1903) : A History of Assam Pg. 323

৫। Dalton. E.T. (1872) : Description Ethnology of Bengal (retitled and reprinted in 1978 as tribal History of Eastern India) Pg. 29

৬। গগৈ, লীলা (১৯৯৪) ঃ লীলা গগৈ ৰচনাৱলী, পৃঃ ১৩।

# চাহ-জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত অসম সাহিত্য সভাৰ অৱদান

ড° বিভাৰাণী পাঠক

**অসম সাহিত্য সভাৰ জন্ম আৰু উদ্দেশ্য ঃ-** অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ উত্তৰাধিকাৰীৰূপে অসম সাহিত্য সভাই আনুষ্ঠানিকভাৱে ১৯১৭ চনৰ ২৬ ডিচেম্বৰ তাৰিখে জন্ম লাভ কৰিছিল। "আসামত সাহিত্য সভা এখনি স্থাপন কৰিবৰ কাৰণে ১৯১৭ চনৰ ২৮ ছেপ্টেম্বৰ তাৰিখে শিৱসাগৰৰ ক্লাবঘৰত শ্ৰীযুত তাৰাপ্ৰসাদ চলিহা বাৰিষ্টাৰ ডাঙৰীয়াক সভাপতি পাতি এখনি সভা পতা হয়। তাত ১৯১৭ চনৰ ডিচেম্বৰ মাহত আসামৰ শিক্ষিত আৰু সাহিত্যানুৰাগী পুৰুষসকলক নিমন্ত্ৰণ কৰি এখনি "সদৌ আসাম সাহিত্য সভা" গঠন কৰিবৰ প্ৰস্তাৱ কৰা হয় আৰু সেই উদ্দেশ্যে হোৱা সন্মিলনীত শ্ৰদ্ধাস্পদ ৰায় চাহাব *শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা* ডাঙৰীয়াক সভাপতি বৰণ কৰা হয়।

সেই অনুসাৰে ১৯১৭ চনৰ ২৬ ডিচেম্বৰ তাৰিখে শিৱসাগৰৰ আসাম কনফাৰেন্সৰ ৰভাঘৰতে সদৌ আসাম সাহিত্য সন্মিলনী বহিছিল। ঠিক এক বজাত সভাৰ কাৰ্য আৰম্ভ কৰা হৈছিল। শ্ৰীযুক্ত লক্ষ্মীকান্ত বৰুৱাদেৱৰ ৰচিত গান এটিৰে সভাৰ কাৰ্য আৰম্ভ কৰাৰ পাছত অভ্যৰ্থনা সমিতিৰ সভাপতি *শ্ৰীযুত গুঞ্জানন বৰুৱা ডাঙৰীয়াই* সভাৰ উদ্দেশ্য বুজাই দিয়াত *অনাৰেবল ৰায় ফণীধৰ চলিহাৰ* প্ৰস্তাৱ মতে আৰু *শ্ৰীযুত হৰেশচন্দ্ৰ ৰাজখোৱা* আৰু *শ্ৰীযুত দেৱেশ্বৰ চলিহা* ডাঙৰীয়াৰ সমৰ্থন মতে *ৰায় চাহাব শ্ৰীযুক্ত পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াই সভাপতিৰ আসন গ্ৰহণ কৰে।"* – (অভিলেখ, ১৯১৭–৭৭)। এই সন্মিলনীতে *পদ্মনাথ গোহাঞিবৰুৱাক সভাপতি আৰু শৰৎচন্দ্ৰ গোস্বামী আৰু দেৱেশ্বৰ শৰ্মাক*

---

লেখক এছ বি দেওৰা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহযোগী অধ্যাপক।

ক্ৰমে প্ৰধান সম্পাদক আৰু সহকাৰী সম্পাদক হিচাপে লৈ এখন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হৈছিল। এই সমিতিৰ দ্বিতীয় অধিৱেশনত সভাখনৰ নাম "আসাম সাহিত্য সভা" ৰখা হয়। কালক্ৰমত অৱশ্যে "আসাম সাহিত্য সভা" নামটো "অসম সাহিত্য সভা"লৈ ৰূপান্তৰিত হয়। এনেদৰেই আজিৰ পৰা পঁচান্নবৈ (৯৫) বছৰ আগতে বহুকেইগৰাকী সাহিত্যানুৰাগী ব্যক্তিৰ আশাশুধীয়া প্ৰচেষ্টাত অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ জন্ম হৈছিল।

অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা বৰ্তমানৰ উত্তৰ পূৰ্বাঞ্চল আৰু সেই সময়ৰ 'বৰ অসম'ৰ সকলো জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ শ্ৰীবৃদ্ধি সাধনত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে। সভাৰ নিয়মাৱলীতে সভাৰ উদ্দেশ্যৰ বিষয়ে স্পষ্টভাৱে উল্লেখ কৰিছে এনেদৰে, "অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীণ উন্নতি কৰাই এই সভাৰ উদ্দেশ্য, লগতে অসমৰ থলুৱা ভাষা-সংস্কৃতিৰ উন্নয়নৰ বাবে কাম কৰাও সজোৰে অন্যতম উদ্দেশ্য হ'ব।" এনেধৰণৰ উদ্দেশ্য আগত ৰাখিয়েই অসমত প্ৰায় ডেৰশ বছৰৰো অধিক কাল বাস কৰি অহা, অসমৰ সৰ্বমুঠ জনসংখ্যাৰ প্ৰায় কুৰি শতাংশ অধিগ্ৰহণ কৰা চাহ জনজাতিসকলৰ ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতিৰ হকে অসম সাহিত্য সভাই কাম কৰি আহিছে।

**অসমলৈ চাহ-জনজাতিৰ আগমন ঃ** সুদূৰ উনবিংশ শতিকাৰ চতুৰ্থ দশকতে অসমত চাহ খেতি আৰম্ভ কৰা হৈছিল। ইষ্ট-ইণ্ডিয়া কোম্পানীৰ এজেণ্ট *ৰবাৰ্ট ব্ৰুচে* চিংফৌ জাতিৰ মুৰব্বী বিচাগামৰ পৰা চাহ গছৰ গুটি আৰু পুলি অনাৰ চুক্তি সম্পাদন কৰিছিল যদিও এই কাম সমাধা কৰাৰ পূৰ্বে তেওঁৰ মৃত্যু হৈছিল। ব্ৰুচৰ মৃত্যুৰ পিছত তেওঁৰ ভাতৃ *আলেকজেণ্ডাৰ ব্ৰুচে* এই কাম সমাধা কৰে আৰু ১৮২৩ চনৰ পৰা ১৮৩৯ চনলৈ উজনি অসমত ১২০ খন চাহ থকা ঠাই আৱিষ্কাৰ কৰে। সেই সময়ৰ ভাৰতৰ গভৰ্ণৰ জেনেৰেল *লৰ্ড উইলিয়াম বেণ্টিংকে* ১৮৩৪ চনত গঠন কৰা চাহ সমিতিৰ সম্পাদক *গৰ্ডন চাহাবৰ* নেতৃত্বত ১৮৩৬ চনৰ পৰা অসমত চাহ বাগিচা স্থাপনৰ কাম আৰম্ভ হয়। ১৮৩৭ চনত উজনি অসমৰ চাবুৱাত খোলা চাহ বাগিচাখনেই হ'ল অসমৰ প্ৰথম চাহ বাগিচা। লাহে লাহে অসমৰ বিভিন্ন ঠাইত চাহ খেতি কৰিবলৈ আৰম্ভ কৰিলে। এখনৰ পিছত এখনকৈ চাহ বাগিচা স্থাপন হ'বলৈ ধৰিলে। চাহ বাগিচাৰ সংখ্যা বৃদ্ধি পোৱাৰ লগে লগে ইয়াত কাম কৰা বনুৱাৰ প্ৰয়োজনো বৃদ্ধি পাই আহিল। এনেয়ো থলুৱা অসমীয়া মানুহে কম কষ্টতে কৃষি-কৰ্ম কৰি পেটৰ ভাত মুঠি উলিয়াব পাৰে বাবে, তেওঁলোকে বাগিচাত ইমান কষ্টকৰ কাম কৰাৰ প্ৰতি



আগ্ৰহান্বিত নহয়। এনেকুৱা পৰিস্থিতিতেই অসমৰ বাহিৰৰ পৰা শ্ৰমিক অনাৰ প্ৰয়োজনীয়তা আহি পৰিল। লগে লগে ভাৰতবৰ্ষৰ অন্য প্ৰদেশ বিশেষকৈ বংগ, বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ, মধ্য প্ৰদেশ, অন্ধ্ৰপ্ৰদেশ, তামিলনাড়ু, কৰ্ণাটক আদিৰ পৰা জাক জাক মানুহ অসমলৈ লৈ অনা হ'ল। 'আৰাকাটি' আৰু 'গিৰিমিট' - এই দুই পদ্ধতিৰে শ্ৰমিকসকলক অসমলৈ অনা হৈছিল। এনেদৰে ভাৰতৰ বিভিন্ন ঠাইৰ পৰা অহা বিভিন্ন ভাষী লোকসকলেই এদিন অসমত চাহ-জনগোষ্ঠীৰ লোক হিচাপে চিহ্নিত হ'ল। কৰ্ম ভূমি অসমকে তেওঁলোকে মাতৃভূমি হিচাপে সাৱটি লৈ বৃহৎ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ অংশীদাৰ হৈ পৰিল।

অসমৰ অৰ্থনীতিৰ ৰাজহাড় স্বৰূপ চাহ উদ্যোগসমূহৰ মূল চালিকা শক্তি এই চাহ শ্ৰমিকসকলৰ উন্নতিৰ হকে কিন্তু বাগানৰ মালিক পক্ষ বা চৰকাৰ কোনেও বিশেষ প্ৰচেষ্টা হাতত লোৱা দেখা নগ'ল। এই ক্ষেত্ৰত আগবাঢ়ি আহিল কেৱল মাথোন অসমৰ সৰ্ববৃহৎ অৰাজনৈতিক অনুষ্ঠান অসম সাহিত্য সভাই।

**চাহ জনজাতিৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকা ঃ** অসম সাহিত্য সভাই অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ অন্যান্য জাতি জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতিৰ হকে কাম কৰি অহাৰ দৰে চাহ-জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ বাবেও কাম কৰি আহিছে। একমাত্ৰ অসম সাহিত্য সভাইহে চাহ জনগোষ্ঠীৰ সাৰ্বিক উন্নতিৰ কথা চিন্তা কৰি বাগিচাৰ বনুৱা সম্প্ৰদায়ক এক বৃহত্তৰ আৰু শক্তিশালী জনগোষ্ঠী বুলি স্বীকৃতি দিছে। তেওঁলোকক 'নতুন অসম আৰু নতুন দিশৰ সংস্কৃতিৰ বুনিয়াদ গঢ়াৰ অন্যতম অংশীদাৰ' - বুলি কৈছে। একেদৰে তেওঁলোকক 'চাহ-বাগিচাৰ অসমীয়া' বা কেৱল 'অসমীয়া' বুলি অভিহিত কৰিছে। 'চাহ বাগিছাৰ অসমীয়া সম্প্ৰদায়' - শীৰ্ষক গ্ৰন্থত সেই সময়ৰ প্ৰধান সম্পাদক ড° *নগেন শইকীয়াই* 'প্ৰধান সম্পাদকৰ একাষাৰ'ত কৈছে, "অসমৰ চাহ মজদুৰসকলক অসম সাহিত্য সভাই 'চাহ-বাগিছাৰ অসমীয়া' বা কেৱল 'অসমীয়া' বুলি ক'বলৈ ভাল পায়।"

জাতিৰ দলিলৰূপে বিবেচিত সাহিত্য সভাৰ বহু কেইগৰাকী সভাপতিৰ অভিভাষণত চাহ বাগিচাৰ অসমীয়াসকলৰ বিষয়ে চিন্তা কৰি তেওঁলোকৰ বিকাশৰ বাটবোৰ আলোচনা কৰিছে। পোন প্ৰথমবাৰৰ বাবে ১৯২৫ চনত সভাৰ নগাঁৱত বহা অষ্টম অধিবেশনৰ সভাপতি *ৰজনীকান্ত বৰদলৈয়ে* তেখেতৰ ভাষণত চাহ বাগিচাৰ প্ৰসংগ উত্থাপন কৰে। তেখেতে বনুৱাসকলৰ শিক্ষাৰ ওপৰত গুৰুত্ব দিয়ে।

দ্বাত্ৰিংশ নলবাৰী অধিবেশনৰ সভাপতি ডিম্বেশ্বৰ নেওগে তেখেতৰ

অভিভাষণত বনুৱাসকলক অনা অসমীয়া বুলি নাভাবি তেওঁলোকৰ মাজত শিক্ষা-সংস্কৃতিৰ প্ৰচাৰৰ ওপৰতহে গুৰুত্ব দিছে।

*নকুল চন্দ্ৰ ভূঞাই* (চতুস্ত্ৰিংশ অধিবেশন) তেখেতৰ অভিভাষণত যুগ যুগ ধৰি অসমত বাস কৰা চাহ শ্ৰমিকসকল 'কোনোপধ্যে অসমীয়া নহয় বুলি ভাবিব নোৱাৰো' - বুলি অভিমত প্ৰকাশ কৰিছে।

মাকুম অধিবেশনৰ সভাপতি তীৰ্থনাথ শৰ্মাই 'শ্ৰম ভূষণ এই বনুৱাসকল এতিয়া অসমৰ নিগাজী সুজন সম্পদ' — বুলি উল্লেখ কৰিছে।

মঙলদৈ অধিবেশনৰ সভাপতি মহেশ্বৰ নেওগে চাহ মজদুৰ অসমীয়া সমাজখনৰ প্ৰতি অসম সাহিত্য সভা তথা অসমীয়া সাহিত্যিকসকলৰ বিশিষ্ট এক কৰ্তব্য আৰু দায়িত্ব আছে বুলি উল্লেখ কৰিছে।

চতুশ্চত্বাৰিংশ অধিবেশনৰ সভাপতি চৈয়দ আব্দুল মালিকে তেখেতৰ অভিভাষণত লিখিছে, "চাহ বনুৱাসকল আজি অসমীয়া, অসমৰ বাহিৰে তেওঁলোকৰ কতো অন্য মাতৃভূমি নাই।"

গোলাঘাট অধিবেশনৰ সভাপতি প্ৰসন্নলাল চৌধুৰীয়ে চাহ বনুৱাসকলক আমাৰ জাতীয় শক্তিৰ সংগঠনৰ অংগ বুলি উল্লেখ কৰি তেওঁলোকৰ উন্নতিৰ হকে কাম কৰিবলৈ সকলোকে আহ্বান জনাইছে।

বিহপুৰীয়া অধিবেশনৰ সভাপতি যোগেশ দাসে চাহ জনগোষ্ঠীৰ লোকসকলক সম্পূৰ্ণ অসমীয়া বুলি অভিহিত কৰাৰ লগতে তেওঁলোকৰ মাজৰ পৰা ওলোৱা কবি-সাহিত্যিকসকলৰ কথাও কৈছে।

কামপুৰ অধিবেশনৰ সভাপতি বীৰেণ বৰকটকীয়ে তেখেতৰ অভিভাষণত চাহ জনগোষ্ঠীৰ লোকসকল যে আজিও নিৰক্ষৰতা, অন্ধবিশ্বাস আদিৰ কবলৰ পৰা মুক্ত হ'ব পৰা নাই সেই কথাৰ উল্লেখ কৰি এইক্ষেত্ৰত অসম সাহিত্য সভাৰো দায়িত্ব আছে বুলি আঙুলিয়াই দিছে।

মৰিগাঁও অধিবেশনৰ সভাপতি ড° লীলা গগৈয়ে তেখেতৰ অভিভাষণত সভাৰ প্ৰস্তাৱিত কেন্দ্ৰীয় 'অসম তত্ত্ব সংস্থান' ত অন্যান্য জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ গৱেষণাৰ লগতে চাহ শ্ৰমিকসকলৰ ভাষা-সাহিত্য-সংস্কৃতিৰো গৱেষণা, বিকাশ আৰু চৰ্চাৰ ব্যৱস্থা কৰাৰ আশ্বাস দাঙি ধৰিছে।

সৰ্থেবাৰী অধিবেশনৰ সভাপতি হিতেশ ডেকাই চাহ মজদুৰ সকলক হাড়ে-হিমজুৰে অসমীয়া বুলি কৈছে। তেওঁলোকে সৃষ্টি কৰি লোৱা 'সাদানী' ভাষাৰ লগতে অসমীয়া ভাষাক যে সংযোগী ভাষা হিচাপে ব্যৱহাৰ কৰি আহিছে, সেই কথাৰো উল্লেখ কৰিছে।

বোকাখাত অধিবেশনৰ সভাপতি ড° লক্ষ্মীনন্দন বৰাই চাহ জনগোষ্ঠীৰ



বিকাশৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ কৰণীয় কাৰ্য সম্পৰ্কে উল্লেখ কৰিছে এনেদৰে, "অসম সাহিত্য সভাই তেওঁলোক থকা অঞ্চলসমূহত স্থিতি লাভ কৰিব লাগিব আৰু তেওঁলোকক অসমীয়া ভাষা-সংস্কৃতিৰ বহুল গঢ় এটাত একত্ৰিত কৰিবলৈ অক্লান্ত প্ৰচেষ্টা চলাব লাগিব।"

এনেদৰে বিভিন্ন সময়ত বিভিন্নজন সভাপতিয়ে তেওঁলোকৰ অভিভাষণত চাহ জনগোষ্ঠীৰ লোকসকলৰ বিষয়ে বিষদ আলোচনা আগবঢ়াই আহিছে। অসমৰ ৰাজনৈতিক প্ৰেক্ষাপটৰ সমীকৰণ সলনি কৰি দিব পৰা এই চাহ জনগোষ্ঠীৰ লোকসকল কেৱল যে আৰ্থিকভাৱেই অনগ্ৰসৰ এনে নহয়, শিক্ষা-দীক্ষাৰ ক্ষেত্ৰতো এওঁলোক যথেষ্ট পিছপৰা। মালিক পক্ষৰ দ্বাৰা শোষিত, নিষ্পেষিত হৈ অহা এইসকল লোকক তেওঁলোকৰ সৰ্বাংগীণ উন্নতিৰ বাবে কাৰোবাৰ সহায়ৰ প্ৰয়োজন। তেওঁলোকে অসমীয়া শব্দৰ সংমিশ্ৰণত 'বাগানীয়া ভাষা' বা 'সাদানী' ভাষা নামেৰে উমৈহতীয়া ভাষা এটা গঢ়ি তুলিছে যদিও অসমীয়া ভাষাক সংযোগী ভাষা হিচাপে ব্যৱহাৰ কৰি আহিছে। তেনেদৰে অসমীয়া সংস্কৃতিৰ লগত দিয়া আৰু লোৱা প্ৰথাৰে গঢ়ি তুলিছে এক সমন্বয়ৰ সংস্কৃতি। চাহ জনগোষ্ঠীৰ জীৱন আৰু ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক এই সকলোবোৰ কথা অ-চাহ-জনগোষ্ঠীৰ মানুহৰ আগত দাঙি ধৰিছে কেৱল অসম সাহিত্য সভাৰ সভাপতিসকলে তেওঁলোকৰ অভিভাষণৰ মাজেৰে। সভাপতিসকলে তেওঁলোকৰ অভিভাষণত প্ৰকাশ কৰা এই চিন্তা চৰ্চা সাহিত্য সভাৰো চিন্তা-চৰ্চা, মাথোন সাহিত্য সভাই তাক প্ৰকাশ কৰি আহিছে সভাপতিসকলৰ অভিভাষণৰ মাধ্যমেৰে।

চাহ-জনজাতিৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সংৰক্ষণ আৰু সংবৰ্ধনৰ কথা অসম সাহিত্য সভাই কেৱল চিন্তা কৰি বা আলোকপাত কৰিয়েই ক্ষান্ত থকা নাই, এই সম্পৰ্কে বহুতো বাস্তৱ পদক্ষেপো গ্ৰহণ কৰিছে। উদাহৰণ স্বৰূপে সভাই নিজৰ উদ্যোগত চাহ জনজাতিৰ জীৱন, সমাজ, লোক-সংস্কৃতি, লোক-সাহিত্য, ভাষা আদি বিষয়ক বহুতো গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে। অৱশ্যে এনেধৰণৰ কাম ১৯১৭ চনতে স্থাপিত হোৱা সাহিত্য সভাই কিছু পলমকৈ অৰ্থাৎ স্বৰাজোত্তৰ কালতহে হাতত লৈছিল। সভাই ইতিমধ্যে প্ৰকাশ কৰা চাহ বাগিচা সম্পৰ্কীয় গ্ৰন্থসমূহ হ'ল - চাহ বাগিচাৰ বনুৱা (শ্ৰীনকুল চন্দ্ৰ ভূঞা, ১৯৬০), সেউজী পাতৰ মাজে মাজে (সম্পাদক ঃ শ্ৰীনগেন শইকীয়া, ১৯৬৬), কৰম পূজা আৰু ঝুমুৰ গীত (সম্পাদক ঃ শ্ৰীৰুক্মধৰ গোহাঞি, ১৯৭৪), বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি (শ্ৰীনাৰায়ণ ঘাটোৱাৰ, ১৯৭৫), চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু (শ্ৰীদেউৰাম তাছা, ১৯৭৭), চাহৰ কথা (ড° দীননাথ বৰুৱা, ১৯৭৭), চাহ

বাগিছাৰ কথা (শ্ৰীসুশীল কুৰ্মী, ১৯৮১), চাহ বাগিছাৰ পূজা পৰ্ব্ব (শ্ৰীদেউৰাম তাছা, ১৯৮১), চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি (শ্ৰীসুশীল কুৰ্মী, ১৯৯১), চাহ শিল্পৰ কথা আৰু অসম (ড° অঞ্জন বৰা, ১৯৯৪), ঝুমইৰ নৃত্য-গীত (শ্ৰীপ্ৰহ্লাদ তাছা, ১৯৯৭), চাহ জনগোষ্ঠীৰ চিন্তা-চেতনা (সম্পাদকঃ শ্ৰীৰাজেন গগৈ, ২০০১), চাহ গছৰ মাজে মাজে (শ্ৰীসুশীল কুৰ্মী, ২০০৮), অসমৰ চাহ জনগোষ্ঠী, জীৱন আৰু সংস্কৃতিৰ ৰূপৰেখা (সম্পাদক ঃ শ্ৰীপৱিত্ৰ বৰবৰা, শ্ৰীদেৱেন তাছা, ২০১০), সংক্ষিপ্ত চাহ কোষ (মুখ্য সম্পাদক ঃ ড° আনন্দ বৰমুদৈ, সম্পাদক ঃ শ্ৰীপ্ৰহ্লাদ তাছা, ২০১২) ইত্যাদি।

এটা জাতি বা জনজাতিৰ স্বকীয়তা প্ৰকাশ পায় লোক-সাহিত্য, লোক উৎসৱ-পাৰ্বণ, লোক পৰিবেশ্য কলা, লোক ভাষা আদিৰ মাজেৰে। তেনেদৰে চাহ জনগোষ্ঠীৰো নিজস্বতা প্ৰকাশ পাইছে - ঝুমইৰ নৃত্য-গীত, টুচু গীত, কৰম পূজাৰ গীত, সহঁৰাই পৰব, ফাকুৱা পৰব, গ্ৰাম পূজা, চাহ জনগোষ্ঠীৰ কিম্বদন্তী, সাধু কথা আদিৰ মাজত। এই সকলোবোৰ পোহৰলৈ আনি অ-চাহ জনগোষ্ঠীৰ মাজত প্ৰচাৰ আৰু প্ৰসাৰ কৰাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে। প্ৰকৃততে অসম সাহিত্য সভাই প্ৰকাশ কৰা গ্ৰন্থসমূহৰ দ্বাৰাইহে এই কাৰ্য সম্ভৱ হৈছে। একেদৰে সাহিত্য সভা পত্ৰিকাসমূহত বিভিন্ন সময়ত প্ৰকাশ পোৱা চাহ জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক প্ৰবন্ধ আদিয়েও এই ক্ষেত্ৰত সহায়ক হৈছে। 'চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ড বাক্য সম্ভাৰ' শীৰ্ষক গ্ৰন্থত সভাৰ প্ৰধান সম্পাদক অমল ৰাজখোৱাই প্ৰধান সম্পাদকৰ নিবেদনত এইদৰে উল্লেখ কৰিছে, "অসমৰ চাহ বাগিচাত কাম কৰিবলৈ আহি এই মাটিকেই আপোন কৰি লোৱা চাহ বাগিচাৰ অসমীয়া সকলৰ ভাষা-সাহিত্য-সংস্কৃতিক পোহৰলৈ অনাটো অসম সাহিত্য সভাৰ ঘাই কৰ্তব্য বুলিয়েই গণ্য কৰি আহিছে।" আৰু সেইবাবেই সাহিত্য সভাই এতিয়ালৈকে চাহ জনগোষ্ঠী সম্পৰ্কীয় বহু কিতাপ প্ৰকাশ কৰি আহিছে।

সাহিত্য সভাই গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰিও চাহ বাগিচাসমূহত সাহিত্য সৃষ্টিৰ পৰিৱেশ এটা গঢ়ি তুলিবলৈও যৎপৰোনাস্তি চেষ্টা কৰি আহিছে। চাহ জনগোষ্ঠীৰ নবীন শিল্পী-সাহিত্যিকক উদগনি দিবৰ কাৰণে সভাই পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰিছে। চাহ বাগানসমূহত আজি পঞ্চাশ (৫০) খনৰো অধিক শাখা সাহিত্য সভা খোলা হৈছে। চাহ জনজাতিৰ বহুলোকক সভাৰ আজীৱন সভ্য, সাধাৰণ সভ্য বা সক্ৰিয় সদস্য কৰি লোৱা হৈছে। এই ক্ষেত্ৰত চাহ জনজাতিৰ প্ৰথম সাহিত্যিক পেন্সনাৰ মেঘৰাজ কৰ্মকাৰ, সুশীল কুৰ্মী, প্ৰহ্লাদ তাছা, দেউৰাম তাছা, গণেশ কুৰ্মী, নাৰায়ণ ঘাটোৱাৰ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। নাৰায়ণ ঘাটোৱাৰক অসম সাহিত্য সভাই সভাৰ ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ চাবুৱা অধিবেশনৰ স্মৃতিগ্ৰন্থ, বৰডুবি চাহ বাগিচাত অনুষ্ঠিত কৰা আলোচনা চক্ৰৰ স্মৃতিগ্ৰন্থ, ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ লিখক শিবিৰৰ স্মৃতিগ্ৰন্থ-আদি কেইবাখনো স্মৃতিগ্ৰন্থ সম্পাদনা কৰাৰ সুযোগ দিয়ে। প্ৰহ্লাদ তাছা আদি বিশিষ্ট সাহিত্যিকসকলক সাহিত্য সভাৰ বিষয়বাবো দিয়া হৈছে।



অসম সাহিত্য সভাই চাহ জনজাতিসকলৰ মাজত শিক্ষাৰ প্ৰসাৰতা বৃদ্ধি কৰিবলৈ অহৰহ চেষ্টা চলাই আহিছে। শিক্ষাৰ প্ৰসাৰ অবিহনে তেওঁলোকৰ মাজত কেতিয়াও সচেতনতা বৃদ্ধি হ'ব নোৱাৰে। সেইবাবে সাক্ষৰতাৰ হাৰ বৃদ্ধি কৰিবলৈ স্কুল আদি স্থাপনৰ ক্ষেত্ৰত সাহিত্য সভাই গুৰুত্ব দি আহিছে। লগতে চাহ শ্ৰমিকসকলৰ মাজত অধ্যয়নৰ পৰিবেশ সৃষ্টি কৰিবলৈ পুথিভঁৰাল স্থাপনৰ ওপৰত সভাই গুৰুত্ব দিছে। চাহ বাগিচাৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজত বনমালী শইকীয়া সোঁৱৰণী ৰচনা প্ৰতিযোগিতা প্ৰতি বছৰে পতা হয় আৰু শ্ৰেষ্ঠ প্ৰতিযোগীক সভাৰ বছৰেকীয়া সন্মিলনীতে বঁটা দিয়াৰ ব্যৱস্থা কৰা হৈছে।

অসম সাহিত্য সভাই 'অসম তত্ত্ব সংস্থাপন'ৰ অধীনত চাহ জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সম্পৰ্কত গৱেষণা কৰাৰ বাট সুচল কৰাৰ অৰ্থে গৱেষণা কেন্দ্ৰ প্ৰতিষ্ঠা, চাহ কোষ প্ৰকাশ, আলোচনা সত্ৰ অনুষ্ঠিত কৰাকে আদি কৰি ভালে সংখ্যক আঁচনি লৈ কামসমূহ সম্পাদন কৰি আছে। উল্লেখনীয় কথা এয়ে যে একমাত্ৰ অসম সাহিত্য সভাইহে চাহ জনগোষ্ঠীৰ হিয়াৰ আমঠু স্বৰূপ ঝুমুইৰ নৃত্য-গীতক অসমীয়া লোক জীৱনৰ এটা সাংস্কৃতিক সম্পদ বুলি অভিহিত কৰিছে।

মুঠৰ ওপৰত অসম সাহিত্য সভাই চাহ জনগোষ্ঠীৰ ভাষা, সাহিত্য, সংস্কৃতিৰ বিকাশৰ বাবে বিভিন্ন আঁচনি গ্ৰহণ কৰাৰ লগতে সেইবোৰ বাস্তৱায়িত কৰি আহিছে।

**সামৰণি ঃ** অসম সাহিত্য সভাই চাহ জনগোষ্ঠীটোৰ সৰ্বাংগীণ বিকাশৰ বাবে এতিয়ালৈকে বহুতো কাম কৰিছে যদিও আৰু অধিক কাম কৰাৰ থল আছে। চাহ শ্ৰমিকসকলৰ মাজত শিক্ষাৰ প্ৰসাৰৰ বাবে সভাই বিভিন্ন উপায় অৱলম্বন কৰি হ'লেও জোৰ দিব লাগিব। এই ক্ষেত্ৰত বীৰেন্দ্ৰ বৰকটকীয়ে কোৱাৰ দৰে ভ্ৰাম্যমাণ থিয়েটাৰ আৰু যাত্ৰাদলৰ গায়ক বা অভিনেতা অথবা জাতীয় চেতনা সম্পন্ন বাকপটু লোকৰ দ্বাৰা শিক্ষামূলক বক্তৃতা প্ৰদান কৰিব পাৰে। হোমেন বৰগোহাঞিয়ে কোৱাৰ দৰে চাহ শ্ৰমিকসকলৰ মাজত বেচৰকাৰী

সংস্থা আদিৰ সহযোগত সাক্ষৰতাৰ অভিযান চলালে আৰু অধিক সুফল পোৱা যাব বুলি আশা কৰিব পাৰি।

সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে চাহ-শ্ৰমিকসকলক অন্ধবিশ্বাস, কু-সংস্কাৰ আদিৰ পৰা মুক্ত কৰিবলৈ যত্নবান হোৱা উচিত।

অসম সাহিত্য সভাই প্ৰতিখন চাহ বাগিচালৈ ইয়াৰ শাখা বিস্তাৰিত কৰি চাহ শ্ৰমিকসকলৰ লগত এক নিবিড় সম্বন্ধ স্থাপন কৰা উচিত। নতুন প্ৰজন্মক ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ বাবে কাম কৰিবলৈ সভাই উদগনি যোগাব লাগে। তেনেদৰে চাহ শ্ৰমিকসকলৰ মাজৰ পৰা ওলোৱা কবি, সাহিত্যিক বা শিল্পীসকলক সাহিত্য সভাই যথাযোগ্য মৰ্যাদা দিয়া উচিত। এনেধৰণৰ বিভিন্ন আঁচনি হাতত ল'লেহে অসম সাহিত্য সভাই চাহ-জনগোষ্ঠীৰ ভাষা, সাহিত্য, সংস্কৃতিকে ধৰি সৰ্বাংগীণ উন্নতিৰ ক্ষেত্ৰত এক অনবদ্য অৱদান আগবঢ়োৱা বুলি ক'ব পৰা যাব।

প্ৰসংগ পুথি ঃ

(১) অসম সাহিত্য সভাৰ সভাপতিসকলৰ অভিভাষণত অসমৰ চাহ-জনগোষ্ঠী ঃ সংকলক, *সম্পাদক ঃ শ্ৰীমাণিক শইকীয়া।*

(২) অসমৰ চাহ জনগোষ্ঠী ঃ জীৱন আৰু সংস্কৃতিৰ ৰূপৰেখা ঃ *সম্পাদক ঃ শ্ৰীপৱিত্ৰ বৰবৰা, শ্ৰীদেৱেন তাছা।*

(৩) চাহ জনগোষ্ঠীৰ চিন্তা চেতনা ঃ *সম্পাদক ঃ শ্ৰীৰাজেন গগৈ।*

(৪) দিচৈ-দৰিয়া স্মৃতিগ্ৰন্থ ঃ অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাওঁ অধিৱেশন *ঃ সম্পাদক ঃ শ্ৰীশৰৎ ৰাণা বৰা, শ্ৰীগুণীন শৰ্মা।*

(৫) অসম সাহিত্য সভা পত্ৰিকা, জনগোষ্ঠীয় বিশেষ সংখ্যা ঃ *সম্পাদক ঃ ড° জ্যোতিৰেখা হাজৰিকা।*

# অসমীয়া ভাষা সাহিত্য-সংস্কৃতিৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত অভিধান প্ৰণয়ন আৰু অসম সাহিত্য সভা

অমূল্য চন্দ্ৰ দাস

কোনো এটি ভাষা-ভাষীৰ মাজত প্ৰচলিত থকা অৰ্থ প্ৰকাশক শব্দবোৰৰ অৰ্থ, উচ্চাৰণ, আখৰ-জোঁটনি আৰু সেইবোৰৰ ব্যৱহাৰ প্ৰণালীৰ জ্ঞান দিব পৰা শব্দৰ পৰিচয় জ্ঞাপক সম্যক তালিকাখনেই সেই ভাষাৰ অভিধান। সাম্প্ৰতিক কালত ভাষা-বিজ্ঞানৰ নতুন নতুন তত্ত্বই পুৰণি অভিধানৰ ৰূপ সলনি কৰিছে আৰু বহুতো পুৰণি ধাৰণা লোপ পাইছে। আধুনিক অভিধান তত্ত্বৰ প্ৰয়োজনত নতুন নতুন অভিধান বৰ্তমান সৃষ্টি হৈয়েই আছে।

**অসমীয়া অভিধানৰ ইতিহাস ঃ**

অষ্টাদশ শতিকাৰ শেষ ভাগৰ পৰাই অসমীয়াত অভিধান প্ৰণয়নৰ সূচনা হোৱা দেখা যায়। স্বৰ্গদেও গৌৰীনাথ সিংহ আৰু কমলেশ্বৰ সিংহৰ পৃষ্ঠপোষকতাত ১৭৯৪ খ্ৰীষ্টাব্দ সময়ছোৱাত টাই-আহোম সম্প্ৰদায়ৰ 'মহন' বংশৰ টেঙাই পণ্ডিতে 'বৰ অম্ৰ' নাম দি এখনি অভিধান প্ৰণয়ন কৰিছিল। অৱশ্যে ইয়াত সেই সময়ত প্ৰচলিত টাই-আহোম ভাষাৰ শব্দহে সন্নিৱিষ্ট হৈছিল। এই অভিধান আছিল বৰ্ণানুক্ৰমিক। ১৭৯৫ চনত ৰমাকান্ত বৰুৱাই অইন এখন অভিধান প্ৰণয়ন কৰিছিল। ইয়াৰ নাম আছিল 'লতিঅম্ৰ'। এই অভিধানত অসমীয়া শব্দ টাই-আহোম ভাষাত ভাঙি দেখুওৱা হৈছিল। ইয়াৰ প্ৰায় অৰ্ধ শতিকাৰ পিছত ৰুচিনাথ নামৰ লোক এজনে ১৯৩৯ চনত নামনি অসমত ব্যৱহাৰ হোৱা কিছুমান শব্দৰ বাংলা প্ৰতিশব্দ দি যে এখনি অভিধান প্ৰণয়ন কৰিছিল সেই কথা জানিও বহুতে আলোচনাৰ আওতালৈ আনিব নোখোজে। এই চনতেই যাদুৰাম ডেকা বৰুৱাৰ হাতেলিখা অভিধান এখনি আমি পাওঁ। স্বয়ং ব্ৰন্সন চাহাবে যাদুৰাম বৰুৱাৰ আখৰ জোঁটনি ব্যৱহাৰ কৰাৰ কথা তেওঁৰ অভিধানৰ পাতনিত উল্লেখ কৰিছে এনে ধৰণে— "The System of

লেখক বি. বৰুৱা কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক।

orthorgraphy adopted in this work, is that of Jadu Ram Baruah, a learned Assamese Pundit, which it is belived much better co-responds with the actual pronunciation of the people that an other system meet with." বহুতো লোকে মাইলছ্ ব্ৰন্সনৰ পৰা অসমীয়া অভিধানৰ ইতিবৃত্ত আৰম্ভ হোৱা বুলি আলোচনা কৰিব খোজে। গতিকে এই আলোচনা কাল পৰিপ্ৰেক্ষ দোষত দোষদুষ্ট হোৱাটো সূচায়। প্ৰসংগক্ৰমে উল্লেখ কৰা প্ৰয়োজন যে ১৯২০ চনত ৰায় চাহাব গোলাপ চন্দ্ৰ বৰুৱাৰ উদ্যোগত 'বৰ অম্ৰ' আৰু 'লতি অম্ৰ'ৰ পাণ্ডুলিপিক আধাৰ হিচাপে লৈ কলিকতাৰ খ্ৰীষ্টান মিছনেৰি প্ৰেছৰ পৰা "Ahom-Assamese-English Dictionary' বুলি এখনি অভিধান প্ৰণয়ন কৰা হয়। আচলতে মাইলছ্‌ব্ৰন্সনে অসমীয়া ভাষাৰ পঞ্চমখন অভিধানহে লিখি উলিয়াইছিল। বহুতে ব্ৰন্সনক প্ৰথম অসমীয়া অভিধান প্ৰণেতা বুলি আলোচনা কৰিব খোজে। আমাৰ বোধেৰে এই কথা শুদ্ধ নহয়। ইতিমধ্যে আমি আলোচনা কৰিছো যে ১৭৯৪ চনত টেঙাই পণ্ডিতৰ 'বৰ অম্ৰ', ১৭৯৫ চনত ৰমাকান্ত বৰুৱাৰ 'লতি অম্ৰ', ১৮৩৯ চনত ৰুচিনাথৰ অভিধান আৰু ১৮৩৯ চনতেই যাদুৰাম ডেকা বৰুৱা প্ৰণিত অভিধানৰ পিছতহে মাইলছ ব্ৰন্সনে অসমীয়া ভাষাৰ অভিধান ৰচনা কৰিছিল। ১৮৬৭ চনত ব্ৰন্সন চাহাবে অসমীয়া ভাষাৰ পঞ্চমখন অভিধানহে ৰচনা কৰি উলিয়াইছিল। ইয়াৰ নাম আছিল 'অছমীয়া আৰু ইংৰাজী অভিধান'। এই অভিধানত অসমীয়া শব্দবোৰৰ অৰ্থ ইংৰাজীত দিয়া হৈছে। বিংশ শতিকালৈ এই অভিধানখনিয়েই আছিল অসমীয়া ভাষাৰ পথ প্ৰদৰ্শক। ইয়াৰ প্ৰায় অৰ্ধ শতিকাৰো অধিক কালৰ পিছত অৰ্থাৎ ১৯৩৩ চনতহে চন্দ্ৰকান্ত অভিধান প্ৰকাশ পায়। অসম সাহিত্য সভাই ইয়াক প্ৰকাশ কৰি উলিয়ায়। ১৯৬২ আৰু ১৯৮৮ চনতো ইয়াৰ পুনৰ্মুদ্ৰণ হয়। ইয়াৰ পিছত ১৯৫২ চনত গিৰিধৰ শৰ্মাৰ অসমীয়া অভিধান, ১৯৫৮ চনত ভ্ৰমৰ শইকীয়াৰ শব্দমালা অভিধান, ১৯৭১ চনত ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ ব্যৱহাৰিক শব্দকোষ, ১৯৭৭ চনত ড° মহেশ্বৰ নেওগ, ৰজনীকান্ত দেৱ শৰ্মা আৰু নৰকান্ত বৰুৱাৰ দ্বাৰা সম্পাদিত আধুনিক অসমীয়া অভিধান ওলায়। ঠিক তেনেদৰে ১৯৮৯ চনত শৰৎ চন্দ্ৰ শৰ্মাৰ 'অসমীয়া ভাষাৰ এৰা বোটলা', ১৯৯০ চনত প্ৰণৱজ্যোতি ডেকাৰ জ্যোতি দ্বি-ভাষিক অভিধান, ১৯৯২ চনত সুমন্ত চলিহাৰ 'আধুনিক অসমীয়া শব্দকোষ', ১৯৯৮ চনত ড° উপেন্দ্ৰ নাথ গোস্বামীৰ দ্বাৰা সংকলিত 'মণি মাণিক শব্দকোষ', ২০০০ চনত কিৰণ শৰ্মাৰ 'সংস্কৃত অসমীয়া অভিধান' প্ৰকাশ পায়। সংস্কৃত অসমীয়া অভিধানত অসমীয়া লিপিত মূল সংস্কৃত শব্দৰ ব্যুৎপত্তি দেখুওৱা হৈছে। ইয়াৰ আন এটি বৈশিষ্ট্য হ'ল ইয়াত ছন্দ, অলংকাৰ আৰু বিখ্যাত বিখ্যাত লেখকৰ পৰিচয়ো সন্নিৱিষ্ট হৈছে। ২০০২ চনত তিনিখন অসমীয়া



অভিধান প্ৰণয়ন কৰা হয়। সেইবোৰ হ'ল অসম চৰকাৰে প্ৰকাশ কৰি উলিওৱা 'চলন্তঅভিধান', সুৰেশ শৰ্মাৰ 'Advanced Comprehensive Anglo Assamese Dictionary' আৰু ড° হীৰেন গোহাঁঞিৰ দ্বাৰা সংকলিত 'Anglo Assamese Dictionary'। ইয়াৰ পিছত ২০০৩ চনত ৰক্তাভজ্যোতি বৰাৰ 'উদ্ধৃতি অভিধান', ২০০৭ চনত প্ৰকাশিত বিমল নাথৰ 'চতুৰ্ভাষী অভিধান' উল্লেখযোগ্য। ইয়াত অসমীয়া, ইংৰাজী, বাংলা আৰু হিন্দী ভাষাৰ শব্দৰ বিষয়ে আলোচনা আছে। ২০০৮ চনত বাণীকান্ত শৰ্মাৰ পঢ়াশলীয়া অভিধানো লেখত ল'বলগীয়া। ইয়াৰ পিছত আমি ২০১০ চনত দেৱব্ৰত শৰ্মাৰ 'জাতীয় অভিধান' পাওঁ। অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাৰ ক্ষেত্ৰত প্ৰকৃত বৰঙণি যোগোৱা আন এখনি অভিধান হ'ল ২০১৩ চনত প্ৰকাশিত, বসন্ত কুমাৰ গোস্বামীৰ বিপৰীত শব্দৰ অভিধান আৰু ব্যৱহাৰিক অসমীয়া অভিধান। এই চনতেই তেখেতে সংকলন কৰি উলিয়ায় 'একবিংশ শতিকাৰ অসমীয়া অভিধান'। উক্ত প্ৰায় সকলোবোৰ অভিধান আছিল অসমীয়া ভাষাত ব্যৱহৃত শব্দসমূহৰ এক বিশ্লেষণাত্মক অধ্যয়ন। প্ৰায়বোৰ অভিধানেই অসমীয়া ভাষাৰ সম্পূৰ্ণ চাহিদা পূৰণ কৰিব পৰা নাছিল। বুদ্ধীন্দ্ৰ নাথ দিলিহিয়াল ভট্টাচাৰ্যৰ দ্বাৰা সংকলিত 'Pronouncing Anglo Assamese Dictionary' খন আছিল এইক্ষেত্ৰত ব্যতিক্ৰম। কাৰণ ইয়াত ইংৰাজী শব্দৰ নিভাঁজ জতুৱা অসমীয়া প্ৰতিশব্দ আছে। হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' আৰু 'পঢ়াশলীয়া অভিধান'তো এনে প্ৰচেষ্টা আছিল যদিও বেছি সফল হ'ব পৰা নাছিল। বিশেষকৈ এটা শব্দৰেই যে স্থান, কাল, পাত্ৰ, বচন, লিংগ, ব্যংগতা, বক্ৰতা ইত্যাদি অনুসৰিও যে ভিন্ ভিন্ অৰ্থ থাকিব পাৰে, সমাৰ্থকতা থাকিব পাৰে, সেইবোৰ কথা পৰ্যাপ্ত পৰিমাণে আলোচনা হোৱা নাছিল। উচ্চাৰণ আৰু আখৰ জোঁটনিৰ কথাটো অভিধান প্ৰণয়নৰ ক্ষেত্ৰত ভবাই হোৱা নাছিল।

**অভিধান প্ৰণয়ন আৰু অসম সাহিত্য সভা ঃ**

অমৰ সিংহৰ 'নামা লিঙ্গানুশাসন' গ্ৰন্থৰ ভূমিকাত বিদগ্ধ পণ্ডিত আনন্দৰাম বৰুৱাই লিখিছিল যে— 'The study of words is always a great help to learn the manners of customs and early history of a people' অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিওৱা অভিধানত আনন্দৰাম বৰুৱাই ব্যক্ত কৰা বাণীৰ প্ৰতিফলন ঘটিছে।

পণ্ডিত ৰাধাকান্ত সন্দিকৈৰ তৎপৰতাত অসম সাহিত্য সভাই অভিধান প্ৰণয়নৰ কাম হাতত লয়। ৰাধাকান্ত সন্দিকৈৰ দুই পুত্ৰ ইন্দ্ৰকান্ত আৰু চন্দ্ৰকান্ত সন্দিকৈৰ লগত আলোচনা কৰি তথা সেই সময়ৰ অসম সাহিত্য সভাৰ লগত বুজাবুজি কৰি এখনি বিশ্বস্ত সভা (Trust-Board) পাতি ৰাধাকান্ত সন্দিকৈয়ে কিছুমান চৰ্ত আৰোপ

কৰি নগদ ৩০,০০০ (ত্ৰিছ হাজাৰ) টকা দান কৰিছিল। তেওঁৰ চৰ্তবোৰ আছিল— এই টকা অসমীয়া ভাষাৰ উন্নতিৰ হকে খৰচ কৰিব লাগিব। ইয়াৰ ১৫,০০০ টকাৰে চন্দ্ৰকান্ত ইনষ্টিটিউট নাম দি এটা সভাঘৰ সাজিব লাগিব, বাকী থকা টকা সুদলৈ দি সেই সুদেৰে 'চন্দ্ৰকান্ত অভিধান' নাম দি এখনি অভিধান প্ৰণয়ন কৰিব লাগিব। সেই টকাৰ সুদেৰেই 'ইন্দ্ৰকান্ত বুৰঞ্জী' বুলি অসম দেশৰ এখন নতুন বুৰঞ্জী প্ৰণয়ন কৰিব লাগিব। এই দুই গ্ৰন্থৰ পৰা পোৱা ৰাহি হোৱা টকা আৰু দানৰ টকাৰ সুদ বিশ্বস্ত সভাৰ আদেশ মতে দান-পত্ৰৰ (Trust Deed) উদ্দেশ্যলৈ লক্ষ্য ৰাখি অসম সাহিত্য সভাই অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ হকে খৰচ কৰি থাকিব। সেই অনুযায়ী অসম সাহিত্য সভাই 'চন্দ্ৰকান্ত অভিধানৰ' সংকলনৰ কাম ১৯২৪ চনৰ ছেপ্টেম্বৰত আৰম্ভ কৰি ১৯৩৩ চনৰ ফেব্ৰুৱাৰি মাহত সমাপ্ত কৰে। এই অভিধানত হেমকোষত নথকা বহুতো নতুন আৰু পুৰণি শব্দ সোমাইছে। হেমকোষেই যদিও ইয়াৰ মূল ভিত্তি আছিল তথাপিও এই অভিধানত শব্দ সংখ্যা বৃদ্ধি আৰু বিদেশী শব্দৰ নিভাঁজ অসমীয়া অৰ্থ এটা মন কৰিবলগীয়া কথা। ১৯০০ চনত প্ৰকাশ পোৱা হেমকোষত ২২,৩৪৬ টা শব্দ আছিল কিন্তু চন্দ্ৰকান্ত অভিধানত ইয়াৰ শব্দ সংখ্যা হ'লগৈ ৩৬,৮১৯ টা। বিদেশী শব্দ কিছুমানক নিভাঁজ অসমীয়াকৰণ কৰাৰ উদাহৰণ হিচাপে তলৰ শব্দকেইটা উল্লেখ কৰিব পাৰি। যেনে— আকাশী জাহাজ (Air-Ship), বিপদ-বন্তি (Beacon-light), ভুমুকি বন্তি (Search-light) ইত্যাদি।

Lexicology বা অভিধান তত্ত্বৰ কিছু নিয়ম মানি ১৯৯১ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিওৱা 'আধুনিক অসমীয়া শব্দকোষে'— অসমীয়া ভাষাক এক যুগান্তকাৰী ভাষা আৰু উত্তৰ পূৰ্বাঞ্চলৰ সংযোগী ভাষা হোৱাত সহায় কৰিছে। কাৰ্বি, মিচিং, ৰাভা, বড়ো আদি জনজাতীয় ভাষাবোৰৰো বহুতো শব্দ যে অসমীয়াত সোমাই আমাৰ দৈনন্দিন জীৱন যাত্ৰাৰ লগৰীয়া হৈছে - সেই কথাৰ সম্ভেদ আগৰ অভিধানবোৰে আমাক বৰকৈ দিব পৰা নাছিল । বিজ্ঞান কলা, দৰ্শন, ৰাজনীতি, সমাজনীতি, সাংস্কৃতিক, ভৌগোলিক, নৃতাত্বিক, জীৱ-জন্তু, চৰাই-চিৰিকতি, উদ্ভিদ, বিভিন্ন প্ৰজাতি, শস্য-মৎস্য ইত্যাদি বিভিন্ন বিষয় সম্পৰ্কীয় শব্দ সন্নিবিষ্ট হৈ আছে এই অভিধানত।

এই অভিধানখনিৰ অইন এটি বিশেষত্ব হ'ল এটা মূল শব্দৰ পিছত বিভিন্ন বিশেষণ লগ-লাগি যে বিভিন্ন প্ৰকাৰৰ খণ্ডবাক্য গঠিত হ'ব পাৰে তাকো দেখুৱাই দিয়া হৈছে। যেনে ধৰা হওক 'কাণ' শব্দটো । ইয়াৰ মূল অৰ্থ হ'ল কৰ্ণ বা শ্ৰৱণেন্দ্ৰিয়। অন্যাৰ্থ পাত্ৰক মুখৰ দাঁতি বা মোকোটা অংশ, কাষ ইত্যাদি। এই 'কাণ' শব্দৰ লগত



যথাক্ৰমে কৰ, কটা, গধুৰ, ছেপা, ছোৱা, টাহা, তলীয়া, তাল মাৰ, থিয় কৰ্, পাত ফুলি, বাগৰা, বালা, বিন্ধনি, মলা, মুৰালি মুৰীয়া, ভকা, সঁতা, সৰালি, সৰা, সাক ইত্যাদি ৰূপ লগ লগাই যে বিভিন্ন অৰ্থ বহন কৰিব পাৰি সেই কথা বিতং আৰু বিস্তৃতভাৱে আলোচনা কৰা হৈছে। এই বৈশিষ্ট্য পৰম্পৰাগত আগৰ অভিধানবোৰত যে একেবাৰেই নাছিল সেই কথা নহয় - কিন্তু এই গ্ৰন্থত বিস্তৃত প্ৰয়োগ দেখুওৱা হৈছে।

অন্য এক দিশৰ পৰা এই অভিধানখন লেখত ল'ব লগীয়া। ইয়াত পৰ্যাপ্ত পৰিমাণে ন'হলেও বা কিছু পৰিমাণে হ'লেও যিবোৰ চিত্ৰ দিয়া হৈছে; সেই চিত্ৰবোৰে দুটা প্ৰয়োজন সাধন কৰিছে। প্ৰথমটো হ'ল শব্দৰ অৰ্থ এই ছবিবোৰে স্পষ্ট কৰিছে আৰু দ্বিতীয়টি হ'ল ইয়াত কিছুমান এনেধৰণৰ ছবি সন্নিবিষ্ট হৈছে বাস্তৱত সেইবোৰ বহুতে দেখাই নাছিল। জাহাজৰ লংগৰ, কপিকল, ভাৰৰীয়াই পিন্ধা 'ঘূৰি' নামৰ মেখেলা আকৃতিৰ বস্ত্ৰ কেইজনে দেখিছে সন্দেহ আছে। আজান মানে নামাজ। কিন্তু 'আজান' নামৰ যে এবিধ চৰাই আছে কেইজনে জানে? নাম জানিলেও তাৰ ছবি হয়তো দেখা নাছিল। তেনেদৰে মাঁহ দলা চৰাই, বতা চৰাই, পেৰু চৰাই, দেওঁহাঁহ, দল-মাৰা দল পুঙা ইত্যাদি চৰাইৰো ইয়াত ছবি সন্নিবিষ্ট হোৱাত গৌণ প্ৰয়োজন পূৰণ হৈছে আকৌ 'ঘৰ' শব্দৰ অৰ্থ স্পষ্টকৈ দিয়াৰ পিছত এটা খেৰৰ বা মাটিৰ ঘৰত যে বিভিন্ন অংশৰ বিভিন্ন নাম তথা চতি, ৰুৱা, মাৰলি, দমৰা বা বহিখোৱা ইত্যাদি অংগ থাকে তাকো সুন্দৰকৈ ৰৈখিক চিত্ৰৰ সহায়ত দেখুৱাই দিয়া হৈছে।

এই অভিধানত ব্যৱহাৰ হোৱ যিবোৰ শব্দ জনজাতীয় ভাষাৰ পৰা আহিছে সেইবোৰ শব্দ কোন জনজাতিৰ পৰা আহিছে তাক বন্ধনিৰ ভিতৰত উল্লেখ কৰা হৈছে। ইয়াৰ উপৰিও দেশজ (Provincial), বৈদেশিক (Foreign), কথ্য (Collaquial), লুপ্তপ্ৰায় (obsolate), গ্ৰাম্য (Slang), অশিষ্ট (Obscenc) আৰু অপভ্ৰষ্ট (Vulgar) শব্দবোৰৰ পৃথক পৃথক বিশ্লেষণ কৰা হৈছে। ইবোৰে এটা জাতিৰ-এটা ভাষাৰ স্বকীয়ত্ব, প্ৰাচীনত্ব আৰু সংস্কৃতিৰ পৰিচয় প্ৰদান কৰে।

উচ্চাৰণৰ ধ্বনিতাত্বিক ব্যাখ্যা ইয়াত নাই। সেই হিচাপে ই এখন পূৰ্ণাংগ অভিধান নহয়। আচলতে কোনো ভাষাৰেই পূৰ্ণাংগ অভিধান থাকিব নোৱাৰে যিহেতু ভাষাই সদায় ন-ন ৰূপ পৰিগ্ৰহণ কৰে। তথাপিও এই অভিধানত উপশব্দৰ প্ৰয়োগ, সম্বন্ধ বাচক বিশেষ্য, সংখ্যাবাচক শব্দৰ সাংখিক নিৰ্দিষ্টতা (Numoral Definities) শব্দত ৰূপ আৰু প্ৰয়োগৰ বৈশিষ্ট্য - ইত্যাদিবোৰে পৰম্পৰাগত অভিধানবোৰৰ পৰা এই অভিধানক পৃথক কৰিছে বুলি ক'ব পাৰি। আমি আশা ৰাখিছো অসম সাহিত্য

সভাই 'আধুনিক অসমীয়া শব্দকোষ'খনিৰ পৰৱৰ্তী সংস্কৰণত উচ্চাৰণ তথা আখৰ জোটনিত গুৰুত্ব প্ৰদান কৰিব।

*সহায়ক গ্ৰন্থপঞ্জী*


১। আধুনিক অসমীয়া অভিধান - অসম প্ৰকাশন পৰিষদ - ১৯৭৭।
২। অসমীয়া ভাষাৰ ৰূপকথা - ড° উপেন্দ্ৰ নাথ গোস্বামী, প্ৰথম প্ৰকাশ - ১৯৭৮।
৩। Sturcture of Assamese, Dr Golok Chandra Goswami, 2nd Edition - 1982¼
৪। অসম সাহিত্য সভাৰ ৰূপলেখা, হীৰক জয়ন্তী বৰ্ষ, প্ৰথম প্ৰকাশ - ১৯৭৭।
৫। আধুনিক অসমীয়া শব্দকোষ, সুমন্ত চলিহা, বাণী মন্দিৰ, প্ৰথম প্ৰকাশ, ১৯৯১।
৬। উপ-ভাষা বিজ্ঞানৰ ভূমিকা - ড° ৰমেশ পাঠক, প্ৰথম প্ৰকাশ, ২০০৮ চন।
৭। A practical Hindi English Dictionary, edited by - Mehendra Chaturvedi, Bhole Nath Tiwari, Thirty first edition 2008।
৮। ধ্বনি বিজ্ঞানৰ ভূমিকা - ড° গোলোক চন্দ্ৰ গোস্বামী, প্ৰথম প্ৰকাশ ১৯৭৯।
৯। Advanced comprehensive Anglo Assamese Dictianary, by Suresh sharma, 1st edition।
১০। চন্দ্ৰকান্ত অভিধান, অসম সাহিত্য সভা, প্ৰথম প্ৰকাশ - ১৯৩৩।


# জাতীয় জীৱন প্ৰসংগ

# উত্তৰ-পূব ভাৰতৰ জাতীয়-জাগৰণত অসম সাহিত্য সভাৰ ভূমিকা

ড° মৌচুমী ভাগৱতী

**প্ৰস্তাৱনা ঃ** অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকা উল্লেখযোগ্য। সাহিত্য হৈছে জাতিৰ দাপোণ স্বৰূপ। এটা জাতিৰ সভ্যতাৰ পৰিচায়ক হ'ল জাতিটোৰ ভাষা-সাহিত্য আৰু সংস্কৃতি। অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীন উন্নতি সাধন কৰিবলৈ আমাৰ এখন জাতীয় মঞ্চ আছে। সেই মঞ্চখনেই হ'ল অসম সাহিত্য সভা। উত্তৰ-পূব ভাৰতৰ বিভিন্ন ঠাইত অসম সাহিত্য সভাৰ বিভিন্ন শাখা-সভা অনুষ্ঠিত হৈছে। এই শাখা সভাসমূহে বিভিন্ন ঠাইত ভাষা-সাহিত্যৰ বিকাশৰ লগতে উত্তৰ-পূৰ্বাঞ্চলৰ জনগণৰ মাজত সমন্বয় সাধন কৰিছে।

**অসম সাহিত্য সভাৰ জন্ম আৰু উদ্দেশ্য ঃ** অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ উত্তৰাধিকাৰী অসম সাহিত্য সভাই আনুষ্ঠানিকভাৱে জন্ম লাভ কৰা ১৯১৭ চনৰ ২৬ ডিচেম্বৰ তাৰিখটো অসমৰ জাতীয় জীৱনৰ বাবে অতিশয় উল্লেখনীয় দিন। মন কৰিবলগীয়া বিষয় যে, তাৰো বাইশ বছৰ আগতেই ১৮৯৫ খ্ৰীষ্টাব্দত জ্ঞান, সংস্কৃতি আৰু ঐক্যৰ আদৰ্শেৰে পদ্মনাথ গোহাঞিবৰুৱাই গঠন কৰিছিল কহিমা সাহিত্য সভা। আজিও কহিমা সাহিত্য সভা নিজৰ বৃহৎ ভৱনেৰে কহিমাৰ মাজ-মজিয়াত অৱস্থিত। ১৯১৭ চনত এই সভাৰ নাম আছিল 'সদৌ আসাম সাহিত্য সন্মিলনী'। ১৯২৪ চনৰ ৫ মে'ত এই সভা 'অসম সাহিত্য সভা'ৰূপে পঞ্জীয়নভুক্ত হয়। যোৰহাটত অসম সাহিত্য সভাৰ মুখ্য কাৰ্যালয় 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন', গুৱাহাটীত 'ভগৱতী প্ৰসাদ বৰুৱা ভৱন', ডিফুত 'ৰাংছিনা ভৱন' আৰু ধুবুৰীত চতুৰ্থটো কাৰ্যালয় অৱস্থিত। সাম্প্ৰতিক কালত অসম সাহিত্য সভা অসমৰ জনগণৰ লগতে

---

লেখক সোণাপুৰ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।

বিদেশত বসবাস কৰা অসমীয়াসকলৰো আদৰৰ একমাত্ৰ অনুষ্ঠান হৈ পৰিছে। কলিকতা মহানগৰীৰ বাদেও সুদূৰ আমেৰিকাতো সভাৰ শাখা গঠন হৈছে। প্ৰথম বছৰত কেৱল এঘাৰখন সভাৰ শাখা-প্ৰশাখা দ্ৰুতগতিত গাঁৱে-ভূঞে হোৱাৰ প্ৰতি লক্ষ্য ৰাখিয়েই নিশ্চয় অতুল চন্দ্ৰ হাজৰিকাই ১৯৬০ খ্ৰীষ্টাব্দৰ পৰা অসম সাহিত্য সভাৰ বিস্তাৰ যুগ স্বৰূপে আখ্যা দিছিল। ৰাইজৰ অতি শ্ৰদ্ধাৰ, চিৰ চেনেহী এই সভাখনিক নতুন বল আৰু উৎসাহ প্ৰদান কৰিবলৈ জিলা সভাকে আদি কৰি শাখা সভাসমূহে আগবাঢ়ি আহিলেহে সভাৰ ঘাই উদ্দেশ্য সফল হ'ব। বৃহৎ অসমীয়া জাতি গঠনৰ ক্ষেত্ৰত সাহিত্য সভাৰ বিশেষ ভূমিকা আছে। সভাৰ পত্ৰিকা প্ৰকাশ, কাৰ্যবিৱৰণী প্ৰকাশ, অভিধান প্ৰণয়ন, যেনে - চন্দ্ৰকান্ত অভিধান, ব্যাকৰণৰ সংস্কৰণ, প্ৰাচীন সাহিত্যৰ অনুসন্ধান, অভাৱ থকা বিষয়ত পুথি লিখাৰ ব্যৱস্থা, নতুন নতুন লেখকৰ জন্ম দিয়া ইত্যাদি সাহিত্যৰ সৰ্বাংগীন উন্নতিৰ বাবে কাম কৰাই আছিল সভাৰ উদ্দেশ্য।

**বৌদ্ধিক-চেতনা আৰু জাতীয় জাগৰণ ঃ** সাধাৰণভাৱে ক'বলৈ হ'লে বৌদ্ধিক চেতনা হৈছে বিচাৰ-বুদ্ধি সম্পন্ন সাধাৰণ জ্ঞান। ফ্ৰান্সৰ মনোবিজ্ঞানী আলফ্ৰেড বিনেৰ মতে "বুদ্ধি হৈছে এক বিচাৰশক্তি অথবা সাধাৰণ কাণ্ডজ্ঞান, জীৱনৰ নতুন অৱস্থা আৰু পৰিস্থিতিত নিজকে অনুকুলন কৰি তুলিব পৰা ক্ষমতা।"[১]

আনহাতে আমেৰিকা যুক্তৰাষ্ট্ৰৰ মনোবিজ্ঞানী ডেভিড ৱেক্সলাৰে কৈছে যে - "বুদ্ধি হৈছে ব্যক্তিৰ সামগ্ৰিক বা জাগতিক ক্ষমতা যাৰ যোগেদি তেওঁ উদ্দেশ্যমূলকভাৱে কাম কৰিব পাৰে, যুক্তিযুক্তভাৱে চিন্তা কৰিব পাৰে আৰু পৰিবেশৰ লগত উপযুক্তভাৱে আদান-প্ৰদান কৰিব পাৰে।"[২]

এজন লোকৰ বৌদ্ধিক যোগ্যতা বা বুদ্ধিৰ মানৰ ওপৰতো আগ্ৰহ প্ৰদান কৰিব পৰা নোৱাৰাটো নিৰ্ভৰ কৰে। হীনবুদ্ধিৰ লোকে বিষয়-বস্তুৰ প্ৰতি আগ্ৰহী হৈ উঠিব নোৱাৰে। তীক্ষ্ণ বুদ্ধিৰ লোকৰ মনত পৰিবেশৰ বিষয়- বস্তুৰে সহজে প্ৰতিক্ৰিয়া আৰু আচৰণ গঢ়ি তুলিব পাৰে। অসম সাহিত্য সভাৰ দৰে অনুষ্ঠানে জনগণৰ মনত ভাষা-সংস্কৃতিৰ জ্ঞান প্ৰদান কৰি বৌদ্ধিক চেতনাৰ লগতে জাতীয় জাগৰণত অৰিহণা যোগাই আহিছে।

**জাতীয় জাগৰণত অসম সাহিত্য সভাৰ ভূমিকা ঃ** অসম সাহিত্য সভাই বিভিন্ন কাৰ্যৰ যোগেদি অসমীয়া জাতিৰ লগতে বিভিন্ন ভাষা-ভাষী লোকক জাগ্ৰত কৰি তুলিছে। তলত সেই বিষয়ে আলোচনা কৰা হ'ল -

**গ্ৰন্থ প্ৰকাশ ঃ** অসম সাহিত্য সভাই বিভিন্ন গ্ৰন্থৰাজি প্ৰকাশ কৰিছে। সভাই আলোচনীসমূহৰ যোগেদি নতুন লেখকৰ জন্ম দিছে। সভাই বাঁহী সম্পাদনা কৰিছে,



বিশ্বকোষ প্ৰণয়ন, অসমীয়া ফকৰা-যোজনা আৰু জতুৱা ঠাঁচৰ অৰ্থকোষ, লোক সাহিত্যৰ গ্ৰন্থৰাজি, অসমৰ চাহ-জনগোষ্ঠী, অসম সাহিত্য সভা পত্ৰিকা, অসমৰ লোক-নাট্য, অংকীয়া ভাওনা ইত্যাদি বিভিন্ন বিষয়ক গ্ৰন্থ প্ৰকাশ কৰিছে। সভাই প্ৰকাশ কৰা বাঁহী কেৱল এখন আলোচনীয়েই নহয়, অসমৰ একালৰ সামাজিক আৰু সাংস্কৃতিক এক ইতিহাসো। বিংশ শতাব্দীৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া লক্ষ্মীনাথ বেজবৰুৱাৰ সাধনা আৰু ত্যাগ এই আলোচনীৰ লগত জড়িত। বাঁহীৰ প্ৰথমটো সংখ্যাৰ পৰাই বেজবৰুৱা সম্পাদক আছিল। প্ৰথম বছৰ, প্ৰথম সংখ্যাৰ বাঁহীৰ আটাইবোৰ ৰচনা বেজবৰুৱাৰ। অসমীয়া সমাজৰ দোষ, দুৰ্বলতা, ভণ্ডামি, কপটতা আদি নিৰ্মূল কৰাৰ অভিযানো বাঁহীয়েই চলাইছিল। নিমাত অসমীয়াৰ মাত উলিয়াবলৈ, পতানৰ পৰা ধান বাচিবলৈ, বীত চকু দান কৰি বাঁহীয়ে প্ৰতিজন অসমীয়াৰ মনক আধুনিকতাৰ ফালে আগবঢ়াই নিবলৈ প্ৰেৰণা যোগাইছিল। অসম সাহিত্য সভাৰ সভাপতি চন্দ্ৰপ্ৰসাদ শইকীয়াৰ ঐকান্তিক আগ্ৰহ, সদিচ্ছা আৰু প্ৰচেষ্টাৰ বলতহে বাঁহীৰ প্ৰকাশ সম্ভৱ হ'ল। সভাই বাঁহীৰ দৰে পুৰণি মূল্যৱান গ্ৰন্থসমূহ সংকলন আৰু পুনৰ মুদ্ৰণ কৰি উলিয়াইছে। এনে বিভিন্ন বিষয়ক গ্ৰন্থৰাজিৰ যোগেদি জনগণই বিভিন্ন দিশত জ্ঞান অৰ্জন কৰিব পাৰিছে আৰু সাহিত্য সভাৰ আলোচনাসমূহে জনগণক লেখাৰ ক্ষেত্ৰত অনুপ্ৰেৰণা যোগাইছে। বিভিন্ন জাতি-জনজাতিৰ ভাষা-সংস্কৃতি বিষয়ক গ্ৰন্থ প্ৰকাশে জনগণক নিজৰ ভাষা-সাহিত্যৰ বিকাশত অৰিহণা যোগাইছে।

**বিশ্বকোষ ঃ** বিশ্বকোষ প্ৰণয়নত অসম সাহিত্য সভাৰ বিশেষ অৱদান আছে। বিশ্বকোষ হ'ল মানুহৰ সামগ্ৰিক জ্ঞান আৰু কৰ্মৰ আকৰ গ্ৰন্থ। সভাই প্ৰকাশ কৰা বিশ্বকোষৰ প্ৰথম, দ্বিতীয়, তৃতীয় খণ্ড বিজ্ঞান বিষয়ক। ইয়াৰ মুখ্য সম্পাদক দীনেশ চন্দ্ৰ গোস্বামী। বিশ্বকোষৰ চতুৰ্থ খণ্ড ভাৰতীয় সাহিত্য বিষয়ক। ইয়াৰ মুখ্য সম্পাদক যোগেন্দ্ৰ নাৰায়ণ ভূঞা। পঞ্চম খণ্ড বিশ্বকোষ বিশ্বসাহিত্য আৰু লোকসাহিত্য বিষয়ক। ইয়াৰ মুখ্য সম্পাদক ড° বীৰেন্দ্ৰ নাথ দত্ত। সপ্তম খণ্ড বিশ্বকোষৰ মুখ্য সম্পাদক ৰাজেন শইকীয়া। সপ্তম খণ্ড বিশ্বকোষ বুৰঞ্জী বিষয়ক। নৱম খণ্ড বিশ্বকোষ সমাজ আৰু সংস্কৃতি বিষয়ক, মুখ্য সম্পাদক ড° মহম্মদ তাহেৰ। দশম খণ্ড বিশ্বকোষ দৰ্শন বিষয়ক আৰু ইয়াৰ মুখ্য সম্পাদক ড° গিৰীশ শৰ্মা। ভাৰতীয় ভাষাত বিশ্বকোষ প্ৰণয়ন হয় বিংশ শতিকাৰ আৰম্ভণিত। বঙলা ভাষাত নগেন্দ্ৰ নাথ বসুৱে প্ৰণয়ন কৰা বিশ্বকোষ অন্যতম উজ্জ্বল নিদৰ্শন। অসমীয়া ভাষাত ড° কণক চন্দ্ৰ মহন্তই ব্যক্তিগত প্ৰচেষ্টাৰে পাঁচোটা খণ্ডৰ বিশ্বকোষ সংকলন আৰু প্ৰকাশ কৰি উলিয়ায়। পিছত অসম প্ৰকাশন পৰিষদে অসমীয়া বিশ্বকোষৰ প্ৰথম খণ্ড প্ৰকাশ কৰে। ডিব্ৰুগড়ত অনুষ্ঠিত ষট্-ষষ্ঠিতম অধিবেশনৰ সভাপতিৰ আসনত অধিষ্ঠিত হৈয়েই শ্ৰীযুত হোমেন

বৰগোহাঞিয়ে বিশ্বকোষ প্ৰণয়নৰ কাৰ্যসূচী ঘোষণা কৰিলে। সমগ্ৰ অসমীয়া জাতিৰ মাজত গঢ় লৈ উঠিল এক বৌদ্ধিক আন্দোলন। ২০১৭ চনত অসম সাহিত্য সভাৰ শতবৰ্ষ উছৱৰ উদ্‌যাপনৰ কথা আগত ৰাখি ২০১৬ চনলৈকে বিশ্বকোষৰ আঁচনি যুগুত কৰি উলিয়ালে আৰু ধাৰাবাহিকভাৱে এই আঁচনিৰ কাম আগবাঢ়ি আছে। অসম সাহিত্য সভাই তেৰখন বিশ্বকোষ প্ৰকাশ কৰি উলিয়ালে। সভাৰ পতাকাৰ তলত বিশ্বকোষ প্ৰকাশ হ'ল। ইয়াৰ সমস্ত গৌৰৱ অসম সাহিত্য সভাৰ সভাপতি হোমেন বৰগোহাঞিৰ। বৰগোহাঞিৰ বিৰল ব্যক্তিত্বই অৰ্থ সংগ্ৰহ আৰু সম্পাদনাত পোনপটীয়াকৈ প্ৰভাৱ পেলাইছিল। গোহাঞিদেৱৰ দৃঢ়তা আৰু সাঁহাৰিয়ে বিশ্বকোষক ৰাইজৰ সম্পত্তি কৰি তুলিলে। এই বিশ্বকোষে জনগণক বিভিন্ন দিশত জ্ঞান প্ৰদান কৰি জাগ্ৰত আৰু বুদ্ধিমন্ত কৰি তুলিছে। উত্তৰ-পূৰ্বাঞ্চলৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্যৰ উত্তৰণৰ হকে গ্ৰন্থ প্ৰণয়ন, সম্পাদনা আৰু প্ৰকাশেৰে কাৰ্যক্ৰমৰ সফল ৰূপায়ণ কৰি আহিছে। এই ক্ষেত্ৰত বিশ্বকোষ প্ৰণয়নৰ আঁচনি সভাৰ বিদ্যায়তনিক দিশত সবাতোকৈ গুৰুত্বপূৰ্ণ পদক্ষেপ। বাঁহীৰ সংকলন, সাহিত্য সভা পত্ৰিকাৰ সংকলন, অন্যান্য সংকলনসমূহে ৰাইজক একে ঠাইতে একো একোটা বিষয় আয়ত্ব কৰাৰ লগতে গৱেষণা আদি কৰাত সহায় কৰিছে।

সভাই বিশেষ বিশেষ সাহিত্য বিষয়ক আলোচনাচক্ৰ পাতে, পুথি সমালোচনা কৰে, গ্ৰন্থ উন্মোচন কৰে, সাহিত্যিকৰ জন্ম আৰু মৃত্যু বাৰ্ষিকী উদ্‌যাপন কৰে। সম্বৰ্ধনা অনুষ্ঠান অৰ্থাৎ সু-সাহিত্যিকৰ সম্বৰ্ধনা আদিয়ে জনগণক ভাষা-সংস্কৃতিৰ চৰ্চাৰ প্ৰতি, গ্ৰন্থ লেখা কাৰ্যত জাগৰিত কৰি তোলে। বিভিন্ন বঁটা প্ৰদান, যেনে ঃ সু-সাহিত্যিকৰ নামত বঁটা প্ৰদান কাৰ্যই সৰ্বসাধাৰণৰ মনত সাহিত্য চৰ্চাৰ প্ৰতি এক সুন্দৰ প্ৰৱণতা জগাই তোলে। সভাই এইবাৰ বিভিন্ন বিষয় বিশেষকৈ মাতৃভাষা আৰু সংস্কৃত ভাষাত প্ৰৱেশিকা পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পোৱা ছাত্ৰ-ছাত্ৰীক পুৰস্কাৰ প্ৰদানৰ বাবে আঁচনি লৈছে। ইয়াৰ যোগেদি মাতৃভাষা আৰু দেৱভাষাৰ প্ৰতি ছাত্ৰ-ছাত্ৰীসকলক আগ্ৰহী কৰাৰ প্ৰচেষ্টা গঢ়ি তুলিছে।

**সংগীত চৰ্চা ঃ** অসম সাহিত্য সভাৰ অধিবেশন আৰু অন্যান্য অনুষ্ঠানত আৰম্ভণিতে পৰিবেশন কৰা আৰম্ভণি গীতটি মিত্ৰদেৱ মহন্তৰ গীত। গীতৰ কথা 'চিৰ চেনেহী মোৰ ভাষা জননী' এই গীতটিৰ স্বৰলিপি ইন্দ্ৰেশ্বৰ শৰ্মাৰ। এই গীতটিয়ে জনজাগৰণত আটাইতকৈ বেছি অৰিহণা যোগাইছে। গীতটি শুনাৰ লগে লগে প্ৰতিজন অসমীয়াৰ হৃদয়ত দেশপ্ৰেমৰ ভাৱ উথলি উঠে আৰু শৰীৰৰ শিৰাই শিৰাই জাতীয় চেতনাৰ ভাৱ প্ৰবাহিত হয়। গীতটিৰ সুন্দৰ কথা আৰু সুৰে সমগ্ৰ অসমবাসীৰ লগতে আন আন মানুহকো জাগ্ৰত কৰে। তাৰোপৰি অধিবেশনত উত্তৰ-পূৰ্বাঞ্চলৰ



অন্যান্য গীত-মাতৰ পৰিবেশনে জনগণৰ হৃদয়ত খলকনি তোলে। ফলত সকলোৱেই নিজ সংস্কৃতিক অন্তঃকৰণেৰে গ্ৰহণ কৰে আৰু হৃদয়ত স্বদেশপ্ৰেম জাগ্ৰত হয়। সেইদৰে জাতীয় সাজপাৰ আৰু আ-অলংকাৰেও পিন্ধন-উৰণৰ ক্ষেত্ৰত জাতীয় চেতনা জগাই তোলে।

অসম সাহিত্য সভাই লক্ষ্মীনাথ বেজবৰুৱাৰ অসম সংগীত — "অ' মোৰ আপোনাৰ দেশ", গীতটি সভাৰ সামৰণি গীত হিচাপে ব্যৱহাৰ কৰিছে। সত্ৰীয়া সংস্কৃতিৰ বিকাশত সভাই যথেষ্ট গুৰুত্ব আৰোপ কৰিছে। বৰগীতৰ প্ৰচুৰ প্ৰয়োগত সভাই গুৰুত্ব দিছে। বিভিন্ন সংগীতৰ ৰেকৰ্ডৰ প্ৰচুৰ প্ৰয়োগেও ৰাইজক জাগ্ৰত কৰিছে। সভাই জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, পাৰ্বতিপ্ৰসাদ বৰুৱা, ভূপেন হাজৰিকাৰ দৰে সু-সংগীতজ্ঞৰ গীতসমূহত গুৰুত্ব আৰোপ কৰিছে আৰু সভাৰ অধিবেশনসমূহত এই গীতসমূহৰ প্ৰচুৰ প্ৰয়োগ দেখা যায়।

লোকগীতসমূহ অনাখৰী লোকমনৰ মাজত জনপ্ৰিয়। এই গীতসমূহ মানুহৰ মুখত যুগ যুগ ধৰি চলি আহিছে। সভাই লোকগীতৰ প্ৰচাৰ আৰু প্ৰসাৰত অধিক গুৰুত্ব দিছে। এনে গীতসমূহে অনাখৰী লোককো জাগ্ৰত কৰি তোলা দেখা যায়।

সেইদৰে আন এবিধ গীত জিকিৰ আৰু জাৰিৰ প্ৰচলনত গুৰুত্ব দিয়া হৈছে। যেনে ঃ

"মোৰ মনত ভেদ ভাব নাই অ' আল্লা।
মোৰ মনত ভেদ ভাব নাই অ' আল্লা।
হিন্দু কি মুছলমান
একে আল্লাৰ ফৰমান
মোৰ মনত একেটি ভাব।"[৩]

সেইদৰে

"হিন্দুৱে বিলালে হয় চাহেব হয়
মাহে পৰসাদে হয় চাহেব হয়,
হয় হয় অ'
মুছলমানে বিলালে ৰুটি আল্লা ৰহমত
গিৰিহঁত তুমি আল্লা চাহেব ঐ
যদি কৰা দৰীয়াৰ পাৰ।"[৪]

জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদে জিকিৰৰ যথাৰ্থ উপলব্ধিৰে জিকিৰ-জাৰী থলুৱা সুৰেৰে পৰিৱেশন কৰি হিন্দু-মুছলমানৰ মাজত জাতীয় জাগৰণৰ লগতে একতাৰ ভাৱ সমৃদ্ধ কৰিছে। সভাই আমাৰ জাতীয় উৎসৱ আৰু বিহু নৃত্যৰ লগতে

আঞ্চলিক লোক নৃত্যসমূহৰ চৰ্চাৰ ওপৰত বিশেষ গুৰুত্ব দিছে যাৰ ফলত লোক নৃত্যৰ প্ৰচলন বাঢ়িছে। লোক-সংস্কৃতিৰ বিভিন্ন গ্ৰন্থৰ প্ৰকাশেই ইয়াৰ উদাহৰণ।

অসম সাহিত্য সভাই সাংস্কৃতিক দিশত উন্নতিৰ বাবে বিভিন্ন কাৰ্যপন্থা হাতত লৈছে। সভাই অসমীয়া সংগীতৰ বিভিন্ন পুথি প্ৰকাশ কৰি উলিয়াইছে। যেনে ঃ 'অসমীয়া গীতি-সাহিত্যৰ ৰূপৰেখা' - ড° সৰলা ভূঞা (২০১১), 'কামৰূপীয়া সংগীত'- কীৰ্ত্তিনাথ শৰ্মা বৰদলৈ (১৯৩৮), 'ভাৰতীয় সংগীতৰ দৰ্শন-ৰস আৰু তত্ত্ব'- সুশীল কুমাৰ ৰায় ইত্যাদি বিভিন্ন সংগীত বিষয়ক পুথি প্ৰকাশ কৰি সংগীত চৰ্চাত অৰিহণা যোগাইছে।

**সংস্কৃত ভাষাৰ চৰ্চা ঃ** দেৱভাষা সংস্কৃত ভাৰতৰ অতি প্ৰাচীন ভাষা। বৈদিক যুগত এই ভাষা কথিত ভাষা আছিল। ৰাজকীয় বিষয়তো এই ভাষা ৰাজভাষা আছিল। এই ভাষাতেই চৰ্চা হৈছিল সাহিত্য, ধৰ্মগ্ৰন্থ, বিজ্ঞান, জ্যোৰ্তিবিজ্ঞান ইত্যাদি। অসম সাহিত্য সভাই সংস্কৃত ভাষাত লিখা পুৰণি পুথিৰ সংৰক্ষণত আৰু সংস্কৃত ভাষাৰ পুৰণি পুথিবোৰৰ অনুবাদত অধিক গুৰুত্ব দিছে যাৰ ফলত জনগণই নিজ মাতৃভাষাৰ যোগেদি তেনে গ্ৰন্থৰ বিষয়বস্তুসমূহ জানিব পাৰিছে।

**আলোচনা চক্ৰ ঃ** বিভিন্ন বিষয়ত সাহিত্যৰ আলোচনা, যেনে— মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱৰ ৰচনা সম্ভাৰ আৰু প্ৰতিভাৰ আলোচনা, চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামীৰ দৰে লিখকৰ ৰচনা সম্ভাৰৰ আলোচনা, বাঁহী, আৱাহন, ৰামধেনুৰ দৰে আলোচনীৰ বিশেষ আলোচনা, সু-সাহিত্যিকসকলৰ গ্ৰন্থৰাজিৰ আলোচনাই সাহিত্যপ্ৰেমীসকলক আগুৱাই যোৱাত প্ৰেৰণা যোগাইছে।

**অধিবেশনৰ যোগেদি জাগৰণ ঃ** অসম সাহিত্য সভা অসমীয়া মানুহৰ বাবে এটি বছেৰেকীয়া জাতীয় উৎসৱত পৰিণত হৈছে। সম্প্ৰতি আমাৰ দেশত মানুহৰ মাজত সামাজিক মিলনৰ ক্ষেত্ৰ দিনে দিনে সংকুচিত হৈ পৰিছে। বৰ্তমান মানুহ জাতি অতি নিসংগ, বিচ্ছিন্ন আৰু কামৰ দাস হৈ পৰিছে। পুৰণি যিবোৰ উৎসৱ অনুষ্ঠানে মানুহক আনন্দময় সামাজিক মিলনৰ সুবিধা দিছিল সেয়া লাহে লাহে নোহোৱা হৈ পৰিছে। এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ বাৰ্ষিক আৰু দ্বিবাৰ্ষিক অধিবেশনে এটা আনন্দময় উৎসৱৰ পৰিবেশত মানুহক মিলিত হ'বলৈ সুবিধা দি, তেওঁলোকৰ মনত সুস্থ আবেগৰ সঞ্চাৰ কৰি, সমাজৰ ওপৰত এক স্বাস্থ্যকাৰক প্ৰভাৱ পেলাইছে। বৰ্তমান প্ৰায়ভাগ অনুষ্ঠানেই মানুহৰ মাজত বিভেদ আনিব বিচাৰে। সেই সময়তে মানুহক নিঃস্বাৰ্থ আৰু নিৰ্মল অন্তৰেৰে মিলিত হ'বলৈ সুবিধা দিয়া এটি অনুষ্ঠান হৈছে অসম সাহিত্য সভা। অসমীয়া সাহিত্যৰ সমানে সমানে ফেৰ মাৰি সৰু সৰু ভাষী-উপভাষী লোকসকলেও নিজা নিজা একোখন ভাষিক সাহিত্য



সভাৰ আৰম্ভণি কৰিছে। ইয়াৰ ফলত অসমত বড়ো সাহিত্য সভা, ৰাভা সাহিত্য সভা, মিচিং সাহিত্য সভা, টাই সাহিত্য সভা আদি নানা সাহিত্য সভাৰ জন্ম হৈছে। চাহ বাগিচাৰ মানুহখিনিকো বৌদ্ধিক দিশত আগবঢ়াই নিবলৈ সভাই চেষ্টা কৰিছিল। সেয়েহে চাহ বাগিচাসমূহক শাখা সভাৰ অন্তৰ্ভুক্ত কৰিবলৈ প্ৰচেষ্টা চলাইছিল আৰু সেইদৰে বুজন সংখ্যক লোক শাখা সভাৰ সদস্য হৈ বৌদ্ধিক দিশত আগবাঢ়ি গৈছিল। এই শাখা সভাবোৰে অসম সাহিত্য সভাৰ ভেটিটো দুৰ্বল কৰা নাই বৰঞ্চ চাৰিওফালৰ পৰা সাহিত্যিক অনুপ্ৰেৰণাৰে পতা সাহিত্য সভাবোৰে অসমীয়া ভাষাৰ সাহিত্যত নকৈ সাৰ-পানী দি সবল সৃষ্টিত অৰিহণাহে যোগাইছে। ফলত অসমীয়া ভাষাটোৰ ভঁড়াল চহকী হোৱাৰ লগতে প্ৰতিটো গোষ্ঠী বা ভাষা-ভাষী লোকসকলে ইজনে সিজনক জনাৰ সহজ উপায় আহি পৰিছে। বিভিন্ন ভাষাত ৰচিত পুথিবোৰ অন্য এটা ভাষালৈ অনুবাদ কৰাত এখন সমাজৰ আচাৰ, ৰাজনীতি, সংস্কৃতি আদি আন এখন সমাজতো জনাৰ বা তাৰ পৰা শিক্ষা লোৱাৰ সুবিধা আহি পৰিছে। আনহাতে বিভিন্ন সম্প্ৰদায়ৰ মাজত থকা ভুল বুজাবুজি আৰু অজ্ঞতাবোৰ নাশ হোৱাত সুস্থ সবল বৃহৎ অসমীয়া ভাষাৰ ভঁড়াল চহকী হৈ উঠিছে।

বিভিন্ন আলোচনা চক্ৰ, সাংস্কৃতিক শোভাযাত্ৰা, য'ত বিভিন্ন জাতি- জনজাতিৰ সাজপাৰ আৰু আ-অলংকাৰে আকৰ্ষিত কৰে। আনহাতে বিহুনৃত্য, জনজাতিসকলৰ নৃত্য-গীতে বৃহৎ অসমীয়া জাতি গঠনত অৰিহণা যোগায়। বিভিন্ন বাদ্যসমূহৰ প্ৰয়োগে সকলোৰে মনত সংস্কৃতি সুলভ মন এটি গঢ়ি তোলে। এই অধিবেশনসমূহে শিক্ষা-দীক্ষা থকা সাহিত্যপ্ৰেমীৰ উপৰিও নিৰক্ষৰ মানুহৰ হৃদয়তো জাতীয় চেতনা জাগ্ৰত কৰি তোলে।

**সামৰণি ঃ** অসম, অৰুণাচল, মেঘালয়, মণিপুৰ, মিজোৰাম, নাগালেণ্ড আৰু ত্ৰিপুৰা এই সাতভনীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু জনগণৰ মাজত সমন্বয় সাধনেই হৈছে অসম সাহিত্য সভাৰ উদ্দেশ্য।

অসমীয়া জাতিটোক সূক্ষ্মভাৱে নিৰীক্ষণ বা বিশ্লেষণ কৰিবলৈ অসম সাহিত্য সভা এখন দাপোণ স্বৰূপ। এইখন এখন সাহিত্য চ'ৰা য'ত অসমীয়া লোকে তেওঁলোকৰ সংস্কৃতি, জাতীয় সত্তা, জাতীয় সাহিত্য, উত্থান-পতনৰ স্বচ্ছ নিৰীক্ষণ কৰিবলৈ সুবিধা পায়। এই দাপোণখন সযতনে উচিত মৰ্যাদা দি যথাস্থানত ৰখাটো প্ৰত্যেকজন অসমীয়াৰে কৰ্তব্য। আজি বিশ্বায়নৰ প্ৰভাৱত সামাজিক-সাংস্কৃতিক জীৱনত নিতৌ নতুন নতুন শব্দৰ আমদানি আৰু পশ্চিমীয়া ঢৌৱে কোবোৱাত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিত পাশ্চাত্যৰ প্ৰভাৱ পৰিছে। সেয়েহে এই ঢৌৰ পৰা ৰক্ষা কৰা একমাত্ৰ অনুষ্ঠান হৈছে অসম সাহিত্য সভা। এই অনুষ্ঠানেই অসমীয়া

ভাষা-সংস্কৃতিৰ উন্নতিৰ কাৰণে সদায় মাত মাতি আহিছে আৰু ভৱিষ্যতেও মাতি থাকিব। জন্মলগ্নৰে পৰা অসম সাহিত্য সভাই বৃহত্তৰ অসমীয়া জাতিৰ সংহতিৰ বাবে প্ৰচেষ্টা চলাই আহিছে। সেয়েহে এই অনুষ্ঠানটিৰ সৰ্বাংগীন উন্নতি সাধনত সহায়-সহযোগিতা আগবঢ়োৱাটোৱেই হৈছে জনগণৰ কৰ্তব্য।

## গ্ৰন্থপঞ্জী ঃ


১) অভিলেখ ঃ অসম সাহিত্য সভা
সম্পাদক ঃ আব্দুছ ছাত্তাৰ
প্ৰথম প্ৰকাশ ১৯৭৭ চন

২) অভিলেখ ঃ অসম সাহিত্য সভা
সম্পাদক ঃ ভীমকান্ত বৰুৱা
প্ৰকাশ ঃ ২০০১ চন

৩) অসম সাহিত্য সভা পত্ৰিকা
সম্পাদক ঃ দয়ানন্দ পাঠক
তৃতীয় সংখ্যা ঃ ১৯৯২

৪) কপিলী-যমুনা ঃ অসম সাহিত্য সভাৰ তৃতীয় বিশেষ বাৰ্ষিক হোজাই অধিবেশনৰ স্মৃতিগ্ৰন্থ
প্ৰকাশ ঃ ২০০৪ চন
সম্পাদক ঃ উপেন্দ্ৰ বৰকটকী

৫) কৃষ্ণকান্ত সন্দিকৈ
সম্পাদক ঃ আব্দুছ ছাত্তাৰ
প্ৰকাশ ঃ ১৯৭৫ চন

৬) দিচৈ-দৰিয়া ঃ দেৰগাঁও অধিবেশনৰ স্মৃতিগ্ৰন্থ
সভাপতি ঃ ড° নগেন ঠাকুৰ
প্ৰকাশ ঃ ২০১১ চন

৭) বাঁহী ঃ অসম সাহিত্য সভা
প্ৰকাশক ঃ ড° বসন্ত কুমাৰ গোস্বামী।
প্ৰকাশ ঃ ২০০১ চন

৮) ৰামধেনু সপ্তদশ বছৰ, অষ্টম সংখ্যা।





৯) শিক্ষাৰ মনোবিজ্ঞান ভিত্তিক অধ্যয়ন ঃ যতীন বৰুৱা, অৰুণ প্ৰকাশন, ২০০৪ চন

১০) সাপ্তাহিক নীলাচলৰ সম্পাদকীয় প্ৰবন্ধ (১৯৬৮-১৯৭৭)
সম্পাদনা ঃ ড° ৰণজিৎ সভাপণ্ডিত
ষ্টুডেন্টচ্ ষ্ট'ৰচ্, ২০১০ চন


## সন্দৰ্ভ সূচী ঃ


(১) বৰুৱা, যতীন ঃ শিক্ষা মনোবিজ্ঞান-ভিত্তিক অধ্যয়ন, অৰুণ প্ৰকাশন, পৃষ্ঠা - ৪২৩-৪২৪

(২) বৰুৱা, যতীন ঃ শিক্ষা মনোবিজ্ঞান ভিত্তিক অধ্যয়ন

(৩) দিচৈ দৰিয়া ঃ দেৰগাঁও অধিবেশন, পৃষ্ঠা - ১৮৯-১৯০

(৪) দিচৈ দৰিয়া ঃ দেৰগাঁও অধিবেশন

# অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত অসম সাহিত্য সভাৰ ভূমিকা

ৰুণমনি বৰা ফুকন
জোনমনি গঁগৈ

**০১ আৰম্ভণি ঃ**

অসমত বাস কৰা সমূহ নৃগোষ্ঠীক লৈয়ে অসমীয়া জাতীয় সত্তাটি গঢ় লৈ উঠিছে। ঔপনিৱেশিক কালতহে বিভিন্ন কাৰকৰ বাবে এক ঐতিহাসিক প্ৰক্ৰিয়াৰে অসমীয়া জাতিৰ ধাৰণাটো গঢ় লৈ উঠিছে। এইখিনিতে উল্লেখ্য যে, জাতিৰ ধাৰণাটোৱেই সম্পূৰ্ণৰূপে এক আধুনিক ধাৰণা। ফৰাচী বিপ্লৱৰ পৰৱৰ্তী কালতহে আধুনিক অৰ্থত জাতিৰ ধাৰণাই গঢ় লৈ উঠে। বিভিন্ন সাংস্কৃতিক উপাদানৰ সমাহৰণ আৰু সহাৱস্থানৰ লগতে সমসাময়িক আৰ্থ-সামাজিক আৰু ৰাজনৈতিক পৰিক্ৰমাইও জাতি গঠন প্ৰক্ৰিয়াটোত অনুঘটক হিচাপে কাম কৰে। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াটিতো এনে বিভিন্ন কাৰকে অৰিহণা যোগাইছে।

ঔপনিৱেশিক কালতেই ১৯১৭ চনত অসম সাহিত্য সভাই অসম এচ'চিয়েশ্যনৰ বুকুৰ পৰাই জন্ম লাভ কৰে। তেতিয়াৰে পৰাই তেওঁলোকে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক আধাৰ হিচাপে লৈ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত বিভিন্ন ধৰণে প্ৰভাৱ বিস্তাৰ কৰি আহিছে। অৱশ্যে উত্তৰ ঔপনিৱেশিক কালতহে সেই প্ৰক্ৰিয়াই এক সংহত ৰূপ লাভ কৰা দেখা যায়। আমাৰ এই গৱেষণা পত্ৰত অসম সাহিত্য সভাই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত পালন কৰা ভূমিকাৰ বিষয়ে পৰ্যালোচনা কৰা হ'ব।

**০২. গৱেষণাৰ পদ্ধতি ঃ**

বিশ্লেষণাত্মক শব্দটিৰ আভিধানিক অৰ্থ কোনো এটা বস্তু বা বিষয়ৰ সাৰ অংশ নিঃসৰণ কৰা। এই গৱেষণা পত্ৰখন প্ৰস্তুত কৰাৰ ক্ষেত্ৰত বিশ্লেষণাত্মক পদ্ধতি প্ৰয়োগ কৰা হৈছে। উক্ত পদ্ধতিৰ যোগেদি বিষয়টো তন্ন-তন্নকৈ আলোচনা কৰি

---

লেখিকাদ্বয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ গৱেষিকা ছাত্ৰী।



এটা সিদ্ধান্তত উপনীত হ'বলৈ প্ৰয়াস কৰা হৈছে। পত্ৰত প্ৰস্তাৱিত বিষয়টোৰ আলোচনাৰ ক্ষেত্ৰত সৰ্বমুঠ ছটা শাখাত বিভক্ত কৰি প্ৰথমে বিষয়টোৰ সম্যক ধাৰণা, দ্বিতীয় শাখাত বিষয় আলোচনাৰ পদ্ধতি, তৃতীয় শাখাত বিষয়ৰ তত্ত্বগত পটভূমিৰ আলোচনা, চতুৰ্থ শাখাত অসম সাহিত্য সভাৰ জন্ম আৰু ইতিহাস সম্পৰ্কে ধাৰণা, পঞ্চম শাখাত তত্ত্বগত পটভূমিৰ আধাৰত অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত অসম সাহিত্য সভাৰ ভূমিকা আৰু সামৰণি শীৰ্ষক অন্তিম শাখাত নিজৰ মন্তব্য প্ৰকাশ কৰা হৈছে।

**০৩. তত্ত্বগত পটভূমি ঃ**

'অসমীয়া' এটি জাতিৰ নাম আৰু ই কোনো সুকীয়া নৃ-গোষ্ঠীও নহয়। ফৰাচী বিপ্লৱৰ পৰৱৰ্তী সময়ত গঢ়ি উঠা জাতিৰ ধাৰণাটোৰ দৰেই ঔপনিৱেশিক কালতহে অসমীয়া জাতিসত্তাটো গঢ়ি উঠিছিল। জাতিসত্তা বা জাতিৰ ধাৰণাটোৱেই সাধাৰণ অৰ্থত অৰ্বাচীন। ১২২৮ খ্ৰীষ্টাব্দত অসমত প্ৰৱেশ কৰা ভাষা, সাহিত্য-সংস্কৃতি আৰু শাসন পৰিচালনাত সুদক্ষ তাইসকলে থলুৱা বিভিন্ন জনগোষ্ঠীয় গোটক একত্ৰীকৰণ কৰি কেন্দ্ৰীয় শাসনৰ অধীনলৈ আনিছিল। এনেদৰে পোনপ্ৰথমে তাইসকলে এক জাতিসত্তা গঢ় দিয়াত আগভাগ লৈছিল। মহাপুৰুষ শংকৰদেৱে নামঘৰ, সত্ৰ আদি প্ৰতিষ্ঠা কৰি বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ মাধ্যমেদি সমসাময়িক উচ্চ-নীচ, জাতি-ভেদৰ ভাব আঁতৰাই সমাজত সমতা প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিছিল। তাৰ ফলস্বৰূপে এক জাতীয় সমন্বয়ে সমাজত গা কৰি উঠিছিল। এই ধৰণেই আহোমসকলৰ প্ৰচেষ্টা আৰু মহাপুৰুষজনাৰ ভক্তি আন্দোলনে অসমীয়া জাতিসত্তাৰ ভেঁটিটোহে নিৰ্মাণ কৰিছিল। আহোমসকলে পাইক প্ৰথাৰে গঢ় দিয়া সমাজ ব্যৱস্থাই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ পাতনি মেলিছিল। কিন্তু 'অসমীয়া'ৰূপে কোনো জাতিসত্তাৰ চিনাকি ঔপনিৱেশিক কালত নাছিল।

১৮২৬ চনত ব্ৰিটিছ পুঁজিবাদী শ্ৰেণীৰ অসমলৈ আগমন ঘটে। ঔপনিৱেশিক কালছোৱাত প্ৰশাসনিক সুবিধাৰ বাবে পুঁজিবাদীসকলে মধ্যবিত্ত শ্ৰেণী এটিৰ জন্ম দিয়ে আৰু এই শ্ৰেণীটোৱে পূৰ্বৰ কোচ, আহোম আদি জনগোষ্ঠীয় মানুহক সামৰি অসমীয়া জাতিৰ ধাৰণাটোৰ জন্ম দিয়ে। এনেদৰেই অসমৰ সমূহ জনগোষ্ঠীক সামৰি 'অসমীয়া জাতি'ৰ ধাৰণা ঠন ধৰি উঠিছিল। জাতি এটা ঠন ধৰি উঠাৰ ক্ষেত্ৰত ভাষা-সাহিত্য আৰু সংস্কৃতিয়ে বিশেষ ভূমিকা পালন কৰে। "অসমীয়া ভাষাইহে অসমীয়া জাতিটো গঢ় দিছে, অসমীয়া জাতিয়ে অসমীয়া ভাষা গঢ় দিয়া নাই।"[১] সমসাময়িক সময়ছোৱাত অসমীয়া ভাষাৰ বহুল প্ৰয়োগ নাছিল যদিও প্ৰধান সংযোগী ভাষাৰূপে অসমীয়া ভাষাটো প্ৰত্যেকটো জনগোষ্ঠীৰ মাজতে প্ৰচলিত হৈছিল। অসমত বসবাস কৰা প্ৰতিটো জনগোষ্ঠীৱে নিজা ভাষা-সংস্কৃতি থকা স্বত্বেও তেওঁলোকৰ অসমীয়া

সংস্কৃতি তথা ভাষাৰ প্ৰতি গভীৰ টান আছিল। "এজন মানুহ যি ভাষাৰ, যি ধৰ্মৰ, যি নৃ-গোষ্ঠীৰ, যি জাতিৰেই নহওক কিয়, যেতিয়াই তেওঁ আধুনিক অসমীয়া জাতীয় ভাষাটোক আন্তৰিকভাৱে আৰু আনুষ্ঠানিকভাৱে জাতীয় ভাষা হিচাপে, ৰাজ্যিক আৰু চৰকাৰী ভাষা হিচাপে, শিক্ষা আৰু যোগাযোগৰ বাহন হিচাপে গ্ৰহণ কৰিছে, সেই মুহূৰ্তৰ পৰাই তেওঁ অসমীয়া, অসমীয়া জাতিৰ সদস্য হৈ পৰিছে।"[২]

ব্ৰিটিছ অনুৰাগী মধ্যবিত্ত শ্ৰেণীটোৱে অসমীয়া জাতিৰ জাতীয় জীৱনৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। এই শ্ৰেণীটোৱে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰে কেৱল নহয়, অসমীয়া জাতি ঠন ধৰি উঠাৰ ক্ষেত্ৰত বিশেষ ভূমিকা পালন কৰিছিল। মধ্যবিত্ত শ্ৰেণীটোৰ প্ৰতিনিধিসকলৰ মাজতে অসমীয়া ভাষা-সংস্কৃতিৰ উন্নতিৰ বাবে পোন প্ৰথমে চিন্তা-চৰ্চা আৰম্ভ হৈছিল আৰু এওঁলোকেই প্ৰথমে অসম এচ'চিয়েশ্যন নামৰ এটি ৰাজনৈতিক সংগঠনৰ জন্ম দিয়ে। তাৰ পাছত সেই অনুষ্ঠানৰ বুকুৰ পৰাই অসম সাহিত্য সভা নামৰ অনুষ্ঠানটি গঢ়ি উঠে। ১৯১৭ চনত গঢ়ি উঠা এই অনুষ্ঠানটোৱে অসমীয়া জাতি গঠনৰ ক্ষেত্ৰত এক সক্ৰিয় আৰু উল্লেখযোগ্য ভূমিকা পালন কৰি আহিছে।

**০৪. অসম সাহিত্য সভাৰ জন্ম আৰু ইতিহাস ঃ**

ফৰাচী বিপ্লৱৰ পৰৱৰ্তী সময়ছোৱাতে অসমীয়া মাধ্যবিত্ত শ্ৰেণীটোৱে সাহিত্যৰ পৰিসৰ বহলাবৰ বাবে আৰু উজনি-নামনিৰ ভাষিক সমন্বয়ৰ কাৰণে এখন উমৈহতীয়া মঞ্চৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। সেই সুবাদতে যোৰহাট সাহিত্য সভাৰ কৰ্ম-কৰ্তাসকলে যোৰহাটত এখন ডাঙৰ সভা পাতি সেই সভাতে অসম সাহিত্য সভা নামেৰে এটি অনুষ্ঠানৰ জন্ম দিয়াৰ বিষয়ে সিদ্ধান্ত গ্ৰহণ কৰে। 'যোৰহাট সাহিত্য সভাৰ কাম কেইমাহমান চলাৰ পাছত তেতিয়াৰ কমিচনাৰ কৰ্ণেল গৰ্ডনৰ সভাপতিত্বত যোৰহাটত অসমৰ শিল্পাদিত উৎসাহ দিবৰ উপলক্ষ্য কৰি গৱৰ্ণমেণ্টে এখন সভা পাতে। সেই সভালৈ, সেই সময়ৰ গণ্যমান্য প্ৰায়লোকেই আহিছিল। সেই সুযোগ লৈ যোৰহাট সভাৰ এটা বিশেষ অধিবেশন পাতিলো।'[৩]

অসম এচ'চিয়েশ্যনৰ শিৱসাগৰত অনুষ্ঠিত ১৯১৭ চনৰ অধিবেশনতে অসম সাহিত্য সভাৰ প্ৰথমখন অধিবেশন অনুষ্ঠিত হয়। এই অধিবেশনৰ সভাপতিৰ দায়িত্বত আছিল পদ্মনাথ গোহাঞিবৰুৱা আৰু প্ৰধান সম্পাদক আছিল শৰৎচন্দ্ৰ গোস্বামী। "১৯১৭ ইং চনৰ বৰদিনৰ বন্ধত আসাম এচ'চিয়েশ্যনৰ কনফাৰেন্স বহাৰ কথা। সভাপতি শ্ৰীযুত সত্যনাথ বৰা। ঠাই শিৱসাগৰ। তাতেই আমি প্ৰথম সাহিত্য সভা পাতিবলৈ স্থিৰ কৰিলো।"[৪]

প্ৰথম অধিবেশনৰ পাছত ১৯১৮ চনত গোৱালপাৰাত দ্বিতীয় অধিবেশন



অনুষ্ঠিত হৈছিল। এনেদৰে ক্ৰমে ১৯১৭ চনৰ পৰা বৰ্তমানলৈকে সৰ্বমুঠ ৭৩ খন অধিবেশন অনুষ্ঠিত হৈছে। অসম সাহিত্য সভা গঠনৰ পাছত সভাৰ স্থায়ী কাৰ্যালয় নাছিল। কিন্তু পৰৱৰ্তী সময়ত ৰাধাকান্ত সন্দিকৈৰ দান লাভ কৰি যোৰহাটত 'চন্দ্ৰ কান্ত সন্দিকৈ ভৱন শীৰ্ষক নামকৰণেৰে সভাৰ স্থায়ী কাৰ্যালয় প্ৰতিষ্ঠা কৰা হয়। ১৯৪৪ চনৰ পৰা সভাৰ কৰ্মকৰ্তাসকলৰ মাজত দেখা দিয়া খাম-খেয়ালিয়ে সভাৰ গতি-বিধি মন্থৰ কৰি পেলাইছিল। তাৰ ফলস্বৰূপে ১৯৫০ চনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সভাপতিত্বত মাৰ্ঘেৰিটাত অনুষ্ঠিত হোৱা সভাত উপস্থিত সদস্যৰ সংখ্যা আছিল ১২ নে ১৩ জন। কিন্তু স্বৰাজোত্তৰ কালত ১৯৫২ চনত শ্বিলঙত ড° সূৰ্যকুমাৰ ভূঞাৰ সভাপতিত্বত অনুষ্ঠিত হোৱা অধিবেশনৰ থলীত কংগ্ৰেছী মন্ত্ৰী-বিধায়কে ভিৰ কৰিছিলহি। গোহাঞিবৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত হোৱা সভাখনৰ পাছৰ পৰাই কাছিং থমকি হ'লেও শেহতীয়াকৈ ২০১২ ৰ ৰংবং তেৰাং সভাপতি পদত থকা সময়লৈকে অসম সাহিত্য সভাই একুৰি দুকুৰিকৈ বহু কুৰি বছৰ সফলতাৰে আগবাঢ়িবলৈ সক্ষম হৈছে। সভাই স্ব-কৰ্মৰ দায়িত্ব আৰু কৰ্তব্যৰ প্ৰতি সচেতন হৈ আগবাঢ়ি সমাজ তথা জাতীয় উন্নতি সাধন কৰি সাফল্য লাভ কৰাকে অসমবাসীয়ে কামনা কৰে।

**০৫. তত্বগত পটভূমিৰ আধাৰত অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত অসম সাহিত্য সভাৰ ভূমিকা ঃ**

ব্ৰিটিছসকলে অসমত পদাৰ্পণ কৰাৰ প্ৰায় দুই দশকৰ পাছতে মিছনেৰীসকলৰ প্ৰচেষ্টাত অসমীয়া ভাষা-সাহিত্যৰ দিশত এক সক্ৰিয় পৰিস্থিতিয়ে গা কৰি উঠিছিল। ব্ৰিটিছৰ অনুৰাগী অসমীয়া মধ্যবিত্তৰ প্ৰতিনিধিসকলে অসমীয়া জাতীয় জীৱনক নকৈ প্ৰতিষ্ঠা কৰাৰ বাবে আৰু ভাষাটোৰ বিকাশৰ বাবে এক বিস্তৃত পৰিসৰ্‌ উমৈহতীয়া মঞ্চ এখনৰ প্ৰয়োজন অনুভৱ কৰিছিল। এনে প্ৰয়োজনৰ তাগিদাতে ১৯১৭ চনত জন্ম লাভ কৰা অনুষ্ঠানটিয়ে অসম সাংস্কৃতিক জগতত এক আন্দোলন সৃষ্টিৰ প্ৰচেষ্টা কৰিছিল। সাংস্কৃতিক অনুষ্ঠানৰূপে জন্ম লাভ কৰা সভাই সাহিত্য-সংস্কৃতিৰ দিশলৈ আগবঢ়োৱা অৱদান অনস্বীকাৰ্য।

সাহিত্য সভা জন্মৰ কিছু কালৰ পাছত অতুলচন্দ্ৰ হাজৰিকাই স্বীকাৰ কৰি কৈছে ১৯২১-২৩ সময়ছোৱাত সভা 'কমা' অৱস্থাত আছিল। অসহযোগ বা মাৰলীয়ে সভাৰ মুধচ আৰু বেৰ চাল উৰুৱাই নিব ধৰিছিল।[৫] এনে সময়ত ৰাধাকান্ত সন্দিকৈয়ে সভালৈ দানৰূপে ত্ৰিশ হেজাৰ টকা আগবঢ়াইছিল। ১৯২৪ চনত সভাই উল্লেখ কৰা আঁচনিৰ লক্ষ্য আছিল অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাত্মক বিকাশ; এক সামগ্ৰিক অভিধান আৰু ব্যাকৰণ সংকলন আৰু প্ৰকাশ, পুৰণি পুথিপাঁজি, বুৰঞ্জী, বৰগীত, লোকগীত

আদিৰ উদ্ধাৰ, সংগ্ৰহ আৰু প্ৰকাশ, অসমীয়া সাহিত্যৰ দুৰ্বল দিশবোৰৰ বিকাশ, অভাবী সাহিত্যিকলৈ সহায়, তেওঁলোকৰ গ্ৰন্থ প্ৰকাশ, অসমীয়া সুৰৰে গ্ৰামফ'ন ৰেকৰ্ড প্ৰস্তুতকৰণ ইত্যাদি।[৬] কিন্তু পৰৱৰ্তী সময়ত উল্লেখিত আঁচনিৰ লক্ষ্যৰ নিচেই তাকৰীয়াৰূপহে কাৰ্যকৰী হোৱা দেখা গ'ল। তাৰোপৰি সভাই প্ৰকাশ কৰা গ্ৰন্থৰ মাজত মাথোঁ ৪০ খনমানহে জনজাতীয় জীৱন আৰু সংস্কৃতি বিষয়ক আছিল।

প্ৰতিজন মানুহৰে মাতৃভাষাৰ প্ৰতি এক গভীৰ অনুৰাগ থাকে আৰু এই অনুৰাগে সাধাৰণ মানুহখিনিক সাহিত্য সভাৰ সৈতে সম্পৰ্ক ৰক্ষা কৰাত কাৰকৰূপে ক্ৰিয়া কৰিছিল। ভাষা-সংস্কৃতিৰ বিকাশত উন্নতি সাধিবৰ অভিপ্ৰায়েৰে আত্মপ্ৰকাশ কৰা অনুষ্ঠানটোৱে ভাষা-সংস্কৃতিৰ মাধ্যমেদি মানুহবোৰক একগোট কৰি জাতি গঠনৰ ভেঁটিটো নিৰ্মাণ কৰিবলৈ সক্ষম হৈছিল। অনুষ্ঠানটিৰ প্ৰথমগৰাকী সভাপতিৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে প্ৰতিজন সভাপতিয়েই জাতি গঠনৰ বাবে এক উল্লেখযোগ্য ভূমিকা পালন কৰিছে যদিও ঔপনিৱেশিক সময়ছোৱাত সভাৰ এচাম নেতৃস্থানীয় মধ্যবিত্তই বিটিছ শাসনৰ বহতীয়া হৈ অসমৰ মংগল কামনা কৰিছিল। চন্দ্ৰধৰ বৰুৱাৰ সভাপতিত্বত ১৯১৮ চনত অনুষ্ঠিত হোৱা সভাৰ মঞ্চৰ পৰাই বৰুৱাই কৈছিল— 'আজি চাৰি বছৰৰ অশেষ অশান্তি আৰু দূৰন্ত ৰণৰ অন্তত আজি দুনাই পৃথিৱীত শান্তিৰাজ্য স্থাপনৰ উপক্ৰম হৈছে। পৃথিৱীত যেন সোনকালে আকৌ শান্তিয়ে নিৰ্বিবাদে বিৰাজ কৰে আৰু সেই শান্তিকে অন্তকালৰ কাৰণে ৰক্ষা কৰিবলৈ জগদীশ্বৰে ব্ৰিটিছ সাম্ৰাজ্যক যোত্ৰবান কৰে— এই সাহিত্য সভাৰ সকলো সভ্যৰে এয়ে নিশ্চয় একান্ত বাঞ্ছা।'[৭]

ঊনবিংশ শতিকাৰ শেষৰ ফালে বৰ্ণহিন্দু অসমীয়াসকলে ভাষাক কেন্দ্ৰ কৰি জাতি গঠনৰ বাবে যিধৰণৰ প্ৰয়াস আৰম্ভ কৰিছিল, তেনে প্ৰয়াসে অনাৰ্য মানুহখিনিৰ মনত এক প্ৰতিশোধৰ ভাব জগাই তুলিছিল। বড়ো, মিচিং আদি অনাৰ্য জনগোষ্ঠীসমূহৰ নিজস্ব ভাষা-সংস্কৃতি থকাৰ পাছতো তেওঁলোকে অসমীয়া ভাষা-সংস্কৃতিহে গ্ৰহণ কৰিছিল আৰু নিজকে অসমীয়া বুলি পৰিচয় দিহে আনন্দিত হৈছিল। কুৰি শতিকাত অসমীয়া ভাষাটো এক শক্তিশালী ৰূপত প্ৰতিষ্ঠিত হৈছিল। সেয়েহে চাইমন কমিচনৰ আগত ১৮২৮-২৯ চনত বড়োসকলে সুকীয়া ভাষা-সংস্কৃতিৰ বিষয়ে উল্লেখ কৰিও কিন্তু নিজকে অসমীয়া ৰূপেই চিনাকি দিছিল। তাৰ পাছতো কিন্তু সভাই জনগোষ্ঠীয় ভাষা-সংস্কৃতিৰ বিকাশৰ বিষয়ে চিন্তা-চৰ্চা নকৰিলে। বৰং '৬০ৰ পাছতে অসমীয়া ভাষাক ৰাজ্য ভাষা কৰাৰ দাবী উত্থাপন কৰিলে। প্ৰথমে সভাই এনে দাবী ঘোষণা কৰিছিল আৰু ১৯৫১ চনৰ ১০ জুলাইত ৰাজ্যভাষা দিৱস উদ্‌যাপন কৰিছিল। আন্দোলনৰ পৰৱৰ্তী পৰিণতি স্বৰূপে অসমীয়া ভাষাই ৰাজ্য ভাষাৰূপে প্ৰতিষ্ঠিত



হ'ল যদিও এক বৃহত্তৰ অসমীয়া জাতি গঠনত সভাৰ এনে কাৰ্যৰ দিশটোৱে যথেষ্ট আঘাত হানিলে। বহুতো থলুৱা মানুহক বৃহত্তৰ অসমীয়া জাতি গঠনৰ বাবে আমন্ত্ৰণ জনাইছিল যদিও সেইসকল লোকৰ উপভাষাসমূহৰ বিকাশৰ দিশতো সভাই আওকাণ কৰিছিল। নীলমনি ফুকনে ১৯৪৪ চনত কৈছিল, "আজি অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে অসমীয়া হিন্দু-মুছলমানৰ প্ৰাণৰ কথা কৈছে, অসমীয়া সংস্কৃতি, অসমীয়া ভাষা, সাহিত্য, শিল্প কলা কেৱল ৰক্ষা কৰাই নহয় তাক বিস্তাৰ কৰি পূৰ্ব গৌৰৱৰ ওপৰতো সোণৰ কলচী তোলা, অসমীয়া জাতিৰ স্বাধীনতা ৰক্ষা কৰা। শুভ লক্ষণ। বিৰাট শক্তি সূচনা। অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি এই সংস্কৃতিৰ অভিযান অসমৰ পৰ্বতে কন্দৰে হাবিয়ে বননিয়ে চলাব লাগিব।"[৮] তাৰ বিপৰীতে যদি সভাই সকলো জনগোষ্ঠীয় লোকক তেওঁলোকৰ ভাষা-সংস্কৃতিৰ প্ৰতি থকা অনুৰাগক সহঁাৰি জনাই উপভাষাসমূহৰ বিকাশৰ বাবে সুযোগ প্ৰদান কৰিলেহেঁতেন; তেনেহ'লে সকলোৱে অসমীয়া ভাষাক নিৰ্বিবাদে গ্ৰহণ কৰিলেহেঁতেন। এনে কাৰ্যই বৃহত্তৰ জাতি গঠনৰ পথ সহজসাধ্য কৰি তুলিলেহেঁতেন। অসমীয়া জাতি গঠন আৰু জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ হৃদয় বিদাৰক ফলৰাশিৰ বিষয়ে হীৰেন গগৈয়ে কৈছে— "কিন্তু আজি সকলো কথা আকৌ বদলিবলৈ ধৰিছে। পূৰ্বৰ অসমীয়া প্ৰীতিৰ ঠাইত এতিয়া তীব্ৰ অসমীয়া বিদ্বেষৰ সৃষ্টি হৈছে। বড়ো ব'ড' হৈছে। বড়োসকলে এতিয়া ধাৰণা কৰে যে অসমৰ লগত থাকিলে তেওঁলোকৰ ভৱিষ্যৎ সকলোফালে অন্ধকাৰ। নিজৰ সুকীয়া বড়ো পৰিচয়ৰ বাবে মৰণকো আওকাণ কৰি ৰণলৈ ওলাইছে।"[৯]

অসমৰ জাত গঠন প্ৰক্ৰিয়া তথা ভাষা-সাহিত্যৰ বিকাশত অসম সাহিত্য সভাই সৃষ্টিশীল ভূমিকা পালন কৰা নাছিল তেনে নহয়। এইটো স্বীকাৰ কৰিবই লাগিব যে, যদিও সভাই ৰাজনৈতিক দলৰ ছাঁৰ আঁৰে আঁৰে তাল মিলাই নিজকে অ-ৰাজনৈতিক সংগঠন বুলি কৈছিল, তথাপিও কিন্তু পুৰণি বহু সাহিত্য উদ্ধাৰ কৰি অসমৰ ভাষা-সংস্কৃতিৰ জগতলৈ উল্লেখনীয় অৱদান আগবঢ়াইছে। এই অৱদানে অসমীয়া জাতিৰ সাহিত্যৰ ভঁড়াল সমৃদ্ধ কৰি ৰাখিছে।

১৯৩৬ আৰু ১৯৩৭ চনত কোনো উন্নয়ন তথা গঠনমূলক কৰ্ম কৰিব নোৱাৰাৰ একমাত্ৰ কাৰণ অৰ্থৰ অভাৱৰ বিষয়ে সম্পাদকে উল্লেখ কৰিছে। ১৯১৮ চনত গোৱালপাৰা বিচ্ছেদৰ দাবীক অকৃতকাৰ্য কৰাত সভাই এক সক্ৰিয় ভূমিকা পালন কৰিছিল। সেই সময়ৰ সভাপতি চন্দ্ৰধৰ বৰুৱাই গোৱালপাৰাত অনুষ্ঠিত সভাত কৈছিল— "যিসকলে গোৱালপাৰাখন অসম দেশৰ পৰা ছিঙি নিবলৈ বিচাৰে আৰু গোৱালপৰীয়া জমিদাৰ আৰু প্ৰজাসকলৰ অসমীয়া সমাজ আৰু অসমীয়া ভাষালৈ দুৰ্ঘোৰ অশ্ৰদ্ধা আছে বুলি প্ৰচাৰ কৰি ফুৰে তেওঁবিলাক আজি এবাৰ এই

গোৱালপাৰালৈ চকু দিয়ক। আমি জানো যে গোৱালপৰীয়া জমিদাৰ আৰু প্ৰজাৰ বিৰুদ্ধে তেওঁলোকে প্ৰচাৰ কৰা এই ৰচনা সম্পূৰ্ণ অমূলক।”[১০] ইয়াৰ পাছত বৰুৱাই গোৱালপাৰাৰ জমিদাৰসকলৰ কু-মন্ত্ৰণা বুজিব পাৰি লিখিলি— “আমাৰ গোৱালপাৰাৰ জমীদাৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা বাহাদুৰ আৰু তেখেতৰ লগৰ আৰু জনদিয়েক জমিদাৰে গোৱালপাৰা জিলাখন বংগদেশলৈ নিয়াৰ আন্দোলনত এতিয়াও কঁকালত টঙালি বান্ধি লাগিয়েই আছে।”[১১]

১৯২৬ চনত বেজবৰুৱাই গোৱালপাৰাৰ বিষয়ে অধিবেশনত কৈছিল— “এই সম্পৰ্কত আমাৰ বঙালী বন্ধুসকলক কওঁ যে গোৱালপাৰাখন অসমৰ পৰা ফালি নিবলৈ তেওঁলোকৰ ভিতৰত যিসকলে সদায় কুটনাট কৰি আছে, সেইটো সেইসকলে অনুগ্ৰহ কৰি পৰিত্যাগ কৰক। আমাৰ প্ৰাণ থাকোতে আমাৰ গুৱালপাৰাক আমি কেতিয়াও আমাৰ বুকুৰ পৰা কাঢ়ি নিবলৈ নিদিও। তেনে কৰিবলৈ গ'লে অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে জুই জলিব।”[১২]

আজিৰ পৰা কেইদিনমানৰ আগত অসম সাহিত্য সভাই অসমৰ বিশিষ্ট জনজাতীয় সাহিত্যিক তথা ঔপন্যাসিক লুম্বেৰ দাইৰ সৈতে মিলিত হৈ অসমীয়া জনজাতীয় ভাষা-সাহিত্য, সংস্কৃতিৰ উন্নতিৰ বাবে একত্ৰিকৰণ প্ৰচেষ্টাত আগবাঢ়িছে। তাৰোপৰি ত্ৰিপুৰা আৰু অসমৰ অন্যান্য জনজাতীয় অঞ্চলসমূহত জয় পৰি যোৱা সাহিত্য সভাৰ শাখাসমূহক পুনৰবাৰ জীৱন দান দিবৰ বাবে প্ৰচেষ্টা হাতত লৈছে। পূৰ্বতে অৰ্থনৈতিকেই হওক বা অন্য কাৰণতেই হওক অনিয়মীতভাৱে প্ৰকাশিত হোৱা সভাৰ পত্ৰিকাসমূহ বৰ্তমানে নিয়মীয়াকৈ প্ৰকাশ পাই আছে। এই পত্ৰিকাসমূহে অসমীয়া ভাষা-সাহিত্যৰ বিকাশত সঁহাৰি আগবঢ়ায়। আগতে উল্লেখ কৰি আহিছো যে ভাষাই জাতি গঠন প্ৰক্ৰিয়াত এক প্ৰধান কাৰকৰূপে ক্ৰিয়া কৰে। সময়ৰ সৈতে সংগতি ৰাখি সভাই বিশেষ পত্ৰিকা প্ৰকাশিত কৰি জাতিয় সাহিত্য-সংস্কৃতিৰ বিকাশত অৰিহণা যোগাইছে। সাহিত্য সভাই জনজাতীয় সাহিত্যিকৰ লেখনীক সভাৰ পত্ৰিকাত স্থান দিয়া, জনজাতীয় সাহিত্য-সংস্কৃতিৰ বিষয়ে চিন্তা-চৰ্চা কৰা আদি দিশবোৰত গুৰুত্ব আৰোপ কৰিছে। মুঠতে সভাৰ প্ৰতি থকা ৰাইজৰ পূৰ্বৰ ধাৰণা সভাৰ বৰ্তমানৰ কাৰ্যাৱলীয়ে সলনি কৰিবলৈ সক্ষম হৈছে।

**০৬. সামৰণি ঃ**

আসাম এচ'চিয়েশ্যনৰ পৰা জন্ম লাভ কৰা অসম সাহিত্য সভা হৈছে অসমৰ এটি সাংস্কৃতিক অনুষ্ঠান। অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতি তথা বিকাশ সাধন কৰি এক বৃহত্তৰ অসমীয়া জাতি গঠন কৰাৰ ক্ষেত্ৰত এই অনুষ্ঠানৰ এক উল্লেখযোগ্য ভূমিকা লক্ষ্য কৰা যায়। বিভিন্ন কাৰক আৰু সমস্যাৰ বাবে নিজৰ পথৰ পৰা আঁতৰি



গ'লেও সভাৰ অসমৰ জাতীয় জীৱনলৈ আগবঢ়োৱা অৱদানক অস্বীকাৰ কৰিব নোৱাৰি। উজনি-নামনিৰ ভাষিক সমন্বয় ৰক্ষা আৰু অসমৰ ভাষা-সংস্কৃতি বিকাশৰ স্বাৰ্থত গঢ়ি উঠা এই অনুষ্ঠানটোৱে ১৯১৭ চনৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে বিভিন্ন অনুকূল-প্ৰতিকূল পৰিবেশৰ মাজেদি আগবাঢ়ি আহি এক শৃংখলাবদ্ধ, সংস্কৃতিবান আৰু সমৃদ্ধিশালী বৃহত্তৰ অসমীয়া জাতি গঠনৰ বাবে আপ্ৰাণ প্ৰচেষ্টা অব্যাহত ৰাখিছে। সভাই যদি অসমবাসীৰ মানসিক অৱস্থাক অনুভৱ কৰি ভাষা-সংস্কৃতিৰ সংমিশ্ৰণৰে সমন্বয়ৰ যাত্ৰাত আগবাঢ়ে, তেনেহ'লে নিঃসন্দেহে সভাৰ মহৎ উদ্দেশ্য সফল হ'ব আৰু বৃহত্তৰ অসমীয়া জাতি গঠনৰ সপোন বাস্তৱত ৰূপায়িত হ'ব।

**পাদটীকা ঃ**

১। পাদুন, নাহেন্দ্ৰ, 'অসমীয়া সংস্কৃতিলৈ জনজাতীয় অৱদান', পৃঃ ১২
২। বৰা, ধ্ৰুৱজ্যোতি, “অ' মোৰ সুৰীয়া মাত”, পৃঃ ৭৯।
৩। Dutta K. N. 'The Assam Shahitya Sabha', P: 5
৪। গোস্বামী, শৰৎ চন্দ্ৰ, 'সাহিত্য সভাৰ কথা' —অসম সাহিত্য সভা পত্ৰিকা, পৃঃ ১৪৩
৫। হাজৰিকা, অতুলচন্দ্ৰ, 'অসম সাহিত্য সভাৰ ৰূপৰেখা', পৃঃ ৩০-৩১
৬। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৩৫
৭। হাজৰিকা, অতুলচন্দ্ৰ (সম্পাঃ), 'অসম সাহিত্য সভাৰ ভাষণাৱলী' ভাগ-১, পৃঃ ১৫
৮। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১২৯
৯। গগৈ হীৰেন, “অসম জাতীয় জীৱনত সংহতি আৰু সংঘাত' পৃঃ ২২৪
১০। Political Histiory of Assam, vol. III, P: 295
১১। অসম সাহিত্য সভাৰ পত্ৰিকা, ১ম বছৰ, ৪ৰ্থ সংখ্যা, পৃঃ ২৪
১২। হাজৰিকা, অতুলচন্দ্ৰ (সম্পাঃ), 'বেজবৰুৱাৰ গ্ৰন্থাৱলী', খণ্ড-২য়, পৃঃ ১০৬

**গ্ৰন্থপঞ্জী ঃ**

(ক) পুৰণি পুস্তিকা ঃ

সাহিত্য সভাৰ কথা-অসম সাহিত্য সভা পত্ৰিকা ঃ নতুন প্ৰকাশ ২য়-৩য় সংখ্যা, যোৰহাট ১৮৭৪ শক

অসম সাহিত্য সভা পত্ৰিকা ১৯২৬ ঃ নিৰ্বাচিত সংখ্যা

# উত্তৰ-পূৱ ভাৰতৰ সমাজত সাংস্কৃতিক আত্মীয়কৰণ প্ৰক্ৰিয়া আৰু অসম সাহিত্য সভা

মৃগেন্দ্ৰ নাথ শৰ্মা

ভাৰতবৰ্ষৰ উত্তৰ-পূৰ্বাঞ্চল বিভিন্ন জাতি-জনগোষ্ঠীৰ মিলনভূমি। বিভিন্ন সময়ত অহা ভিন ভিন জনগোষ্ঠীয়ে প্ৰাচীন কালৰে পৰা অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত মিলনৰ সেতু গঢ়িছে। জনগোষ্ঠীয় লোকসকলৰ ভাষা-সাহিত্য-সংস্কৃতিৰ স্বকীয় বিশেষত্বই এই ভাষিক গোষ্ঠীসমূহক বিশেষ মৰ্যাদা প্ৰদান কৰিছে। এই ভিন ভিন গোষ্ঠীসমূহৰ সংমিশ্ৰণত গঢ়ি উঠিছে অসমীয়া জাতি আৰু অসমীয়া সংস্কৃতি। মহান অসমীয়া সংস্কৃতি হৈছে — সমন্বয়ৰ সংস্কৃতি। সমন্বয়ৰ মাজেদি আগবাঢ়ি যোৱা তাহানিৰ অসমখন কিন্তু কেতিয়াবাই খণ্ড-বিখণ্ড হৈ নাগালেণ্ড, মেঘালয়, মিজোৰাম আৰু অৰুণাচল আদি ৰাজ্যসমূহে আত্মপ্ৰকাশ কৰিলে। অতীতৰ মহান অসমীয়া সংস্কৃতিৰ এনাজৰী আজি প্ৰায় চিঙি যোৱাৰ উপক্ৰম হৈছে। অসমত বসবাস কৰা জনগোষ্ঠীসমূহে নিজকে অসমীয়া বুলি চিনাকি দি গৌৰৱ অনুভৱ কৰিছিল যদিও সম্প্ৰতি জনগোষ্ঠীসমূহৰ মাজত ভাঙোনে দেখা দিছে। প্ৰায় সকলো জনগোষ্ঠীয়ে তেওঁলোকক অতদিনে কৰি অহা শোষণ-বঞ্চনাৰ অভিযোগ তুলি মূল সুঁতিৰ পৰা ফালৰি কাটি যোৱাৰ যো-জা চলাইছে। স্বাধীনতাৰ আগলৈকে উত্তৰ-পূৰ্বাঞ্চল ঐক্যবদ্ধভাৱে এক অসমীয়া সভ্যতা-সংস্কৃতি বুলি সকলোৱে অনুভৱ কৰিছিল যদিও স্বাধীনোত্তৰ কালত নিজৰ অস্তিত্ব ৰক্ষাৰ্থে নগা, গাৰো, খাচী, মিজো আদি নৃগোষ্ঠী তথা ভাষিক গোষ্ঠীৰ লোকসকলে অসমীয়া জাতিৰ বান্ধোন ছিঙি ওলাই গ'ল।[১] এতিয়া অসমৰ ভূখণ্ডতো আন জনগোষ্ঠীসকলে নিজ নিজ সভ্যতা-সংস্কৃতিৰে আত্মপ্ৰতিষ্ঠাৰ বাটত অগ্ৰসৰ হৈছে। এনে পৰিপ্ৰেক্ষিতত উত্তৰ পূৰ্বাঞ্চলৰ সমাজত সমন্বয়ৰ মনোভাব গঢ়ি তুলিবলৈ আমাৰ মাজত প্ৰয়োজন সাংস্কৃতিক আত্মীয়কৰণৰ। এই আত্মীয়কৰণ প্ৰক্ৰিয়াৰ

লেখক বেলতলা কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক।



বাবে অসম সাহিত্য সভাই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব পাৰে।

অসম সাহিত্য সভা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰে এক বৃহৎ জাতীয় অনুষ্ঠান। ভাষা-সাহিত্যৰ লাখ লাখ অনুৰাগীয়ে জীৱ কৰা বৃহৎ অনুষ্ঠান হিচাপে বিশ্বত অভিলেখ সৃষ্টি কৰিব পাৰে অসম সাহিত্য সভাই। এনে এক জাতীয় অনুষ্ঠানে সাংস্কৃতিক আত্মীয়কৰণেৰে গঢ়িব পাৰে সমন্বয়ৰ সেতু। অসম সাহিত্য সভাৰ সকলো জাতি-জনজাতিৰ সাহিত্যৰ পিতৃ সংগঠন[২] বুলিব পাৰি। সাংস্কৃতিক আত্মীয়কৰণৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকা কি সেয়া অৱশ্যে বিচাৰ কৰি চাবলগীয়া। এইটো ঠিক যে জন্ম লগ্নৰে পৰা অসম সাহিত্য সভাই উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ অৰ্থে বিভিন্ন কাম-কাজ কৰি আহিছে। অসমীয়া সাহিত্যৰ কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাই কহিমাত শিক্ষকতা কৰি থাকোতে অসম সাহিত্য সভা জন্মৰ ২২ বছৰ পূৰ্বেই জন্ম দিছিল কহিমা সাহিত্য সভাৰ। অসম সাহিত্য সভাৰ প্ৰথমগৰাকী সভাপতিয়ে জন্ম দিয়া কহিমা সাহিত্য সভা ভৱনটিয়ে গঢ়ি তুলিছে নগা আৰু অসমীয়াৰ যাউতিযুগীয়া সমন্বয়ৰ ভেটি। ঐক্য-সংহতিৰ প্ৰতীক স্বৰূপ এই ভৱনটিত পালন কৰা হয় ভাওনা, বৰগীত, তিথি-পাৰ্বণ, সত্ৰীয়া নৃত্য, নাম-প্ৰসংগ আদিৰ লগতে ব'হাগী উৎসৱ আৰু অন্যান্য উৎসৱ-পাৱণ। তাত ৰখা হৈছে সিংহাসন, খোল-ঢোল, হাৰ্মনিয়াম, তবলা, বেহেলা, শৰাই-সঁফুৰা, পাচি, খৰাহি আদি।[৩]

১৯১৭ চনৰ পৰা বৰ্তমানলৈ ৯৫ বছৰৰ ইতিহাস সামৰি জয়-যাত্ৰা অব্যাহত ৰাখিছে অসম সাহিত্য সভাই। শতবৰ্ষ উদ্‌যাপনৰ দিশত অগ্ৰসৰ হোৱা এই সুদীৰ্ঘ কালছোৱা ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱাৰ পৰা পদ্মশ্ৰী ৰংবং তেৰাঙলৈ স্বনামধন্য সাহিত্যিকসকলৰ দ্বাৰা পৰিচালিত হৈছে সভাৰ কাম-কাজসমূহ। গোহাঞিবৰুৱাই অসমীয়া ভাষা-সাহিত্যৰ লগতে থলুৱা কৃষ্টি-সংস্কৃতিৰ বিকাশৰ অৰ্থে আগবঢ়োৱা বৰঙণি অতুলনীয়। মানৰ দিনত চাৰখাৰ হোৱা ভিন্ন জনগোষ্ঠীৰে ভৰপূৰ অসম আৰু অসমীয়া সমাজ জীৱনত ঐক্য সংহতি প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত অসমীয়া ভাষাই সংযোগী ভাষা হিচাপে প্ৰভূত অৰিহণা আগবঢ়াইছে। এই ক্ষেত্ৰত উত্তৰ-পূৰ্বাঞ্চলৰ সমাজত অসমীয়া ভাষা-সাহিত্যৰ গুৰি ধৰোতা অসম সাহিত্য সভাৰ অৱদান অপৰিহাৰ্য। সাম্প্ৰতিক অসমৰ অশান্তজৰ্জৰ পৰিস্থিতিত ভাষা-সাহিত্য-সংস্কৃতিৰ সমন্বয়ৰ আদৰ্শৰে একতা আৰু ভ্ৰাতৃত্ববোধৰ বাণী প্ৰচাৰ কৰাৰ বাবে অসম সাহিত্য সভা উত্তৰ-পূৰ্বাঞ্চলৰ জাতি-জনগোষ্ঠীৰ মাজত পথ প্ৰদৰ্শক হ'ব পাৰে। তাহানি আহোম স্বৰ্গদেউসকলে থলুৱা ভাষাক অগ্ৰাধিকাৰ দি এইবোৰৰ প্ৰচাৰ আৰু প্ৰসাৰৰ যোগেদি অসমীয়া ভাষাক সজীৱতা প্ৰদান

কৰিছিল। শংকৰদেৱেও একশৰণ ভাগৱতী ধৰ্ম প্ৰৱৰ্তন কৰি গাৰো, মিৰি, ভোট, যবন, নগা, কছাৰী, মুছলমান সম্প্ৰদায়ৰ মাজত ঐক্য-সম্প্ৰীতি আৰু ভাতৃত্ববোধৰ মহান আদৰ্শৰে বৰ অসমৰ ভেটি প্ৰতিষ্ঠা কৰিছিল।[৪]

অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জাতি-জনজাতি আৰু নৃগোষ্ঠীয় লোকসকলৰ ভিতৰত অসমৰ বড়ো, কাৰ্বি, ৰাভা, মিচিং, ডিমাচা, দেউৰী, টাই, চাহজনগোষ্ঠী আদিৰ উপৰিও মেঘালয়, নাগালেণ্ড, মণিপুৰ, অৰুণাচল, মিজোৰাম আদি চুবুৰীয়া ৰাজ্যসমূহৰ ভাষিক গোষ্ঠীৰ সমাজত আত্মীয়তাৰ ভাব সুদৃঢ় কৰিবলৈ বিভিন্ন কৰ্মসূচীৰ প্ৰয়োজন। জাতি-জনগোষ্ঠীৰ বৈচিত্ৰ্যময় এই সমাজখনত আত্মীয়কৰণৰ প্ৰক্ৰিয়া সুদৃঢ় কৰিবলৈ আমাৰ মাজত প্ৰয়োজন পাৰস্পৰিক বুজাবুজি তথা ভাষা-সাহিত্য আৰু সাংস্কৃতিক বিনিময়ৰ। পৰিতাপৰ বিষয় যে অসম সাহিত্য সভাৰ ভূমিকা এই দিশত বৰ সন্তোষজনক নহয়।

অসমীয়া ভাষাই অসমৰ উপৰিও সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰে সংযোগী ভাষাৰূপে গঢ় লোৱাৰ পূৰ্ণ সম্ভাৱনা আছিল যদিও অসমীয়া মধ্য শ্ৰেণীটোৰ উগ্ৰজাতীয়তাবাদী স্থিতিৰ ফলস্বৰূপে তদানীন্তন অসম চৰকাৰ আৰু অসম সাহিত্য সভাৰ হঠকাৰী সিদ্ধান্তৰ বাবে ১৯৬০ চনৰ অসম ৰাজ্যভাষা আইনৰ বিৰূপ প্ৰতিক্ৰিয়াই একালৰ আহল-বহল অসম খণ্ড-বিখণ্ড কৰি[৫] বাকী ৰোৱাখিনিতো এতিয়া অস্থিৰতা বিৰাজমান। এসময়ত অৰুণাচলী লোকসকলৰ সৈতে অসমীয়া ভাষা আৰু অসমীয়া লোকৰ আত্মাৰ সম্পৰ্ক আছিল। তেনেদৰে নগা ভাই-ভনীসকলো অসমীয়া আৰু অসমীয়া ভাষাৰ স'তে আত্মীয়তাৰ এনাজৰীৰে বান্ধ খাই আছিল। চুবুৰীয়া পাহাৰী ভাই-ভনীসকলে ভৈয়ামলৈ আহি বিভিন্ন খাদ্যবস্তু বিক্ৰী কৰাৰ লগতে মৰম-চেনেহেৰে আত্মীয়তা গঢ়িব বিচাৰিছিল। কিন্তু অসমীয়া ভাষীসকলে তেওঁলোকক মৰম-চেনেহেৰে আদৰিব নোৱাৰিলে। 'গৰীয়সী'ৰ পাতত ৰোহিণী কুমাৰ বৰুৱাই অভিযোগ আনি লিখিছে — "অসম চৰকাৰ, অসম সাহিত্য সভা আৰু অসমীয়াসকলে সেইসকল হোজা পাহাৰীয়া ভাই-ভনীৰ আন্তৰিক প্ৰেম আৰু আত্মীয়তাৰ প্ৰতিদান স্বৰূপে আত্মীয়তা বিলাই তেওঁলোকক সাবটি নল'লে। তেওঁলোকৰ মনত অংকুৰিত শোষণ প্ৰতাৰণা, হেয়জ্ঞান, হীনমন্যতাৰ বীজ সময়ত পুলি পোখা হ'লগৈ। তেওঁলোক অসম আৰু মাতৃভাষা স্বৰূপে সাবটি লোৱা অসমীয়া ভাষাৰ পৰা বিচ্ছিন্ন হ'ল। অথচ অৰুণাচলীসকলৰ মাজত 'নেফামিজ' আৰু নাগালেণ্ডত নাগালেণ্ডৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত আদান-প্ৰদানৰ বাবে আজিও 'নাগামিজ' মাধ্যমৰূপে বৰ্তি আছে। 'নেফামিজ' আৰু 'নাগামিজ' হ'ল স্থানীয়ভাৱে ব্যৱহৃত অসমীয়া ভাষা।



সেই অঞ্চলবোৰত অসমীয়া ভাষাক জীয়াই ৰাখিবলৈ ভাষা-সাহিত্য উন্নয়নৰ বাবে জন্ম লোৱা অসম সাহিত্য সভাই একো নকৰিলে।" অসমৰ কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলাতো চৰকাৰ আৰু সাহিত্য সভাই বিশেষ কোনো আঁচনি গ্ৰহণ নকৰিলে। কাৰ্বি-ডিমাচাসকলৰ মাজত অসমীয়া ভাষাক গ্ৰহণীয় আৰু জনপ্ৰিয় কৰি পাহাৰী জনজাতিসকলৰ মাজত ইয়াৰ প্ৰসাৰৰ ব্যৱস্থা লোৱা নহ'ল। ইয়াৰ সুযোগ গ্ৰহণ কৰিছে মিচনেৰী ইংৰাজী স্কুল স্থাপনেৰে ইংৰাজী ভাষাই। একেদৰে বড়ো, ৰাভা, মিচিং, কছাৰী, তিৱাসকলৰ মাজতো অসমীয়া ভাষাই একপ্ৰকাৰ স্থিতি হেৰুৱাইছে। অসম সাহিত্য সভা তথা অসমীয়া বুদ্ধিজীৱীসকলৰ অদূৰদৰ্শিতাৰ বাবেই বড়ো অধ্যুষিত অঞ্চলতো তেওঁলোকে নিজৰ মাতৃভাষাক আদৰি লৈছে।[৬] লেখক-সমালোচক ৰোহিণী কুমাৰ বৰুৱাই আক্ষেপেৰে কৈছে — "কিন্তু পৰম পৰিতাপৰ কথা যে অতীতৰ ভুলৰ শুধৰণি কৰি ভাষিক আত্মীয়তাৰ এনাজৰীডাল পুনৰ জোৰা লগোৱাৰ বৃহত্তৰ অসমীয়া সমাজৰ মাজত আৰু ইয়াৰ যোগেদি অসমৰ খিলঞ্জীয়া বাসিন্দাসকলৰ মাজৰ ঐক্য-সম্প্ৰীতি আৰু অখণ্ডতাৰ সাঁকো বন্ধাৰ বাবে অসম চৰকাৰ বা অসম সাহিত্য সভাৰ কোনো চিন্তা-চৰ্চা নাই।"

অৰুণাচলৰ জনজাতীয় সমাজৰ টাগাং টাকি, লুম্মেৰ দাই, য়েচে দৰজে ঠংচি, ৰাংচাম জংচাম, কেংচাম কেংলাং, এইচ. কে. ম'ৰাংগ (টাংচা), ৰিণ চিম্ খ্ৰিমে আদি অসমীয়া ভাষা-সাহিত্য চৰ্চা কৰা লেখকসকলে অসমীয়া সাহিত্য-সমাজ-সংস্কৃতিলৈ বিশেষ বৰঙণি আগবঢ়াই সমন্বয়ৰ ভেটি গঢ়ি তুলিছে। তেওঁলোকৰ প্ৰতি অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানে উপযুক্ত মৰ্যাদাৰে আকোৱালি ল'ব পাৰিলেহে দুয়োখন ৰাজ্যৰ আত্মীয়তাৰ এনাজৰী সুদৃঢ় হ'ব। প্ৰসংগত সু-সাহিত্যিক য়েচে দৰজে ঠংচিৰ এষাৰ মন্তব্য প্ৰনিধানযোগ্য— "অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ মূল উদ্দেশ্য হ'ল অসমীয়া ভাষা-সাহিত্যৰ উন্নতি সাধন আৰু অস্তিত্ব ৰক্ষা। সেই উদ্দেশ্য আগত ৰাখি এই জাতীয় অনুষ্ঠানে নানা পদক্ষেপেৰে অহৰহ সংগ্ৰাম কৰি আহিলেও শিক্ষাৰ পোহৰ পাই উত্তৰ হোৱা নানা জনগোষ্ঠীয় জাতীয় চেতনাক অবহেলা কৰি অহা বাবেই অকল এসময়ৰ বৰ অসম ছিন্ন-ভিন্ন হৈ বিভিন্ন পৃথক ৰাজ্য গঠিত হৈ অসমীয়া মূল সুঁতিৰ পৰা পাহাৰীয়া ভাই-ভনীবিলাক আঁতৰি যোৱাৰ লগতে অসমত এতিয়াও বসবাস কৰি থকা নানা জনগোষ্ঠীসমূহেও নিজ নিজ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত নামি পৰাত অসমৰ অস্তিত্ব ঘনীভূত কৰি তুলিছে।"

সৰু বৰ বিভিন্ন ভাষিক জনগোষ্ঠীসমূহৰ স্বকীয় ভাষা-সংস্কৃতিৰ আত্মিক

উপলব্ধিৰ অভাবেই উত্তৰ-পূৰ্বাঞ্চলৰ বৃহৎ সমাজখনক বাস্তৱ ক্ষেত্ৰত আজিও একত্ৰিত কৰি ৰাখিব পৰা নাই। অসম সাহিত্য সভাৰ বৰমূৰীয়াসকল তথা অসমীয়া ভাষা-সাহিত্যৰ গুৰি ধৰোঁতাসকলেও এই বাস্তৱ সত্যক এক প্ৰকাৰ এৰাধৰা কৰিছিল। বিশিষ্ট সমালোচক অধ্যাপক গোবিন্দ প্ৰসাদ শৰ্মাই এঠাইত লিখিছে — "আমাৰ জোনাকী যুগৰ পিতৃ-পিতামহসকলৰ তেওঁলোকৰ পৰৱৰ্তীকালৰ উগ্ৰ অসমীয়া চেতনাৰ অধিকাৰী আৰু নায়ক অম্বিকাগিৰী ৰায়চৌধুৰী, নীলমণি ফুকন আদিৰ এক অসমীয়া চেতনা তেওঁলোকৰ কল্পনাৰ অসমীয়া জাতিৰ বাবে হিতেই বিপৰীত হ'ল। তেওঁলোকে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বাবে যিমান কৰিলে আৰু কৰাৰ কথা ক'লে অসমৰে অন্য ভাষিক গোষ্ঠীৰ বাবে একেদৰে নক'লে আৰু নকৰিলে। ফলত এই সৰু সৰু ভাষিক গোষ্ঠীবোৰে অনা-অসমীয়া ভাষী নৃ-গোষ্ঠীবোৰে নিজৰ অস্তিত্ব হেৰুওৱাৰ শংকাত ভুগিবলৈ ধৰিলে।"

সম্প্ৰতি অসম সাহিত্য সভাই পলমকৈ হ'লেও অসমকে ধৰি উত্তৰ-পূৰ্বাঞ্চলৰ জনগোষ্ঠীসমূহৰ মাজত সমন্বয়ৰ মনোভাব গঢ়িবলৈ কিছু তৎপৰতা দেখুৱাইছে। সমন্বয়ৰ ৰূপকাৰ, কাৰ্বি জনগোষ্ঠীয় নেতা পদ্মশ্ৰী ৰংবং তেৰাঙক সভাপতিৰ আসনত বহুৱাই সমন্বয়ৰ নিদৰ্শন দাঙি ধৰিছে অসম সাহিত্য সভাই। সভাপতি তেৰাঙৰ চিন্তা-ধাৰাৰ মাজেদি সাহিত্য সভাই গ্ৰহণ কৰা কৰ্মসূচীয়ে উত্তৰ-পূৰ্বাঞ্চলৰ সমাজত আত্মীয়তাৰ এনাজৰী অধিক কটকটীয়া কৰিব বুলি আশা কৰা হৈছে। সাহিত্য সভাই ইতিমধ্যে ঘোষণা কৰিছে যে— 'ৰাজনৈতিকভাৱে উত্তৰ-পূৰ্বাঞ্চল বিচ্ছিন্ন হ'লেও সাংস্কৃতিকভাৱে বিচ্ছিন্ন নহয়।' অসম সাহিত্য সভাৰ উদ্যোগত অসমকে ধৰি চুবুৰীয়া ৰাজ্য ডিমাপুৰ, ইটানগৰ, কহিমা আদি ঠাইলৈ কৰা 'সম্ভাৱনা যাত্ৰা' আৰু সংশ্লিষ্ট ৰাজ্য চৰকাৰৰ প্ৰতিনিধিৰে সৈতে কৰা সাংস্কৃতিক বিনিময়ৰ আলোচনাও সভাৰ এক উল্লেখযোগ্য পদক্ষেপ। অৱশ্যে এই সকলো কাৰ্যসূচী সফলকাম কৰিবলৈ সকলোৱে আন্তৰিকতাৰে আগবাঢ়িব লাগিব।

অসম সাহিত্য সভা কেৱল অসমীয়া ভাষী সভা নহৈ সমূহ জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতিফলন ঘটাব পৰা হ'লে এই জাতীয় অনুষ্ঠানটো সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰে সমন্বয়ৰ অগ্ৰদূত হিচাপে পৰিগণিত হ'লহেঁতেন। জাতীয় অনুষ্ঠানটোৰ লগত জনগোষ্ঠীয় লেখক তথা অনুৰাগীয়ে সু-সম্পৰ্ক ৰক্ষা কৰি আহিছে যদিও সংশ্লিষ্ট জনগোষ্ঠীসমূহৰ সৈতে সাহিত্য সভাই আত্মীয়তা স্থাপনত সহৃদয়তা দেখুৱাব পৰা নাই বুলি কাগজে-পত্ৰই বিভিন্ন অভিযোগ উত্থাপন হৈ



আহিছে। অসম সাহিত্য সভাৰ লগত পৰোক্ষ বা প্ৰত্যেক্ষভাৱে জড়িত হৈ সভাপতি তথা উপ-সভাপতিৰ পদ অলংকৃত কৰিছে একাংশ জনগোষ্ঠীয় সাহিত্যিকে। এইসকল লেখক-লেখিকা, কবি-সাহিত্যিকে স্ব-গোষ্ঠীয় সাহিত্য চৰ্চাৰ লগতে অসমীয়া সাহিত্য জগতলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়াই নিজৰ নাম স্মৰণীয় কৰিছে। ৰূপনাথ ব্ৰহ্ম, সীতানাথ ব্ৰহ্ম চৌধুৰী, ৰামচৰণ ব্ৰহ্ম, তৰুণ চন্দ্ৰ পামেগাম, পদ্মশ্ৰী ৰংবং তেৰাঙ, হৰিমোহন সৰকাৰ, ৰাজেন ৰাভা, চকভাল কাগয়ুং, নাহেন্দ্ৰ পাদুন, উপেন ৰাভা হাকাচাম, ভৃগুমণিকাগয়ুং আদিৰ নাম এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি। এইসকল বৰেণ্য সাহিত্যিকে অসম সাহিত্য সভাৰ ভিতৰ চ'ৰাৰ পৰা কম-বেছি পৰিমাণে উত্তৰ-পূৰ সমাজৰ ভাষা-সাহিত্য-সংস্কৃতিক হৃদয়ংগম কৰি সমন্বয়ৰ ভেটি গঢ়াত অহোপুৰুষাৰ্থ কৰি আহিছে। সমন্বয়ৰ প্ৰতীক স্বৰূপ সীতানাথ ব্ৰহ্ম চৌধুৰীক অসম সাহিত্য সভাই প্ৰথমবাৰৰ কাৰণে একেৰাহে দুবাৰ ১৯৮১ আৰু ১৯৮২ চনত সভাপতি পদৰ বাবে নিৰ্বাচিত কৰে। তেওঁ বিচাৰিছিল সকলোৱে সাহিত্য সৃষ্টিৰ মাজেদি অসমৰ পৰ্বতে-ভৈয়ামে বসবাস কৰি থকা নানা জাতি-উপজাতি, নানা ধৰ্মাৱলম্বীৰ লোকে মিলা-প্ৰীতিৰে বান্ধ খাই পৰস্পৰে পৰস্পৰক শ্ৰদ্ধা, মৰম আৰু সহানুভূতিৰে প্ৰত্যেকজন মানুহকে আত্মীয়তাৰ দোলেৰে বান্ধি ৰাখিবলৈ। তেওঁ কৈছিল — "অসমৰ নিগাজী অধিবাসী কছাৰী, গাৰো, নগা, খাচীয়া প্ৰভৃতি উপজাতিসকলৰ মন আকৰ্ষণৰ কাৰণে সাহিত্যৰ আমি কিবা কৰিব পাৰিছোনে? কিবা যত্ন কৰিছোনে? তেওঁবিলাকৰ ভাষাক আমি যদি আওহেলা কৰো, আমাৰ ভাষা শিকিবৰ আগ্ৰহ তেওঁবিলাকৰ থাকিবনে?" এয়া নিশ্চয়কৈ সাহিত্য সভাৰ এগৰাকী সভাপতিৰ আত্মিক উপলব্ধি। বড়ো আৰু অসমীয়া ভাষা-সাহিত্যলৈ প্ৰভূত অৰিহণা আগবঢ়োৱা সাহিত্যিক চিন্তাবিদ ৰামচৰণ ব্ৰহ্মাই মত প্ৰকাশ কৰি কৈছে যে অসমখন সকলো জনগোষ্ঠীৰেই দেশ হোৱাৰ দৰে অসম সাহিত্য সভাও সকলো জনগোষ্ঠীৰে সাহিত্য সভাৰূপে প্ৰতিপন্ন হোৱা উচিত। তেওঁ সোঁৱৰাই দিছে যে অসমৰ সাহিত্য-সংস্কৃতিৰ বিকাশৰ অৰ্থে সমূহ জনগোষ্ঠীৰ মাজত সমন্বয় সমাহৰণৰ পৰিবেশ গঢ়ি তোলাৰ দায়িত্বও সকলোবোৰ জনগোষ্ঠীৰে। কিন্তু এই মহান দায়িত্ব পালনত বিভিন্ন জনগোষ্ঠী আৰু সিবোৰৰ সাহিত্য সভাসমূহে আৱশ্যকীয় সঁহাৰি জনোৱা নাই। ইয়াৰ বাবে তেওঁ অসম সাহিত্য সভাকো জগৰীয়া কৰিছে। অসম সাহিত্য সভা যে সৰু-বৰ জনগোষ্ঠী আৰু ভাষা গোষ্ঠীসমূহৰ সমানুপাতিক বিকাশৰ প্ৰতি সহানুভূতিশীল নহয় তাক তেওঁ ১৯৭১ চনৰ মঙ্গলদৈ আৰু ৰহা অধিবেশনত গৃহীত প্ৰস্তাৱৰ কথাৰে প্ৰতিপন্ন কৰিছে।[৭] এই প্ৰসংগত সাহিত্যিক ৰত্নেশ্বৰ বসুমতাৰীয়ে সঠিক মন্তব্যকে কৰিছে

— "বহুজাতিক আৰু বহুভাষিক সমাজত সংখ্যাগৰিষ্ঠসকলৰ উদাৰ গণতান্ত্রিকতাই সংখ্যালঘুসকলৰ ভাষা-সংস্কৃতি নিশেষ হৈ যোৱাৰ সন্দেহ-সন্দিগ্ধতা দূৰ কৰিব নোৱাৰিলে জাতীয় ঐক্য-সংহতি বা সমন্বয়ৰ আহ্বান হৈ পৰে কেৱল অৰণ্য ৰোদন।"

অসম সাহিত্য সভাই অসমৰ বৰ্ণাঢ্য জনজাতীয় ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ বাবে যিবোৰ পদক্ষেপ গ্ৰহণ কৰিছে সেইবোৰৰ ভিতৰত উল্লেখযোগ্য ডিফুৰ ৰাংছিনা ভৱনত স্থাপন কৰা জনজাতীয় গবেষণা প্ৰতিষ্ঠান। অৱশ্যে এতিয়াও এই প্ৰতিষ্ঠান অধিক কাৰ্যক্ষম হোৱাৰ প্ৰয়োজন আছে। জন্মলগ্নৰে পৰা এই প্ৰতিষ্ঠানটোৱে অসম আৰু উত্তৰ-পূৰ ভাৰতৰ বিভিন্ন জাতি-জনজাতি তথা নৃ-গোষ্ঠীয় জীৱন, কলা-সংস্কৃতি, সামাজিক, ৰাজনৈতিক তথা অৰ্থনৈতিক পৰম্পৰা আদিৰ বিষয়ে গৱেষণাৰ কামত অগ্ৰসৰ হৈছে। এই প্ৰতিষ্ঠানে 'জনজাতীয় কোষ' প্ৰকাশৰ বাবে প্ৰস্তুতি আৰম্ভ কৰিছে। ইয়াৰ লগে লগে 'জনজাতীয় চৰ্চা' নামৰ পত্ৰিকা প্ৰকাশে জনজাতীয় সমাজৰ পৰিচয়ৰ লগতে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ সমাজত সাংস্কৃতিক বিনিময় গঢ়ি উঠাত এটা পৰিবেশ সৃষ্টি কৰাৰ থল আছে। সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত পত্ৰিকাসমূহৰ ভিতৰত উপেন ৰাভা হাকাচাম সম্পাদিত ২০১০ চনত প্ৰকাশিত 'সমন্বয় বিশেষ সংখ্যা' (চতুৰ্থ সংখ্যা) উল্লেখনীয় পদক্ষেপ। এই সংখ্যাই বিশেষকৈ 'বৰ অসম'ৰ সাতামপুৰুষীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ঐতিহ্য আৰু পাৰস্পৰিক আদান-প্ৰদানৰ সম্যক চিত্ৰ পাবলৈ দাবী কৰিব পাৰে। একেদৰে বৈচিত্ৰ্যময় অসমৰ জনগোষ্ঠীয় ঐক্য-সংহতি ৰক্ষাৰ্থে বড়ো, কাৰ্বি আদি খিলঞ্জীয়া মাতৃভাষাক স্বায়ত্তশাসিত এলেকাত অগ্ৰাধিকাৰ দি ৰাজ্যভাষা হিচাপে অসমীয়া ভাষাৰ সঠিক প্ৰয়োগৰ বাবে সাহিত্য সভাই পুনৰ দাবী উত্থাপন কৰিছে। সভাৰ এই ভূমিকাই সমাজৰ সকলো পক্ষ সুৰক্ষিত হ'লেহে আমাক সকলোকে উপকৃত কৰিব। অসমীয়া ভাষা আৰু অসমৰ খিলঞ্জীয়া ভাষাসমূহৰ সংৰক্ষণ আৰু বিকাশৰ অৰ্থে সাহিত্য সভাই বিভিন্ন সময়ত বিভিন্ন পদক্ষেপ গ্ৰহণ কৰি আহিছে। সভাই ৰাজ্য ভাষা অসমীয়াৰ লগতে বড়ো, মিচিং, দেউৰী, কাৰ্বি আদি জনজাতীয় ভাষা জ্ঞান দিয়াৰ বাবে দূৰ-সংযোগ শিক্ষা সংসদ স্থাপন কৰি কৰিছে। অন্যহাতে সাহিত্য সভাই 'জনগোষ্ঠীয় কবি সন্মিলন', 'জনগোষ্ঠীয় লেখক সন্মিলন', 'উত্তৰ-পূৰ্বাঞ্চলৰ লেখক সমাৰোহ' আদিৰ মাজেৰে জনগোষ্ঠীয় সমন্বয় সাধনৰ প্ৰচেষ্টাও অব্যাহত ৰাখিছে। জনজাতীয় লেখকসকলৰ সমাজ-সংস্কৃতিৰ প্ৰতিফলন ঘটাই 'অসমৰ চাহ জনগোষ্ঠী' 'কাৰবি জন-সংস্কৃতি', 'সংক্ষিপ্ত চাহ কোষ', 'পশ্চিম অসমৰ চৰ-চাপৰিৰ লোক-সংস্কৃতি', 'জনজাতীয় চৰ্চা', 'মৰাণ



সমাজ সংস্কৃতিৰ ৰূপৰেখা' আদি অসম সাহিত্য সভাৰ দ্বাৰা শেহতীয়াভাৱে প্ৰকাশিত গ্ৰন্থসমূহ সভাৰ অন্য এক প্ৰচেষ্টা। তেনেদৰে চাহ জনগোষ্ঠীৰ গৱেষণা কেন্দ্ৰ (ডিব্ৰুগড়), ধুবুৰীৰ পশ্চিম অসমৰ ভাষা-সাহিত্য সংস্কৃতিৰ গৱেষণা কেন্দ্ৰ আদি সঠিকভাৱে পৰিচালিত হ'লে সমাজত সাংস্কৃতিক সমন্বয় গঢ়ি উঠাৰ থল আছে। জনজাতীয়সকলৰ মাজত থকা অজনজাতীয় লোকসকলেও তেওঁলোকৰ ভাষা প্ৰয়োগ কৰি, তেওঁলোকৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ লগত আত্মীয়তা স্থাপন কৰিব পাৰিলে জনজাতীয়-অজনজাতীয়ৰ মাজত সমন্বয় সাধন হ'ব। দিয়া-নিয়াৰ বিনিময় ঐক্যৰ মাজেদিহে আবেগিক ঐক্য সম্ভৱপৰ। তাকে কৰিবলৈ হ'লে জনজাতীয় ভাষা শিক্ষণ-পঠনৰ আৱশ্যকতা গুৰুত্বপূৰ্ণ কাৰ্য। এনে কাৰ্যই জনজাতি আৰু অসমীয়া ভাষিক সম্প্ৰদায়ৰ মাজত বৃহত্তৰ অসমীয়া সমাজমুখী চিন্তা আৰু সংহতি স্থাপন কৰাত সহায়ক হ'ব।[৯]

অৱশ্যে অসম সাহিত্য সভাৰ ভূমিকা নিৰ্মোহ অন্বেষণ আৰু বিশ্লেষণ কৰিলে দেখা যায় যে সভাই প্ৰতিটো জাতি-জনগোষ্ঠীৰ ভিতৰত সোমাই সামাজিক-সাংস্কৃতিক তথা ভাষিক চেতনা, যিধৰণে হৃদয়ংগম কৰিব পাৰিব লাগিছিল সেয়া হোৱা নাই। সেয়ে হয়তো মিচিং সাহিত্য সভা, বড়ো সাহিত্য সভা, নিখিল ৰাভা সাহিত্য সভা, পূৰ্বাঞ্চল টাই সাহিত্য সভা আদি জনগোষ্ঠীয় সাহিত্য সভাসমূহে স্বকীয়তাৰে আত্মপ্ৰকাশ কৰিছে। অসম সাহিত্য সভাই এইসমূহ জনগোষ্ঠীয় সাহিত্য সভাক সমন্বয়ৰ মাজেদি আগবাঢ়ি যোৱাত নেতৃত্ব দিব পাৰে। অৱশ্যে অসম সাহিত্য সভাৰ নেতৃত্বত পূৰ্বতেও প্ৰাক্তন সভাপতি মহিম বৰা, প্ৰধান সম্পাদক সতীশ চন্দ্ৰ চৌধুৰীয়ে বড়ো, ৰাভা, মিচিং, সাহিত্য সভাকে আদি কৰি জনগোষ্ঠীয় সভাবোৰৰ সহযোগত 'ভাষা সমন্বয় মঞ্চ' নামৰ উমৈহতীয়া অনুষ্ঠানটি গঠন কৰিছিল। পৰবৰ্তী ২০০৫ চনত প্ৰাক্তন সভাপতি কনক সেন ডেকাৰ নেতৃত্বতো ভাষা-সাহিত্য-সংস্কৃতিৰ সমন্বয় গঢ়ি তোলাৰ কাৰণে 'সন্মিলিত সাহিত্য-সভা মঞ্চ' গঠন কৰা হৈছিল[১০]। কিন্তু অসম সাহিত্য সভাৰ কিছুমান খেয়ালি নেতাৰ কৰ্মকাণ্ডই এনে মহৎ প্ৰচেষ্টাক আশাহতহে কৰা দেখা গৈছে। অসম সাহিত্য সভাৰ অনুষ্ঠানত জনগোষ্ঠীয় লোকৰ কলা-কৃষ্টি প্ৰদৰ্শনেৰে কেৱল সাংস্কৃতিক বিনিময় নহয় নাইবা জনগোষ্ঠীয় লেখকসকলক কেৱল মাত্ৰ সভা অনুষ্ঠানৰ মঞ্চত বহুৱালেই অসম সাহিত্য সভাৰ দায়িত্বও শেষ নহয়। এই জাতীয় অনুষ্ঠানটোৱে প্ৰতিটো জনগোষ্ঠীয় লোকৰ প্ৰতিনিধিক অন্তৰ্ভুক্ত কৰি উত্তৰ-পূৰ্বাঞ্চলৰ সমাজত সাংস্কৃতিক আত্মীয়কৰণৰ প্ৰক্ৰিয়া ত্বৰান্বিত কৰিব পৰা যায়। এই ক্ষেত্ৰত বৰ্তমান অসম সাহিত্য সভাৰ সভাপতি পদ্মশ্ৰী ৰংবং তেৰাঙৰ "অসমীয়া সাহিত্যই প্ৰকৃততে জনগোষ্ঠীয় সাহিত্য সম্পদবোৰৰ আশীৰ্বাদ কঢ়িয়াই আনিছে।

বৰলুইতৰ দুয়োপাৰৰ এই মনোৰম সাহিত্যৰ যি গতি সি সেই গতিৰ মাজেদিয়েই যাব লাগিব। জনগোষ্ঠীয় ভাষা-সংস্কৃতিৰ বিকাশ হ'লেহে অসমীয়া ভাষা-সাহিত্য চহকী হ'ব" বুলি কৰা মন্তব্যই নিশ্চয়কৈ তাৎপৰ্য বহন কৰিছে।

**প্ৰসংগ টোকা ঃ**

১) ড° গোবিন্দ প্ৰসাদ শৰ্মা, উত্তৰ আধুনিকতাবাদ আৰু অসমীয়াৰ সাম্প্ৰতিক জাতীয় সংকট, আমাৰ সময় (অক্টোবৰ, ২০০৮), পৃঃ ৫৪।

২) চাৰু মোহৰ ৰাভা, ৰাভা ভাষা-সাহিত্যলৈ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ বৰঙণি, অসম সাহিত্য সভা পত্ৰিকা (মাৰ্চ, ২০১০), পৃঃ ১৪৩।

৩) নৰেন দত্ত, অসম সাহিত্য সভাৰ প্ৰতিনিধি দলৰ যাত্ৰাৰ বিৰল অভিজ্ঞতা, অসম সাহিত্য সভা বাৰ্তা (২০১২, ২৭ জানুৱাৰি) পৃঃ ৭৭।

৪) বদন শৰ্মা, অসম সাহিত্য সন্মিলনীৰ সভাপতিৰ অভিভাষণৰ আঁত ধৰি, জনসাধাৰণ (৪ ফেব্ৰুৱাৰি, ২০১২) সম্পাদকীয় পৃষ্ঠা।

৫) ড° দেবব্ৰত শৰ্মা, অসমীয়া ভাষাৰ ভৱিষ্যৎ ২০০,০০০ শব্দৰ ১০০০ বছৰীয়া ভাষাটো নমৰে, গৰিয়সী (আগষ্ট, ২০০৯) পৃঃ ৭১।

৬) ড° ৰোহিনী কুমাৰ বৰুৱা, অসমীয়া ভাষাৰ ভৱিষ্যৎ, উদ্ধাৰ কৰিব কোনে? গৰিয়সী (জুলাই, ২০০৯), পৃঃ ২৫।

৭) ৰত্নেশ্বৰ বসুমতাৰী, অসমীয়া আৰু বড়ো ভাষা-সাহিত্য-সংস্কৃতিলৈ অৱদান আগবঢ়োৱা বড়োমূলজ পুৰোধা ব্যক্তিসকল। অসম সাহিত্য সভা পত্ৰিকা (মাৰ্চ, ২০১০) পৃঃ ১০৩।

৮) ভাস্কৰজ্যোতি গোস্বামী, সম্পাদকীয়, জনজাতীয় চৰ্চা (বাৰ্ষিক গৱেষণা পত্ৰিকা) জনজাতীয় গৱেষণা প্ৰতিষ্ঠান, অসম সাহিত্য সভা (জানুৱাৰি, ২০১১)

৯) ড° সৰোজ চন্দ্ৰ দাস, জনজাতীয় ভাষা অধ্যয়নৰ প্ৰয়োজনীয়তা, আলোক (পত্ৰিকা, অসমীয়া বিভাগ, (ষষ্ঠ সংখ্যা) বি, বৰুৱা কলেজ, জানুৱাৰি, ২০১২) পৃঃ ৯৪।

১০) ৰত্নেশ্বৰ বসুমতাৰী, 'আজি' ২৫ জানুৱাৰি, ২০১০ পৃঃ ৪।

**গ্ৰন্থপঞ্জী ঃ**


গোস্বামী, ভাস্কৰজ্যোতি ঃ জনজাতীয় চৰ্চা (বাৰ্ষিক গৱেষণা পত্ৰিকা, জনজাতীয় গৱেষণা প্ৰতিষ্ঠান, অসম সাহিত্য সভা, জানুৱাৰি, ২০১১)।





দাস, গীতাঞ্জলি (সম্পা.) ঃ আলোক (পত্ৰিকা, অসমীয়া বিভাগ, ষষ্ঠ সংখ্যা, বি. বৰুৱা কলেজ, জানুৱাৰি, ২০১২)।

ডেকা, কনকসেন (সম্পা.) ঃ দৈনিক অগ্ৰদূত, ২৯ ডিচেম্বৰ, ২০১০, ৩ ফেব্ৰুৱাৰি, ২০১২)

বৰ্মন, ড° শিৱনাথ ঃ জনসাধাৰণ, ৩-৪ ফেব্ৰুৱাৰি, ২০১২

ববা, ড° লক্ষ্মীনন্দন (সম্পা.) ঃ গৰিয়সী, জুলাই, আগষ্ট, ২০০৯

বড়ো, মধুৰাম ঃ আজি, ২৫ জানুৱাৰি, ২০১০

ৰাজবংশী, ড° পৰমানন্দ (সম্পা.) ঃ অসম সাহিত্য সভা বাৰ্তা ষষ্ঠ সংখ্যা, (শৰৎ সংখ্যা), ২০১১, লিড়ু বিশেষ সংখ্যা, ২০১২।

বয়, বব (সম্পা.) ঃ আমাৰ সময়, (শাৰদীয় সংকলন, ২০০৮)।

ৰাভা, হাকাচাম, ড° উপেন (সম্পা.) ঃ অসম সাহিত্য সভা পত্ৰিকা, সমন্বয় বিশেষ সংখ্যা (মাৰ্চ, ২০১০)।

শৰ্মা পূজাৰী, অনুৰাধা, (সম্পা.) ঃ সাদিন, ২৩ মাৰ্চ, ২০১২।

হাজৰিকা, ড° জ্যোতিৰেখা (সম্পা.) ঃ অসম সাহিত্য সভা পত্ৰিকা, জনগোষ্ঠীয় বিশেষ সংখ্যা, চতুৰ্থ সংখ্যা (মাৰ্চ-এপ্ৰিল-মে'), ২০১২।

# সমন্বয় প্ৰক্ৰিয়াত অসম সাহিত্য সভা ঃ এক চমু অৱলোকন

ড° ৰমেন মেধি

**১.০ প্ৰস্তাৱনা ঃ**

১৮২৬ চনৰ **ইয়াণ্ডাবু সন্ধি** চুক্তিৰ মতে অসম ইংৰাজসকলৰ হাতলৈ যোৱাৰ পিছৰ পৰাই অসমলৈ দুৰ্যোৰ অমানিশা নামি আহে বুলি কোৱা হয়। তাৰ পিছতে ১৮৩৬ চনৰ পৰা অসমৰ পঢ়াশালি, আদালত আদিত বাংলা ভাষাৰ প্ৰৱৰ্তন হ'বলৈ ধৰিলে। তাৰ ভালে কেইবছৰমান পিছত কলকাতাত উচ্চ শিক্ষা আহৰণ কৰিবলৈ যোৱা, ব্যৱসায়-বাণিজ্য কৰিবলৈ যোৱা বা চাকৰি-বাকৰি কৰিবলৈ যোৱা এচাম অসমহিতৈষী ব্যক্তিয়ে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক চহকী কৰাৰ মানসেৰে বিভিন্ন প্ৰচেষ্টা হাতত লয়। এইচাম অসমপ্ৰাণ ব্যক্তিৰ অপৰিসীম চেষ্টাৰ বলত ১৮৮৮ চনত **অসমীয়া ভাষা উন্নতি সাধিনী সভা** আৰু ১৮৮৯ চনত সেই সভাৰ মুখপত্ৰ **জোনাকী** নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশেৰে এক সাহিত্যিক বাতাবৰণ সৃষ্টি কৰিবলৈ সক্ষম হয়। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰ কুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী আদি ব্যক্তিৰ আদৰ্শ আৰু কাৰ্যই বৃহত্তৰ অসমীয়াৰ মাজত এক নতুন জাতীয় চেতনা তথা জাগৰণৰ সূচনা কৰিবলৈ সক্ষম হ'ল। লগে লগে অসমৰ বিভিন্ন চহৰবোৰত **অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ** শাখাবোৰৰ জন্ম হ'বলৈ ধৰিলে। উল্লেখযোগ্য যে ১৯১৪ চনত এই সভাৰ গুৱাহাটী শাখাই সদৌ অসম ভিত্তিত একত্ৰিত হৈ এখন বৃহত্তৰ সাহিত্য সন্মিলনৰ আয়োজন কৰে।

**১.১ কোহিমা সাহিত্য সভা, যোৰহাট সাহিত্য সভা** অবিভক্ত অসমৰ দুখন অতি পুৰণি সাহিত্য মঞ্চ, য'ত সাহিত্য চৰ্চা বা অধ্যয়নৰ ইতিহাস জড়িত হৈ আছে। ১৮৯৫ চনত জন্মলাভ কৰা **কোহিমা সাহিত্য সভাৰ** প্ৰতিষ্ঠাপক সভাপতি আছিল নবীন চন্দ্ৰ ভট্টাচাৰ্য আৰু প্ৰতিষ্ঠাপক সম্পাদক আছিল পদ্মনাথ গোহাঞিবৰুৱা।

লেখক গোৰেশ্বৰ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।



উল্লেখ কৰিব পাৰি যে নবীন চন্দ্ৰ ভট্টাচাৰ্য এগৰাকী বঙালী পুৰুষ আছিল। তেনেদৰে ১৯১৪ চনত গঠন হোৱা **যোৰহাট সাহিত্য সভাৰ** প্ৰতিষ্ঠাপক সভাপতি আছিল দেৱীচৰণ বৰুৱা আৰু প্ৰতিষ্ঠাপক সম্পাদক আছিল শৰৎ চন্দ্ৰ গোস্বামী।

১.২ এনেদৰে চালে দেখা যায় যে **অসম সাহিত্য সভাই** তাৰ জন্মলগ্নৰ পূৰ্বেই সাহিত্য চৰ্চাৰ এটা বোঁৱতী সুঁতি লাভ কৰিছিল। সেই বোঁৱতী সুঁতিটিৰ প্ৰভাৱৰ ফলতে ১৯১৭ চনত অসম সাহিত্য সভাই জন্মলাভ কৰাত এক বিশেষ সুবিধা হৈছিল। এই শক্তিশালী সাহিত্য মঞ্চখনৰ বিভিন্ন ক্ষেত্ৰত অৱদান নিশ্চিতভাৱে প্ৰশংসনীয় আৰু সমন্বয় সাধনৰ ক্ষেত্ৰত **অসম সাহিত্য সভাৰ** এক পূৰ্ণ ঐতিহ্য আছে। ১৯১৭ চনৰ ২৬ ডিচেম্বৰত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ প্ৰথমখন অধিবেশন অনুষ্ঠিত হৈছিল আৰু সেই সময়ত ইয়াৰ নাম আছিল সদৌ আসাম সাহিত্য সন্মিলনী। ১৯২৪ চনৰ ১৫ মে'ত **আসাম সাহিত্য সভা** হিচাপে পঞ্জীয়নভুক্ত হয় আৰু ১৯৪৪ চনত সভাৰ নাম হ'ল **অসম সাহিত্য সভা**।

**২.০ বিষয় নিৰ্বাচনৰ প্ৰয়োজনীয়তা ঃ**

**অসম সাহিত্য সভা** উত্তৰ পূৰ্বাঞ্চলৰ এখন বৃহৎ আৰু শক্তিশালী সাহিত্য মঞ্চ। বৰ্তমান অসমৰ সামাজিক, ৰাজনৈতিক জনজীৱনত যি ভাঙোন আৰম্ভ হৈছে সি সঁচাকৈয়ে চিন্তনীয় বিষয় হৈ পৰিছে। সাহিত্য বিভিন্ন জাতি-জনজাতি, বিভিন্ন সম্প্ৰদায়ৰ মাজত সমন্বয়ৰ সেঁতু বন্ধোৱাত মুখ্য কাৰক হ'ব পাৰে। জন্মলগ্নৰ পৰাই এই জনপ্ৰিয় অনুষ্ঠানটোৰ বাৰ্ষিক অধিবেশনবোৰত হিলদল ভাঙি পৰ্বত-ভৈয়াম সকলোৰে পৰা জনসমুদ্ৰৰ সোঁত বয়। গতিকে সাম্প্ৰতিক প্ৰেক্ষাপটত এখন উমৈহতীয়া অসম গঢ়াৰ ক্ষেত্ৰত **অসম সাহিত্য সভাই** এক বলিষ্ঠ পদক্ষেপ ল'ব পাৰে। প্ৰয়োজন হ'লে সভাই নীতি-নিয়ম সা-সলনি কৰি একতাৰ আদৰ্শেৰে আগবাঢ়ি যোৱাৰ পৰিকল্পনা কৰিব পাৰে। সেয়ে এই বিষয়টি অধ্যয়নৰ প্ৰাসংগিকতা আৰু প্ৰয়োজনীয়তা আছে বুলি আমাৰ অনুভৱ হৈছে।

**৩.০ আলোচ্য বিষয়ৰ পৰিসৰ ঃ**

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাংগীন উন্নতিৰ উদ্দেশ্যৰে **অসম সাহিত্য সভাৰ** জন্ম হোৱা বুলি ইয়াৰ নিয়মাৱলীত উল্লেখ কৰা হৈছে। সভাই ৰাজনৈতিক আৰু সাম্প্ৰদায়িক চিন্তা আৰু স্বাৰ্থৰ উৰ্দ্ধত থাকি বিভিন্ন ক্ষেত্ৰত কাম কৰি যোৱাৰ লক্ষ্য নিৰ্ধাৰণ কৰে। বৰ্তমান কালত **অসম সাহিত্য সভাৰ** বাৰ্ষিক অধিবেশনৰ দিন চমু চাপি অহাৰ লগে লগে নানাধৰণৰ প্ৰশ্নৰ উত্থাপন হয়। সাহিত্য সভাই নিজৰ উদ্দেশ্যৰ পৰা ফালৰি কাটি আহিছে। নাইবা **অসম সাহিত্য সভা** থাকোতে অসমত আজি বিভিন্ন ভাষা-ভাষীলোকৰ সাহিত্য সভাবোৰ গঢ়ি উঠিছে। অতীজৰে পৰা **অসম সাহিত্য**

সভাই উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ মাজত সমন্বয় ৰক্ষাকাৰী কি কি কাৰ্য সম্পন্ন কৰিলে তেনেবোৰ সম্পৰ্কীয় বিষয় বিশ্লেষণ কৰাই আমাৰ এই ক্ষুদ্ৰ গৱেষণা-পত্ৰৰ পৰিসৰ হ'ব।

**৪.০ ভাষা ঃ**

অসমত বসবাস কৰা বিভিন্ন জাতি-জনজাতিৰ স্বকীয় ভাষা আছে। যেনে- বড়োসকলৰ বড়োভাষা, কাৰ্বিসকলৰ কাৰ্বি ভাষা, ৰাভাসকলৰ ৰাভা ভাষা, মিচিংসকলৰ মিচিং ভাষাৰ কথা ক'ব পাৰি। অসমীয়া ভাষা আৰ্য-অনাৰ্যৰ সন্মিলিত প্ৰচেষ্টাত গঢ়ি উঠা সমন্বয়ৰ ভাষা। অসমীয়া ভাষাত বিভিন্ন বড়ো ভাষাৰ শব্দ, আৰবী ভাষাৰ শব্দ, ৰাভা-মিচিং ভাষাৰ শব্দ, খাচীয়া ভাষাৰ শব্দ সোমাই আছে। এইবোৰ চিন্তা-চৰ্চা কৰাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই গুৰুত্বপূৰ্ণ পদক্ষেপ লৈছে। অসম সাহিত্য সভাই ১৯৯১ চনলৈ প্ৰায় ৩৬৪ খন গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে।[১] ইয়াৰ ভিতৰত অসমৰ বিভিন্ন জনজাতিৰ পৰিচয়সূচক গ্ৰন্থও আছে। অন্যান্য ভাষাৰ গ্ৰন্থৰ লগতে সভাই বড়ো ভাষাৰ কিছুমান নিৰ্বাচিত গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰিছে। ১৯৮২ চনত অসম সাহিত্য সভাৰ ডিফু অধিবেশনত অসম সাহিত্য সভাৰ সংবিধান সংশোধন কৰি অসমীয়া ভাষাৰ সমান্তৰালভাৱে 'থলুৱা ভাষা'ৰ বিকাশৰ হকে কাম কৰাৰ সিদ্ধান্ত লয়। উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ অধীনত ১৯৯৮ চনৰ ৫ ছেপ্টেম্বৰত অসম তত্ত্ব গৱেষণা কেন্দ্ৰ স্থাপন কৰা হৈছে। মন কৰিবলগীয়া বিষয় এয়ে যে অসম তত্ত্ব গৱেষণা কেন্দ্ৰ বা সংস্থাৰ অধীনত আন তিনিটা গৱেষণা কেন্দ্ৰৰ কাম পৰিচালনা কৰিব বিচৰা হৈছে। সেইকেইটা হ'ল চাহ জনগোষ্ঠী গৱেষণা কেন্দ্ৰ (ডিব্ৰুগড়), জনজাতীয় গৱেষণা কেন্দ্ৰ (ডিফু) আৰু পশ্চিম অসমৰ ভাষা-সংস্কৃতি গৱেষণা কেন্দ্ৰ (ধুবুৰী)।[২] এনেদৰে বিভিন্ন ভূমিকাৰে অসমৰ বিভিন্ন ভাষা-সংস্কৃতি অধ্যয়নত অসম সাহিত্য সভাই গুৰুত্ব দিয়া দেখা যায়।

**৫.০ আলোচনা চক্ৰ-সন্মিলন-শিবিৰ-আড্ডা ঃ**

অসম সাহিত্য সভা বা ইয়াৰ অন্তৰ্গত শাখাসমূহে নিজ নিজ অঞ্চলৰ বিভিন্ন সম্প্ৰদায়ৰ লোকৰ মাজত সমন্বয় ৰক্ষাৰ্থে আলোচনা চক্ৰ অনুষ্ঠিত কৰি আহিছে। ১৯৭৩ চনত 'থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা' শীৰ্ষক এখন সাতদিনীয়া জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় আলোচনা চক্ৰ অনুষ্ঠিত হৈছিল। এইখনেই আছিল অসম সাহিত্য সভাই আয়োজন কৰা অসমৰ জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় প্ৰথম আলোচনা চক্ৰ। সেই সময়ত অসম সাহিত্য সভাৰ সম্পাদক আছিল ড° নগেন শইকীয়া।[৩] অসমীয়া ভাষাত বড়ো ভাষাৰ প্ৰভাৱ, অসমীয়া সাহিত্য-সংস্কৃতিলৈ ইছলামধৰ্মী লোকৰ অৱদান, অসমীয়া সংস্কৃতিলৈ জনজাতীসকলৰ অৱদান বা অসমীয়া সাহিত্য-সংস্কৃতিৰ



উন্নয়নত অনা-অসমীয়াৰ ভূমিকা ইত্যাদি অনেক বিস্তৃত বিষয়ক লৈ আলোচনা চক্ৰ পাতিব পৰা যায়। সঘনাই এনে কৰিলে অসমীয়া জাতিৰ মাজত একতাৰ ভাব ৰক্ষা হ'ব আৰু জাতীয় ঐক্য ভাব বৰ্তিব।

অসম সাহিত্য সভাই আৰম্ভণি কালৰে পৰা হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনি কিছুমান হাতত লৈছে। এই আঁচনিসমূহ কাৰ্যকৰী কৰোতেও সমন্বয় সাধিত হৈছে। ২০০৩ চনৰ ২৬ জুনত শোণিতপুৰ জিলা সাহিত্য সভা আৰু ঢেকীয়াজুলি শাখা সাহিত্য সভাৰ উদ্যোগত ঢেকীয়াজুলিত তৰুণ প্ৰজন্মৰ কবি সন্মিলন এখন অনুষ্ঠিত হৈছিল। তেনেদৰে এবাৰ অসম সাহিত্য সভা আৰু সাহিত্য অকাডেমীয়ে যুটীয়াভাৱে এখন পূৰ্বাঞ্চলীয় কবি সন্মিলনৰ আয়োজন কৰে। কবি নৱকান্ত বৰুৱাই উদ্বোধন কৰা সভাখনত মুখ্য অতিথিৰূপে যোগদান কৰে চন্দ্ৰশেখৰ ৰথে। ২০০৩ চনৰ ২০ জুনত নুনমাটি সাহিত্য সভাৰ সহযোগত ভগৱতী প্ৰসাদ বৰুৱা ভৱনত সাহিত্য আড্ডা অনুষ্ঠিত হয়। তেনেদৰে ২০০৪ চনৰ ৩০ ডিচেম্বৰত অসম সাহিত্য সভাই গোলাঘাট জিলা সাহিত্য সভাৰ উদ্যোগত আৰু দৈয়াং শাখা সাহিত্য সভাৰ সহযোগত অসম আৰু নাগালেণ্ড সীমান্তবৰ্তী এলেকা গোলাঘাট জিলাৰ মেৰাপানীত এক সমন্বয় সন্মিলন অনুষ্ঠিত কৰিছিল।[৪] ২০০০ চনৰ ১৪ নৱম্বৰৰ পৰা ১৮ নৱেম্বৰলৈ গুৱাহাটীৰ সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা সদনত পাঁচদিনীয়া কাৰ্যসূচীৰে লেখক শিবিৰৰ আয়োজন কৰে অসম সাহিত্য সভাই। ইয়াত অসমৰ বিভিন্ন প্ৰান্তৰ ৮০ গৰাকী লেখক-লেখিকাক আমন্ত্ৰণ জনোৱা হৈছিল। এনেদৰে দেখা যায় যে অসম সাহিত্য সভাই সমন্বয় ৰক্ষাৰ ক্ষেত্ৰত ভালেখিনি কাৰ্যসূচী ৰূপায়ণ কৰিছে।

**৬.০ সমন্বয় ৰক্ষাত অসম সাহিত্য সভাৰ ভৱন ঃ**

অসম সাহিত্য সভাৰ কাৰ্য পৰিচালনাৰ বাবে পাঁচটা কাৰ্যালয় আছে। সেইকেইটা হ'ল চন্দ্ৰকান্ত সন্দিকৈ ভৱন (যোৰহাট), ভগৱতী প্ৰসাদ বৰুৱা ভৱন (গুৱাহাটী), ৰাংছিনা ভৱন (ডিফু), ধুবুৰী আঞ্চলিক কাৰ্যালয় ভৱন (ধুবুৰী) আৰু ৰায়বাহাদুৰ ৰামেশ্বৰলাল চহৰীয়া সংহতি ভৱন (ডিব্ৰুগড়)। ১৯২৪ চনত যোৰহাটত অসম সাহিত্য সভাৰ মুখ্য কাৰ্যালয়ৰ নিৰ্মাণ আৰম্ভ হৈছিল। সাহিত্য সভালৈ ৰাধাকান্ত সন্দিকৈয়ে ৩০ হাজাৰ টকা দান দিছিল আৰু তাৰে ১৫ হাজাৰ টকাৰে এই ভৱনটি নিৰ্মাণ কৰা হয়। ১৯৩৩ চনৰ ১৮ অক্টোবৰত শিৱসাগৰৰ দিচাং নৈত ভগৱতী প্ৰসাদ বৰুৱাৰ পৰিয়ালটো দুৰ্ঘটনাত পতিত হৈ মৃত্যুক আকোঁৱালি লয়। ভগৱতী প্ৰসাদ বৰুৱাই মনৰ শোক পাতলাবলৈ অসম সাহিত্য সভাক শকত পৰিমাণৰ দান দিয়ে, যি দানেৰে সভাৰ কাৰ্যালয় ভৱন নিৰ্মাণ কৰিব পাৰে। অসম সাহিত্য সভাৰ ডিফুৰ কাৰ্যালয়টোৰ নাম হ'ল ৰাংছিনা ভৱন। ১৯৮২ চনত ডিফুত অনুষ্ঠিত অসম সাহিত্য

**সভাৰ অধিৱেশনৰ** বাহি ধনেৰে এই ভৱনটি সাজি উলিওৱা হৈছিল। **কাৰ্বি আংলঙৰ** প্ৰবাদ পুৰুষ বাংছিনা চাৰপোৰ পৱিত্ৰ স্মৃতিত এই ভৱনৰ নাম ৰখা হৈছে। **ভিন-ভিন** পুৰোধা ব্যক্তিৰ নামেৰে সভাই তেওঁলোকৰ ভৱনবোৰৰ নামকৰণ কৰিছে **আৰু এনে** কাৰ্যই সমন্বয় সাধন কৰিছে।

**৭.০ প্ৰাপ্ত ফল ঃ**

(১) অসমৰ বিভিন্ন সৰু-বৰ অঞ্চলত অসম সাহিত্য সভাৰ বাৰ্ষিক **অধিৱেশন** অনুষ্ঠিত হৈছে। প্ৰতিখন অধিবেশনত অসমৰ বিভিন্ন অঞ্চলৰ বিভিন্ন **জনগোষ্ঠীৰ** মানুহৰ সমাগম হৈছে, বিভিন্নজনে মনৰ ভাব বিনিময় কৰিছে, আচাৰ-**ব্যৱহাৰৰ**, ধৰণ-কৰণৰ সমিলমিল ঘটিছে।

(৩) অসমীয়া ভাষাৰ লগতে বিভিন্ন ভাষাৰ মাজত সমন্বয় সাধনৰ বাবে **অসম সাহিত্য সভাই** বিভিন্ন প্ৰচেষ্টা হাতত লৈছে।

(৩) আলোচনা-চক্ৰ, লেখক শিবিৰ, কবি সন্মিলন আদিৰ সহযোগত **বিভিন্ন** সম্প্ৰদায়ৰ মাজত সমন্বয়ৰ ভাব গঢ়ি উঠিছে। এই ক্ষেত্ৰত **অসম সাহিত্য সভাৰ** বৰঙণি সঁচাকৈ প্ৰশংসাৰযোগ্য।

(৪) **অসম সাহিত্য সভাৰ** ভৱনসমূহেও সমন্বয়ৰ বাৰ্তা কঢ়িয়াইছে।

**৮.০ সামৰণি ঃ**

সমন্বয় সাধনৰ ক্ষেত্ৰত **অসম সাহিত্য সভাই** সময়ে সময়ে **বিভিন্ন পদক্ষেপ** বা ভূমিকা হাতত লৈছে যদিও আৰু এই ক্ষেত্ৰত বহুতো কাৰ্য সমাধা **কৰিব পাৰে।** সমন্বয় ৰক্ষাৰ ক্ষেত্ৰত **অসম সাহিত্য সভা** তথা ইয়াৰ অন্তৰ্গত শাখা **সভাসমূহে** অসমীয়া সাহিত্য-সংস্কৃতিৰ উৎকৃষ্ট গ্ৰন্থবোৰ অসমৰ বিভিন্ন জনজাতীয় **ভাষালৈ** আৰু তেনেদৰে জনজাতীয় লোক কথা, গীত-মাত বা বিশেষ পুথিসমূহ **অসমীয়া** ভাষা-সাহিত্যৰ ভঁড়াললৈ আদৰি আনিব লাগিব। বিভিন্ন জনজাতীয় **ভাষাৰ শব্দসমূহক** স্থান দি এখন বৃহৎ অসমীয়া অভিধান প্ৰণয়ন কৰিব পাৰে। বিভিন্ন সম্প্ৰদায়ৰ **লোকৰ** মাজত সমন্বয় ৰক্ষাৰ বাবে সাহিত্য সভা বা শাখা সভাই আলোচনা চক্ৰ, **গ্ৰন্থ প্ৰণয়নৰ** কাম হাতত ল'ব লাগিব।

**প্ৰসংগ টোকা ঃ**

১। কলিতা, সমীন ঃ **অসম সাহিত্য সভাৰ** সভাপতিসকল, চন্দ্ৰপ্ৰকাশ, ২০০৬, পৃ. ক-৫২

২। বীৰেন, ভট্টাচাৰ্য ঃ "সমন্বয় সাধনত অসম সাহিত্য সভাৰ ভূমিকা" প্ৰবন্ধ, দৈমাৰী, লেবেন, সম্পা. গোবেশ্বৰ মহাবিদ্যালয় আলোচনী, পৃ. ২

৩। বৈশ্য, পৰেশ ঃ অসম সাহিত্য সভাৰ বুৰঞ্জী, ৰেখা প্ৰকাশন, ২০১০, পৃ. ৭৫

৪। উল্লিখিত, পৃ. ২৬



**গ্ৰন্থপঞ্জী ঃ**

কলিতা, সমীন ঃ *অসম সাহিত্য সভাৰ সভাপতিসকল*, চন্দ্ৰ প্ৰকাশ, ২০০৬

দৈমাৰী, লেবেন (সম্পা.) ঃ *গোবেশ্বৰ মহাবিদ্যালয় আলোচনী*, ২০০১-২০০২

বৰুৱা, শান্তনুকৌশিক (সম্পা.) ঃ *আধুনিক অসমীয়া ৰচনা সমগ্ৰ*, অৰুণোদই প্ৰকাশন, গুৱাহাটী, ২০১২

বৈশ্য, পৰেশ ঃ *অসম সাহিত্য সভাৰ বুৰঞ্জী*, ৰেখা প্ৰকাশন, ২০১০

# অসমীয়া জাতি সাধনাত অসম সাহিত্য সভাৰ ভূমিকা ঃ সাম্প্ৰতিক কালৰ সংকট, প্ৰত্যাহ্বান আৰু পথৰ সন্ধান

ড° নিৰঞ্জন কলিতা

অসম সাহিত্য সভা হৈছে অসমত স্থায়ীভাৱে বসবাস কৰা লক্ষ লক্ষ জনসাধাৰণৰ হেঁপাহ, আশা আৰু ভৱিষ্যৎ সপোনৰ এক সৰ্বাত্মক বাস্তৱ জাতীয় মঞ্চ। অসমীয়া মানুহৰ চিন্তন-মনন আৰু গতিপথত জাতীয় অনুষ্ঠানটোৰ কৃতি আৰু অৱদান যোৱা প্ৰায় এশ বছৰত সৰ্বাধিক— আনকি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলকে সাংস্কৃতিক আৰু বৌদ্ধিক আবেগেৰে যিয়ে বান্ধি ৰাখিছে। আনহাতে, পূৰ্বাঞ্চলৰ অন্যান্য ৰাজ্যবোৰ অসমৰ পৰা বিচ্ছিন্ন হোৱা, জনজাতীয়সকলে দেৱনাগৰি, ৰোমান লিপি গ্ৰহণ কৰি নিজ নিজ মাতৃভাষা আৰু জাতিসত্তাৰ অভ্যুত্থানৰ বাবে অগ্ৰসৰ হৈ গোষ্ঠীগত সংঘাত সৃষ্টি হোৱাৰ পৰিৱেশ ৰচনা কৰাৰ ক্ষেত্ৰতো সাহিত্য সভাৰ অপবাদ সমানেই বিচাৰ্য বিষয়। অতীতৰ ক্ৰিয়া-কলাপৰ পৰ্যালোচনা, সংস্কাৰ, পৰীক্ষা-নিৰীক্ষা আৰু নতুন মূল্যবোধক আধাৰ কৰি সাহিত্য সভা আজি অগ্ৰসৰ নহ'লে অসমীয়া জাতি সাধনাৰ পথ চিৰকালৰ বাবে ৰুদ্ধ হৈ যোৱাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি।

বৰ্তমানৰ অতিশয় দ্বিধাবিভক্ত, বিপৰ্যস্ত, ধ্বংসোন্মুখ আৰু ছিন্ন-বিচ্ছিন্ন জাতিটোক সংঘশক্তিৰ আমুল মন্ত্ৰ প্ৰেম-ঐক্য-সম্প্ৰীতিৰ দ্বাৰাহে পুনৰাই উদ্বুদ্ধ কৰাটো সম্ভৱ। ধনতন্ত্ৰবাদী আৰু পুঁজিবাদী শাসক গোষ্ঠীয়ে জাতি সাধনাৰ মন্ত্ৰ কি নুবুজে। অন্যহাতে সাহিত্য সভাৰ কৰ্ম-আচৰণতো অখণ্ডতাৰ অভাৱ আজিকোপতি পৰিলক্ষিত। 'এক জাতি, এক ভাষা, এক দেশ' অসমীয়া জাতীয়তা গঠনৰ মন্ত্ৰ হ'ব নোৱাৰে নিশ্চয়। ভাষা ক্ষেত্ৰত জনমুখী দৃষ্টিভংগী গ্ৰহণেৰে সাহিত্য সভাই অসমীয়া ভাষাটোক জাতীয় ভাষালৈ উন্নীত কৰাৰ বিকল্প নাই।

---

লেখক এছ বি দেওৰা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহযোগী অধ্যাপক।



১। অসম সাহিত্য সভা বিশ্ব সাহিত্য সন্মিলনৰ ইতিহাসৰ এক অবিচ্ছিন্ন অংশ হিচাপে পৰিগণিত হোৱা আৰু প্ৰায় শতিকাৰ দুৱাৰদলিলৈ অগ্ৰসৰ হোৱা এনে এক বিশালায়তনৰ জাতীয় মঞ্চ, যাৰ পৃষ্ঠভূমিত অদ্যাৱধি সজীৱ হৈ আছে অসমৰ লক্ষ লক্ষ জনসাধাৰণৰ হেঁপাহ, আশা আৰু ভৱিষ্যতক লৈ কৰা কিছুমান বাস্তৱ সপোন। ১৯১৭ খ্ৰীষ্টাব্দৰ পৰা অতি সাম্প্ৰতিক কাললৈ অসমীয়া মানুহৰ চিন্তন-মনন আৰু গতিপথত এই জাতীয় অনুষ্ঠানটোৰ বুজন কৃতি আৰু অৱদানৰ লেখ লোৱাটো অতিশয় দুৰূহ কাম। ইতিহাস আৰু বাস্তৱৰ সীমনাত থিয় হৈ তথাপিও ইয়াৰ বস্তুনিষ্ঠ বিচাৰ-বিশ্লেষণ কৰাটোৰ আজি জাতীয় স্বাৰ্থতেই প্ৰয়োজন আহি পৰিছে। ঊনবিংশ শতিকাৰ ভাষিক-সাংস্কৃতিক দুৰ্যোগ-সংকটৰ সন্ধিক্ষণত জাতীয় ঐতিহ্যৰ পুনৰোদ্ধাৰ-অভ্যুত্থানৰ উদ্দেশ্যেৰে গঢ় লোৱা অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ ক্ৰমবিকাশৰ পৰিণতিস্বৰূপে সৃষ্টি হোৱা অসম সাহিত্য সভাই অসমৰ জাতীয় জীৱনৰ শক্তি তথা তন্ত্ৰ-মন্ত্ৰৰে দীক্ষিত হৈ প্ৰবাহিনী ব্ৰহ্মপুত্ৰৰ বীৰ্যৰে বীজ সিঁচি ব্ৰহ্মপুত্ৰ-বৰাক উপত্যকাকে ধন্য কৰা নাই, সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলকে জাতীয় আবেগেৰে বান্ধি ৰাখিছে বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। অসমলৈ প্ৰব্ৰজিত হোৱা বাংলাদেশী বহিৰাগত, ভাৰতীয়সকলৰ ভিতৰত চাহ বাগিচাৰ বনুৱা সম্প্ৰদায়, অভাৰতীয় নেপালী সম্প্ৰদায় ইত্যাদিৰ স্থিতি, স্বৰূপ আৰু কৰ্তব্য সম্পৰ্কেও সাহিত্য সভা সচেতন। ১৯৬০ৰ ভাষা আন্দোলন, ১৯৭২ৰ মাধ্যম আন্দোলন, ১৯৭৯ৰ বাহিৰাগত আন্দোলন, অতি সাম্প্ৰতিক কালৰ জনগোষ্ঠীৰ সমন্বয়ৰ অভিযান আদিত এই বৃহৎ অনুষ্ঠানটোৰ নিৰ্ণায়ক ভূমিকা মনকৰিবলগীয়া।

২। অন্যহাতে ৬০ আৰু ৭২ৰ ভাষাগত আন্দোলনৰ অৱধাৰিত পৰিণতি স্বৰূপে কেন্দ্ৰীয় চৰকাৰৰ ভাষা নীতিৰ গইনা লৈ অসমৰ পৰা পূৰ্বাঞ্চলৰ পাহাৰীয়া অঞ্চলবোৰ আতৰি গৈ স্বকীয় ৰাজ্যৰূপে বিচ্ছিন্ন হোৱা, ভূমিপুত্ৰ স্বৰূপ বড়ো, মিচিং, দেউৰী, চুতীয়া, তিৱা, কাৰ্বি আদি জনজাতিৰ অধিকাংশই অসমীয়া লিপিৰ পৰিৱৰ্তে দেৱনাগৰি আৰু ৰোমান লিপি নতুনকৈ গ্ৰহণ কৰি নিজ নিজ মাতৃভাষা আৰু জাতিসত্তাৰ অভ্যুত্থান আৰু সংৰক্ষণ-সংবৰ্ধনৰ বাবে অগ্ৰসৰ হৈ অসমীয়া মূল সুঁতিৰ পৰাই আতৰি যোৱাৰ পৰিৱেশ ৰচনা কৰাৰ ক্ষেত্ৰতো সাহিত্য সভাৰ অপবাদ সমানেই বিচাৰ্য বিষয়। সেইদৰে কুৰি শতিকাৰ শেষৰ দুটা দশকত জাতীয় জীৱনৰ বাবে বিভীষিকাস্বৰূপ সৰ্বগ্ৰাসী সমস্যাৰূপে মূৰ দাঙি উঠা বহিৰাগত আগ্ৰাসনৰ প্ৰতিৰোধকল্পে জাগ্ৰত আন্দোলনৰ সুদূৰপ্ৰসাৰী প্ৰভাৱে অসমীয়াৰ নাভিমূলক জোকাৰি যোৱাৰ সমান্তৰালকৈ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ বিচাৰি অসমৰ বুকুৰ পৰাই স্বাধীন অসম প্ৰাপ্তিৰ বাবে যি বিপৰীত পটভূমি ৰচিত হ'ল, তাৰেই গাত আশ্ৰয় কৰি ক্ষুদ্ৰ জাতি সত্তাসমূহৰো

বিচ্ছিন্নতাকামী প্ৰৱণতাই বিগত তিনিটা দশকত মধ্যবিত্ত অসমীয়াৰ দূৰদৃষ্টিহীন ৰাজনৈতিক অনীহা আৰু জাত্যাভিমানৰ প্ৰতিবাদস্বৰূপে উদ্ভৱ হোৱা সন্ত্ৰাসবাদ জাতিটোৰ অন্তৰ্কন্দলৰ আন এক ক'লা অধ্যায়। সাপৰ দৰে প্ৰতিটো মুহূৰ্ততে ৰং সলোৱা সন্ত্ৰাসবাদে আন্তৰ্জাতিক পৃষ্ঠপোষকতাত শক্তি সঞ্চয় কৰি ভাৰতবৰ্ষৰ সাৰ্বভৌমত্ব আৰু অখণ্ডতালৈয়ে যে, ভাবুকি মাতি আনিছে, সেয়া ভু ৰাখোতা মাত্ৰেই জানে। গৃহকন্দল, দলাদলি, অবিশ্বাস, অবদমন, দুৰ্নীতি-লুণ্ঠন আদি এশ-এটা সামাজিক ব্যাধিয়ে সম্প্ৰতি ছিন্নমূল কৰা অসমীয়াই নতুনকৈ নিজকে সুধিব লগা হৈছে— অসমীয়া কোন? অসমৰ সংস্কৃতি অসমীয়াৰ, নে অসমৰ সংস্কৃতি?

৩। থলুৱা অসমীয়াৰ সোণসেৰীয়া বৰঘৰটো যিদৰে নানা জাতি-উপজাতিয়ে স্বাধীনতাৰ অব্যৱহিত পিছলৈ ভাবে-ভাষাই, মাতে-কথাই, কৃষ্টিয়ে-সংস্কৃতিয়ে জীপাল কৰি ৰাখিছিল, অসমীয়া পৰিচয়েৰে খিলঞ্জীয়া বাসিন্দাসকলৰ মাজত ঐক্য-সম্প্ৰীতিৰ এনাজৰীডাল সংশ্লেষণ সমাহৰণৰ মাজেদি হৈছিল কটকটীয়া— সেই বৰ অসমীয়াৰ ভেটি কেৱল খহাই নহয়, ভেটি হেৰোৱাবো আজি উপক্ৰম। কেৱল এয়াই নে? কোঁচ-কলিতা-আহোম-চুতীয়া-মৰাণ-ডিমাচা-ৰাভা-ৰাজবংশী-মিচিং-বড়ো-বামুণ-শুদিৰ সকলোৱে অস্তিত্বৰ সংকটৰ তথাকথিত কুকুৰা যুঁজৰ সুযোগ লৈ লক্ষ লক্ষ বহিৰাগতই ৰাজনৈতিক নেতৃত্ব আৰু ধৰ্মীয় পৃষ্ঠপোষকতাৰ আচলত গজগজীয়া হৈ চোৰেই গৃহস্থক ওভোতাই ধৰাৰ দৰে এটা পৰিস্থিতিৰ সৃষ্টি হয়। মহান শংকৰদেৱ-চুকাফাই গঢ়া অসমীয়া জাতিসত্তাৰ সাতামপুৰুষীয়া তাজমহলটোৰ চুচুৰ্মৈ হৈ ভাগি যোৱা খোলাকটিৰ তালখিনিকে এতিয়া জাৰি-জোকাৰি মাত ফুটাবৰ অপপ্ৰয়াস কৰা ততোধিক মহান কাণ্ডাৰীসকলৰ অসমীয়াত্ব চেতনাত, ধমণীত, নে সাজ-সজ্জাত ৰৈছেগৈ— ভাবি চাবলগীয়া। আহোম যুগৰ ৰণুৱা-বণুৱা-কাজুৱা অসমীয়াসকল ইংৰাজৰ পানী পাই হজুৱা-কানীয়া হোৱাৰ পিছত এতিয়া ধদুৱা-নিবনুৱা হ'লঙ্গ কিমাশ্চৰ্যমঙ্গ সৰ্বত্ৰ এতিয়া পানীৰ বেহা। কৰ্মসংস্কৃতি ফুঃঙ্গ ভাষা-সংস্কৃতিৰ জাতীয়তাবাদী কাণ্ডাৰীসকলৰো অধিকসংখ্যকে চৰুক সুধি চাউল বহাবলৈ নগৈ নিজৰ অহমিকা প্ৰকাশৰ উৰ্বৰ থলী হিচাপে সাহিত্য সভাক ব্যৱহাৰ কৰাৰ কুফল গোষ্ঠীগত সংঘাতৰ অন্যতম কাৰণ। ৬০'আৰু ৭২'ৰ আন্দোলনত যিসকল অসমীয়াই মাতৃভাষাৰ প্ৰতি অকুণ্ঠ দৰদ প্ৰকাশ কৰি স্বদেশ-স্বজাতিৰ প্ৰতি দেশপ্ৰেমৰ পৰকাষ্ঠা দেখুৱাইছিল, তেওঁলোকৰে উত্তৰ পুৰুষে বিলাতী মেমৰ মোহপাশত আৱদ্ধ হৈ এতিয়া বজৰুৱা, অজীৰ্ণ কৃষ্টি সম্ভাৰ বজাৰত মেলি দিছে। পাশ্চাত্য আধুনিকতাৰ ষোড়শোপচাৰ চৰ্চাৰে আজিৰ ৰজাঘৰ-প্ৰজাঘৰ উত্তাল। মহানগৰীয়া জীৱন-যাত্ৰাত অসম-অসমীয়া ভাবনা এচামৰ কাৰণে এলাগীয়েই নহয়— সেইবিলাক যেন পুৰাতন



এলান্ধুকলীয়া সংকীৰ্ণতাহে। নিজৰ ভাষা-কৃষ্টি-উছৱ-পৰব-মাত-কথাক ধোঁৱাচাঙত তুলি ভূগোল-বুৰঞ্জী-সংস্কৃতি-সমাজক শ্মশানলৈ ঠেলি বৃহত্তৰ এচামে উচ্চতৰ মানৰ সম্প্ৰদায়লৈ উত্তৰণৰ দোহাই দি বাৰেবাংকৰী ইংৰাজী মাধ্যমেৰে সতি-সন্ততিক পঢ়ুৱাই অস্তিত্বক ধন-প্ৰাচুৰ্যৰে গজগজীয়া কৰিবলৈ লোৱাটোও সাম্প্ৰতিক অসমীয়াসকলৰ আন এক উজনীয়া সোঁত।

৪। এনে পৰিপ্ৰেক্ষিতত জাতিটোক সৰ্বাত্মক ক্ষয়ৰ পৰা উদ্ধাৰ কৰি নতুন ঐতিহ্য চেতনাৰে উদ্বুদ্ধ কৰিবলৈ অসম সাহিত্য সভা অগ্ৰসৰ হ'ব লাগিব— অতীতৰ ক্ৰিয়া-কলাপৰ পৰ্যালোচনা, সংস্কাৰ, পৰীক্ষা-নিৰীক্ষা আৰু নতুন মূল্যবোধক আধাৰ কৰি। সাহিত্য সভাৰ সভাপতিসকলৰ মহৎ ব্যক্তিত্বৰূপে উদ্ভাসিতসকলৰ চিন্তাদৰ্শ হ'ব লাগিব অসমীয়া জাতি সাধনাৰ পাথেয়। কিয়নো এক ভগ্নমান ক্ষয়িষ্ণু জাতিৰ শাসকবৰ্গ, ধনবন্ত সম্প্ৰদায়, বৌদ্ধিক শ্ৰেণী, নৱ-প্ৰজন্মৰ সিংহভাগেই যদি জাতি সাধনাৰ স্বমন্ত্ৰ পৰিহাৰ কৰি অৰ্বাচীন সুখ-সম্ভোগৰ প্ৰতিযোগিতাত উন্মত্ত হৈ উঠে; প্ৰগতিশীল কৃষিকৰ্ম, ভূমিনীতি, অৰ্থনীতি, নিবনুৱাৰ সংস্থাপন, মৌলিক শিক্ষানীতি আদিৰ উদ্ভাৱনেৰে কৰ্মসংস্কৃতিৰে গতিচঞ্চল সমৃদ্ধিময় জাতিৰূপে উদ্‌গতি লাভৰ চেষ্টা নকৰি নিচক দলাদলি, জাত-বৰ্ণ-ভাষা-সম্প্ৰদায়-ধৰ্মৰ নামত মিথ্যাচাৰত লিপ্ত হৈ পৰে— সেই জাতিৰ শ্মশানযাত্ৰা তড়িৎ হৈ নপৰিবলৈ আৰু কি থাকে? অসমীয়া আজি তেনে এটা জাতি। এই জাতিটো সকলো ক্ষেত্ৰতে দ্বিধাবিভক্ত, বিপৰ্যস্ত, ধ্বংসোন্মুখ আৰু ছিন্ন-বিচ্ছিন্ন। সমাজ জীৱনৰ সমগ্ৰ কলুষিত, দুৰ্নীতিগ্ৰস্ত। দিশহাৰা যৌৱনশক্তি, আত্মঘাতী ক্ৰিয়া-কলাপৰ উত্তেজনাত আক্ৰান্ত বন্য হৈ ভয়ংকৰ শ্বাপদৰ দৰে পৰস্পৰে ৰক্তপিপাসু। ভাতৃঘাতী-সংঘৰ্ষ আৰু চৰকাৰী যন্ত্ৰৰ ধাৰাল অস্ত্ৰৰ আঘাতত হেজাৰ হেজাৰ লোকৰ অকাল মৃত্যুৰ তাণ্ডৱলীলা আজিও সক্ৰিয়। এনে এক সন্ধিক্ষণত সংঘশক্তিক জাগ্ৰত কৰি প্ৰেম-ঐক্য-সম্প্ৰীতিৰ অনুশীলনেৰে জাতি সাধনাৰ বাবে প্ৰয়োজন হৈছে এক আমূল জীৱন বিপ্লৱৰ। পিছে এই সমাজ-নীতি, ৰাজনীতি, কৰ্মনীতিৰ কলুসগুল্ম উচ্ছেদ কৰি 'যদা যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰতঃ' কোন সেই শক্তি যিয়ে জ্বলাব বিপ্লৱৰ আৰিয়া? অসমীয়া নৱপ্ৰজন্মৰ চিন্তা আৰু মেধাত এই বিপ্লৱৰ ভ্ৰূণৰ গজালি সম্ভৱনে?

৫। তেন্তে কি এই জাতি সাধনা? ইয়াৰ কৰ্মসূচী কেনে হোৱা বাঞ্ছনীয়? জাতিসাধনাৰ বাবে অসম সাহিত্য সভাই আত্মিক বল সঞ্চয় কৰি সংঘশক্তিৰ পুৰাতন স্বৰূপ উদ্‌ঘাটন কৰিবই লাগিব। অন্যথা বুৰ্জোৱা গণতান্ত্ৰিক চৰকাৰী যন্ত্ৰৰ দ্বাৰা অসমীয়াৰ ভৱিষ্যৎ সংকটমুক্ত নহয়। ধনতন্ত্ৰ আৰু পুঁজিবাদৰ বেহা যাৰ একমাত্ৰ তন্ত্ৰ, তাত জনসাধাৰণৰ গণতান্ত্ৰিক মৌলিক প্ৰাপ্তি আকাশকুসুম কল্পনাভিন্ন থান একো

নহয়। কেইটামান দৃষ্টিকোণৰ পৰা জাতি সাধনাৰ মহত্ব বিচাৰ কৰি চাব পাৰি।

৬। জাতি নিৰ্মাণৰ প্ৰথম ব্ৰতেই হৈছে আকৰ্ষণ আৰু প্ৰেম— ই হ'ব লাগিব ধৰ্ম-জাতি-বৰ্ণ-সম্প্ৰদায়ৰ ঊৰ্ধৰ বাংময় মানৱপ্ৰেম আৰু দেশপ্ৰেমৰ মিলন সূত্ৰ। একমাত্ৰ সাধনা আৰু ত্যাগেহে ব্যক্তিৰ আত্মিক উত্তৰণ সম্ভৱ কৰিব পাৰে। সংঘশক্তিৰ মোহন বংশীধ্বনিৰে উজ্জীৱিত হৈ 'বহুজন হিতায় চ বহুজন সুখায় চ' মন্ত্ৰত দীক্ষা লাভ কৰিবলৈ হ'লে সমাজ ভাবনাৰ প্ৰথম স্বৰ্তই হৈছে সেই প্ৰেম। প্ৰেমতকৈ ডাঙৰ শক্তি এই বিশ্বত নাই। প্ৰেমৰ অনুভবৰ তৰংগৰ গভীৰতা অসীম। প্ৰত্যেক ব্যক্তিয়েই প্ৰেম, প্ৰতিজনেই প্ৰেমী...। 'চিৰ চেনেহী ভাষা জননীৰ সেৱা, মাতৃবন্দনা আৰু জাতিপ্ৰেম-দেশপ্ৰেমৰ মাজত কোনো অন্তৰ নাই। মদ্ভাগৱত গীতাৰ স্থিতপ্ৰজ্ঞজনাৰ দৰেই জাতিৰ সেৱকজনে চিন্তা কৰে, থাকে, পিন্ধে, খায়, সংগ দান কৰে, কৰ্ম কৰে। তেওঁৰ ওপৰতেই ন্যস্ত হ'ব নেতৃত্ব। আকৰ্ষণৰ সূত্ৰৰে এই নেতৃত্ব ক্ৰমে বহুতলৈ বিয়পিব। তেনে বহু নেতৃত্বৰ মাজেদি যি অখণ্ড দেশাত্মবোধ জাগ্ৰত হ'ব— সেয়াই হ'ল অন্তৰশক্তি। এই অখণ্ড সত্তাৰ জ্ঞান অবিহনে মানুহে সংসাৰ, সমাজ, শিক্ষা, সংঘৰ সাধনা কৰিবলৈ যায় বাবে মিলনৰ পিছত পুনৰ বিভেদ-বিচ্ছেদে তিক্ততাপূৰ্ণ কৰি তোলে। অখণ্ড জ্ঞানৰ অধিকাৰী সংঘৰ মিলন হ'ব অবিচ্ছেদ্য, অবিভাজ্য। বিভিন্ন জাতিৰ মিলনভূমি অসমৰ সমাজ সন্মিলীত অসমীয়া সমাজ বুলি কৈ অহা কথাও সেয়েহে আবেগ-অভিমানৰ এখুদমান বতাহ লাগিলেই খণ্ড খণ্ড হৈ অহা পৰিলক্ষিত হৈছে। সাহিত্য সভাৰ কৰ্ম আচৰণত অখণ্ডতাৰ অভাৱেই ইয়াৰ ঘাই কাৰণ। দৃষ্টান্তৰে বিষয়টো স্পষ্ট কৰা যাওক।

৭। উল্লেখ নিষ্প্ৰয়োজন যে জাতীয় ঐক্যৰ মূল ভিত্তিয়েই হৈছে সকলো মাতৃভাষাৰ প্ৰতি নিজ ভাষাৰ দৰেই অনুৰূপ সন্মান প্ৰদৰ্শন। ১৯২১ খ্ৰীষ্টাব্দত পূৰ্ববংগৰ পৰা অহা ধৰ্মত মুছলমান ভাষাত বঙলা পমুৱা খেতিয়কসকল, ব্ৰিটিছে গিৰমিটীয়া ব্যৱস্থাৰে অনাৰ পিছত স্থায়ীভাৱে বৈ যোৱা চাহ বনুৱাসকল, নেপালী ভাষী পমুৱাসকল অসমীয়াকৰণৰ আওতালৈ অহাৰ আগতে অসমত আচল অসমীয়া লোকৰ সংখ্যা ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰা মুঠ জনসংখ্যাতকৈ কম আছিল। তদানীন্তন অসমৰ জনসংখ্যা ৭৬,০৬,০০০ জনৰ বিপৰীতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া ভাষীৰ সংখ্যা আছিল ১৭,১৮,৭১২ জন (Plain-Tribal before The Simon Commission; Edited by B.K. Basumatari)। অসমীয়া ভাষী নোহোৱা বাবে উক্ত লোকসকল সেই পিয়লত অন্তৰ্ভুক্ত হোৱা নাছিল। বড়ো, কছাৰী, কোচ, মেচ, মিকিৰ, মিৰি, ৰাজবংশী-আহোমসকলে তেতিয়া নিজস্ব অসমীয়া বুলি গৌৰৱবোধ কৰিছিল। ১৯২৮-২৯ খ্ৰীষ্টাব্দৰ চাইমন কমিচনৰ সন্মুখত গোৱালপাৰা জিলাৰ বড়োসকলে



নিজকে অসমীয়া বুলি উল্লেখ কৰাটো প্ৰসংগসাপেক্ষ (The Bodos have a distinct civilisation of their own. We the Bodos can by no means call no other than Assamese.) (পূৰ্বোক্ত গ্ৰন্থ)।

৮। জাতীয়তা গঠনৰ উদ্দেশ্যেৰে 'এক জাতি, এক ভাষা, এক দেশ' ধ্বনিৰ পোষকতা কৰা সাহিত্য সভাই বিভিন্ন সময়ত গ্ৰহণ কৰা একদেশদৰ্শী নীতিৰ পৰিণতি হিতে বিপৰীত হোৱাহে দেখা গ'ল। অসমীয়া জাতি গঠনৰ প্ৰৱক্তা অম্বিকাগিৰী ৰায়চৌধুৰী, পদ্মধৰ চলিহা, ৰত্নকান্ত বৰকাকতি, বাগ্মীবৰ নীলমণি ফুকন আদিয়ে সভাপতিৰ আসনৰ পৰা দাঙি ধৰা বক্তব্যৰ সাৰবাৰ্তা আছিল এইটোৱেই যে অনা অসমীয়া সকলোকে মূল সুঁতিৰ 'নতুন অসমীয়া' ৰূপে গঢ়ি নুতুলিলে অসমীয়া জাতীয়তা গঠন কৰা টান।

৯। সাহিত্য সভাৰ মজিয়াৰ পৰাই 'অসম অসমীয়া'ৰ আদৰ্শৰ প্ৰচাৰ সোচ্চাৰ হোৱাৰ সমসাময়িকভাৱে জনজাতীয় সমাজখনত যি অবিশ্বাস আৰু ক্ষোভ-বঞ্চনাৰ উদ্‌গীৰণ হ'ল তাৰেই বাহ্যিক প্ৰকাশ ঘটিল ৬০'ৰ ভাষা আন্দোলন আৰু ৭২'ৰ মাধ্যম আন্দোলনত। মিচিং সম্প্ৰদায়ৰ প্ৰতিনিধি মহিচন্দ্ৰ মিৰিয়ে 'চেতনা' (ভাদ ৭৪৭ শংকৰাব্দ, ১৯২৬)ত সৌ তাহানিতে "আমি কোন বাটে যাম' প্ৰবন্ধত অসমীয়া জাতীয়তাৰ বিৰোধ ঘোষণা কৰি কৈছিল যে 'আমি ভাবিছোঁ, দুখীয়া হক, নিচলা হক, আমি আমাৰ নিজৰ আইকহে 'আই' বুলিম আৰু সেৱা কৰিম। অইন এজনী তিৰোতা চহকী হ'ল বুলি তেওঁক আমি আই বুলিবলৈ নাযাওঁ আৰু বুলিলেও আমাক সকলোৱে বাতুল বুলিহে ক'ব আৰু যা বুলি ভেকাহিহে মাৰিব। আমাৰ হিতৈষী পুৰুষসকলে কয় 'নহয় তেওঁলোকৰ আই তোমালোকৰহে, কিন্তু আমাৰ আই তোমালোকৰো। তোমালোকৰ স্বাৰ্থ আমাৰ স্বাৰ্থতকৈ নিঃকিন। সেই কাৰণে আমাৰ আইকহে তোমালোকেও আই বুলিব লাগে।" জনজাতীয় সমাজৰ ভাষিক সত্তাত আঘাত কৰা 'এক জাতি, এক ভাষা, এক দেশ' ধ্বনিৰ প্ৰচাৰকসকলে তাৰ ঋণাত্মক দিশসমূহৰ প্ৰতি তেতিয়াই সচেতন হোৱা হ'লে অসমৰ ঐক্য, সংহতি আৰু অখণ্ডতা আজি বিনষ্ট নহ'লহেঁতেন বুলি দৃঢ়ভাৱে ক'ব পাৰি।

১০। প্ৰতিটো জনগোষ্ঠীৰ স্বকীয় ভাষা-কৃষ্টিৰ উচিত সন্মান প্ৰদৰ্শন আৰু চৰ্চাৰ পৰিৱেশ ৰচনাইহে জনজাতীয় সমাজখনৰ হৃদয় জয় কৰাৰ পথ চিকুনাই দিলেহেঁতেন বুলি ভবাৰ থল আছে— তেনে ঐতিহাসিক পটভূমিত সাম্প্ৰতিক অসমীয়া জাতীয়তাই সম্ভাব্য পূৰ্ণৰূপ লাভ কৰিবলৈ সক্ষম হ'লহেঁতেন। সাম্প্ৰতিক কালৰ অন্যতম চিন্তানায়ক হোমেন বৰগোহাঞিয়ে ১৭ জানুৱাৰিত' ১০, তেজপুৰৰ ঐতিহ্যমণ্ডিত ঊষামন্দিৰত জ্যোতিপ্ৰসাদৰ আবক্ষ উন্মোচন কৰি এই ঐতিহাসিক

সত্যটোকে গণশিল্পীজনাৰ মাজত আৱিষ্কাৰ কৰি সঠিকভাৱে সকিয়াই দিছে এই বুলি যে 'আধুনিক অসমীয়া জাতীয়তাবাদৰ মন্ত্ৰদ্ৰষ্টা পুৰুষ জ্যোতিপ্ৰসাদে অসমত বাস কৰা সকলো জাতি-উপজাতি, ভাষা-ভাষিক লৈ এটা জাতি গঢ়াৰ স্বপ্ন দেখিছিল। কিন্তু তেওঁৰ সেই স্বপ্নক ধূলিসাৎ কৰি অসমীয়া জাতি এক দুৰৱস্থাত উপনীত হৈছে। জ্যোতিপ্ৰসাদৰ জৰিয়তে ঐক্যবদ্ধ নহ'লে অসমীয়া জাতিৰ ভৱিষ্যত অন্ধকাৰ।' (আজিৰ দৈনিক বাতৰি, ১৮ জনুৱাৰি' ১০, পঞ্চম বছৰ, ৩৫২ সংখ্যা)। উল্লেখ নিষ্প্ৰয়োজন যে জ্যোতিপ্ৰসাদ-বিষ্ণুপ্ৰসাদেই সম্ভৱত অসমীয়া জাতি-উপজাতি-জনজাতীয় সমাজখনৰ বৰ্ণিল ভাষা-কৃষ্টিৰ উপোদঘাট কৰাৰ বৈজ্ঞানিক পথ মোকোলাই থৈ গৈছিল। সেই উদাৰ সমাহৰণ-সংশ্লেষণৰ বাট গ্ৰহণ নকৰি 'অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি অসমীয়া সংস্কৃতিৰ অভিযান অসমৰ পৰ্বতে-কন্দৰে' (বাগ্মীবৰ নীলমণি ফুকন, সভাপতিৰ অভিভাষণ, ১৯৪৪-৫০) চলোৱা নীতিৰে অসমৰ ভাষা-সাহিত্যৰ জাতীয় অনুষ্ঠান অগ্ৰসৰ হোৱাৰ পৰিণতিতে পূৰ্বাপৰ অসমীয়া লিপি গ্ৰহণ কৰি অহা বড়োসকলে দেৱনাগৰি লিপি আৰু মিচিংসকলে ৰোমান লিপি গ্ৰহণ কৰি অসমীয়াত্বকে বৰ্জন কৰাৰ ফলত তেওঁলোকৰ মাজতো অন্ধৰ হাতী দৰ্শনৰ দৰে অচলাৱস্থাৰ সৃষ্টি হৈছে। অসম সাহিত্য সভাই সেয়ে ভাষাৰ ক্ষেত্ৰত এক জনমুখী দৃষ্টিভংগীৰে অগ্ৰসৰ হৈ অসমীয়া, বড়ো, ৰাভা, মিচিং, তিৱা আদি ব্যৱহাৰিক সকলো ভাষাৰ সামঞ্জস্যৰে সামগ্ৰিক অভিধান ৰচনা কৰি নতুনকৈ অসমীয়া ভাষাটোক 'জাতীয় ভাষা'লৈ উন্নীত কৰিব নোৱাৰিলে অসমীয়া জাতি সাধনাৰ পথ চিৰদিনলৈ ৰুদ্ধ হৈ যোৱাৰ উপক্ৰম নোহোৱা বুলি ক'ব নোৱাৰি।

# সাম্প্ৰতিক জাতীয় দায়বদ্ধতা আৰু অসম সাহিত্য সভা

মানৱী বৰদলৈ

ভাৰতৰ উত্তৰ-পূৱ প্ৰান্তত অৱস্থিত অসম এখন সীমান্ত ৰাজ্য। বিশাল বৰলুইত বুকুত সামৰি কোনোবা অজান কালৰ পৰাই বহু অলিখিত ইতিহাসৰ জীৱন্ত সাক্ষী হৈ আছে এই অসম ভূখণ্ড। ভিন্ন জাতি-সংস্কৃতি, ৰীতি-নীতি, ভাষা-কৃষ্টিৰ সমাহাৰেৰে চহকী অসম ৰাজ্য। জ্যোতিপ্ৰসাদ আগৰৱালাই লিখিছে— অসম বুৰঞ্জীয়ে দেখুৱাইছে যে অসমীয়া জাতিটো ভাৰতৰ আন আন প্ৰদেশৰ পৰা অহা নানা ভাৰতবাসী মানুহৰ সোঁত আৰু অসমৰ থলুৱা মানুহৰ নানা উপজাতি লগ খাইহে বৰ্তমানৰ এই অসমীয়া জাতি হৈছে। অসমীয়া জাতি এটা সংমিশ্ৰণৰ পৰা হোৱা জাতি।[১] বিৱৰ্তনৰ মাজেৰে আগবঢ়া অসমীয়া জাতি গঠনৰ এই ধাৰা এতিয়াও অব্যাহত আছে।

অসম সাহিত্য সভাক অসমৰ এক সৰ্ববৃহৎ জাতীয় অনুষ্ঠান হিচাপে গণ্য কৰা হয়। ১৯১৭ চনৰ ২৭ ডিচেম্বৰত স্থাপিত হোৱাৰ দিনৰে পৰা অসম সাহিত্য সভাই অসমীয়া জাতিৰ ভাষা-সংস্কৃতিৰ সেৱাৰ লগতে জাতীয় চিন্তা-চেতনাৰ সৈতেও প্ৰত্যক্ষ অথবা পৰোক্ষভাৱে জড়িত হৈ আছে। এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ প্ৰস্তাৱনা বিশেষভাৱে উল্লেখ কৰিব পাৰি— অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাংগীন উন্নতি বিধানৰ অৰ্থে সকলো প্ৰকাৰৰ দলগত ৰাজনৈতিক আৰু সাম্প্ৰতিক চিন্তা আৰু স্বাৰ্থৰ উৰ্ধত থাকি অসমত বসবাস কৰা সকলো শ্ৰেণীৰ লোকৰ উমৈহতীয়া মঞ্চত কাম কৰিবলৈ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ অনুৰাগী লোকক সভ্য স্বৰূপে লৈ অসমত এখন 'সাহিত্য সভা' গঠন কৰা হ'ল।[২] তাৎপৰ্যপূৰ্ণভাৱে জাতিৰ অস্তিত্ব অবিহনে ভাষা-সাহিত্য-সংস্কৃতিৰ চিন্তা-চৰ্চা তথা বিকাশ অৰ্থহীন বুলি অনুভৱ কৰিয়ে সভাই অসমীয়া জাতিৰ সামূহিক কাম-কাজৰ সৈতে জন্মলগ্নৰ পৰাই নিজকে জড়িত কৰি ৰাখিছে। এনে কাৰণতে অসম সাহিত্য সভাক একমাত্ৰ অসমীয়া ভাষা-সাহিত্যৰ

---

লেখক বৰপেটাৰ মাধৱ চৌধুৰী মহাবিদ্যালয়ৰ শিক্ষা বিভাগৰ সহযোগী অধ্যাপক।

অনুষ্ঠানৰ সলনি জাতীয় অনুষ্ঠান হিচাপে গণ্য কৰিবলৈ ল'লে ৰাজ্যবাসীয়ে। সময়ৰ পৰিক্ৰমাত অসমীয়া জাতিৰ এনে আস্থা আৰু বিশ্বাসে সাহিত্য সভাৰ দায়িত্ব আৰু কৰ্তব্যৰ পৰিসৰো যথেষ্ট বৃদ্ধি কৰিলে, যাৰ বাবে সাহিত্য সভাই বিগত সময়ছোৱাত কেইবাটাও উল্লেখযোগ্য জাতীয় সমস্যাৰ সৈতে একাত্মভাৱে জড়িত হ'বলগীয়া হ'ল। জাতীয় সমস্যাসমূহৰ সৈতে সাহিত্য সভা ওতঃপ্ৰোতভাৱে জড়িত হোৱাৰ পৰিপ্ৰেক্ষিতত বিভিন্ন শংকা ক্ৰমশঃ দূৰ হ'বলৈ আৰম্ভ কৰিলে। দেশৰ স্বাধীনতা সংগ্ৰাম, ভাষা আন্দোলন, খাদ্য আন্দোলন, অস্তিত্ব ৰক্ষাৰ আন্দোলনকে ধৰি অনেক জাতীয় ইচ্ছাৰ ক্ষেত্ৰত জাতীয় অনুষ্ঠান হিচাপে সভাই জড়িত হৈ দেশ তথা বিশ্ববাসীৰ সন্মুখত এটা অনন্য উদাহৰণো দাঙি ধৰিলে। তৎসত্বেও সাহিত্য সভাৰ সামগ্ৰিক ভূমিকাক লৈ মাজে-সময়ে কঠোৰ সমালোচনাও উত্থাপিত হয়। জাতীয় অভিভাৱক হিচাপে জাতীয় স্বাৰ্থৰ সৈতে সভা যি ধৰণে সম্পৃক্ত হ'ব লাগিছিল— সেই বাটত কৰবাত যেন সামান্যভাৱে হ'লেও উজুটি খাইছে। বিশেষকৈ ৰাজ্যখনৰ বৰ্ণময় ক্ষুদ্ৰ-বৰ জাতি-জনগোষ্ঠীৰ ভাষা-সংস্কৃতিক একোটা জাতিৰ তলত নিৰাপদে ৰখাত কৰবাত যেন ব্যৰ্থ হৈছে সাহিত্য সভা। যাৰ বাবে এটাৰ পাছত আনটো জনজাতীয় সাহিত্য সভা গঠন হ'বলৈ আৰম্ভ কৰিলে। ১৯৫২ চনৰ ১৬ নৱেম্বৰত কোকৰাঝাৰ জিলাৰ বাসুগাঁৱত জয়ভদ্ৰ হাগজীৰৰ সভাপতিত্বত বড়ো সাহিত্য সভা আৰু ১৯৫৬ চনত নিখিল বিষ্ণুপ্ৰিয়া মণিপুৰী সংস্কৃতি-সাহিত্য পৰিষদৰ গঠন হোৱাৰ দিনৰ পৰা পৰৱৰ্তী সময়ত মিচিং সাহিত্য সভা (মিচিং আগম কৌবাং), পূৰ্বাঞ্চল টাই সাহিত্য সভা, নেপালি সাহিত্য সভা, নিখিল ৰাভা সাহিত্য সভা, ডিমাচা সাহিত্য সভা, মাৰ সাহিত্য সভা, চাওতালি সাহিত্য সভা, কাৰবি সাহিত্য সভা, দেউৰী সাহিত্য সভা, চাহ জনগোষ্ঠী সাহিত্য সভা, চৰ-চাপৰি সাহিত্য সভা, কোচ-ৰাজবংশী সাহিত্য সভা প্ৰমুখ্যে আৰু একাধিক সাহিত্য সভা গঠন হ'ল। কিন্তু ৰাজ্যৰ সৰু-বৰ জাতি জনগোষ্ঠীয়ে নিজৰ স্বকীয় বৈশিষ্ট্যৰ সাহিত্য সভা গঠন কৰিলেও অসম সাহিত্য সভাৰ ঐতিহ্য আৰু গৰিমা কোনোদিনে ম্লান কৰিব নোৱাৰে। বৰং জুইত দগ্ধ হোৱাৰ পাছত সোণৰ জেউতি অধিক উজ্জ্বল হোৱাৰ দৰে বিৱৰ্তন আৰু প্ৰত্যাহ্বানৰ চাকনৈয়াত অসম সাহিত্য সভাই পাকঘূৰণি খাই ইয়াৰ গুৰুত্ব আৰু মৰ্যাদা অধিক বৃদ্ধিহে কৰিছে।

এইখিনিতেই উত্থাপিত হয় অসম সাহিত্য সভাৰ জাতীয় দায়বদ্ধতাৰ প্ৰসংগ। সাম্প্ৰতিক সময়ত অসম সাহিত্য সভাই জাতীয় দায়বদ্ধতা পালন কৰাত কিমানদূৰ সফল হৈছে? জাতীয় ইচ্ছাসমূহৰ ক্ষেত্ৰত কিমানদূৰ একাত্ম হ'ব পাৰিছে অসম সাহিত্য সভা? অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা আৰু বিকাশৰ সমান্তৰালভাৱে সভাই জাতীয় ইচ্ছাসমূহৰ ক্ষেত্ৰত গ্ৰহণ কৰিব পাৰিছেনে এক বলিষ্ঠ ভূমিকা? সমসাময়িক বিশ্লেষণৰ পৰা দেখা যায় যে নানা ঘাত-প্ৰতিঘাত তথা প্ৰত্যাহ্বানৰ মাজতো সভাই সাম্প্ৰতিক জাতীয় ইচ্ছাসমূহৰ ক্ষেত্ৰত যথেষ্ট সবল ভূমিকা পালন কৰি আহিছে। তথাপি এই ভূমিকা বহুক্ষেত্ৰত সন্তোষজনক নহয় বুলিও বিভিন্ন মহলত সঘনে চৰ্চা হয়। এইখিনিতে ক'ব লাগিব যে, সাম্প্ৰতিক সময়ত অসম জোকাৰি যোৱা অন্যতম এটা জাতীয় ইচ্ছা হৈছে জনজাতীয় ঐক্য। পূৰ্বতে বিভিন্ন আৰ্থ-সামাজিক-ৰাজনৈতিক-সাংস্কৃতিক কাৰণত সুকীয়া জনগোষ্ঠীয় সাহিত্য সভাৰ জন্ম হৈছিল। সম্প্ৰতি ৰাজ্যখনৰ বিভিন্ন ক্ষুদ্ৰ-বৰ জাতি সত্তাৰ মাজত আত্ম নিয়ন্ত্ৰণৰ চেতনা অতি প্ৰবল হোৱা দেখা গৈছে। এক অখণ্ড অসমৰ অংগ হৈ থকাৰ সলনি বড়ো, ৰাজবংশী, চাওতাল আদি একাধিক জনগোষ্ঠীয়ে সুকীয়া আত্মমৰ্যাদাৰে পৃথক ৰাজ্য অথবা স্বাধীন ৰাষ্ট্ৰ হিচাপে থকাৰ চিন্তা-চেতনা অব্যাহত ৰাখিছে। সমান্তৰালভাৱে প্ৰায় তিনি দশক ধৰি এটা বিশেষ সশস্ত্ৰ সংগঠনে অব্যাহত ৰখা স্বাধীন অসম ৰাষ্ট্ৰ গঠনৰ স্বপ্ন এতিয়াও এৰি দিয়া নাই। এই প্ৰসংগতে ক'ব পাৰি যে, সাম্প্ৰতিক অসমৰ এনেবোৰ জ্বলন্ত ইচ্ছাসুমহৰ ক্ষেত্ৰত সাহিত্য সভাই যিধৰণে এক বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিব লাগিছিল সেয়া যেন বহুক্ষেত্ৰত দুৰ্বল বুলিহে অনুভৱ কৰা যায়। এইখিনিতে ক'ব পাৰি যে, এনে বিক্ষিপ্ত তথা বিচ্ছিন্নতাবাদী চিন্তা-চৰ্চা কৰা অসমৰ বিভিন্ন জাতি-জনগোষ্ঠী যুৱক-যুৱতীসকলক আত্মোপলব্ধিৰে মূল সুঁতিলৈ ওভতাই অনাৰ ক্ষেত্ৰত সাহিত্য সভাই ইতিমধ্যে নিৰৱচ্ছিন্নভাৱে প্ৰত্যক্ষ আৰু পৰোক্ষ ৰূপত বিভিন্ন কাৰ্য কৰি আহিছে। আনকি তিনি দশক পূৰ্বে এখন স্বাধীন অসম ৰাষ্ট্ৰ গঢ়াৰ সংকল্পৰে সশস্ত্ৰ পন্থা গ্ৰহণ কৰি ৰাজ্যখনৰ এটা বিদ্ৰোহী সংগঠনক আলোচনাৰ মেজত বহুওৱাৰ ক্ষেত্ৰতো অসম সাহিত্য সভাই অতি শেহতীয়াভাৱে এক বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিছে। কিন্তু ৰাজ্যখনৰ অন্যান্য সশস্ত্ৰ সংগঠনসমূহক বিচ্ছিন্নতাবাদী চিন্তা-চৰ্চাৰ পৰা আঁতৰাই অসমীয়া জাতিৰ সৈতে একাত্মবোধ সৃষ্টি কৰাত অসম সাহিত্য সভা বহুসময়ত ব্যৰ্থ হোৱা বুলিও বিভিন্ন মহলত অভিযোগ উত্থাপিত হৈ আহিছে। ৰাজ্যখনৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান হিচাপে সকলো জাতি জনগোষ্ঠীক সম আস্থা আৰু বিশ্বাসত লৈ সাহিত্য সভাই এক জাতি গঠনৰ মহামন্ত্ৰৰে দীক্ষিত কৰাত ক'ৰবাত যেন উজুটি খাইছে।

প্ৰব্ৰজন সমস্যা নতুন নহয়। স্বাধীনোত্তৰ কালত বিভিন্ন কাৰণত অসমলৈ বহিঃৰাষ্ট্ৰৰ পৰা প্ৰব্ৰজন হৈয়ে আছে। স্বাভাৱিকতে প্ৰব্ৰজনে অসমৰ জাতি গঠনৰ প্ৰতিয়ে এক তীব্ৰ ভাবুকি কঢ়িয়াই আনিছে। কাৰ্যতঃ প্ৰব্ৰজনৰ বিষয়টোক কেন্দ্ৰ কৰি ক্ৰমাগতভাৱে অসমৰ বিভিন্ন জাতি-জনগোষ্ঠীৰ মাজত নানা ধৰণৰ সন্দেহ আৰু আশংকা বৃদ্ধি পাবলৈ ধৰিছে। আৰ্থ-সামাজিক-ৰাজনৈতিক আদি কাৰণত হোৱা প্ৰব্ৰজনে অসমীয়া জাতিৰ মাজত বৃদ্ধি কৰা সন্দেহ আৰু আশংকাই এটা সময়ত

জাতি গঠনৰ প্ৰক্ৰিয়াতেই প্ৰচণ্ড আঘাত হানিব বুলি সমাজ বিজ্ঞানীসকলে পূৰ্বানুমান কৰিছে। বিশিষ্ট সমাজ সচেতক অসমীয়া ড° কৃষ্ণগোপাল ভট্টাচাৰ্যই কৈছেঃ ৰাজ্যখনৰ বাহিৰৰ পৰা হোৱা প্ৰব্ৰজন আমাৰ অস্তিত্বৰ প্ৰতি আটাইতকৈ ডাঙৰ ভাবুকি। ...অসম এতিয়া প্ৰব্ৰজনকাৰীৰ কবলত। ...খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ মাজত অনৈক্য, পাৰস্পৰিক সন্দেহ আৰু অবিশ্বাস, ৰাজনৈতিক ক্ষমতা লাভৰ বাবে ভাতৃঘাতী দৌৰ— এই কাৰ্যবিলাকে অসমৰ অস্তিত্ব বিপন্ন কৰি তুলিছে।[৩] এই ক্ষেত্ৰত সৰ্ববৃহৎ জাতীয় অনুষ্ঠান হিচাপে অসম সাহিত্য সভাৰ ভূমিকা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। প্ৰব্ৰজনক কেন্দ্ৰ কৰি সাম্প্ৰতিক অসমীয়া জাতিৰ মাজত ক্ৰমাগতভাৱে বৃদ্ধি পোৱা ভয়, শংকা, সন্দেহ আদি আঁতৰ কৰাৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ অৱশ্যে কৰণীয় আছে। সাহিত্য সভা যিহেতু সংকীৰ্ণ দলীয় চিন্তা-চেতনাৰ ঊৰ্ধত সেয়েহে জাতিটোৰ অভিভাৱক হিচাপে প্ৰকৃত শুদ্ধ তথ্য আৰু বিধিসন্মত চিন্তা-চৰ্চাৰে সাহিত্য সভাই এনে শংকা-সন্দেহ মষিমূৰ কৰিব পাৰে। এইক্ষেত্ৰত প্ৰব্ৰজনৰ সমস্যা ৰোধ কৰাৰ বাস্তৱসন্মত চিন্তা-চৰ্চাৰো বাট মোকলাই দিব পাৰে সাহিত্য সভাই। কিয়নো সৰ্ববৃহৎ জাতীয় সংগঠন আৰু এক শক্তিশালী বৌদ্ধিক চিন্তা-চৰ্চাৰ উৰ্বৰস্থলী হিচাপে সাহিত্য সভাৰ এক ব্যাপক সামাজিক গ্ৰহণযোগ্যতা আছে। কিন্তু সভাৰ সমসাময়িক কাৰ্যপ্ৰণালী নিখুঁতভাৱে বিশ্লেষণ কৰিলে প্ৰত্যক্ষ কৰা যায় যে এনে প্ৰধান জাতীয় ইছ্যুৰ ক্ষেত্ৰত সম্প্ৰতি অসম সাহিত্য সভা যি ধৰণে সজাগ, সতৰ্ক আৰু দায়িত্বশীল হ'ব লাগিছিল সেই ক্ষেত্ৰত আশানুৰূপভাৱে যেন সফল হ'ব পৰা নাই।

বান সমস্যাৰ সৈতে অসমবাসীয়ে সুদীৰ্ঘ কাল ধৰি সহাৱস্থান কৰি থকাৰ সময়তে সাম্প্ৰতিক সময়ত সৃষ্টি হৈছে আন এক ভয়াবহ সমস্যা। ক'ব পাৰি সাম্প্ৰতিক সময়ত বান সমস্যাতকৈও অধিক গভীৰ হৈ পৰিছে গৰাখহনীয়াৰ সমস্যাহে। প্ৰতি বছৰে ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহে শদিয়াৰ পৰা ধুবুৰীলৈ অব্যাহত ৰখা গৰাখহনীয়াত হেজাৰ হেজাৰ ভূমি ইতিমধ্যে জাহ গৈছে। নদীৰ গৰাখহনীয়াত সৰ্বস্ব হেৰুৱাই মুকলি আকাশৰ তলত বাস কৰিবলগীয়া হৈছে ৰাজ্যখনৰ লক্ষ লক্ষ লোক। অথচ এনে দুৰ্ভগীয়া পৰিয়ালক সামান্যভাৱেও পুনৰসংস্থাপন কৰিব পৰা নাই কেন্দ্ৰ অথবা ৰাজ্য চৰকাৰে। 'আজিৰ কেন্দ্ৰীয় চৰকাৰৰ অসমৰ সমস্যাৰ প্ৰতি উদাসীনতাই উত্তৰ পূৰ্বাঞ্চলৰ ৰাইজৰ মনত কেন্দ্ৰৰ প্ৰতি অনাস্থা আৰু একাংশ লোকৰ মাজত বিভেদকামী মনোভাব গা কৰি উঠিছিল। কেন্দ্ৰীয় চৰকাৰে এনে প্ৰাকৃতিক দুৰ্যোগৰ দিনত ৰাইজলৈ যথাৰ্থ সহায় আগবঢ়াব লাগে। মই অনুৰোধ জনাও যে প্ৰধানমন্ত্ৰী মহোদয়ে মোৰ ৰাজ্যৰ বান বিধস্ত অঞ্চল অতি সোনকালে পৰিদৰ্শন কৰি ক্ষয়-ক্ষতিৰ বুজ লৈ ৰাইজক উপযুক্ত সহায়ৰ হাত আগবঢ়াব লাগে।[৪] ৰাষ্ট্ৰীয় দুৰ্যোগ ব্যৱস্থাপনাৰ অধীনত বান অথবা গৰাখহনীয়াৰ সমস্যা অন্তৰ্ভুক্ত নোহোৱা বাবেই অসমৰ এনে দুৰ্ভগীয়া ৰাইজে আজি পৰ্যন্ত ৰজাঘৰৰ পৰা কোনোধৰণৰ ন্যায় পোৱা নাই। এই ক্ষেত্ৰত ৰাজ্য চৰকাৰৰ দুৰ্বল ভূমিকায়ো উদ্বিগ্ন কৰি তুলিছে অসমবাসীক। কিয়নো ব্ৰহ্মপুত্ৰ তথা ইয়াৰ উপনৈসমূহৰ এনে সংহাৰমূৰ্তি অব্যাহত থাকিলে অদূৰ ভৱিষ্যতে সমগ্ৰ অসমখনে নৈৰ বুকুত জাহ যাবলৈ হয়তো সৰহ পৰ নালাগিব। ভয়াৱহ বান তথা কাল সংহাৰী গৰাখহনীয়াই অসমৰ জাতীয় জীৱনৰ প্ৰতি এনে ভাবুকি কঢ়িয়াই অনাৰ সময়ত স্বাভাৱিকতে জাতীয় অনুষ্ঠান হিচাপে সাহিত্য সভাৰ এক শক্তিশালী প্ৰতিবাদী কণ্ঠ বিচাৰিছে সচেতন জনতাই। তেওঁলেকৰ দৃঢ় আশা যে বিভিন্ন কাৰণত কেন্দ্ৰীয় অথবা ৰাজ্য চৰকাৰে এনে ভয়াবহ সমস্যাৰ ফালে পিঠি দি থাকিব খুজিলেও সাহিত্য সভাৰ দৰে সৰ্ববৃহৎ জাতীয় অনুষ্ঠানৰ প্ৰতিবাদী চৰিত্ৰই তেওঁলোকৰ আচৰণ মুহূৰ্ততে সলনি কৰি দিব পাৰে। কাৰণ অসমৰ জাতীয় জীৱনত এনে অলেখ উদাহৰণ আছে। সেয়েহে বান তথা বানতকৈও ভয়াৱহ গৰাখহনীয়াৰ সমস্যাৰ স্থায়ী সমাধান আৰু গৰাখহনীয়াই সৰ্বহাৰা কৰি পেলোৱা জনতাৰ চকুপানী একমাত্ৰ সাহিত্য সভাই আঁতৰ কৰিব পাৰিব বুলি প্ৰবল আশাৰে এতিয়াও ৰৈ আছে অসমৰ লক্ষ লক্ষ জনতা। কিন্তু এনে জাতীয় সমস্যাৰ ক্ষেত্ৰত সাহিত্য সভাৰ সাম্প্ৰতিক দায়বদ্ধতায়ো প্ৰশ্নৰ উদ্ৰেক নকৰা নহয়। ইতিমধ্যে ৰাষ্ট্ৰীয় অথবা ৰাজ্যিক পৰ্যায়ত সাহিত্য সভাই এই সন্দৰ্ভত মাত মাতিছে যদিও সেয়া তেনেই ক্ষীণ বুলি প্ৰতীয়মান হৈছে। স্বাভাৱিকতে অসমীয়া জাতিৰ সাম্প্ৰতিক দুৰ্যোগৰ অন্যতম কাৰক হিচাপে চিহ্নিত বান তথা গৰাখহনীয়া সমস্যা সমাধানৰ ক্ষেত্ৰত সাহিত্য সভাই পূৰ্বতকৈ অধিক শক্তিশালীভাৱে ভূমিকা পালন কৰাটো সময়ৰ আহ্বান ৰূপে বিবেচিত হৈছে। কাৰ্যতঃ এনে আহ্বা প্ৰতি ইতিবাচক সঁহাৰি জনোৱাটোৱে হ'ব সাহিত্য সভাৰ সাম্প্ৰতিক এক শক্তিশ জাতীয় দায়বদ্ধতাৰ চানেকী।

অসম এখন সীমান্তৱৰ্তী ৰাজ্য। চুবুৰীয়া কেইবাখনো ৰাষ্ট্ৰ আৰু ৰাজ্যৰ সীমাৰ সৈতে ভৌগোলিকভাৱে সংযুক্ত হৈ আছে অসম। স্বাভাৱিকতে অসমৰ ভৌগোলিক ভূখণ্ড অক্ষত কৰি ৰখাৰ ক্ষেত্ৰত প্ৰায়ে কঠিন প্ৰত্যাহ্বানৰ সন্মুখীন হ'বলগীয়া হয়। চুবুৰীয়া ৰাষ্ট্ৰ বিশেষকৈ ভূটান আৰু বাংলাদেশৰ সমান্তৰালভাৱে চুবুৰীয়া ৰাজ্য মেঘালয়, অৰুণাচল, নাগালেণ্ড আৰু পশ্চিমবংগই অসমৰ ভূখণ্ড বেদখল কৰাৰ তথ্যসহ অভিযোগ উত্থাপিত হৈ আহিছে। বহু বেছি দূৰলৈ নগ'লেও সৌ সিদিনা মেঘালয়ে খোদ ৰাজধানী দিছপুৰৰ নাতিদূৰৰ লাম্পিত কেইবাশ বিঘা ভূমি বেদখল কৰাক কেন্দ্ৰ কৰি সমগ্ৰ অসমজুৰি সৃষ্টি হৈছিল তুমূল উত্তপ্ত পৰিস্থিতি। আনকি এনে সময়তে খোদ মেঘালয় বিধানসভাৰ সন্মানীয় সদস্যই অসমৰ মুখ্যমন্ত্ৰীৰ চৰকাৰী

বাসভৱন খানাপাৰাস্থ কইনাধৰা পাহাৰ মেঘালয়ৰ বুলি দাবী কৰা কাৰ্যই দুয়োখন ৰাজ্যৰ মাজতে পুনৰ তিক্ততাপূৰ্ণ সম্পৰ্কৰ সৃষ্টি কৰে। কাৰ্যতঃ সীমা সম্পৰ্কীয় সমস্যা এনেধৰণে অব্যাহত আছে। তথাপি আজি পৰ্যন্ত ইয়াৰ এক ইতিবাচক সামৰণি পৰাৰ কোনো সুস্পষ্ট ইংগিত এই পৰ্যন্ত প্ৰত্যক্ষ কৰা নাই। এই ক্ষেত্ৰত স্বাভাৱিকতে অসম সাহিত্য সভাই শক্তিশালী ভূমিকা গ্ৰহণ কৰিব পাৰে। অথচ অসম সাহিত্য সভাই সমগ্ৰ বিষয়টোৰ ক্ষেত্ৰত এক নিৰপেক্ষ ভূমিকা গ্ৰহণ কৰি আছে। ৰাজ্যখনৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান হিচাপে সাহিত্য সভাই কেৱল অসমৰ পৰিসীমাতে আবদ্ধ নাথাকি চুবুৰীয়া ৰাষ্ট্ৰ আৰু ৰাজ্যসমূহৰ মাজতো এক পাৰস্পৰিক বুজাপৰা আৰু ভাতৃত্ববোধৰ সম্পৰ্ক অতি সহজে গঢ়ি তুলিব পাৰে।

আইনগত দিশৰ সলনি এক আৱেগিক আৰু ভাতৃত্ববোধৰ সম্পৰ্কৰে অসমৰ ভৌগোলিক সীমা সমস্যাৰ সমাধান অতি সহজ হ'ব বুলি সমাজবিজ্ঞানীসকলেও সময়ে সময়ে অভিমত দাঙি ধৰি আহিছে। সেয়েহে সাহিত্য সভাই সময়ে সময়ে বিভিন্ন ধৰণৰ বাস্তৱসন্মত কাৰ্যসূচী গ্ৰহণ কৰি ৰাজ্যখনৰ এই দীৰ্ঘদিনীয়া সমস্যাটোৰ এক সু-সমাধান কৰিব পাৰে। ক'ব পাৰি সাহিত্য সভাৰ বলিষ্ঠ-দূৰদৰ্শী ভূমিকাৰ ওপৰতে অসমৰ সীমা সমস্যাৰ সমাধানৰ বিষয়টো বহু পৰিমাণে নিৰ্ভৰ কৰিছে।

ৰাজ্যখনৰ সাম্প্ৰতিক জ্বলন্ত সমস্যাসমূহৰ ভিতৰত নিঃসন্দেহে উল্লেখযোগ্য নিবনুৱা সমস্যা। অৰ্থনৈতিকভাৱে অনগ্ৰসৰ ৰাজ্যখনত সময়ৰ সৈতে খাপ খাব নোৱাৰা দুৰ্বল শিক্ষা ব্যৱস্থাৰ পৰিসৰ মাত্ৰাধিক হাৰত বৃদ্ধি পোৱা হেতুকে ৰাজ্যখনত নিবনুৱা সমস্যাই ভয়াৱহ ৰূপত মুৰ দাঙি উঠিছে। উন্নত তথ্য-প্ৰযুক্তিৰ দ্ৰুত প্ৰসাৰৰ লগে লগে চৰকাৰী খণ্ডৰ লগতে বে-চৰকাৰী খণ্ডৰ কৰ্মৰ পৰিসৰো যথেষ্ট হাৰত সংকুচিত হৈ অহাৰ পৰিপ্ৰেক্ষিতত নিবনুৱা সমস্যাই একপ্ৰকাৰ পংগু কৰিছে ৰাজ্যখনক। ভয়াৱহ নিবনুৱা সমস্যাৰ সমাধান নোহোৱাৰ বাবে আনুষংগিকভাৱে ই অন্য কেতবোৰ সমসাময়িক ভয়ংকৰ সমস্যাৰো সৃষ্টি কৰিছে। চৰকাৰৰ সুপৰিকল্পিত আঁচনি, কৰ্মমুখী প্ৰণালীবদ্ধ শিক্ষা ব্যৱস্থাৰ অভাৱৰ লগতে মানসিক ধ্যান-ধাৰণাও নোহোৱা বাবে নিবনুৱা সমস্যা সম্প্ৰতি দুৰাৰোগ্য কৰ্কট ৰোগৰ দৰে হৈ পৰিছে। 'নিবনুৱা সমস্যাৰ বাবে ১৯৭৯ চনৰ পৰা ১৯৮৫ চনলৈ অসম আন্দোলন হ'ল।'[৫] এনে অৱস্থাত স্বাভাৱিকতে দিশহাৰা হৈ পৰিছে নিবনুৱাসকলৰ লগতে নতুন প্ৰজন্মৰ লক্ষ লক্ষ যুৱক-যুৱতী। সাম্প্ৰতিক সময়ৰ চিন্তাপ্ৰবাহক প্ৰতিনিধিত্ব কৰা এনে হতাশগ্ৰস্থ নিবনুৱাক একাষৰীয়া কৰি ৰখাটো সাহিত্য সভাৰ বাবেই কোনো ক্ষেত্ৰতেই ইতিবাচক হ'ব নোৱাৰে। বৰং উপযুক্ত অৰ্হতা হাতৰ মুঠিত লৈ কৰ্মসংস্থাপনৰ বাবে উদ্বাউল হৈ থকা লাখ লাখ যুৱক-যুৱতীক আশাৰ বাট দেখুওৱাটোহে সাহিত্য সভাৰ অন্যতম



দায়িত্ব আৰু কৰ্তব্য। কিন্তু এই কাম নিশ্চয় উজু নহয়। ইয়াৰ বাবে নিঃসন্দেহে প্ৰয়োজন ধাৰাবাহিক আৰু প্ৰণালীবদ্ধ চিন্তা-চৰ্চা আৰু বাস্তৱসন্মত পৰিকল্পনা। তথাকথিত কৰ্মবিমুখ শিক্ষা ব্যৱস্থাৰ অৱসান ঘটাই এক কৰ্মমুখী আৰু আত্মনিৰ্ভৰশীল শিক্ষা ব্যৱস্থা গঢ়ি তোলাৰ বাবে সাহিত্য সভাই এক শুভ বাট দেখুৱাব পাৰে। 'I am of firm conviction that the vest amount of so-called education in arts given in our colleges, is sheer waste and has resulted in an unemployement among the educated classes'[৬] সহিত্য সভা যিহেতু বৌদ্ধিক চিন্তা-চৰ্চাৰো উৎকৰ্ষস্থলী, সেই হেতুকে হতাশগ্ৰস্ত নিৱনুৱাসকলক আশাৰে উজ্জীৱিত কৰি তুলিবলৈ তথা নতুন প্ৰজন্মক আশাৰ দিগন্তলৈ দৃষ্টি নিক্ষেপৰ বাবে সভাই এক শক্তিশালী অৰ্থনৈতিক বুনিয়াদ গঢ়াৰো বাট দেখুৱাব পাৰে। বিভিন্ন মাধ্যমত সততে এটা বিষয় বিশেষভাৱে চৰ্চা হয় যে অসমত মেধাৰ অভাৱ নাই। অন্য ৰাজ্য তথা অন্য ৰাষ্ট্ৰৰ তুলনাত অসমৰ ছাত্ৰ-ছাত্ৰীৰ জ্ঞান তথা বুদ্ধি-বৃত্তি কোনো ক্ষেত্ৰতে কম নহয়। প্ৰাক্তন উপাচাৰ্য ড° নিৰ্মল কুমাৰ চৌধুৰীয়ে লিখিছে ঃ প্ৰতিভাৰ ক্ষেত্ৰত অসমৰ শিক্ষাৰ্থী দেশৰ আন ঠাইৰ শিক্ষাৰ্থীৰ তুলনাত কোনোগুণে কম নহয়। প্ৰতিভাৰ ক্ষেত্ৰত অসমত মেধাৰ অভাৱ নাই যদিও অন্য ৰাজ্য বা ৰাষ্ট্ৰৰ তুলনাত অসমৰ ছাত্ৰ-ছাত্ৰীয়ে তুলনামূলকভাৱে ৰাষ্ট্ৰীয় অথবা আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত অতি নগণ্যভাৱেহে নিজৰ প্ৰতিভা প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে। মেধাৰ অভাৱ নথকা সত্বেও কি কাৰণত অসমৰ ছাত্ৰ-ছাত্ৰীয়ে ৰাষ্ট্ৰীয় অথবা আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত এনে দুৰ্বল ভূমিকা গ্ৰহণ কৰিছে সেয়া যথেষ্ট উদ্বেগৰ বিষয়। ইয়াৰ আঁৰত নিশ্চয় অনেক আৰ্থসামাজিক-ৰাজনৈতিক-মানসিক কাৰণ জড়িত হৈ আছে। স্বাভাৱিকতে অসমৰ ছাত্ৰ-ছাত্ৰীৰ এনে দুৰ্বলতা আঁতৰ কৰিব নোৱাৰিলে ভৱিষ্যতৰ দিনত সমগ্ৰ ৰাজ্যখনেই এক অভাৱনীয় প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব লাগিব। এই ক্ষেত্ৰতো সাহিত্য সভাই অভিভাৱকৰ ভূমিকা গ্ৰহণ কৰিব পাৰে। কেৱল তাত্ত্বিক কাম-কাজত ব্যস্ত থকাৰ সলনি সভাই সময়োপযোগী এনে সমস্যাৰ ক্ষেত্ৰত সজাগ আৰু সতৰ্ক নহ'লে জাতীয় সংগঠনৰ ভূমিকাৰ প্ৰতিয়ে সৰ্বাসাধৰণৰ মনত সন্দেহৰ বীজ ৰোপণ হ'ব। সেয়েহে এনেবোৰ দিশ অনুধাৱন কৰি সাহিত্য সভাই বাস্তৱসন্মত চিন্তা-চৰ্চাৰে নিবনুৱাসকলৰ লগতে তৰুণ প্ৰজন্মৰ স্বাৰ্থত বাস্তৱ সন্মত কেতবোৰ পদক্ষেপ গ্ৰহণ কৰিলে অসমবাসীৰ বাবে নিঃসন্দেহে ই হ'ব অমৃতৰ তুল্য।

নদীবান্ধ। সম্প্ৰতি এই বিষয়টোৱে সমগ্ৰ সময়ত ধুমুহাৰ সৃষ্টি কৰি আহিছে। বিশেষকৈ নামনি সোৱণশিৰি জলবিদ্যুৎ প্ৰকল্প নিৰ্মাণক কেন্দ্ৰ কৰি সৃষ্টি হোৱা তুমুল বিতৰ্কই অস্থিৰ কৰি ৰাখিছে ৰাজ্য তথা দেশৰ ৰাজনীতি। 'Right now the feel-

ing in vocal sections of Assam's society perticularly appears to be that MAINLAND INDIA is exploiting the north-east hydel resources for its benefits, while the costs of the exploitation will be born by the people of North-East"[৭] ব্ৰহ্মপুত্ৰ নৈৰ জলপৃষ্ঠৰ ওপৰত অৰুণাচলে নামনি সোৱণশিৰি জলবিদ্যুৎ প্ৰকল্প নিৰ্মাণ কৰাৰ পৰিপ্ৰেক্ষিতত সমগ্ৰ অসমজুৰি তীব্ৰ ক্ষোভৰ সৃষ্টি হৈছে। আনকি এই প্ৰকল্পটোৱে অসমৰ সাতামপুৰুষীয়া ঐতিহ্য-সভ্যতা নিমিষতে ধ্বংসস্তূপত পৰিণত কৰিব বুলি বিভিন্ন মহলৰ পৰা বাৰম্বাৰ অভিযোগ উত্থাপিত হৈছে। মূলতঃ নামনি সোৱণশিৰি জলবিদ্যুৎ প্ৰকল্প নিৰ্মাণ কৰা-নকৰাক কেন্দ্ৰ কৰিয়ে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ সৈতে মুকলি সংঘাতত লিপ্ত হৈছে অসমৰ কেইবাটাও দল-সংগঠন। আনকি ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় স্তৰতো অসমৰ নদীবান্ধৰ বিৰুদ্ধে এক প্ৰবল জনজাগৰণ ইতিমধ্যে সৃষ্টি হৈছে। তাৎপৰ্যপূৰ্ণভাৱে এই স্পৰ্শকাতৰ বষয়টোক কেন্দ্ৰ কৰি সংশ্লিষ্ট বিশেষজ্ঞ আৰু বৌদ্ধিক মহলৰ মাজতো মতান্তৰ ঘটিছে। এফালে হেজাৰ হেজাৰ জনতাই দিনে নিশাই উক্ত জলবিদ্যুৎ প্ৰকল্প নিৰ্মাণৰ বিৰুদ্ধে কঠোৰ প্ৰতিবাদ সাব্যস্ত কৰিছে, আনফালে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে দেশ তথা অসমৰ বৃহত্তৰ কল্যাণৰ স্বাৰ্থত উক্ত নদীবান্ধৰ প্ৰয়োজনীয়তা দোহাৰি নিৰ্মাণৰ সপক্ষে মাত মাতিছিল। এনে এক দোদুল্যমান অৱস্থাত ৰাজ্যৰ লক্ষ লক্ষ জনতাই যথেষ্ট আগ্ৰহেৰে বাট চাইছে সাহিত্য সভাৰ মুখলৈ। জাতীয় অনুষ্ঠান হিচাপে গণ্য কৰা অসম সাহিত্য সভাই এই স্পৰ্শকাতৰ বিষয়টোৰ ক্ষেত্ৰত এক সুস্পষ্ট বক্তব্য আগবঢ়াব বুলি সচেতন মহলে আশা কৰে। সাম্প্ৰতিক অসমৰ জাতীয় জীৱনক জোকাৰি যোৱা এই সমস্যাটোৰ ক্ষেত্ৰত সাহিত্য সভা যি ধৰণে সক্ৰিয়, গতিশীল তথা সচেতন হ'ব লাগিছিল সেয়া যেন সভাৰ সমসাময়িক কাম-কাজত ফুটি উঠা নাই। বৰং সময় সাপেক্ষে কেইটামান নিয়মমাফিক বিবৃতি দিয়েই সাহিত্য সভাই সমস্ত বিষয়টোৰ পৰা নিৰাপদ দূৰত্বত অৱস্থান কৰিব বিচাৰিছে বুলিহে অভিযোগ উত্থাপিত হৈছে। ক'ব পাৰি এই বিষয়টোৰ ক্ষেত্ৰত সাহিত্য সভাই প্ৰকৃত বিজ্ঞানসন্মত তথ্য আৰু বাস্তৱসন্মত বক্তব্য ৰাজ্যজুৰি প্ৰচাৰ কৰি বিভিন্ন মহলৰ মাজত নদীবান্ধক কেন্দ্ৰ কৰি সৃষ্টি হোৱা আশংকা দূৰ কৰিব পাৰিলেহেঁতেন। অৱশ্যে এই সময় এতিয়াও উকলি যোৱা নাই। আশা কৰা হৈছে পৰৱৰ্তী সময়ত সাহিত্য সভাই এই জাতীয় সমস্যাটোৰ ক্ষেত্ৰত এক শক্তিশালী স্থিতি নিঃসন্দেহে গ্ৰহণ কৰিব।

নাতিদীৰ্ঘ আলোচনাৰ অন্তত এই কথাকে ক'ব পাৰি যে সাম্প্ৰতিক সময়ত বিভিন্ন জাতীয় সমস্যাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই জাতীয় দায়বদ্ধতাৰ পৰিচয়েৰে যথেষ্টখিনি কাম-কাজ কৰিছে। কিন্তু ৰাজ্যখনৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান হিচাপে এয়া পৰ্যাপ্ত নহয় বুলি ক'ব পাৰি। 'সাহিত্য সভাই আপোন ইতিহাস স্মৰণ কৰি যি নাই তাক অৰ্জন কৰাৰ সংকল্প পালন কৰিব পাৰিছেনে নাই, তাক ভাবি চালে নিজৰ আৰু অসমীয়া ৰাইজৰ উপকাৰ সাধিব।'[৮]



**প্ৰসংগ আৰু গ্ৰন্থপঞ্জী ঃ**


১। জ্যোতিপ্ৰসাদ আগৰৱালাৰ ৰচনাৱলী।

২। অসম সাহিত্য সভা— নিয়মাৱলী, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট।

৩। অসমৰ সমস্যাৰ ৰূপৰেখা— অসম সাহিত্য সভা।

৪। লোকসভাৰ মজিয়াত সাংসদ তৰুণ গগৈৰ বিবৃতি, ২১ জুলাই, ১৯৯৮।

৫। মুখ্যমন্ত্ৰী তৰুণ গগৈৰ ভাষণ, ২০০৪ চনৰ ৮ জানুৱাৰিত নতুন দিল্লীত অনুষ্ঠিত দ্বাদশ বিত্তীয় আয়োগৰ বৈঠকত।

৬। মহাত্মাগান্ধী, 'হৰিজন'ৰ সম্পাদকীয় বিশেষ।

৭। কেন্দ্ৰীয় পৰিবেশ আৰু বন মন্ত্ৰী জয়ৰাম ৰমেশ, ২০১০ চনৰ ১৬ ছেপ্টেম্বৰত প্ৰধানমন্ত্ৰীলৈ দিয়া পত্ৰৰ অংশবিশেষ।

৮। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য— ৰামধেনুৰ সম্পাদকীয়।

# সাম্প্ৰতিক অসমীয়া জাতীয় জীৱন আৰু অসম সাহিত্য সভা

অমৃত কুমাৰ উপাধ্যায়

**অৱতৰণিকা ঃ**

অসম সাহিত্য সভা অসমৰ আগশাৰীৰ জাতীয় অনুষ্ঠান। প্ৰতিষ্ঠা কালৰে (১৯১৭) পৰা সভাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি তথা জাতীয় জীৱনত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে। পদ্মনাথ গোহাঞিবৰুৱা, কালিৰাম মেধি, লক্ষ্মীনাথ বেজবৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, তীৰ্থনাথ শৰ্মা, ড° মহেশ্বৰ নেওগ, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ড° ভূপেন হাজৰিকা, ড° লক্ষ্মীনন্দন বৰা, ড° নগেন শইকীয়া, হোমেন বৰগোহাঞি প্ৰমুখ্যে কৰি সভাপতিৰ আসনত অধিষ্ঠিত বহুকেইগৰাকী পণ্ডিত তথা সাহিত্যিক ব্যক্তিত্বই অসম সাহিত্য সভাক বিশেষ মাত্ৰা প্ৰদান কৰি থৈ গৈছে। তদুপৰি বহু নিষ্ঠাবান সাহিত্যিক তথা সাহিত্যকৰ্মীৰ ত্যাগ আৰু পৰিশ্ৰমৰ ফলত সাহিত্য সভাই বৰ্তমান এক শক্তিশালী ৰূপত উপনীত হৈছে। বৰ্তমান অসম সাহিত্য সভা অসমৰ সকলো জাতি-জনগোষ্ঠীৰে ভাষা-সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ উমৈহতীয়া মঞ্চ। সাহিত্য-সংস্কৃতিৰ চৰ্চাৰ উপৰি সভাই অসমীয়া জাতীয় জীৱনৰ সংকটকালত গুৰুত্বপূৰ্ণ ভূমিকা লৈ আহিছে। উদাহৰণস্বৰূপে, সদৌ অসম ছাত্ৰ সন্থাৰ লগতে অসম আন্দোলনৰ নেতৃত্বত থকা সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ অন্যতম অংশীদাৰ আছিল অসম সাহিত্য সভা। সম্প্ৰতি সভাই নতুন ৰূপেৰে, নতুন পদক্ষেপেৰে আত্মপ্ৰকাশ কৰা পৰিলক্ষিত হৈছে। আনহাতে সাহিত্য সভা সম্পৰ্কে বহু বিতৰ্কৰো সূত্ৰপাত হৈছে। এনে পৰিস্থিতিত সম্প্ৰতি অসমীয়া জাতীয় জীৱনত অসম সাহিত্য সভাৰ ভূমিকা কি সেই বিষয়ে জনাৰ আৱশ্যকতা আহি পৰিছে। অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠানটোক অধিক শক্তিশালী, প্ৰাসংগিক আৰু জনপ্ৰিয়

লেখক আধুনিক ভাৰতীয় ভাষা বিভাগৰ গৱেষক ছাত্ৰ।



কৰি ৰখাৰ খাতিৰতে ইয়াৰ বিষয়ে গঠনমূলক আলোচনা, অধ্যয়ন তথা গৱেষণাৰ প্ৰয়োজনীয়তা আহি পৰিছে। আমাৰ প্ৰস্তাৱিত এই আলোচনা-পত্ৰত সাম্প্ৰতিক অসমীয়া জাতীয় জীৱনত অসম সাহিত্য সভাৰ ভূমিকা কেনেধৰণৰ সেই বিষয়ে আলোচনা কৰা হ'ব।

**সমন্বয় আৰু অসম সাহিত্য সভা ঃ**

ভাৰতবৰ্ষৰ স্বাধীনতাৰ ঠিক পিছৰ পৰাই গা কৰি ক্ৰমশঃ সক্ৰিয় হৈ পৰা বিচ্ছিন্নতাবাদী ধ্যান-ধাৰণাই বৰ অসমৰ ভেটিটোকে থৰক-বৰক কৰিছে। অসমৰ পৰা নাগালেণ্ড, মেঘালয়, অৰুণাচল আদি আঁতৰি যোৱাৰ পিছত অসমৰ আন আন জনগোষ্ঠীসকলো স্বকীয় অস্তিত্বক লৈ সচেতন হৈ পৰিছে। আনকি সুকীয়া ৰাজ্যৰ দাবীত ধাৰাবাহিকভাৱে আন্দোলনৰ কাৰ্যসূচী আগবঢ়াই আছে। ইয়াৰ উপৰি বিভিন্ন ৰাজনৈতিক কাৰণত অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জাতি-জনগোষ্ঠীৰ মাজত থকা কৌটিকলীয়া সম্প্ৰীতিৰ বান্ধোন ব্যাহত হৈ পৰাৰ উপক্ৰম ঘটিছে। সেয়ে সমন্বয়ৰ প্ৰাসংগিকতা বৰ্তমান যথেষ্ট বৃদ্ধি পাইছে। ৰাজনৈতিক প্ৰক্ৰিয়াতকৈ ভাষা-সাহিত্য-সংস্কৃতিৰ মাধ্যমেৰেহে সমন্বয়ৰ প্ৰক্ৰিয়া অধিক ফলপ্ৰসূ হয়। সেয়ে এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ বিষয়।

সম্প্ৰতি সভাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ লগতে জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশতো যথেষ্ট গুৰুত্ব প্ৰদান কৰিছে। সভাৰ উদ্যোগতে জনগোষ্ঠীয় ভাষা-সংস্কৃতিৰ গৱেষণা কেন্দ্ৰ স্থাপন কৰা হৈছে। পূৰ্বতে প্ৰতিষ্ঠা কৰা গৱেষণা কেন্দ্ৰসমূহকো অধিক কাৰ্যক্ষম কৰি তুলিবলৈ প্ৰয়াস কৰা হৈছে। আনকি সভাৰ দূৰ সংযোগ পাঠ্যক্ৰম-সংসদৰ আঁচনি মৰ্মে অসমৰ বিভিন্ন জনগোষ্ঠীয় ভাষাসমূহ অনা-জনগোষ্ঠীয় লোকক শিকোৱাৰ কাৰ্যসূচী গ্ৰহণ কৰা হৈছে। যোৱা দুবছৰমান ধৰি সভাই 'সদ্‌ভাৱনা যাত্ৰা'ৰ যোগেদি অৰুণাচল, মেঘালয়, নাগালেণ্ড, ত্ৰিপুৰা আদি পূৰ্বোত্তৰ ৰাজ্যসমূহৰ লগত এক সু-সম্পৰ্ক গঢ়ি তোলাৰ লগতে সাংস্কৃতিক বিনিময়ৰ কাৰ্যসূচী হাতত লৈছে। জনগোষ্ঠীয় সাহিত্য সভাৰ বহুভাষী কবি সন্মিলন, জনগোষ্ঠীয় সাংস্কৃতিক সমাৰোহ, উত্তৰ-পূৰ্বাঞ্চল লেখক সমাৰোহ আদি অনুষ্ঠানৰ আয়োজনে সমন্বয়ৰ ক্ষেত্ৰত বিশেষ ভূমিকা লৈছে। অসম সাহিত্য সভা যে অসমৰ সকলো জাতি-জনগোষ্ঠীৰ উমৈহতীয়া মঞ্চ সেই কথা প্ৰতিপন্ন কৰাত এনে অনুষ্ঠানবোৰৰ অৰিহণা যথেষ্ট। বৰাক আৰু ব্ৰহ্মপুত্ৰ 'সেতুবন্ধন' কাৰ্যসূচীৰ জৰিয়তে সভাই বিশেষ কাৰ্যসূচী হাতত লৈছে। শিলচৰত অসম সাহিত্য সভাৰ ষষ্ঠটি কাৰ্যালয়

স্থাপনৰ লগতে বৰাক উপত্যকা ভাষা-সাহিত্য-সংস্কৃতিৰ গৱেষণা কেন্দ্ৰ স্থাপন কৰা হৈছে। বৰাকবাসীৰ সৈতে সভাৰ সঘন ভাব-বিনিময় প্ৰক্ৰিয়াই এই ক্ষেত্ৰত যোগাত্মক প্ৰভাৱ পেলাইছে।

**জাতীয়তাবাদ আৰু অসম সাহিত্য সভা ঃ**

অসমত জাতীয়তাবাদী ধ্যান-ধাৰণাৰ আৰম্ভণি আৰু বিকাশ ঘটিছিল ভাষাক কেন্দ্ৰ কৰিয়েই। ১৮৩৫ চনত অসমৰ অফিচ কাছাৰীত অসমীয়া ভাষাৰ সলনি বঙলা ভাষাৰ প্ৰচলন হৈছিল। আনন্দৰাম ঢেকিয়াল ফুকন প্ৰমুখ্যে কৰি কেইবাগৰাকী সমাজ সচেতন লোক ইয়াৰ বিৰুদ্ধে ওলাই আহিছিল। অৱশেষত ১৮৭৩ চনত অসমৰ অফিচ-কছাৰীত পুনৰ অসমীয়া ভাষাৰ প্ৰচলন হ'ল। এই সুদীৰ্ঘকাল নিজৰ ঠাইতে নিজৰ ভাষাৰ হকে সংগ্ৰাম কৰিব লগা হোৱাত অসমীয়া জাতীয় মানসিকতাত ভাষিক চেতনা অধিক সক্ৰিয় হৈ পৰিল। ১৯৬০ চনৰ ভাষা আন্দোলন আৰু ১৯৭২ চনৰ মাধ্যম আন্দোলন এনে ভাষিক চেতনাৰেই ফলশ্ৰুতি বুলি ক'ব পাৰি।

অসম সাহিত্য সভাৰ মজিয়াৰ পৰাও ভাষা সম্পৰ্কীয় বিভিন্ন প্ৰস্তাৱ বিভিন্ন সময়ত গ্ৰহণ কৰি অহা হৈছে। এনে বহু প্ৰস্তাৱ তথা কাৰ্যসূচীত উগ্ৰ ভাষিক জাতীয়তাবাদী চেতনা প্ৰকট হৈছে। ১৯৪৪ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত সভাপতিৰ আসনৰ পৰাই নীলমণি ফুকনে অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি এই সংস্কৃতিৰ অভিযান অসমৰ পৰ্বতে-কন্দৰে, হাবিয়ে বননিয়ে চলাব লাগিব বুলি মত প্ৰকাশ কৰিছিল। ১৯৩৪ চনত অনুষ্ঠিত সভাৰ সভাপতিৰ অভিভাষণত আনন্দচন্দ্ৰ আগৰৱালাই কৈছিল যে এখন দেশত সকলো মানুহে একেভাষী নহ'লে জাতীয়তা গঠন কৰাটো টান। ১৯৭৩ চনত অসম সাহিত্য সভাৰ তদানীন্তন সম্পাদক নগেন শইকীয়াৰ বিবৃতিতো একাধিক মাধ্যম হ'ব নোৱাৰে বুলি প্ৰকাশ পাইছিল।[১] এনেদৰে অসমৰ বহুভাষিক আৰু বহুজাতিক চৰিত্ৰক ঢাকি ৰাখিবলৈ প্ৰয়াস কৰা হৈছিল। এনে মানসিকতাই জনগোষ্ঠীয় লোকসকলক অসমীয়া মূল সুঁতিৰ পৰা বিচ্ছিন্ন হৈ পৰাত অৰিহণা যোগাইছিল।

ইয়াৰ বিপৰীতে সম্প্ৰতি অসম সাহিত্য সভাই এইক্ষেত্ৰত যুগ-সাপেক্ষ আৰু বিজ্ঞানসন্মত পদক্ষেপ লৈছে। অসম সাহিত্য সভাই বৰ্তমান অসমীয়াৰ লগতে জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতি চৰ্চাত সমানেই গুৰুত্ব দিছে। ডিফুৰ জনজাতীয় গৱেষণা কেন্দ্ৰ, ডিব্ৰুগড়ৰ চাহ-জনজাতীয় গৱেষণা কেন্দ্ৰ, ধুবুৰীৰ পশ্চিম অসমৰ ভাষা-সংস্কৃতি গৱেষণা কেন্দ্ৰ, বৰাক উপত্যকা ভাষা-সাহিত্য-সংস্কৃতি গৱেষণা কেন্দ্ৰ আদি ইয়াৰেই নিদৰ্শন। এই প্ৰতিষ্ঠানবোৰৰ যিবোৰ



পূৰ্বতে স্থাপন হৈছিল সেইবোৰকো অধিক কাৰ্যক্ষম কৰি তোলা হৈছে। জনগোষ্ঠীয় লেখক-লেখিকাৰ সমাবোহ, সভা-সমিতি, আলোচনা চক্ৰ আদিৰ আয়োজনেও এই ক্ষেত্ৰত বিশেষ অৰিহণা আগবঢ়াইছে। মাতৃভাষা আৰু ৰাজ্যভাষা সন্দৰ্ভতো সাহিত্য সভাৰ শেহতীয়া স্থিতি যথেষ্ট গুৰুত্বপূৰ্ণ ঃ

(ক) যিসমূহ চৰকাৰী-বেচৰকাৰী শিক্ষানুষ্ঠানত শতকৰা ২০ জন সংশ্লিষ্ট মাতৃভাষাৰ ছাত্ৰ-ছাত্ৰী আছে, সেইসকলক মাতৃভাষা শিকোৱাৰ বাবে পৰ্যাপ্ত শিক্ষক নিযুক্তি দিয়ক। দ্বাদশ শ্ৰেণীলৈকে মাতৃভাষা শিকোৱাৰ বাবে বিহিত ব্যৱস্থা গ্ৰহণ কৰক। কেন্দ্ৰীয় চৰকাৰৰ বিদ্যালয় ইংৰাজী, হিন্দী অথবা বাংলা মাধ্যমৰ বিদ্যালয়সমূহে সংশ্লিষ্ট মাতৃভাষাৰ ছাত্ৰ-ছাত্ৰীক অনিবাৰ্যভাৱে মাতৃভাষা শিকাবই লাগিব। অসমৰ জনজাতীয় অঞ্চলসমূহতো অনুৰূপ ধৰণে সংশ্লিষ্ট জনজাতীয় মাতৃভাষা শিকোৱাৰ বাবে বিহিত ব্যৱস্থা চৰকাৰ তথা সংশ্লিষ্ট বিদ্যালয় কৰ্তৃপক্ষই ল'বই লাগিব।

(খ) অসমৰ বিভিন্ন চৰকাৰী-বেচৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানৰ নাম-ফলকবোৰত ৰাজ্যভাষা আইন অনুসাৰে অসমীয়া ভাষাক প্ৰথম অগ্ৰাধিকাৰ দিবই লাগিব। তাৰ পিছত হিন্দী বা ইংৰাজী ভাষা আৰু হিন্দী ব্যৱহাৰ কৰাত (সংখ্যাগৰিষ্ঠ অঞ্চলভেদে) আমাৰ দ্বিমত নাই। জনজাতীয় বিভিন্ন স্বায়ত্ত শাসিত অঞ্চলৰ মাতৃভাষা বড়ো, মিচিং, কাৰ্বি, ৰাভা, ডিমাচা আদি ভাষাক প্ৰধান অগ্ৰাধিকাৰ আৰু একেদৰে মাতৃভাষা হিচাপে বৰাক উপত্যকাত বাংলাক অগ্ৰাধিকাৰ দিয়া হওক। লগতে উক্ত আইন মতে অসমীয়া ভাষা ব্যৱহাৰ হওক । ৰাজ্যভাষা আইন অনুসৰি আৰু সংযোগী ভাষা হিচাপে অসমীয়া ভাষা আৰু তাৰ পিছত ইংৰাজী, হিন্দী ভাষা ব্যৱহাৰ কৰাত সভাই গুৰুত্ব দিছে।[২]

এই দুটা দফাৰ পৰাই অসম সাহিত্য সভাই যে সংকীৰ্ণ জাতীয়তাবাদী চিন্তাৰ পৰা মুক্ত হৈ নতুন পৰিকল্পনা আৰু পদক্ষেপেৰে ওলাই আহিছে সেই কথা সহজে অনুমান কৰিব পৰা যায়। দ্বিতীয়টো কাৰ্যকালৰ বাবে নিৰ্বাচিত বৰ্তমান অসম সাহিত্য সভাৰ সভাপতি ৰংবং তেৰাং নিজে কাৰ্বিভাষী হৈয়ো অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত যি উৎসৰ্গীকৃত মনোভাৱেৰে সেৱা আগবঢ়াইছে সেয়া অসমীয়া জাতীয় জীৱনৰ বাবে আদৰ্শস্বৰূপ। অৱশ্যে সভাই অসমৰ বিভিন্ন জাতি-জনজাতি সম্পৰ্কত যিবোৰ পদক্ষেপ লৈছে তাৰ সফল ৰূপায়ণ হ'বলৈ এতিয়াও বাকী। এইখিনিতে ভাষাবিদ ড° ৰমেশ পাঠকে অসম

সাহিত্য সভাৰ মজিয়াতে প্ৰদান কৰা বক্তৃতাৰ একাংশ প্ৰণিধানযোগ্য ঃ

অসমৰ বৰো, ৰাভা, মিচিং, তিৱা আদি জনগোষ্ঠীয়ে অসমীয়া মাধ্যমত পঢ়িব বুলি আশা কৰাটো ভুল হ'ব। এই জনগোষ্ঠীবোৰক শ্ৰদ্ধাপূৰ্বক বিশ্বাসত নলৈ ৰাজ্যভাষা আন্দোলন আৰু মাধ্যম আন্দোলনত আমি যি ঐতিহাসিক ভুল কৰিলো তাৰ শুধৰণি হয়তো অদূৰ ভৱিষ্যতে নহ'ব। এই ক্ষুদ্ৰ জনগোষ্ঠীবোৰে আৰ্য অসমীয়া জনগোষ্ঠীৰ আগ্ৰাসনৰ শংকা অনুভৱ কৰিছিল। ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ পূৰ্বানুমান নকৰাকৈ আৱেগ সৰ্বস্বভাৱে আন্দোলন কৰিলে তাৰ ফলাফল কি হ'ব পাৰে সেয়া সৰ্বজনবিদিত। দুৰ্ভাগ্যৰ কথা হ'ব, ইতিহাসৰ পৰা শিক্ষা নলৈ তেনে ভুলৰ পুনৰাবৃত্তি কৰাটো।[৫]

**সভাৰ প্ৰকাশিত পত্ৰিকা-গ্ৰন্থৰ গুৰুত্ব ঃ**

বিগত কেইবছৰমানৰ পৰা অসম সাহিত্য সভাৰ পত্ৰিকাসমূহ নিয়মিত ৰূপত প্ৰকাশ পাই আহিছে। এই পত্ৰিকাসমূহত ভাষা-সাহিত্য-সংস্কৃতি তথা অসমীয়া জাতীয় জীৱনৰ বিভিন্ন দিশ উন্মোচন কৰিবলৈ প্ৰযত্ন কৰা হৈছে। যোৱা দুই-তিনি বছৰৰ ভিতৰত সভাই কেইবাখনো গুৰুত্বপূৰ্ণ পত্ৰ-পত্ৰিকা প্ৰকাশ কৰিছে। ২০১০ চনৰ ফেব্ৰুৱাৰিত ৰ'থাতলাংছ'ত অনুষ্ঠিত ষষ্ঠ বিশেষ বাৰ্ষিক অধিবেশনৰ লগত সংগতি ৰাখি প্ৰকাশ কৰা বৃহৎ কলেবৰৰ পত্ৰিকাখনত কাৰ্বি আংলং জিলাৰ উপৰি অসমৰ বিভিন্ন ঠাইৰ সাংস্কৃতিক ঐতিহ্যৰ প্ৰকাশ কৰিবলৈ যত্ন কৰা হৈছে। ২০১০ চনৰ মাৰ্চত প্ৰকাশিত পত্ৰিকাখন সভাৰ অনন্য কৃতি। ড° উপেন ৰাভা হাকাচামৰ সম্পাদনাত এই সংখ্যাটো 'সমন্বয় বিশেষ সংখ্যা' হিচাপে প্ৰকাশ পাইছে। বৃহৎ কলেবৰৰ পত্ৰিকাখনক কাৰ্বি আংলং আৰু কাৰ্বি জনগোষ্ঠী বিশেষ; অবিভক্ত কাছাৰ আৰু ইয়াৰ জনগোষ্ঠী বিশেষ, বৰ অসমৰ জনজাতি বিশেষ, মেঘালয় আৰু ইয়াৰ জনগোষ্ঠী বিশেষ অন্যান্য সমন্বয় বিশেষ, জনগোষ্ঠীয় গ্ৰন্থ পৰিচয় আৰু সমালোচনা আদি কেইবাটাও অধ্যায়ত বিভক্ত কৰা হৈছে। পত্ৰিকাখনত অসমৰ বিভিন্ন জাতি-জনগোষ্ঠীৰ উপৰি মেঘালয়ৰ গাৰো, গাৰোপাহাৰৰ কোচ আদি জনগোষ্ঠীৰ সাংস্কৃতিক পৰম্পৰা পাৰম্পৰিক সমন্বয় আদিৰ লগতে তেওঁলোকৰ সাহিত্যৰ অনুবাদ প্ৰকাশ পাইছে।

ড° হাকাচামৰ সম্পাদনাতেই প্ৰকাশিত মাৰ্চ সংখ্যা (২০১১) পত্ৰিকাখন অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি অধ্যয়ন বিশেষ হিচাপে প্ৰকাশ কৰা হৈছে। ইয়াত বিশুদ্ধ সাহিত্যৰ উপৰি অসমীয়া পত্ৰ সাহিত্য, অসমৰ পাৰম্পৰিক চিকিৎসা আৰু বনৌষধি বিষয়ক গ্ৰন্থ, অসমীয়া সৌন্দৰ্যচৰ্চা বিষয়ক গ্ৰন্থ আদি বিষয়সমূহ সামৰি লোৱা হৈছে। তেনেদৰে ড° জ্যোতিৰেখা হাজৰিকাৰ



সম্পাদনাত ডিচেম্বৰ-ফেব্ৰুৱাৰি (২০১১-২০১২) সংখ্যাটো ভূপেন হাজৰিকা শ্ৰদ্ধাঞ্জলি সংখ্যাৰূপে প্ৰকাশ কৰা হৈছে। ইয়াত ৩০ জনতকৈ অধিক লেখক চিন্তাবিদে ভূপেন হাজৰিকাৰ জীৱন আৰু কৃতিত্বৰ বিভিন্ন দিশত আলোকপাত কৰিছে। তেওঁৰেই সম্পাদনাত অসমীয়া আখৰ-জোঁটনি বিশেষৰূপে প্ৰকাশিত ছেপ্টেম্বৰ-নৱেম্বৰ (২০১১) সংখ্যাটো অসমীয়া ভাষাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ সংযোজন। সম্প্ৰতি প্ৰকাশ হৈ থকা সাহিত্য সভা বাৰ্তাৰ যোগেদি সভাৰ উদ্দেশ্য আৰু কাৰ্যপন্থা সম্পৰ্কে ৰাইজক অৱগত কৰোৱাত সুবিধা হৈছে।

বৰ্তমান সাহিত্য সভাই গ্ৰন্থ প্ৰকাশনৰ দিশটোক বিশেষ অগ্ৰাধিকাৰ দিয়া পৰিলক্ষিত হৈছে। প্ৰকাশিত সকলো গ্ৰন্থ উচ্চ মানবিশিষ্ট বুলি দাবী কৰিব নোৱাৰিলেও, প্ৰকাশিত কেইবাখনো গ্ৰন্থই অসমীয়া ভাষা-সাহিত্যৰে নহয়, জাতীয় জীৱনৰে বহুদিনীয়া অভাৱ পূৰণ কৰিছে। এই গ্ৰন্থসমূহৰ ভিতৰত চিকিৎসা আৰু স্বাস্থ্য খণ্ডৰ সম্পূৰ্ণ ৰঙীন তিনিটা খণ্ড (মুখ্য সম্পাদক - ডাঃ নোমল চন্দ্ৰ বৰা), দৰঙৰ লোক-সাহিত্য সমীক্ষা, সংক্ষিপ্ত চাহকোষ, পশ্চিম অসমৰ চৰ-চাপৰিৰ লোকসংস্কৃতি, ড° ভূপেন হাজৰিকা ঃ জীৱন আৰু প্ৰতিভা, অসমৰ লোকনাট্য আৰু অংকীয়া ভাওনা, কাৰবি জনসংস্কৃতি, অসমৰ চাহ জনগোষ্ঠী ঃ জীৱন আৰু সংস্কৃতিৰ ৰূপৰেখা, অসমৰ জনজাতি আৰু সংস্কৃতি, কামৰূপীয়া সংগীত, জনজাতীয় চৰ্চা, অসমীয়া গীতি-সাহিত্যৰ ৰূপৰেখা, দি কথা ভাগৱত অব পুনিয়া সত্ৰ, মৰাণ সমাজত সংস্কৃতিৰ ৰূপৰেখা, অসমীয়া আখৰ জোঁটনি, এশ বছৰীয়া অসমীয়া কবিতাত ৰোমাণ্টিক ধাৰা, ভাৰতীয় সংগীতৰ দৰ্শন ৰস আৰু তত্ত্ব, অসমীয়া কবিতাৰ সমালোচনা আদি অন্যতম। তদুপৰি অসম সাহিত্য সভাৰ হিতৈষী আৰু আজীৱন সভ্য-কোষ, অসম লেখক কোষৰ পাঁচটা খণ্ড, সভাৰ প্ৰকাশনৰ বৰ্ণনামূলক তালিকা আদিৰ প্ৰকাশ সভাৰ উল্লেখযোগ্য কৃতি। বিশেষকৈ লেখক-কোষৰ প্ৰকাশ ভৱিষ্যতে সাহিত্যৰ বুৰঞ্জী প্ৰণয়নত সহায়ক হ'ব। ২০০৯ চনৰ পৰা বৰ্তমানলৈকে (২০১২) প্ৰকাশিত এই গ্ৰন্থসমূহৰ অধিকাংশই আটকধুনীয়াকৈ প্ৰকাশ কৰা হৈছে। প্ৰকাশন সম্পৰ্কে সভাই লোৱা নতুন পদক্ষেপৰ ই ফলশ্ৰুতি বুলি ক'ব পাৰি। এই সন্দৰ্ভত বৰ্তমান সভাৰ প্ৰধান সম্পাদকৰ মন্তব্য এনেধৰণৰ ঃ

> আমাৰ কাৰ্যকালত আটাইতকৈ গুৰুত্বপূৰ্ণ সফলতা হৈছে সভাৰ সমস্ত প্ৰকাশন নিজাববীয়াকৈ প্ৰকাশ কৰা। আগতে বাহিৰা প্ৰকাশন অথবা ব্যক্তি বিশেষৰ দ্বাৰা সভাৰ গ্ৰন্থ প্ৰকাশ কৰাৰ বাবে সভাৰ

পুঁজিলৈ ধন প্ৰায় অহা নাছিলেই। এই ব্যৱস্থা মূলে নাইকীয়া কৱি সভাই নিজাববীয়াকৈ গ্ৰন্থ প্ৰকাশৰ বাবে আগবাঢ়িছে।[৪]

অৱশ্যে সৃষ্টিশীল গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত সভা (কেন্দ্ৰীয় সমিতি) বিশেষ সফল হ'ব পৰা নাই। সামগ্ৰিকভাৱে চাবলৈ গ'লেও, সভাই শেহতীয়াকৈ এটা বছৰত যিমান গ্ৰন্থ প্ৰকাশ কৰি আহিছে তাতকৈ অধিক মানসম্পন্ন আৰু সংখ্যাতো অধিক গ্ৰন্থ অসমৰ কেইবাটাও ব্যক্তিগত প্ৰকাশন প্ৰতিষ্ঠান বা প্ৰকাশকে প্ৰকাশ কৰি আহিছে। তুলনামূলকভাৱে নতুন প্ৰকাশকেও বছৰি মূল্যবান গ্ৰন্থ প্ৰকাশ কৰি আহিছে। গতিকে স্বাভাৱিকতে সাহিত্য সভাৰ প্ৰকাশন উদ্যোগটোৰ পৰা সাহিত্যানুৰাগী ৰাইজে অধিক আশা কৰিব। ইফালে সভাৰ প্ৰকাশিত গ্ৰন্থৰ মানক লৈ সংবাদ মাধ্যমত প্ৰশ্নৰো উদ্ৰেক হৈছে।[৫] সেয়ে এনে ক্ষেত্ৰত সভাই অধিক সচেতনতা অৱলম্বন কৰা দৰকাৰ।

**উপসংহাৰ ঃ**

অসম সাহিত্য সভা অসমৰ সৰ্ববৃহৎ আৰু প্ৰাচীনতম জাতীয় অনুষ্ঠান। ইয়াৰ লগত অসমীয়া জাতীয় জীৱনৰ আবেগ অনুভূতি জড়িত হৈ আছে। সাম্প্ৰতিক অসমৰ প্ৰেক্ষাপটত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি তথা জাতীয় জীৱনৰ বিভিন্ন ক্ষেত্ৰত সাহিত্য সভাৰ সবল নেতৃত্বৰ প্ৰয়োজনীয়তা আহি পৰিছে। বৰ্তমান বিচ্ছিন্নতাবাদ, অবিশ্বাস, সংশয় আদিৰ গ্ৰাসত পৰা বৰ অসমৰ কৌটিকলীয়া পাৰস্পৰিক বিশ্বাস আৰু ভ্ৰাতৃত্ববোধৰ পৰম্পৰাক জীপাল কৰি তোলাৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ বহুখিনি কৰণীয় আছে। সমন্বয়ৰ প্ৰাসংগিকতা আৰু গুৰুত্বক উপলব্ধি কৰি সভাই বিশেষভাৱে যোৱা তিনি-চাৰি বছৰে যিবোৰ কাৰ্যসূচী হাতত লৈছে সেইবোৰে জাতীয় জীৱনত যথেষ্ট আশাৰ সঞ্চাৰ ঘটাইছে। সভা-সমিতি, আলোচনা চক্ৰৰ আহ্বান, সভাৰ শাখা স্থাপন, জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ গৱেষণাৰ সুবিধা সৃষ্টি আদিৰ মাজতো সভাই গোষ্ঠী সংঘৰ্ষপীড়িত ঠাই, শৰণাৰ্থী শিবিৰ আদিলৈ গৈ ভুক্তভোগীৰ স'তে সহমৰ্মিতা প্ৰকাশ কৰিছে। এনেবোৰ কাৰ্যকৰী পদক্ষেপে সমন্বয়ৰ বান্ধোন কটকটীয়া কৰি তুলিব বুলি আশা কৰিব পাৰি। ইয়াৰ উপৰি সভাই এই ক্ষেত্ৰত ব্যাপক, বিস্তৃত তথা দীৰ্ঘম্যাদী পদক্ষেপ লোৱাটো বাঞ্চনীয়।

সভাই নৱ প্ৰজন্মৰ লেখক-লেখিকাক উদগনি দিবলৈ 'ৰামধেনু' নামৰ অনুষ্ঠানৰ আয়োজন কৰি আহিছে। নবীন লেখক-লেখিকাক গ্ৰন্থ প্ৰকাশৰ বাবে ৩০০০ টকাকৈ এককালীন সাহায্য প্ৰদানৰো ব্যৱস্থা কৰিছে। সভাই মহিলাসকলৰ



বাবে 'আকাশ' নামৰ অনুষ্ঠানৰ আয়োজন কৰি আহিছে। প্ৰবীণ সকলকো সভাই যথোচিত সন্মান প্ৰদৰ্শন কৰিবলৈ যত্ন কৰা পৰিলক্ষিত হৈছে। সভাই হাতত লোৱা এনে কাৰ্যসূচীবোৰে সকলো পক্ষকে সভাৰ প্ৰতি আকৰ্ষিত কৰি তোলাত সহায় কৰিছে। অসমৰ অধিকাংশ সাহিত্য-সংস্কৃতিৰ অনুৰাগী লোকৰ সহযোগিতা নাথাকিলে নিৰ্ধাৰিত কাৰ্যসূচী বা পৰিকল্পনাক বাস্তৱ ৰূপ দিয়াত অসুবিধাৰ সৃষ্টি হ'ব পাৰে। সেয়ে কাৰ্যব্যৱস্থা হাতত লোৱা দৰকাৰ।

জাতীয় জীৱনৰ পুৰোধা ব্যক্তিসকলকো সভাই বিভিন্ন ধৰণে সন্মান প্ৰদৰ্শন কৰাৰ প্ৰয়াস কৰিছে। অসমৰ বিভিন্ন ঠাইত সভাৰ উদ্যোগত বিষ্ণুৰাভা, জ্যোতিপ্ৰসাদ আদি শিল্পী সাহিত্যিকসকলৰ প্ৰতিমূৰ্তি স্থাপন, প্ৰয়াত শিল্পী সাহিত্যিকসকলৰ স্মৃতি ৰক্ষাৰ্থে বিশেষ ব্যৱস্থা গ্ৰহণ আদি কাৰ্যসূচীয়ে অসমীয়া জনমানসত যোগাত্মক প্ৰভাৱ পেলাইছে। অসম তত্ত্ব গৱেষণা সংস্থানৰ অধীনস্থ গৱেষণা কেন্দ্ৰক অধিক কাৰ্যক্ষম কৰি তোলা, দূৰসংযোগ পাঠ্যক্ৰমৰ প্ৰৱৰ্তন, গৱেষণামূলক আলোচনা সত্ৰৰ আয়োজন আদিয়ে সভাক বিদ্যায়তনিক আয়তন প্ৰদান কৰিছে। সভাৰ উদ্যোগত আৰম্ভ হোৱা সাংস্কৃতিক বিশ্ববিদ্যালয় প্ৰকল্পৰ কাম সম্পূৰ্ণ হ'লে এই প্ৰক্ৰিয়া অধিক তৰান্বিত হ'ব।

সাহিত্য সভাৰ বহুমুখী আঁচনিয়ে হিতৈষী আৰু আজীৱন সভ্যৰ বাবে বিশেষ স্বাস্থ্য আৰু চিকিৎসা সেৱা আঁচনিকো সামৰি লৈছে। প্ৰতিখন জিলাত জিলা সভাৰ সহযোগত সাহিত্য সভাই আজীৱন সভ্য সন্মিলনৰো আয়োজন কৰিছে। তদুপৰি সভাৰ আন্তঃগাথনি মজবুত, কৰ্মচাৰীসকলক নিয়মীয়া দৰমহা প্ৰদান, সাহিত্যানুৰাগী বহুকেইগৰাকী যুৱক-যুৱতীক কৰ্ম সংস্থাপনৰ সুবিধা প্ৰদান, ৱেইবছাইট মুকলি আদিয়ে সভাক অধিক জনমুখী কৰি তুলিছে।

ইয়াৰ মাজতো অসমৰ সংবাদ মাধ্যমত অসম সাহিত্য সভাক লৈ বিভিন্ন বিতৰ্কৰ সূত্ৰপাত হ'বলৈ লৈছে। সাহিত্য সভাৰ শীৰ্ষ বিষয়ববীয়াৰ সৈতে একাংশ সংবাদ মাধ্যমৰ বাক-বিতণ্ডা ব্যক্তিগত আক্ৰমণ-প্ৰত্যাক্ৰমণ, সস্তীয়া অভিযোগ-প্ৰতিঅভিযোগ আদি বিষয়ক মাজে মাজে প্ৰকাশ হৈ থকা বাতৰিয়ে সাহিত্যানুৰাগী লোকসকলক বিভ্ৰান্ত আৰু বিব্ৰত কৰি তুলিছে। মাজে মাজে সভাৰ বিৰুদ্ধে উত্থাপন হৈ থকা দুৰ্নীতি, পদবীক লৈ খোৱা কামোৰা আদিৰ অভিযোগৰ মাজতে একাংশ বুদ্ধিজীৱিয়ে কোনটো সঁচা, কোনটো মিছা বিচাৰ নকৰাকৈ অহৰহ পক্ষপাতমূলক সমালোচনাৰে সাহিত্য সভাক বিৰ্তকিত অনুষ্ঠান হিচাপে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা অব্যাহত ৰাখিছে। আনকি বিশিষ্ট বুদ্ধিজীৱী

হীৰেন গোহাঁয়েও সভাক গঠনমূলক সমালোচনা আগবঢ়োৱাতকৈ তীব্ৰভাৱে ব্যংগ কৰি সভাক একপ্ৰকাৰ নস্যাৎ কৰিছে।[৬]

যি কি নহওক, দুৰ্নীতি আদি অভিযোগৰ পৰা মুক্ত হ'লে, বিষয়ববীয়াসকলৰ নিষ্ঠা আৰু সততাৰ পৰিচয় পালে জাতীয় মন্দিৰস্বৰূপ অসম সাহিত্য সভাই আৰু অধিক লোকৰ শ্ৰদ্ধা আৰু আন্তৰিকতা আদায় কৰিব পাৰিব। সাহিত্যানুৰাগী ৰাইজৰ এই শ্ৰদ্ধা আৰু আন্তৰিকতাই সভাক নিজৰ মহৎ লক্ষ্য-উদ্দেশ্যৰ ফালে আগবাঢ়ি যোৱাত সহায় কৰিব আৰু জাতীয় জীৱনত সভাৰ ভূমিকা প্ৰশ্নাতীত হৈ ৰ'ব।

**সন্দৰ্ভসূচী ঃ**

১। গোহাঁই, হীৰেন; বৰা, দিলীপ ঃ অসম আন্দোলন, ফলশ্ৰুতি আৰু প্ৰতিশ্ৰুতি (সম্পা.), মজুমদাৰ, পৰমানন্দ; অসমত জাতীয়তাবাদৰ উত্থান আৰু সংকটৰ পটভূমি; পৃ - ১৩৫-১৪২

২। অসম সাহিত্য সভা বাৰ্তা, চতুৰ্থ সংখ্যা, ১ জুন, ২০১১, শেষ পৃষ্ঠা

৩। পাঠক, ৰমেশ; অসম সাহিত্য সভাৰ অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ শীৰ্ষক বক্তৃতা, পৃ. ৫

৪। ৰাজবংশী, পৰমানন্দ; প্ৰধান সম্পাদকৰ প্ৰতিবেদন, ২০১১-১২ বৰ্ষ, ফেব্ৰুৱাৰি, পৃ. ৪

৫। শৰ্মা, বিদ্যুৎ বৰুণ; দৈনিক অসম, ২ মাৰ্চ ২০১২, পৃ. ৬

৬। গোহাঁই, হীৰেন; অসম সাহিত্য সভাৰ বিচিত্ৰ অভিলেষ, আমাৰ অসম, স্তম্ভলেখা, ১৩ ফেব্ৰুৱাৰি, ২০১২

# বৌদ্ধিক প্ৰসংগ

# উত্তৰ-পূৰ্ব ভাৰতৰ বৌদ্ধিক জীৱনত অসম সাহিত্য সভাৰ ভূমিকা

জুৰিপ্ৰিয়া দেৱী

ইতিহাস হ'ল জাতীয় জীৱনৰ সঞ্জীৱনী মণি। ইতিহাসে জাতিৰ কথা কয়। সেই কথাত জাতিৰ প্ৰাণ সঞ্চাৰ হয়, জাতিয়ে স্বাধিকাৰ চেতনাত আত্মপ্ৰকাশ কৰে। জাতিৰ নিজস্ব ভাষা- সাহিত্য-সংস্কৃতিৰ নতুন গঢ় দিবলৈ সমাজৰ সৈতে সময়ৰ সমন্বয় স্থাপনত ইতিহাসে প্ৰেৰণা দিয়ে।

অসম সাহিত্য সভা— অসমীয়া জাতিৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান। সম্পদে-সম্ভ্ৰমে অসম সাহিত্য সভা এটা বিৰাট জাতীয় অনুষ্ঠান— অসমৰ গৌৰৱ। 'অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাংগীন বিকাশ আৰু উন্নতি সাধন'ৰ লক্ষ্য সাৰোগত কৰি ১৯১৭ চনত 'অসম সাহিত্য সভা' প্ৰতিষ্ঠা হৈছিল যদিও স্বৰূপাৰ্থত তাৰ আয়োজন চলিছিল ঊনৈশ শতিকাৰ শেষৰ দশকত। কলিকতাৰ কলেজত পঢ়িবলৈ যোৱা অসম মাতৃৰ সুযোগ্য প্ৰবাসী লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমা আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীয়ে 'জোনাকী' নামৰ আলোচনী প্ৰকাশ ক আধুনিক অসমীয়া সাহিত্যক কেৱল প্ৰতিষ্ঠা কৰাই নহয়, অসমীয়া ভাষা-সাহিত নিজৰ জীৱনৰ সমাৰ্থক কৰি তুলিবলৈ আমাৰ ৰাজ্যৰ লেখকসকলক দায়বদ্ধ কৰিলে। তেনে ধৰণৰ কেইগৰাকীমান মহাপ্ৰাণ স্বনামধন্য অসমীয়াৰ জীৱনযোৰা সাধনাৰ ফলতে 'সাহিত্য সভা'ৰ জন্ম হৈছিল। পৰৱৰ্তী সময়ত এই অনুষ্ঠান অসমৰ মানুহৰ অতি আদৰৰ হৈ পৰিল। স্বৰূপাৰ্থত 'সাহিত্য সভা' অসমৰ গৰিষ্ঠ সংখ্যক মানুহৰ একেবাৰে আপোনৰ অনুষ্ঠান হৈ পৰিল। ১৮৩৭ চনত ব্ৰিটিছ সাম্ৰাজ্যবাদীৰ আগ্ৰাসনত অস্তিত্ব হেৰুৱাবলগীয়া হোৱা অসমীয়া ভাষা-সাহিত্যৰ একনিষ্ঠ পূজাৰী গুণাভিৰাম বৰুৱা আৰু আনন্দৰাম ঢেকিয়াল ফুকন আদিৰ অহোপুৰুষাৰ্থত পুনৰ প্ৰতিষ্ঠা হ'লেও সাম্ৰাজ্যবাদৰ বিৰুদ্ধে অসমীয়া জাতিকো ভাৰতীয় মহাজাতিৰ

---

লেখক মঙলদৈ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।

লগত যুগ্মভাৱে, স্বাধীনতাৰ বাবে আন্দোলনত অৱতীৰ্ণ হ'বলৈ আপোন ভাষা-সাহিত্যৰ পূৰ্ণ প্ৰতিষ্ঠা আৰু বিকাশৰো এক জাতীয় প্ৰয়োজন আছিল। তেনে ঐতিহাসিক প্ৰয়োজন পূৰাবলৈ 'অসম সাহিত্য সভা'ৰ প্ৰতিষ্ঠা কৰা হৈছিল। পৰ্বত-ভৈয়ামৰ বৃহত্তৰ বহল পৰিসৰ আৰু স্বাৰ্থলৈ লক্ষ্য ৰাখিয়েই আদি পুৰুষসকলে এই সাহিত্যানুষ্ঠানক 'অসমীয়া সাহিত্য সভা' নাম নিদি 'অসম সাহিত্য সভা' আখ্যা দিছিল। এই অনুষ্ঠানৰ ভিতৰে-বাহিৰে আশ্ৰয় লৈয়েই অসমীয়া ভাষাৰ বিভিন্ন ধৰ্মপুথি, উপন্যাস, গল্প, কবিতা, গৱেষণা পত্ৰ, ব্যাকৰণ, অভিধান, বুৰঞ্জী আদি ৰচিত হ'ল আৰু পঁয়া লাগিব ধৰা অসমীয়া ভাষা-সাহিত্যই এক স্বয়ং সম্পূৰ্ণ ৰূপ ধাৰণ কৰি অন্যতম ভাৰতীয় ভাষা-সাহিত্যৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল।

অসমক এক মহাজাতীয় ৰূপ দান কৰা আৰু সাহিত্যিক ক্ষেত্ৰত, সামাজিক ক্ষেত্ৰত তথা সাংস্কৃতিক ক্ষেত্ৰত বৃহৎ অসমীয়া জাতিটোক সৰ্বত্ৰতে প্ৰাণৱন্ত কৰিবলৈ সাহিত্যকাণ্ডাৰী পদ্মনাথ গোহাঞি বৰুৱা, চন্দ্ৰধৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, শৰৎ চন্দ্ৰ গোস্বামীৰ দৰে অসম-সন্তানসকলে 'অসম সাহিত্য সভা' গঢ়ি তুলিছিল। সাহিত্যৰ মাজেৰে অসমত বসবাস কৰা প্ৰতিটো ভাষাগোষ্ঠী বা জনগোষ্ঠীৰ মাজত পাৰস্পৰিক ঐক্য, সমন্বয় গঢ়ি তোলাটোৱেই আছিল 'অসম সাহিত্য সভা'ৰ প্ৰধান উদ্দেশ্য। মহাজাতিৰ 'ব্লুপ্ৰিন্ট' এখন তেওঁলোকৰ সন্মুখত থাকিলেও তেওঁলোকে অসমৰ প্ৰতিটো জনগোষ্ঠী তথা ভাষাৰ সমান্তৰাল বিকাশৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল।

কথা সাহিত্যিক চৈয়দ আব্দুল মালিকৰ মতে- 'অসমখন আকাৰত সৰু হৈ গৈছে, কিন্তু অসম সাহিত্য সভাখন ডাঙৰ হৈ গৈছে।' সমন্বয় আৰু সম্প্ৰীতিৰ বাবে বিখ্যাত অসমৰ গাঁৱে-ভূঞে, নগৰে-চহৰে, পাহাৰে-কন্দৰে অসম সাহিত্য সভাৰ পঞ্জীকৃত আৰু স্বীকৃত শাখা-প্ৰশাখাই জীৱন্ত ৰূপত পিয়াপি দি আছে। অসম আৰু অসমৰ বাহিৰত অসম সাহিত্য সভাৰ সদস্য-সদস্যাৰ সংখ্যা লাখৰো অধিক। দেশ-বিদেশতো সাহিত্য সভাৰ শাখাবোৰে কাৰ্যক্ষম ৰূপত দায়িত্ব চম্ভালি আছে।

ভাষাৰ ক্ষেত্ৰখনলৈ লক্ষ্য কৰিলে দেখা যায় যে উত্তৰ-পূৰ ভাৰতৰ ভাব প্ৰকাশৰ মাধ্যমস্বৰূপ ভাষাৰ দিশটো সাহিত্য সভাৰ বিচাৰ্য বিষয়। অসম সাহিত্য সভাই ইতিমধ্যে খিলঞ্জীয়া মাতৃভাষা আৰু ৰাজ্যভাষাৰ মৰ্যাদা ৰক্ষাৰ হকে কাম কৰি আহিছে। এই মাতৃভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ— এয়া বিশ্বৰ প্ৰত্যেকগৰাকী মানুহৰ মৌলিক অধিকাৰ। ৰাষ্ট্ৰসংঘয়ো এই মৌলিক অধিকাৰ সাব্যস্ত কৰাৰ বাবে বিশ্বৰ প্ৰত্যেকখন ৰাষ্ট্ৰকে নীতি-নিৰ্দেশনা দি আহিছে। জাতিৰ



পিতা মহাত্মা গান্ধীয়ে সন্তানক নিজ দুগ্ধ পান নকৰা মাতৃ আৰু মাতৃভাষা নিশিকোৱা ব্যক্তিক মহাপাতকী বুলি উল্লেখ কৰিছে। আজি বিশ্বায়নৰ ধামখুমীয়াত ইংৰাজী, হিন্দীৰ আগ্ৰাসনত আমাৰ উত্তৰ-পূৰ্বাঞ্চলৰ কেইবাটাও ক্ষুদ্ৰ ভাষাৰ ইতিমধ্যে মৃত্যু ঘটিছে আৰু লগে লগে অসমীয়াকে প্ৰমুখ্য কৰি অন্যান্য জনজাতীয় ভাষাও ক্ৰমাৎ নিশ্চিহ্ন হোৱাৰ আশংকা পৰিলক্ষিত হৈছে। বিষয়টোৰ গুৰুত্ব উপলব্ধি কৰি অসম সাহিত্য সভাই ১ ফেব্ৰুৱাৰি, ২০১১ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত কৰা জাতীয় মাতৃভাষা অভিৱৰ্তনত সাহিত্য-সংস্কৃতি তথা মাতৃভাষাৰ সংৰক্ষণ, সংবৰ্ধন, সম্প্ৰচাৰৰ হকে মাত মাতি অহা বড়ো সাহিত্য সভা, অসম নেপালী সাহিত্য সভা, মিচিং আগম কেবাং, ডিমাচা সাহিত্য সভা, কোচ ৰাজবংশী সাহিত্য সভা, নেপালী সাহিত্য পৰিষদ, বিষ্ণুপ্ৰিয়া মণিপুৰী সাহিত্য পৰিষদ, তিৱা সাহিত্য সভা, সদৌ চুতীয়া জাতি সন্মিলন, দেউৰী সাহিত্য সভা, অসম চাহ জনজাতি সন্থা, সদৌ কোচ ৰাজবংশী সন্থা, লেখিকা সমাৰোহ সমিতি প্ৰমুখ্যে অসমৰ কেইবাটিও সন্থাই যোগদান কৰি নিজ নিজ লিখিত অভিমত ব্যক্ত কৰিছে। অসম ৰাজ্যৰ পৰিসীমাৰ ভিতৰত বাস কৰা বা এই ৰাজ্যৰ বাহিৰত বাস কৰা অনা-অসমীয়া ভাষী ইচ্ছুক ব্যক্তিক ছপা মাধ্যমৰ ডাক যোগে আৰু বৈদ্যুতিন মাধ্যমত ইন্টাৰনেট যোগে বিজ্ঞানসম্মতভাৱে অসমীয়া ভাষা শিক্ষা প্ৰদানৰ যোগেদি প্ৰশাসনিক স্তৰত অসমীয়া ৰাজ্যিক ভাষা প্ৰণয়ন সুচল কৰা আৰু সামাজিক স্তৰত অসমীয়া আৰু অনা-অসমীয়া ভাষী লোকসকলৰ মাজত সমন্বয়ৰ সেতু সুদৃঢ় কৰি তোলাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই দৃঢ় পদক্ষেপ গ্ৰহণ কৰিছে। উত্তৰ-পূৰ ভাৰতৰ অধিবাসী হিচাপে পৰিচিত জনজাতীয় লোকসকলে নিজস্ব ভাষাৰ বিকাশৰ বাবে চেষ্টা অব্যাহত ৰাখিছিল। ১৯৭২ চনৰ পৰা ভাষাৰ ভিত্তিত ৰাজ্য গঠন হোৱাৰে পৰা বড়ো, ৰাভা আদি জনজাতীয় ভাষাৰ মৰ্যাদা লাভ কৰিছে। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যদেৱে বড়ো ভাষাৰ বিষয়ে বিজ্ঞানসন্মতভাৱে গৱেষণা কৰিছে। বড়ো, ৰাভা, তিৱা, মিচিং আদি থলুৱা ভাষাবিলাকৰ উন্নতি সাধন কৰাটো অসম সাহিত্য সভাৰ এটা প্ৰধান উদ্দেশ্য তথা কৰ্তব্য। অসমীয়া ভাষাটো সকলো জনজাতিৰে সংযোগী ভাষা হিচাপে পৰিণত হৈছে। অসম সাহিত্য সভাই সকলো জনজাতিৰ লোকসকলক একতাৰ এনাজৰী আৰু গণতান্ত্ৰিক পদ্ধতিৰে বান্ধিবলৈ চেষ্টা কৰিছে।

বৰ্তমান সময়ত অসমীয়া ভাষাৰ বিকাশৰ ক্ষেত্ৰত অসম সাহিত্য সভাই বিভিন্ন পদক্ষেপ গ্ৰহণ কৰি আহিছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ উন্নতিৰ লগে লগে ভাষাৰো উন্নতি সাধন হৈছে। ভাষাৰ ক্ষেত্ৰখনলৈ অসম সাহিত্য সভাৰ

বৰঙণি অসীম। সাহিত্য সভাই অভিধান প্ৰণয়ন কাৰ্য, বিশ্বকোষ প্ৰণয়ন, আৰু জোঁটনিৰ পুথি প্ৰণয়নৰ জৰিয়তে ভাষাটোৰ বিকাশত অৰিহণা আগবঢ়াইছে। ইয়াৰোপৰি ভাৰতৰ আন আন অঞ্চলৰ লগত অসমীয়া ভাষা-সংস্কৃতিক পৰিচিত কৰি দিয়াৰ বাবে বিভিন্ন ভাৰতীয় আৰু ইংৰাজী ভাষাত গ্ৰন্থ প্ৰণয়ন কৰিছে। উদাহৰণ স্বৰূপে —

বিশ্বকোষ, অসম সাহিত্য সভা (১৩ টা খণ্ড সমাপ্ত)
অসম সাহিত্য সভা বাৰ্ষিকী ( ১ম, ২য় ভাগ)
অসম সাহিত্য সভা পত্ৰিকা (১ম, ২য় ভাগ)
অসম লেখক কোষ, পঞ্চম খণ্ড, সম্পাদিত
লুইতপাৰৰ বিদুষী বীৰাংগণা, ড° অণিমা গগৈ
ৰাভা জনজাতি, ৰাজেন ৰাভা সম্পাদিত
অসমৰ জনজাতি, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত
অসম সাহিত্য সভাৰ অভিলেখ- অসম সাহিত্য সভা
অসমৰ মানুহ - ড° মহেশ্বৰ নেওগ

The Outlook on NEFA– edited by Parag Dhar Chaliha

This is Assam–edited by Dr. Pramod Ch. Bhattacharya

Assam's Language Question- A symposium– edited by Dr. Maheswar Neog

Assamese for all, or Assamese self taught - edited by Dr. Mukunda Madhab Sarma

The Katha Bhagwat, Painting of Punia Satra - edited by Dr. Naren Kalita

Assam and the Assamese mind, edited by Dr. Nagen Saikia

आपकी असमीया, वा असमीया स्वयंशिक्षक- हिन्दी, ড° মুকুন্দ মাধৱ শৰ্মা সম্পাদিত

ৰূপকত্ৰয়ম, সংস্কৃত, ড° সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত ইত্যাদি।

সাহিত্যৰ ক্ষেত্ৰত অসম সাহিত্য সভাক গতিশীলতা প্ৰদান কৰিবলৈ অসমৰ তৃণমূল পৰ্যায়ৰ সৰু-বৰ লেখকৰ লিখনীসমূহে যথেষ্ট অৰিহণা যোগাই আহিছে। সেইসকল লেখকে জোনাকী কাকতৰ জৰিয়তে অসমীয়া সাহিত্যলৈ ৰোমান্টিক ধাৰা বোৱাই আনিছে। এই ক্ষেত্ৰত কলিকতা প্ৰবাসী চন্দ্ৰ কুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী আদি পুৰোধা ব্যক্তিসকলৰ নাম ল'ব লাগিব। পশ্চিমীয়া ভাষা-সাহিত্যৰ উন্নতিয়ে জাগ্ৰত কৰা জাতীয়তাবোধৰ ভাবে তেওঁলোককো চুই গৈছিল। পদ্মনাথ গোহাঞি বৰুৱা, মফিজুদ্দিন আহমদ হাজৰিকা, আনন্দচন্দ্ৰ আগৰৱালা, হিতেশ্বৰ বৰবৰুৱা, ৰঘুনাথ চৌধাৰী প্ৰমুখ্যে বৰেণ্য কবি-সাহিত্যিকসকলে অসমীয়া সাহিত্যক নতুন মাত্ৰা দান কৰিলে। আৱাহন, ৰামধেনু, জয়ন্তী আদি আলোচনীৰ মাজেৰে অসমীয়া সাহিত্যই নৱৰূপত আত্মপ্ৰকাশ কৰিছে। আলোচনীসমূহৰ সম্পাদক তথা মুখ্য পৃষ্ঠপোষকসকলৰ লগতে বিশিষ্ট কবি-সাহিত্যিকসকলৰ লেখনীয়ে জনগণক আকৰ্ষিত কৰাৰ উপৰিও এচাম নতুন কবি-সাহিত্যিকৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকা প্ৰশংসনীয়। অসম সাহিত্য সভাই প্ৰতিষ্ঠা কালৰে পৰা বিভিন্ন লেখক সৃষ্টি কৰাৰ উদ্দেশ্যে শাখা সাহিত্য সভা গঠন কৰি অঞ্চল আৰু ঠাই বিশেষে নতুন নতুন কবি-সাহিত্যিক তথা পঢ়ুৱৈৰ সৃষ্টি কৰিছে। এক শৈক্ষিক বাতাবৰণ সৃষ্টিৰ দায়িত্বও অসম সাহিত্য সভাই গ্ৰহণ কৰিছে। অসম সাহিত্য সভাই তেওঁলোকৰ বিভিন্ন অনুষ্ঠানৰ জৰিয়তে গ্ৰন্থ প্ৰকাশৰ দৰে মহৎ কাৰ্যৰে অসমীয়া ভাষা সাহিত্যৰ ভঁড়াললৈ অভূতপূৰ্ব বৰঙণি আগবঢ়াই আহিছে। অসম সাহিত্য সভাৰ অধিৱেশনবোৰত অনুষ্ঠিত কৰা গ্ৰন্থমেলাত বহু লব্ধ-প্ৰতিষ্ঠ লিখকৰ ৰচনাসমূহ প্ৰকাশ হয়। এক বৌদ্ধিক পৰিৱেশৰ সৃষ্টিৰে উক্ত দিনকেইটাত লিখক আৰু পঢ়ুৱৈৰ অভাৱনীয় মিলন ঘটে। এনে অধিৱেশনবোৰত অসমৰ পৰিধি নেওচি আন আন ঠাইৰ বহু প্ৰখ্যাত সাহিত্যিকৰ লগত মত বিনিময় কৰিবলৈ সহজ হয়, যাৰ ফলত সেই ঠাইবোৰৰ সাহিত্য-সংস্কৃতি আৰু পৰিৱেশ-পৰিস্থিতিৰ ওপৰত সম্যক ধাৰণা কৰিবলৈ সুবিধা হয়। মাজে মাজে এনেবোৰ অনুষ্ঠানলৈ বিদেশী সাহিত্যিকৰ লগতে পশ্চিমবংগ, কলকতা, অৰুণাচল প্ৰদেশ, নেপাল, নগাভূমিৰ সাহিত্যিককো আমন্ত্ৰণ কৰি অনা দেখা যায়। সাহিত্য সভাই প্ৰণয়ন আৰু প্ৰকাশ কৰা কিছু গ্ৰন্থ উল্লেখ কৰা হ'ল—

| | |
|---|---|
| ১) হৰিবৰ বিপ্ৰৰ লৱ-কুশৰ যুদ্ধ | ড° মহেশ্বৰ নেওগ সম্পাদিত |
| ২) ভাগৱত মিশ্ৰৰ সাত্বত তত্ত্ব | শৰৎ চন্দ্ৰ গোস্বামী সম্পাদিত |
| ৩) মোৰ জীৱন সোঁৱৰণ | যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত |
| ৪) ৰংমিলিৰ কাটাপ্লি | ৰংবং তেৰাং |
| ৫) অসমৰ চাহ জনগোষ্ঠী ঃ জীৱন আৰু সংস্কৃতি, সম্পাদিত | |
| ৬) অসমীয়া লোক-গীতি সংগ্ৰহ | অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত |
| ৭) বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা | সূৰ্য কুমাৰ ভূঞা সম্পাদিত |
| ৮) চাহবাগিচাৰ বনুৱা | নকুল চন্দ্ৰ ভূঞা সম্পাদিত |
| ৯) অসমৰ জনজাতি আৰু সংস্কৃতি, সম্পাদিত | |

১০) কাৰ্বি সংস্কৃতিৰ ৰূপৰেখা, সম্পাদিত
১১) উদয়াচলৰ সাধু, লুম্মেৰ দাই
১২) মিকিৰ জনজাতি, লংকাৰাম টেৰণ
১৩) অসমৰ জনজাতীয় সাধু, সম্পাদিত

বিভিন্ন গ্ৰন্থ প্ৰকাশনৰ উপৰিও অসম সাহিত্য সভাই ইতিমধ্যে পত্ৰিকাবোৰৰ জৰিয়তেও অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ব্যক্তি, সাহিত্যিক, লেখক-লেখিকা আদিৰ সৃষ্টিৰাজিৰ লগতে তেওঁলোকৰ বহুমুখী প্ৰতিভাক অসমৰ পাঠক ৰাইজৰ আগত দাঙি ধৰিবলৈ সক্ষম হৈছে। ঠিক সেইদৰে অসম সাহিত্য সভাৰ অধিবেশনৰ লগত সংগতি থকা বিভিন্ন গ্ৰন্থমেলা, শাখা সভাসমূহৰ গ্ৰন্থমেলা আৰু ভ্ৰাম্যমান গ্ৰন্থমেলাই আমাক এক সমন্বয় আৰু সহাৱস্থানৰ মাজত ধৰি ৰাখিছে।

অসম সাহিত্য সভাই 'আকাশ' অনুষ্ঠানৰ জৰিয়তে অসমৰ লগতে উত্তৰ-পূৰ্বাঞ্চলৰ নাৰীসমাজক বৌদ্ধিক দিশত আগবঢ়াই নিয়াত অগ্ৰসৰ হৈছে। তাৰোপৰি অসম সাহিত্য সভাৰ 'কামধেনু' অনুষ্ঠানৰ জৰিয়তে ৩৫ বছৰৰ অনূৰ্ধৰ নবীন লেখকৰ গ্ৰন্থ প্ৰকাশত উদগনি দিয়াৰ বাবে আৰ্থিক সাহায্য দিয়াৰো ব্যৱস্থা কৰিছে।

অসম সাহিত্য সভাই বৌদ্ধিক বিকাশৰ বাবে সময়ে সময়ে বিভিন্ন কাৰ্যপন্থা গ্ৰহণ কৰি আহিছে। অসম তত্ত্ব গৱেষণা সংস্থান, যোৰহাটৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীসকলক পি.এইচ.ডি আৰু এম.ফিল ডিগ্ৰী প্ৰদানৰ কাৰ্যসূচীও গ্ৰহণ কৰিছে। এই সংস্থাৰ অন্তৰ্গত কেইবাটিও কেন্দ্ৰৰ ভিতৰত জনজাতীয় গৱেষণা কেন্দ্ৰ, ডিফু, চাহ জনজাতীয় গৱেষণা কেন্দ্ৰ, ডিব্ৰুগড়, পশ্চিম অঞ্চলৰ ভাষা-সংস্কৃতি গৱেষণা কেন্দ্ৰ, ধুবুৰী আদিত 'অসমৰ জনজাতীয় কোষ' সম্পাদনাৰ লগতে অসমৰ ভাষা-সাহিত্যলৈ 'চৰ-চাপৰি জনগোষ্ঠীৰ অৱদান' গ্ৰন্থখনিৰ সম্পাদনাৰ কাম চলি আছে। এই কেন্দ্ৰসমূহৰ উপৰিও ব্ৰহ্মপুত্ৰ-গোমতী-সাহিত্য-সংস্কৃতি গৱেষণা কেন্দ্ৰ, আগৰতলা, তনুৰাম ৰাজবংশী পুথিভঁড়াল আৰু দৰঙী গৱেষণা প্ৰতিষ্ঠান, দেওমৰনৈ আদিৰ জৰিয়তে ভাষা-সাহিত্য-সংস্কৃতিক অধিক ফলপ্ৰসূ কৰিবলৈ কাৰ্যপন্থা গ্ৰহণ কৰিছে।

উত্তৰ-পূৱ ভাৰত হৈছে বাৰেবৰণীয়া সংস্কৃতিৰ মিলন ক্ষেত্ৰ। লুইত আৰু বৰাকৰ দুয়োপাৰৰ ৰাইজৰ সম্প্ৰীতি সাধনত ব্ৰতী হৈ পাহাৰ-ভৈয়ামৰ চিৰযুগমীয়া প্ৰেম-প্ৰীতিৰে সাতভনীৰ হাতত ধৰা-ধৰিকৈ ভাষা-সাহিত্য-সংস্কৃতিৰ মাধ্যমেৰে এখন বৰ অসম গঢ়াৰ প্ৰচেষ্টা গ্ৰহণ কৰি আহিছে অসম সাহিত্য সভাই।

উত্তৰ-পূৱ ভাৰতৰ সংস্কৃতি হৈছে সমন্বয়ৰ সংস্কৃতি। সংস্কৃতি সম্পৰ্কে ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে কৈছিল যে সাংস্কৃতিক সমন্বয় কেতিয়াও এটা



দিশৰ পৰা হোৱা যাত্ৰা নহয়। বিভিন্ন কৃষ্টিগত যাত্ৰাপথৰ সংগমৰ ফলতেই সংস্কৃতিৰ উদ্ভৱ সম্ভৱ। প্ৰাচীন কালৰে পৰা বিভিন্ন জাতি-জনগোষ্ঠীৰ লোক এই অসম দেশলৈ আহি ইয়াৰ স্থাপত্য-ভাস্কৰ্য, সংগীত, সাজপাৰ, বাদ্যযন্ত্ৰ আদিক সমৃদ্ধ কৰি তুলিছে। সংস্কৃতিৰ পুৰোধা ব্যক্তিসকলে যি অৱদান আগবঢ়াই আহিছে তাৰ পৰৱৰ্তী সময়ত নৱ-প্ৰজন্মই অধিক উৎসাহেৰে গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকা বাস্তৱিকতেই শলাগিবলগীয়া। অসম সাহিত্য সভা সংস্কৃতি কৰ্ষণৰ এক থলী হিচাপে পৰিগণিত হৈছে। বিভিন্ন জাতি-জনজাতিৰ মাজত সুপ্ত হৈ থকা নানান প্ৰতিভা তথা কৃষ্টিক পোহৰলৈ অনাৰ ব্যৱস্থা কৰি আহিছে। অসম সাহিত্য সভাৰ মঞ্চত বিভিন্ন জাতি-জনগোষ্ঠীৰ কৃষ্টিসমূহ প্ৰদৰ্শিত কৰি সাংস্কৃতিক ঐক্যবদ্ধতাৰ চূড়ান্ত নিদৰ্শন দাঙি ধৰা দেখা যায়। লোক-সংস্কৃতিক বিভিন্ন ৰূপত প্ৰকাশ কৰি জাতি-জনগোষ্ঠীৰ লুপ্তপ্ৰায় সাংস্কৃতিক পৰম্পৰাক পুনৰুজ্জীৱিত কৰিবলৈ চেষ্টা কৰি আহিছে। অসম সাহিত্য সভাৰ মঞ্চত দেশ-বিদেশৰ সংগীতজ্ঞৰ লগত মত বিনিময়ৰে সাংস্কৃতিক আদান-প্ৰদান কৰি আমাৰ সংস্কৃতি আৰু পৰম্পৰাক বিশ্ব দৰবাৰলৈ নিয়াৰ যি প্ৰয়াস সেইটো অতি প্ৰশংসনীয়।

অসম সাহিত্য সভাই বৌদ্ধিক বিকাশৰ ক্ষেত্ৰত বিভিন্ন বঁটা প্ৰদানেৰে সৃষ্টিশীল প্ৰতিভাক অনুপ্ৰেৰণা তথা উদগনি যোগাই আহিছে। সৃষ্টিমূলক অথবা গৱেষণাধৰ্মী মানৱীয় মূল্যবোধ সম্পন্ন ৰচনাৰ লেখকক 'অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী বঁটা'ৰে পুৰস্কৃত কৰা হয়।

বিশ্ববিদ্যালয় বা মহাবিদ্যালয় পৰ্যায়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজত অনুষ্ঠিত হোৱা ৰচনা প্ৰতিযোগিতাত শ্ৰেষ্ঠগৰাকীক অসম সংঘ আমেৰিকা বঁটা পুঁজিৰ পৰা ১০,০০০.০০ টকা আগবঢ়োৱা হয়। ঠিক তেনেকৈ সাহিত্য ক্ষেত্ৰত আগবঢ়োৱা বৰঙণিৰ বাবে কৃষ্ণকান্ত সন্দিকৈ বঁটা, নিজৰা কবি শৈলধৰ ৰাজখোৱা বঁটা, বাসুদেৱ জালান বঁটা, লুম্বেৰ দাই সাহিত্য বঁটা আদি প্ৰদান কৰি যোগ্যজনক স্বীকৃতি প্ৰদানেৰে উৎসাহিত কৰি আহিছে।

তাৰোপৰি অসম সাহিত্য সভাই ভাষা-সাহিত্য-সংস্কৃতিলৈ আগবঢ়োৱা অতুলনীয় অৱদানৰ বাবে 'ৰসৰাজ', 'কাব্য ভাৰতী', 'ইতিহাস আচাৰ্য', 'সদস্য মহীয়ান', 'সাহিত্যাচাৰ্য' আদি বিভিন্ন উপাধিৰে বিভূষিত কৰি লেখকসকলক উৎসাহ আৰু সন্মান প্ৰদান কৰি আহিছে।

অসমৰ এই বৃহৎ জাতীয় অনুষ্ঠানটোৱে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰসাৰ আৰু প্ৰচাৰৰ বাবে জাতীয় জীৱনৰ ধ্বজাবাহী সংগঠনৰূপে পৰিচিত হৈছে।

অসম সাহিত্য সভাৰ এই দীঘলীয়া পৰিক্ৰমাত সাতভনীৰ সীমা অতিক্ৰমী সুদূৰ ইংলণ্ড, আমেৰিকাৰ লগতে নগালেণ্ড, অৰুণাচল প্ৰদেশ, পশ্চিমবংগ, বিহাৰ, উৰিষ্যা, সম্বলপুৰ আদিত ইতিমধ্যে প্ৰায় ১২০০ৰো অধিক শাখা গঠন কৰি বৌদ্ধিক দিশত অসমৰ ভাষা-সাহিত্য-সংস্কৃতিক বিশ্বৰ মানচিত্ৰত চিহ্নিত কৰিব পাৰিছে। অসম সাহিত্য সভা সমগ্ৰ পৃথিবীৰ এক উমৈহতীয়া মঞ্চ যি মঞ্চ ভাৰত তথা উত্তৰ পূৰ্বাঞ্চলত ক'তো নাই। বাৰেবহণীয়া অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰে ভৰা উত্তৰ-পূৰ ভাৰতৰ এই বৃহৎ পথাৰখনৰ বিস্তৃত অধ্যয়ন আমাৰ এই ক্ষুদ্ৰ গৱেষণা পত্ৰখনিৰ মাজত সীমাবদ্ধ ৰূপতহে প্ৰকাশ কৰিবলগীয়া হৈছে। ইয়াৰ বিস্তৃত অধ্যয়নৰ আৰু অধিক প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি।

*গ্ৰন্থপঞ্জী*

১) গোস্বামী, শ্ৰীযুত যতীন্দ্ৰ চন্দ্ৰ — সম্পা, অসম সাহিত্য সভা বাৰ্ষিকী, মাকুম সন্মিলন।
২) চৌধুৰী, শ্ৰীসতীশ চন্দ্ৰ — সম্পা, অসম সাহিত্য সভাৰ ন্যাসপুঁজি আৰু বঁটা পুঁজিসমূহ।
৩) ডেকা, ড° ৰামচন্দ্ৰ
নাথ, ড° প্ৰসন্ন কুমাৰ — সম্পা, অসম সাহিত্য সভা স্মৃতিগ্ৰন্থ।
৩) নেওগ, ড° মহেশ্বৰ — সম্পা, অসম সাহিত্য সভা বাৰ্ষিকী।
৫) বৰুৱা, ড° ভীমকান্ত — সম্পা, 'অভিলেখ' স্মাৰক গ্ৰন্থ
৬) বৰা, শৰৎ ৰাণা
শৰ্মা, গুণীন
৭) বুঢ়াগোহাঞি, নৱলকিশোৰ
মৰাণ মোহন — সম্পা, লিডু, সপ্তম বিশেষ বাৰ্ষিক লিডু অধিবেশন
সেণোৱাল, লক্ষ্যধৰ
৮) ভট্টাচাৰ্য, প্ৰফুল্ল চন্দ্ৰ — সম্পা, 'জিলিঙণি' অসম সাহিত্য সভা
৯) ৰাজবংশী, ড০ পৰমানন্দ — সম্পা, অসম সাহিত্য সভা বাৰ্তা, তৃতীয় সংখ্যা
১০) শৰ্মা, ৰজনীকান্ত দেৱ, — সম্পা, অসম সাহিত্য সভা পত্ৰিকা
১১) শইকীয়া, ড০ নগেন — সম্পা, প্ৰতিধ্বনি, অসম সাহিত্য সভা
১২) হাজৰিকা, দীপাংকৰ — সম্পা, অসম সাহিত্য সভা বাৰ্তা, দ্বিতীয় সংখ্যা
১৩) হাজৰিকা, শ্ৰীযুত অতুল চন্দ্ৰ, — সম্পা, অসম সাহিত্য সভাৰ ভাষণাৱলী, দ্বিতীয় ভাগ।
১৫) হুছেইন, আবুল, — শ্ৰীশ্ৰীগোবিন্দ মিশ্ৰ সাহিত্য সভা স্মৃতিগ্ৰন্থ।

# উত্তৰ-পূৰ ভাৰতৰ বৌদ্ধিক জীৱনত অসম সাহিত্য সভাৰ ভূমিকা ঃ এটি চমু অৱলোকন

ড° কল্পনা বৈশ্য

১.০ অৱতৰণিকা ঃ বিশাল ভাৰতবৰ্ষৰ উত্তৰ-পূৱ দিশত অৱস্থিত বৰ্তমানৰ অসম, মেঘালয়, অৰুণাচল প্ৰদেশ, নগালেণ্ড, মিজোৰাম আৰু ত্ৰিপুৰা- এই সাতোখন ৰাজ্যৰ সমষ্টিগত ভৌগোলিক অঞ্চলক উত্তৰ-পূৰ্বাঞ্চলে সামৰি লয়। ঐতিহাসিক আৰু ভৌগোলিক দিশত এই সাতোখন ৰাজ্যৰ মাজত সাদৃশ্য থকাৰ উপৰিও সাংস্কৃতিক দিশতো সাদৃশ্য থকা দেখা যায়। ঐতিহাসিক আৰু ভৌগোলিক, সাংস্কৃতিক, সামাজিক, সংস্থানিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক সমস্যা আদিৰ ক্ষেত্ৰতো সাদৃশ্য পৰিলক্ষিত হোৱা বাবে এই সাতোখন ৰাজ্যক সাতভনী নামকৰণ তাৎপৰ্যপূৰ্ণ।[১]

অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰখনক জীপাল কৰি ভাষা-সাহিত্যক উচ্চ স্তৰলৈ লৈ যোৱাত বিশেষ অৰিহণা আগবঢ়োৱা সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভা। জন্ম লগ্নৰে পৰা উত্তৰ-পূৱ ভাৰতৰ জাতীয় জীৱনত সৰ্বসাধাৰণ লোকৰ পৰা প্ৰতিপত্তিশালী লোকলৈকে সকলো মানুহৰ বৌদ্ধিক দিশত অসম সাহিত্য সভাই এক বিশেষ প্ৰভাৱ পেলাবলৈ সক্ষম হৈছে। পাৰ্বত্য অঞ্চল, চাহবাগিচা, অনা অসমীয়া অঞ্চলসমূহৰ মাজত সাংস্কৃতিক বিনিময়, জাতি-জনগোষ্ঠীৰ মাজত সমন্বয় সাধন, পত্ৰিকা প্ৰকাশ, অন্যান্য গ্ৰন্থ প্ৰকাশ, পাঠ্যপুস্তক সাহায্য আদিৰ উপৰিও ৰাইজৰ বিদ্যানুৰাগৰ প্ৰতি দৃষ্টি ৰাখি অসম সাহিত্য সভাই বিশ্বকোষৰ ধন সংগ্ৰহ অভিযান আৰম্ভ কৰি এটা ব্যাপক বৌদ্ধিক আন্দোলনৰ সৃষ্টি কৰিলে যি আন্দোলনত অকল অসম ৰাজ্যতে নহয় সমগ্ৰ উত্তৰ-পূৱ-ভাৰতৰ শিক্ষিত-অশিক্ষিত, ধনী-দুখীয়াৰ পৰা আৰম্ভ কৰি নিম্ন মধ্যবিত্ত ঘৰৰ গৃহিণী পৰ্যন্ত সকলো মানুহেই নিবিড়ভাৱে জড়িত হৈ পৰিল।

---

লেখক সৰুপেটাৰ বি এইচ বি মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।

**১.১ অসম সাহিত্য সভাৰ গঠন আৰু বিকাশ ঃ**

১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধি অনুসৰি অসম ইংৰাজসকলৰ হাতলৈ হস্তান্তৰ হোৱা অৱস্থাত অসমীয়া ভাষা-সাহিত্য এক দুৰ্যোগৰ সন্মুখীন হয়। ১৮৩৬ চনৰ পৰা অসমৰ পঢ়াশালি, আদালত আদিত বঙালী ভাষাৰ প্ৰৱৰ্তনে অসমীয়া জাতিক কোঙা কৰি পেলোৱাৰ উপক্ৰম হোৱাৰ সময়তে ১৮৩৫-৩৬ চনত খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে অহা আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰীসকলৰ প্ৰচেষ্টাত অসমীয়া ভাষাই পুনৰ মুক্তি পথত আৰোহণ কৰে। ৰেভাৰেণ্ড নাথান ব্ৰাউন, ও.টি. কটৰ, ডঃ মাইলছ ব্ৰনছন আদিৰ সহযোগত ১৮৪৬ চনৰ জানুৱাৰি মাহত শিৱসাগৰৰ দিখৌ পাৰৰ বেপ্টিষ্ট মিছনেৰী প্ৰেছৰ পৰা অৰুনোদই কাকতৰ প্ৰকাশে অসমীয়া আধুনিক সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠাত গুৰি ধৰে। মিছনেৰীসকলক সহায় কৰিবলৈ আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা প্ৰমুখ্যে এচাম শিক্ষিত অসমীয়াই আগবাঢ়ি আহে। আনহাতে কলিকতাত উচ্চ শিক্ষা আহৰণ তথা ব্যৱসায়-বাণিজ্য আৰু চাকৰি কৰিবলৈ যোৱা এচাম অসমপ্ৰাণ ব্যক্তিয়ে অসমীয়া ভাষাক সমৃদ্ধ কৰিবলৈ অহোপুৰুষাৰ্থ প্ৰচেষ্টাত নামি পৰে। ১৮৮৮ চনত 'অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ' জন্ম হয় আৰু ১৮৮৯ চনত সভাৰ মুখপত্ৰ 'জোনাকী' নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ কৰি এক সাহিত্যিক আন্দোলন গঢ়ি তোলাৰ লগতে অসমীয়া আধুনিক সাহিত্যৰ গৌৰৱ ঘোষণা কৰে। এইসকল লোকৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, গুঞ্জানন বৰুৱা, ৰাধানাথ সন্দিকৈ, গুণাভিৰাম বৰুৱা, জ্ঞানদাভিৰাম বৰুৱা, ৰমাকান্ত বৰকাকতী, বলিনাৰায়ণ বৰা, ৰত্নেশ্বৰ মহন্ত, গংগা গোবিন্দ ফুকন, আনন্দ চন্দ্ৰ আগৰৱালা, ভোলানাথ বৰুৱা, বুদ্ধীন্দ্ৰ নাথ ভট্টাচাৰ্য, দেৱীচৰণ বৰুৱা, ঘনশ্যাম বৰুৱা, মথুৰামোহন বৰুৱা, মানিক চন্দ্ৰ বৰুৱা, শিৱৰাম বৰদলৈ, ৰাধিকাৰাম ফুকন আদি অন্যতম। এনে ক্ৰম বিকাশৰ মাজেৰে আহি অসমীয়া ভাষা-সাহিত্যই উন্নতিৰ উচ্চ স্তৰত গতি কৰিবলৈ উপক্ৰম হয়। অসমীয়া ভাষা উন্নতি সাধিনী সভা গঠিত হোৱাৰ পিছৰে পৰাই অসমীয়াসকলৰ মাজত এক নতুন জাতীয় জাগৰণৰ সূচনা হয়। এই অনুষ্ঠানৰ আদৰ্শ আৰু লক্ষ্যক আগত ৰাখিয়ে সমগ্ৰ অসমৰ চহৰসমূহতো অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ শাখা কিছুমান গঠন কৰা হয়। ১৯১৪ চনত গুৱাহাটী অসমীয়া ভাষা উন্নতি সাধিনী সভাই সদৌ অসম ভিত্তিত এখন বৃহত্তৰ সাহিত্য সন্মিলন পতাৰ চিন্তা-চৰ্চা চলায় আৰু এই ক্ষেত্ৰত চন্দ্ৰ নাথ শৰ্মা বি-এল, কালিৰাম দাস বি-এল প্ৰভৃতি সভাৰ সদস্যসকলে বিশেষ আগভাগ লয়।[2] বিভিন্ন গুণী-জ্ঞানী লোকৰ সাৰুৱা চিন্তাই বাস্তৱ ৰূপ লাভ কৰিলে ১৯১৭ চনত। ১৯১৭ চনৰ ২৬, ২৭ ডিচেম্বৰত



শিৱসাগৰত অনুষ্ঠিত হোৱা আছাম এছোচিয়েশ্যনৰ ৰভাতে 'সদৌ অসমৰ সাহিত্য সন্মিলনী'ৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়। এই সন্মিলনীৰ সভাপতি আছিল পদ্মনাথ গোহাঞিবৰুৱা। এই সন্মিলনীৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল গুঞ্জানন বৰুৱা আৰু প্ৰধান সম্পাদকৰূপে নিৰ্বাচিত হয় শৰৎ চন্দ্ৰ গোস্বামী। অসম সাহিত্য সভাৰ প্ৰথম বছৰৰ কাৰ্যনিৰ্বাহক সমিতিৰ বিষয়ববীয়া সকল হ'লঃ পদ্মনাথ গোহাঞিবৰুৱা (সভাপতি), শৰৎ চন্দ্ৰ গোস্বামী (প্ৰধান সম্পাদক), দেবেশ্বৰ শৰ্মা (সহকাৰী সম্পাদক); সদস্যসকলৰ ভিতৰত সত্যনাথ বৰা, চন্দ্ৰনাথ শৰ্মা, আজিজৰ ৰহমান (গুৱাহাটী); দেবেশ্বৰ চলিহা, কুলধৰ চলিহা, পূৰ্ণানন্দ শৰ্মা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, জেহিৰুল আহমদ (যোৰহাট); গুঞ্জানন বৰুৱা, সিদ্ধেশ্বৰ গোহাঁই, লক্ষ্মীকান্ত বৰুৱা (শিৱসাগৰ); নীলমণি ফুকন, হৰিকৃষ্ণ দাস, মফিজুদ্দিন আহমদ হাজৰিকা (ডিব্ৰুগড়); পদ্মনাথ গোহাঞিবৰুৱা, মহাদেৱ শৰ্মা (তেজপুৰ); ৰমণীকান্ত বৰুৱা, তাৰানাথ চক্ৰৱৰ্ত্তী (মঙ্গলদৈ); ডম্বৰুধৰ গগৈ, ৰোহিতাশ্ব দাস (লক্ষীমপুৰ); মেদেলোৰাম দাস, গিৰীশ চন্দ্ৰ ৰায় চৌধুৰী (শদিয়া); কালিৰাম দত্ত, শ্ৰীনাথ বেজবৰুৱা (গোলাঘাট); ৰত্নকান্ত বৰকাকতী, মোছলেহ উদ্দিন আহমদ (নগাঁও); সিংহ দত্তগোস্বামী, কমলাকান্ত বৰুৱা (শ্বিলং); অম্বিকাগিৰী ৰায়চৌধুৰী, কমলাকান্ত দাস (বৰপেটা); দুৰ্গেশ্বৰ শৰ্মা, কমলেশ্বৰ নাথ, চফিয়ৰ ৰহমান (গোৱালপাৰা); অমৃতভূষণ অধিকাৰী, প্ৰমথ নাথ চক্ৰৱৰ্তী, কীৰ্ত্তিনাথ বৰদলৈ (ধুবুৰী); সীতা নাথ বৰবৰা, চন্দ্ৰ কুমাৰ বৰুৱা (কহিমা) আদি; প্ৰবাসী সদস্যসকল হ'ল লক্ষ্মীনাথ বেজবৰুৱা, ৰাধানাথ ফুকন, লোহিত চন্দ্ৰ ভুঞা আদি। ইয়াৰ উপৰিও দহখন শাখা সভা, দুখন স্বীকৃত সভা আৰু দহজন আজীৱন সভ্যৰে সন্মিলন আৰম্ভ কৰা হৈছিল। জন্মলগ্নৰ পৰাই বৰ্তমান পৰ্যন্ত অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰা সভাপতিসকল হ'ল— পদ্মনাথ গোহাঞিবৰুৱা, চন্দ্ৰধৰ বৰুৱা, কালিৰাম মেধি, হেমচন্দ্ৰ গোস্বামী, অমৃত ভূষণ দেৱঅধিকাৰী, কনকলাল বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকান্ত বৰদলৈ, বেণুধৰ ৰাজখোৱা, তৰুণৰাম ফুকন, কমলাকান্ত ভট্টাচাৰ্য, মফিজুদ্দিন আহমদ হাজৰিকা, নগেন্দ্ৰনাৰায়ণ চৌধুৰী, জ্ঞানদাভিৰাম বৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, ৰঘুনাথ চৌধাৰী, কৃষ্ণকান্ত সন্দিকৈ, ময়িদুল ইছলাম বৰা, নীলমণি ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰী, সূৰ্যকুমাৰ ভূঞা, নলিনীবালা দেৱী, যতীন্দ্ৰ নাথ দুৱৰা, বেণুধৰ শৰ্মা, পদ্মধৰ চলিহা, অতুল চন্দ্ৰ হাজৰিকা, ত্ৰৈলোক্য নাথ গোস্বামী, ৰত্নকান্ত বৰকাকতি, মিত্ৰদেৱ মহন্ত, ডিম্বেশ্বৰ নেওগ, বিনন্দ চন্দ্ৰ বৰুৱা, নকুল চন্দ্ৰ ভূঞা, জ্ঞান নাথ বৰা, আনন্দ চন্দ্ৰ বৰুৱা, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, তীৰ্থনাথ শৰ্মা, হেম বৰুৱা, গিৰিধৰ শৰ্মা, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰ নাথ শৰ্মা, যজ্ঞেশ্বৰ শৰ্মা, চৈয়দ আব্দুল মালিক, প্ৰসন্নলাল চৌধুৰী , অতুল চন্দ্ৰ বৰুৱা,

যতীন্দ্ৰ নাথ গোস্বামী, সীতানাথ ব্ৰহ্মচৌধুৰী, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, যোগেশ দাস, বীৰেণ বৰকটকী, মহেশ্বৰ বৰা, কীৰ্ত্তিনাথ হাজৰিকা, মহিম বৰা, নৱকান্ত বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ, লক্ষ্যধৰ চৌধুৰী, ভূপেন হাজৰিকা, লীলা গগৈ, হিতেশ ডেকা, লক্ষ্মীনন্দন বৰা, নগেন শইকীয়া, চন্দ্ৰপ্ৰসাদ শইকীয়া, হোমেন বৰগোহাঞি, বীৰেন্দ্ৰ নাথ দত্ত, কনকসেন ডেকা, ৰংবং তেৰাং আদি।[৪] আমাৰ এই আলোচনা পত্ৰত উত্তৰ পূৰ্ব-ভাৰতৰ বৌদ্ধিক জীৱনত অসম সাহিত্য সভাৰ ভূমিকা সম্পৰ্কে আলোকপাত কৰাৰ প্ৰয়াস কৰা হৈছে।

**১.২ উত্তৰ-পূৰ্ব ভাৰতৰ বৌদ্ধিক বিকাশত অসম সাহিত্য সভাৰ ভূমিকা ঃ**

অসম সাহিত্য সভা বৃহৎ জাতীয় অনুষ্ঠানটিয়ে উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনৰ সকলো মানুহৰ বৌদ্ধিক দিশত বিশেষ প্ৰভাৱ পেলাবলৈ সক্ষম হৈছে। পাৰ্বত্য অঞ্চলকে সামৰি ভৈয়াম অঞ্চলৰ সামাজিক-সাংস্কৃতিক বিনিময়ৰ যোগেদি জাতি-জনগোষ্ঠীৰ মাজত এক সমন্বয় আৰু সংহতি গঢ়ি তোলাত এই অনুষ্ঠানটিৰ বিশেষ অৱদান আছে। ১৯১৭ চনতে জন্ম লাভ কৰা অসম সাহিত্য সভাই জন্মলগ্নৰে পৰাই বৰ্তমান পৰ্যন্ত অসমীয়া ভাষা-সাহিত্যৰ গুৰি ধৰি প্ৰতি বছৰে একাদিক্ৰমে অধিবেশন অনুষ্ঠিত কৰি আহিছে আৰু ১৯৯৯ চনৰ হাজো অধিবেশনকে সামৰি এটা শতিকা সম্পূৰ্ণ কৰাৰ লগতে এই অনুষ্ঠানটিয়ে বিশেষ কৃতিত্ব তথা গৌৰৱ অৰ্জন কৰিবলৈ সক্ষম হয়। আনহাতে ১৯১৮ চনৰ ২৭ ডিচেম্বৰত গোৱালপাৰাত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাই 'প্ৰধান সম্পাদক'ৰ ঠাইত 'ঘাই সম্পাদক' কৰে। ১৯১৯ চনৰ ২৬ ডিচেম্বৰত বৰপেটাত অনুষ্ঠিত হোৱা অধিবেশনত অসম সাহিত্য সভাৰ সম্পাদকক 'ঘাই সম্পাদক' নুবুলি প্ৰধান সম্পাদকৰূপে স্বীকৃতি দিয়াৰ সিদ্ধান্ত লোৱা হয়। ১৯২০ চনত তেজপুৰ অধিবেশনতে শৰৎ চন্দ্ৰ গোস্বামী প্ৰধান সম্পাদকৰূপে নিৰ্বাচিত হয় আৰু সভাৰ মুখ্য কাৰ্যালয় যোৰহাটত স্থাপন কৰে। ১৯২৪ চনৰ ৫ মে'ত (১৮৬০ চনৰ ২১ নং আইন অনুসৰি) অসম সাহিত্য সভা— এই জাতীয় অনুষ্ঠানটি পঞ্জীয়নভুক্ত কৰা হয়। এই সময়ছোৱাতে 'চন্দ্ৰকান্ত ইন্দ্ৰকান্ত ট্ৰাষ্ট ফাণ্ড'ৰ অৰ্থেৰে 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন' নিৰ্মাণ কৰা হয় আৰু অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয় ৰূপে ১৯২৫ চনৰ ২৮ ফেব্ৰুৱাৰিৰ পৰা এই কাৰ্যালয় ব্যৱহাৰ কৰা হয়। সেই সময়ৰ অসমৰ গৱৰ্ণৰ চাৰ জন হেনৰিয়ে ১৯২৬ চনৰ ২ ডিচেম্বৰত এই ভৱন আনুষ্ঠানিকভাৱে উদ্বোধন কৰি জাতীয় অনুষ্ঠানটিলৈ চাৰি হাজাৰ টকা বৰঙণিস্বৰূপে আগবঢ়ায়।[৫]

**অসম সাহিত্য সভাৰ বিভিন্ন কাৰ্যক্ৰমণিকা ঃ**

আৰম্ভণিৰ পৰাই অসম সাহিত্য সভা শীৰ্ষক জাতীয় অনুষ্ঠানটিয়ে বিভিন্ন কাৰ্য সম্পাদন কৰি আহিছে। তেনে কাৰ্যক্ৰমণিকাৰ ভিতৰত-[৬] ১৯২৫ চনৰ



২৭ডিচেম্বৰত নগাঁও অধিবেশনত সাহিত্য সভাৰ মুখপত্ৰ এখন ছপা কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় আৰু এই মুখপত্ৰৰ সম্পাদক নিৰ্বাচিত হয় চন্দ্ৰধৰ বৰুৱা। ১৯২৬ চনৰ পৰা পত্ৰিকাৰ প্ৰথম সংখ্যা তিনিমহীয়াৰূপে প্ৰকাশিত হয়। ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক মৌলিক চিন্তামূলক আৰু গৱেষণামূলক প্ৰবন্ধৰ সমাহাৰত অসম সাহিত্য সভা পত্ৰিকাৰ লগতে এই অনুষ্ঠানটিয়ে এক বিদ্যায়তনিক দিশত নতুন নতুন পদক্ষেপৰ প্ৰচেষ্টা অব্যাহত থাকে। ১৯৩১ চনৰ ২৯ ডিচেম্বৰত শিৱসাগৰত অনুষ্ঠিত হোৱা ত্ৰয়োদশ অধিৱেশনত লক্ষ্মীনাথ বেজবৰুৱাক সম্বৰ্ধনা জনোৱা হয় আৰু এই সভাতে বেজবৰুৱাক 'ৰসৰাজ' উপাধি প্ৰদান কৰা হয়। ১৯৪৪ চনত শিৱসাগৰত নীলমণি ফুকনৰ সভাপতিত্বত অনুষ্ঠিত হোৱা সভাত সভাপতিগৰাকীয়ে গোটেই বছৰজুৰি কাৰ্যনিৰ্বাহ কৰাৰ সিদ্ধান্ত লোৱা হয়। স্বাধীন ভাৰতৰ অন্যতম প্ৰদেশ হিচাপে অসমীয়া ভাষাই আনুষ্ঠানিকভাৱে ৰাজ্যভাষাৰ স্বীকৃতি লাভ কৰা নাছিল। অসমীয়া ভাষাক ৰাজ্যভাষা হিচাপে ঘোষণা কৰাৰ বাবে অসম সাহিত্য সভাই পোনপ্ৰথমে দাবী উত্থাপন কৰে। সেই মৰ্মে ১৯৫০ চনৰ ১১, ১২ মাৰ্চ মাহত মাৰ্ঘেৰিটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত এটি প্ৰস্তাৱ গ্ৰহণ কৰে। এনে দাবীৰ ফলশ্ৰুতিত অসম চৰকাৰে এক প্ৰেছনটৰ জৰিয়তে ঘোষণা কৰে যে অসমীয়া ভাষাক চৰকাৰী কাম-কাজত ব্যৱহাৰ কৰিবলৈ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। সভাৰ একবিংশ মাৰ্ঘেৰিটা অধিৱেশনতে সভাপতিৰ পদ অলংকৃত কৰা অম্বিকাগিৰী ৰায়চৌধুৰী আৰু ৰাইজৰ সহযোগত অসমীয়া ভাষা ৰাজ্যভাষা হিচাপে স্বীকৃতি পাব লাগে বুলি প্ৰস্তাৱ গ্ৰহণৰ লগতে ১৯৫১ চনৰ ১০ জুলাইত ৰাজ্যভাষা দিৱস পালন কৰা হয়। ১৯৫২ চনত অসম সাহিত্য সভাই ধৰ্মেশ্বৰী দেৱীবৰুৱাণীক 'কাব্য-ভাৰতী' উপাধি প্ৰদান কৰে। ১৯৬৩ চনৰ ৭ এপ্ৰিলত অসম সাহিত্য সভাৰ গুৱাহাটীত 'ভাগৱতী প্ৰসাদ বৰুৱা ভৱন'ৰ আধাৰ শিলা স্থাপন কৰে। ১৯৬৮ চনৰ ৫ অক্টোবৰৰ পৰা অসম সাহিত্য সভাই লক্ষ্মীনাথ বেজবৰুৱা জন্ম শতবাৰ্ষিকী পালন কৰিবলৈ লয়। এই সময়ছোৱাতে লক্ষ্মীনাথ বেজবৰুৱাৰ নামত ডাকটিকট, এখন তথ্যচিত্ৰৰ উপৰিও অতুলচন্দ্ৰ হাজৰিকাৰ সম্পাদনাত দুটা খণ্ডত 'বেজবৰুৱাৰ গ্ৰন্থাৱলী' প্ৰকাশ কৰা হয়। ১৯৭১ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিওৱা 'হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী' শীৰ্ষক গ্ৰন্থখনৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে। ১৯৭৩ চনৰ ১০ ফেব্ৰুৱাৰিত ৰঙিয়াত অনুষ্ঠিত হোৱা অধিবেশনত অসম সাহিত্য সভাৰ পত্ৰিকা মাহেকীয়াৰূপত প্ৰকাশ হয়। সেই বছৰতে হেমন্ত কুমাৰ শৰ্মাক পত্ৰিকা সম্পাদকৰূপে নিৰ্বাচিত কৰা হৈছিল। ইয়াৰোপৰি এই বছৰটোতে গুৱাহাটীত মহেশ্বৰ নেওগৰ সঞ্চালনাত সভাই এটি লেখক শিবিৰৰ আয়োজন কৰে আৰু নবীন-প্ৰবীণ মুঠ ৭০ গৰাকী সাহিত্যিকে এই

শিবিৰত অংশগ্ৰহণ কৰিছিল। ১৯৭৪ চনৰ ৬ নৱেম্বৰৰ পৰা পুনৰ গুৱাহাটীত অসম সাহিত্য সভাই দ্বিতীয়বাৰৰ বাবে লেখক শিবিৰ অনুষ্ঠিত কৰে আৰু সেই আলোচনা চক্ৰৰে সঞ্চালক আছিল মহেশ্বৰ নেওগ। ১৯৭৫ চনৰ ২৭ আৰু ২৮ অক্টোবৰত অসম সাহিত্য সভাই আনন্দৰাম বৰুৱা সোঁৱৰণী বক্তৃতা মালাৰ আয়োজন কৰি ভাৰতৰ বিভিন্ন ঠাইৰ বুদ্ধিজীৱীক আমন্ত্ৰণ কৰি আনি ভাষা-সাহিত্যৰ বিভিন্ন দিশ চৰ্চা কৰে। এই অনুষ্ঠানতে কাশী বিশ্ববিদ্যালয়ৰ অধ্যাপক ঠাকুৰ প্ৰসাদ বৰ্মা আৰু অন্যান্য পণ্ডিত লোকসকলে অংশ গ্ৰহণ কৰে। ২৫ আৰু ২৬ ডিচেম্বৰত তৃতীয় লেখক শিবিৰ অনুষ্ঠিত কৰি ভাষা-সাহিত্যৰ বিভিন্ন দিশত চৰ্চা কৰা হয়। ১৯৭৮ চনৰ ১৯ মাৰ্চত অসম সাহিত্য সভাই প্ৰাচ্যতত্ত্ববিদ কৃষ্ণকান্ত সন্দিকৈক 'সদস্য মহীয়ান' উপাধি প্ৰদান কৰে। অসম সাহিত্য সভাৰ হৈ কৃষ্ণকান্ত সন্দিকৈৰ বাসভৱনত আনুষ্ঠানিকভাৱে এই উপাধি প্ৰদান কৰিছিল অসম সাহিত্য সভাৰ সভাপতি চৈয়দ আব্দুল মালিকে। ১৯৭৯-৮০ চনত গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ চৌহদত লক্ষ্মীৰাম বৰুৱা সদন নিৰ্মাণ কৰা হয়। ১৯৮৮ চনৰ ১ অক্টোবৰত সাহিত্যিক মহেশ্বৰ নেওগক অসম সাহিত্য সভাই 'সদস্য মহীয়ান' উপাধি প্ৰদান কৰে। ১৯৯১ চনৰ ৭ আৰু ৮ অক্টোবৰত অসম সাহিত্য সভাই সাহিত্য একাডেমীৰ সহযোগত তেজপুৰ শাখা সাহিত্য সভাৰ উদ্যোগত দৰং মহাবিদ্যালয়ত 'উত্তৰ-পূব ভাৰতৰ ভাষাসমূহৰ শিশু সাহিত্য' আলোচনা চক্ৰ অনুষ্ঠিত কৰে। এই বছৰৰে ২৪-৩০ অক্টোবৰলৈ অসম সাহিত্য সভাই আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাৰ সহযোগত গুৱাহাটীত 'ভগৱতী প্ৰসাদ বৰুৱা ভৱন'ত অভিধান তত্ত্ব প্ৰশিক্ষণ কৰ্মশালাৰ আয়োজন কৰি অভিধান সম্পৰ্কীয় বিভিন্ন দিশৰ আলোচনা কৰা হয়। এই সময়ছোৱাত কেন্দ্ৰীয় মানৱ সম্পদ মন্ত্ৰণালয়ৰ পৰা ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণৰ কৰাৰ বাবে একলাখ টকাৰ অনুদানো লাভ কৰে। ১৯৯২-৯৩ চনৰ পৰাই অসম সাহিত্য সভাই বৈষ্ণৱ ধৰ্মৰ গুৰি ধৰোতা শংকৰদেৱৰ তিথি জাতীয় 'সংহতি দিৱস'ৰূপে পালন কৰে। তেনেদৰে ১৯৯৩-৯৪ চনৰ পৰা 'বেজবৰুৱা দিৱস' পালন কৰা হয়। ১৯৯৭ চনত অসম সাহিত্য সভাই সাহিত্যৰ সাধক যতীন্দ্ৰ নাথ গোস্বামী আৰু চৈয়দ আব্দুল মালিকক 'সাহিত্যাচাৰ্য' উপাধি প্ৰদান কৰে। অসম সাহিত্য সভাৰ চতুষষ্টিতম বাৰ্ষিক অধিৱেশনত (১৯৯৮) সংশোধিত আৰু গৃহীত সিদ্ধান্তমৰ্মে সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ কাৰ্যকাল দুবছৰীয়া কৰা হয়। ১৯৯৮ চনৰ ৫ ছেপ্টেম্বৰত অসম সাহিত্য সভাৰ কেন্দ্ৰীয় অসম তত্ত্ব গৱেষণা সংস্থানৰ শুভাৰম্ভ অনুষ্ঠান অনুষ্ঠিত কৰাৰ লগতে 'ৰাধাকান্ত সন্দিকৈ ভৱন'ৰ দুৱাৰ মুকলি অনুষ্ঠানো পালন কৰা হয়। সাহিত্য সভাই প্ৰতিখন জিলাতে শাখা সাহিত্য সভাৰ সৃষ্টি কৰি সাধাৰণ জনগণক সাহিত্যৰ প্ৰতি



আকৃষ্ট কৰাৰ প্ৰয়াস কৰিছিল। ১৯৯৯ চনলৈকে ২১ খন জিলাত শাখা সাহিত্য সভাৰ মুঠ সংখ্যা হৈছিল ৬১৮ খন।

এনে বিভিন্ন দিশৰ ক্ষেত্ৰত অসম সাহিত্য সভাই অৱদান আগবঢ়াই যিবোৰ কাৰ্য কৰি আহিছে সেয়া লক্ষ্যণীয় বিষয়। এই কাৰ্যক্ৰমণিকাৰ উপৰিও অসম সাহিত্য সভাই ১৯৯৯-০১ বৰ্ষৰ বাবে প্ৰস্তাৱিত আঁচনি কিছুমান ঘোষণা পত্ৰযোগে প্ৰচাৰ কৰিছিল। তদুপৰি অসম সাহিত্য সভাৰ প্ৰকাশনে ন ন লেখক-লেখিকাৰ সৃষ্টি কৰি বিভিন্ন গ্ৰন্থ প্ৰকাশৰ মাধ্যমেৰে জনগণক সাহিত্য-সংস্কৃতিৰ প্ৰতি আকৰ্ষিত কৰি উৎকৃষ্ট গ্ৰন্থ প্ৰণেতাক বঁটা প্ৰদানৰ জৰিয়তে উৎসাহিত কৰা কাৰ্য অতি তাৎপৰ্যপূৰ্ণ। ১৯৯৯-০১ বৰ্ষৰ আঁচনিসমূহ হ'ল[১]-

**১. প্ৰকাশন, গৱেষণা, সমন্বয়, সংগঠন, বিদ্যায়তনিক কাৰ্য ঃ পূৰ্ববৰ্তী আঁচনি ঃ**

(ক) অসম তত্ত্ব গৱেষণা সংস্থানৰ কৰ্ম আঁচনি, (খ) জনগোষ্ঠীয় গৱেষণা কেন্দ্ৰৰ কৰ্ম আঁচনি , (গ) অসম সাহিত্য সভা প্ৰকল্প কাৰ্যকৰীকৰণ, (ঘ) ধ্ৰুপদী সাহিত্য প্ৰকাশ, (ঙ) শিশুজ্ঞান কোষ (চতুৰ্থ খণ্ড), (চ) নতুন অসমীয়া শব্দকোষ আদি।

**নতুন আঁচনি ঃ (হ্ৰস্বম্যাদী, বিদ্যায়তনিক)**

(ক) লেখক শিবিৰ, (খ) একবিংশ শতিকাৰ অসমীয়া ভাষাৰ নিৰ্দেশিকা যুগুত, (গ) চৰ অঞ্চলৰ লোক-সংস্কৃতি শীৰ্ষক আলোচনা চক্ৰ, (ঘ) চাহবাগিচা অঞ্চলৰ লোক-সংস্কৃতি বিষয়ক অনুষ্ঠান আদি।

**দীৰ্ঘম্যাদী প্ৰকাশন আঁচনি-**

(ক) অসমীয়া মানুহৰ ইতিহাস, (খ) অসম কোষ, (গ) পৃথিৱীৰ মহৎ চিন্তাৰাশিৰ এশখন ১০০ পৃষ্ঠাৰ গ্ৰন্থ, (ঘ) অসমীয়া বহুভাষিক শব্দকোষ।

**হ্ৰস্বম্যাদী প্ৰকাশন আঁচনি-**

(ক) কোচ-ৰাজবংশীসকলৰ সামাজিক সাংস্কৃতিক ইতিহাস, (খ) চাহবাগিচাৰ শ্ৰমিকৰ ইতিবৃত্ত, (গ) জনগোষ্ঠীৰ ভাষাৰ কবিতাৰ সংকলন, (ঘ) হাজং সমাজ আৰু সংস্কৃতি, (ঙ) শিশু সাহিত্য প্ৰকাশ, (চ) প্ৰসন্নলাল চৌধুৰী ৰচনাৱলী, (ছ) অসমৰ উৎসৱ-পাৰ্বণ, (জ) ৰত্নকান্ত বৰকাকতী ৰচনাৱলী, (ঝ) মৰাণ-মটকসকলৰ সামাজিক সাংস্কৃতিক ইতিহাস।

**২. বিশেষ কাৰ্যসূচী ঃ**

(ক) ডিম্বেশ্বৰ নেওগৰ জন্ম শতবাৰ্ষিকী উছৱ, (খ) ময়িদুল ইছলাম বৰাৰ জন্ম শতবাৰ্ষিকী উছৱ, (গ) প্ৰেম নাৰায়ণ দত্তৰ জন্ম শতবাৰ্ষিকী উছৱ, (ঘ) যমুনেশ্বৰী খাটনিয়াৰৰ জন্ম-শতবাৰ্ষিকী উছৱ, (ঙ) তুলসী নাৰায়ণ শৰ্মাৰ জন্ম শতবাৰ্ষিকী উছৱ।

**৩. সংগঠন মূলক আঁচনি ঃ**

(ক) শান্তি দিৱস, (খ) জিলাসভা, শাখাসভা গঠন আৰু সক্ৰিয় কৰণ, (গ) হিতৈষী সভ্য ভৰ্তি অভিযান, (ঘ) চাহবাগিচা উপ-সমিতিৰ যোগে গ্ৰহণ কৰা আঁচনিৰ ৰূপায়ণ, (ঙ) চৰ-চাপৰি উপ-সমিতিৰ যোগে গ্ৰহণ কৰা আঁচনি ৰূপায়ণ।

**৪. ভাষা সমন্বয় মঞ্চ ঃ**

(ক) সাক্ষৰতা অভিযান, (খ) অসমৰ থলুৱা ভাষা-সাহিত্যৰ বিকাশৰ কাৰণে গ্ৰহণ কৰা আঁচনি ৰূপায়ণ, (গ) সকলো থলুৱা জনগোষ্ঠীৰ সভাপতি আৰু সম্পাদকৰ সন্মিলন।

**কেইটামান বিশেষ কাৰ্যসূচী ঃ**

(ক) শ্ৰেষ্ঠ জিলা আৰু শাখা সভা বঁটা, (খ) শ্ৰেষ্ঠ সংগঠক শাখা সভা, (গ) শ্ৰেষ্ঠ সংগঠক জিলাসভা বঁটা , (ঘ) শ্ৰেষ্ঠ সংগঠক বঁটা।

১৯৯৯-২০০১ বৰ্ষৰ পূৰ্ণাংগ কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়। চন্দ্ৰকুমাৰ শইকীয়াক সভাপতি আৰু বসন্ত কুমাৰ গোস্বামীক প্ৰধান সম্পাদক হিচাপে লৈ চৈধ্যজন মনোনীত সদস্য আৰু বিশজন জিলা প্ৰতিনিধিৰ উপৰিও সুৰেশ গাৰোদিয়া, যতীন মিপুন, ভদ্ৰেশ্বৰ বড়ো আদি বিশিষ্ট ব্যক্তিসকল বিশেষ আমন্ত্ৰিত সদস্য হিচাপে অন্তৰ্ভুক্ত কৰা হয়। অসম সাহিত্য সভাই বঁটা পুঁজি আৰু ন্যাস পুঁজিৰ সৃষ্টি কৰি সাহিত্যপ্ৰেমী তথা সৃষ্টিশীল সাহিত্যত অৱদান আগবঢ়োৱা লোকক এনে বঁটা প্ৰদান কৰি আহিছে। অসম সাহিত্য সভাৰ বঁটা পুঁজি আৰু ন্যাস পুঁজিসমূহ হ'ল -

**বঁটা পুঁজি ঃ**

(১) কমলা দেৱী বঁটা পুঁজি (১৯৪০)

বঁটাৰ উদ্দেশ্য ঃ শিশু গ্ৰন্থ প্ৰকাশ।

(২) গোপাল চন্দ্ৰ গোস্বামী বঁটা পুঁজি (১৯৬৮-১৯৭৫)

বঁটাৰ উদ্দেশ্য ঃ শ্ৰেষ্ঠ শিশু গ্ৰন্থৰ বাবে।

(৩) ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা পুঁজি (১৯৬৫)

বঁটাৰ উদ্দেশ্য ঃ শ্ৰেষ্ঠ মৌলিক পূৰ্ণাংগ নাটৰ বাবে।

(৪) প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা পুঁজি (১৯৭০)

বঁটাৰ উদ্দেশ্য ঃ বছৰৰ শ্ৰেষ্ঠ শিশু সাহিত্যলৈ।

(৫) বনমালী শইকীয়া বঁটা পুঁজি (১৯৭০)

বঁটাৰ উদ্দেশ্য ঃ চাহমজদুৰ ছাত্ৰ-ছাত্ৰীৰ মাজত ৰচনা প্ৰতিযোগিতা।

(৬) মোহন চন্দ্ৰ শৰ্মা বঁটা পুঁজি (১৯৭৪)

বঁটাৰ উদ্দেশ্য ঃ বছৰৰ শ্ৰেষ্ঠ শিশুতত্ত্ব গধুৰ মৌলিক গদ্যসমূহলৈ।



(৭) শৰৎ চন্দ্ৰ বঁটা পুঁজি (১৯৭৬)

বঁটাৰ উদ্দেশ্য ঃ অনা অসমীয়া ছাত্ৰ-ছাত্ৰীৰ মাজত ৰচনা প্ৰতিযোগিতাৰ বাবে।

(৮) হৰিহৰ চৌধুৰী বঁটা পুঁজি (১৯৬১)

বঁটাৰ উদ্দেশ্য ঃ অৰুণাচলৰ ছাত্ৰ-ছাত্ৰীৰ মাজত ৰচনা প্ৰতিযোগিতাৰ বাবে।

(৯) হৰি প্ৰসাদ নেওগ সোঁৱৰণী মুদ্ৰণ আৰু অলংকৰণ বঁটা পুঁজি (১৯৭৪)

বঁটাৰ উদ্দেশ্য ঃ অসমীয়া ভাষাত প্ৰকাশিত মুদ্ৰণ আৰু অলংকৰণৰ বাবে বছৰৰ শ্ৰেষ্ঠ গ্ৰন্থলৈ।

(১০) মহানন্দ বৰুৱা শশী বৰুৱা বঁটা পুঁজি (১৯৮০)

বঁটাৰ উদ্দেশ্য ঃ ২৫ বছৰৰ তলৰ লেখকৰ মাজত গল্প প্ৰতিযোগিতাৰ বাবে।

(১১) গিৰিধৰ শৰ্মা বঁটা পুঁজি (১৯৭৮)

বঁটাৰ উদ্দেশ্য ঃ ন লেখকৰ মাজত উপন্যাস প্ৰতিযোগিতা।

(১২) উগ্ৰতাৰা ন্যাস বঁটা পুঁজি (১৯৭৩)

বঁটাৰ উদ্দেশ্য ঃ বছৰৰ শ্ৰেষ্ঠ মৌলিক কাব্য গ্ৰন্থৰ বাবে।

(১৩) কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা বঁটা পুঁজি (১৯৮১)

বঁটাৰ উদ্দেশ্য ঃ শ্ৰেষ্ঠ মৌলিক গ্ৰন্থৰ বাবে।

(১৪) অসম সংঘ (আমেৰিকা) বঁটা পুঁজি (১৯৮৩)

বঁটাৰ উদ্দেশ্য ঃ কলেজ আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰী-ছাত্ৰীৰ মাজত ৰচনা প্ৰতিযোগিতাৰ বাবে।

(১৫) অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী বঁটা পুঁজি (১৯৮৫)

বঁটাৰ উদ্দেশ্য ঃ সৃষ্টিশীল গ্ৰন্থৰ বাবে ইত্যাদি।

**অসম সাহিত্য সভাৰ সাময়িক বঁটাসমূহ ঃ** অসম সাহিত্য সভাৰ সাময়িক বঁটাসমূহৰ ভিতৰত—

আলোচনী প্ৰতিযোগিতা (১৯৬৮), বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে সাহিত্য প্ৰতিযোগিতা (১৯৬৮), আন্দোলনৰ পটভূমিত ৰচিত উপন্যাস প্ৰতিযোগিতা (১৯৮০),পদ্মধৰ চলিহা সোঁৱৰণী সাময়িক বঁটা (১৯৮৩), অম্বিকাগিৰী ৰায়চৌধুৰী জন্ম শতবাৰ্ষিকী উপলক্ষে ৰচনা প্ৰতিযোগিতা (১৯৮৫) আদি।

**শ্ৰেষ্ঠ গ্ৰন্থৰ স্বীকৃতি ঃ** বিশিষ্ট সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামীৰ 'আধুনিক অসমীয়া গল্প সাহিত্য' গ্ৰন্থখনক অসম সাহিত্য সভাই (১৯৬১-১৯৬৬) শ্ৰেষ্ঠ গ্ৰন্থৰ স্বীকৃতি প্ৰদান কৰে।

**ন্যাস পুঁজি ঃ** অসম সাহিত্য সভাই ন্যাস পুঁজিৰ জৰিয়তে ভাষা -সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰত যোগাই অহা সাহিত্যিক, সমাজসেৱী লোকক বঁটা প্ৰদান

কৰি যথোচিত সন্মান প্ৰদান কৰি আহিছে। তাৰ ভিতৰত -

(ক) দক্ষিণপাট অধিকাৰ গোস্বামী ন্যাস পুঁজি (১৯২৬)

উদ্দেশ্য ঃ প্ৰাচীন অসমীয়া আৰু সংস্কৃত পুথিৰ সংগ্ৰহ আৰু প্ৰকাশ।

(খ) চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত সামাজিক সমাৰোহ পুঁজি (১৯২৯)

উদ্দেশ্য ঃ ৯ ছেপ্টেম্বৰত চন্দ্ৰকান্ত সন্দিকৈ ভৱনত শিশু সমাৰোহৰ ব্যৱস্থা কৰা।

(গ) চন্দ্ৰ কান্ত সন্দিকৈ ভৱন অগ্নিবীমা পুঁজি (১৯৬২)

উদ্দেশ্য ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ বীমা কৰণ

(ঘ) জাতীয় ন্যাস পুঁজি (১৯৮২-৮৩), (ঙ) বিষ্ণুৰাম মেধি ন্যাস পুঁজি (১৯৭২), (চ) ৰাধাকান্ত সন্দিকৈ সামাজিক সমাৰোহ পুঁজি (১৯৭৪), (ছ) শ্বিলং কলা-পৰিষদ ন্যাস পুঁজি (১৯৮২), (জ) তীৰ্থনাথ বৰদলৈ স্মাৰক বক্তৃতা পুঁজি (১৯৮৫) ভাৰতীয় পণ্ডিত দ্বাৰা উত্তৰ-পূৰ্বাঞ্চলৰ লোক-সাহিত্য সংস্কৃতিমূলক বক্তৃতাৰ আয়োজন, ঝ) চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতা পুঁজি (১৯৮৫) (ঞ) ভোগেশ্বৰ কণকা সোঁৱৰণী ন্যাস পুঁজি (১৯৮৮), (ট) তাৰা প্ৰসাদ চক্ৰৱৰ্ত্তী সোঁৱৰণী ন্যাস পুঁজি (১৯৮৭), (ঠ) চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ন্যাস পুঁজি।

অসম সাহিত্য সভাৰ নিয়মীয়া কাৰ্যসূচীসমূহ এনে ধৰণৰ[৮] ঃ

(১) অৰুণোদই দিৱস - ১ জানুৱাৰি, (২) জ্যোতি দিৱস - ১৭ জানুৱাৰি, (৩) সাহিত্য সভা সপ্তাহ - ১৭-২৩ জানুৱাৰী , (৪) ৰাধাকান্ত সন্দিকৈ সামাজিক সমাৰোহ দিৱস - ২৬ জানুৱাৰি, (৫) সাহিত্য দিৱস (বেজবৰুৱাৰ স্মৃতি দিৱস) ২৬ মাৰ্চ , (৬) বিষ্ণুপ্ৰসাদ ৰাভা দিৱস- ২০ জুন, (৭) চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত স্মৃতি দিৱস- ৯ ছেপ্টেম্বৰ, (৮) সংহতি দিৱস (অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতি দিৱস) - ১৮ ছেপ্টেম্বৰ, (৯) শৰৎ চন্দ্ৰ গোস্বামী স্মৃতি দিৱস ১৯ ডিচেম্বৰ, (১০) পদ্মনাথ গোহাঞিবৰুৱা স্মৃতি দিৱস, ২৬ ডিচেম্বৰ, (১১) প্ৰতিষ্ঠা দিৱস- ২৭ ডিচেম্বৰ।

অসম সাহিত্য সভাই প্ৰদান কৰা উপাধিসমূহ হ'ল[৯] ঃ

(ক) ৰসৰাজ (খ) সদস্য মহীয়ান (গ) কাব্য ভাৰতী (ঘ) সাহিত্যাচাৰ্য্য

**অসম সাহিত্য সভাৰ প্ৰকাশন ঃ**

অসম সাহিত্য সভাই চাৰিশখনবো অধিক মূল্যবান গ্ৰন্থ প্ৰকাশ কৰি বৌদ্ধিক মহলত বিশেষ কৃতিত্ব অৰ্জন কৰিছে। তেনে গ্ৰন্থসমূহৰ ভিতৰত নীলকণ্ঠ দাসৰ 'শ্ৰীদেব দামোদৰ চৰিত্ৰ' (১৯২৫), বলোৰাম দ্বিজৰ 'শ্ৰীশ্ৰীব্ৰহ্মবৈৱৰ্ত্তপুৰাণ' (১৯৩৩), 'চন্দ্ৰকান্ত অভিধান' (১৯৩৩), নকুল চন্দ্ৰ ভূঞাৰ চাহ বাগিচাৰ বনুৱা' (১৯৬০), আনন্দৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া ভাষা' (১৯৪৯), অতুল চন্দ্ৰ হাজৰিকাৰ



সম্পাদনা 'অসম সাহিত্য সভাৰ ভাষণাৱলী', প্ৰথম ভাগ (১৯৫৫), দ্বিতীয় ভাগ (১৯৫৭), আৰু তৃতীয় ভাগ (১৯৬১), যতীন্দ্ৰ নাথ গোস্বামীৰ সম্পাদনা 'অসম সাহিত্য সভাৰ ভাষণাৱলী,' চতুৰ্থ ভাগ (১৯৭৩), মহেশ্বৰ নেওগৰ সম্পাদনাত বেণুধৰ ৰাজখোৱাৰ 'অসমীয়া খণ্ড বাক্যকোষ' (১৯৬১), সংকলিত, সম্পাদনা মহেশ্বৰ নেওগ 'পবিত্ৰ অসম' (১৯৬০), বিশ্বনাথ শাস্ত্ৰীয়ে অনুবাদ কৰা বিশ্বনাথ কবিৰাজৰ 'সাহিত্য দৰ্পণ', মুকুন্দ মাধৱ শৰ্মাই অনুবাদ কৰা কবিৰাজ শেখৰৰ 'কৰ্পূৰমঞ্জৰী', (১৯৬৩), যতীন্দ্ৰ নাথ গোস্বামীৰ 'ৰাজ্যিক ভাষা অসমীয়া' (১৯৫৯), অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'ৰাজ্যিক ভাষাৰ সমৰ্থনত' (১৯৬০), হৰিপ্ৰসাদ নেওগ আৰু লীলা গগৈৰ সম্পাদনাত 'অসমীয়া সংস্কৃতি' (১৯৬৬), হৰিপ্ৰসাদ নেওগৰ সম্পাদনা 'অসম সাহিত্য সভা পৰিচিতি' (১৯৬৬), 'অসমৰ চিত্ৰকলা', 'মায়ং অঞ্চলৰ লোক-সংস্কৃতি', 'অসমৰ ওজাপালি,' 'অসমৰ বাদ্যযন্ত্ৰ' ইত্যাদি। এনেদৰে অসম সাহিত্য সভাই বিভিন্ন গ্ৰন্থ প্ৰকাশ কৰি আহিছে। অসম সাহিত্য সভাই ৰাইজৰ বিদ্যানুৰাগৰ প্ৰতি দৃষ্টি ৰাখি 'বিশ্বকোষ'ৰ ধনসংগ্ৰহ অভিযান আৰম্ভ কৰি এটা ব্যাপক বৌদ্ধিক আন্দোলনৰ সৃষ্টি কৰিলে, যি আন্দোলনত অকল অসম ৰাজ্যতে নহয় সমগ্ৰ উত্তৰ-পূৱ ভাৰতৰ শিক্ষিত-অশিক্ষিত, ধনী-দৰিদ্ৰ, ঠেলাৱালা, ৰিক্সাৱালাৰ পৰা আৰম্ভ কৰি নিম্ন মধ্যবিত্ত ঘৰৰ গৃহিণী পৰ্যন্ত সকলো মানুহেই নিবিড়ভাৱে জড়িত হৈ পৰিল। অসম সাহিত্য সভাৰ উদ্যোগত সংগঠিত বিশ্বকোষ আন্দোলনৰ আন এটা গুৰুত্ব পূৰ্ণ দিশ এয়ে যে বিশ্বকোষে ৰাজ্যৰ সকলো লোককে এই বৌদ্ধিক আন্দোলনৰ লগত জড়িত (in-volved) কৰি বিশ্বকোষৰ গুৰুত্ব সম্বন্ধে এক সজাগতাৰ সৃষ্টি কৰিবলৈ সমৰ্থ হ'ল। বিশ্বকোষ জাতীয় জ্ঞানলব্ধ গ্ৰন্থসমূহ কেৱল গৃহ অলংকৰণৰ সামগ্ৰী নহয়, সেই কথাও অসমৰ নতুন প্ৰজন্মক বুজাই দিয়াৰ ক্ষেত্ৰত এই আন্দোলনৰ এক অনবদ্য ভূমিকা আছে। এইক্ষেত্ৰত উল্লেখনীয় যে ১৯৮১ চনত অসম সাহিত্য সভাই চাৰিখণ্ড জোৰা এলানি 'শিশুজ্ঞান কোষ' প্ৰকাশৰ যো-জা কৰিছিল। ১৯৮৪ চনৰ জানুৱাৰি মাহত সত্যেন্দ্ৰ নাথ শৰ্মাৰ সম্পাদনাত ইয়াৰ প্ৰথম খণ্ডটো প্ৰকাশ পায়। ২০০১ চনৰ আগতে অসম সাহিত্য সভাৰ সভাপতিৰ কাৰ্যভাৰ গ্ৰহণ কৰিয়েই বিজ্ঞানৰ বিষয়বোৰ সামৰি ২৪০০ পৃষ্ঠাজোৰা অসমীয়া বিশ্বকোষৰ তিনিটা খণ্ড প্ৰকাশ কৰি উলিয়ায়। পৰৱৰ্তী পৰ্যায়সমূহত সংস্কৃত, কলা, চিকিৎসা বিজ্ঞান, ক্ৰীড়া, সংগীত, দৰ্শন আদি বিভিন্ন বিষয় সামৰি লোৱা হৈছে।[১০] এনে গ্ৰন্থ প্ৰনয়ণৰ জৰিয়তে বৰ্তমান আৰু ভৱিষ্যৎ প্ৰজন্মৰ লোকসকল উচ্চস্তৰীয় জ্ঞান-বিজ্ঞান চৰ্চা আৰু আহৰণ কৰাত উপকৃত হ'ব। বিশ্বকোষ সংকলন সম্পাদনাৰ ক্ষেত্ৰত ভাৰতৰ বিভিন্ন ৰাজ্যৰ বিশিষ্ট সাহিত্যিকসকলৰ অনুপ্ৰেৰণা, দিহা-পৰামৰ্শ গ্ৰহণ কৰি কাৰ্যত আগবঢ়া হৈছিল। সেই

সাহিত্যিক তথা পণ্ডিত লোকসকলৰ ভিতৰত সাহিত্য একাডেমিৰ সচিব কে সচ্চিদানন্দ, কেৰালা সাহিত্য একাডেমিৰ সচিব পি ভি কৃষ্ণণনায়াৰ, উৰিষ্যা সাহিত্য অকাডেমিৰ সচিব অশ্বিনী কুমাৰ মিশ্ৰ, ভাৰতীয় ভাষা সংস্থান (মহীশূৰ)ৰ সহকাৰী প্ৰাধ্যাপক তথা গৱেষণা বিষয়া পি এন দত্তবৰুৱা, মণিপুৰী সাহিত্য পৰিষদত (ইম্ফল)ৰ প্ৰধান সচিব বি এম মাইছনাম্বা ইত্যাদি।[১১]

অসম সাহিত্য সভাই দলগত ৰাজনৈতিক, সাম্প্ৰদায়িক স্বাৰ্থৰ উৰ্ধত থাকি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতিৰ চিন্তা কৰি আহিছে। অসমৰ পৰ্বত-ভৈয়াম জাতি-জনজাতিৰ মাজত ঐক্য-সংহতি ৰক্ষাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই বিভিন্ন কাৰ্য কৰি আহিছে। ২০০০ চনৰ ৩০ আৰু ৩১মাৰ্চত অসম সাহিত্য সভা আৰু সাহিত্য অকাডেমিয়ে যুটীয়াভাৱে এক পূৰ্বাঞ্চলীয় কবি সন্মিলন অনুষ্ঠিত কৰে। ২০০৪ চনৰ ৩০ ডিচেম্বৰত অসম সাহিত্য সভাই গোলাঘাট জিলা সাহিত্য সভাৰ উদ্যোগত আৰু দৈয়াং শাখা সভাৰ সহযোগত অসম আৰু নগালেণ্ড সীমান্তৱৰ্তী এলেকা গোলাঘাট জিলাৰ মেৰাপানীত এক সমন্বয় সন্মিলনৰ আয়োজন কৰে।[১২] ২০০১ চনৰ ২৫ জানুৱাৰিত 'জোনাকী' আৰু 'বাঁহী' উন্মোচন কৰা হয়। হোজাই সাহিত্য সভা প্ৰাংগণত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ আৱক্ষ মূৰ্তি স্থাপন কৰা হয়। ২০০৩ চনৰ ২৬ জুনত শোণিতপুৰ জিলা সাহিত্য সভা আৰু ঢেকিয়াজুলী শাখা সাহিত্য সভাৰ উদ্যোগত ঢেকিয়াজুলীত তৰুণ প্ৰজন্মৰ কবি সন্মিলন অনুষ্ঠিত হয়। ২০০৩ চনত ২৪ মে'ত ধুবুৰী জিলা সাহিত্য সভাৰ উদ্যোগত ভাসানীচৰত চৰ-চাপৰি সন্মিলনৰ আয়োজন কৰা হয়। ২০০৫ চনৰ ৭ আৰু ৮ জানুৱাৰিত বৰপেটা জিলাৰ আদিত্যপুৰত 'চৰ-চাপৰিৰ লোক-সংস্কৃতি সঞ্চয়ন' শীৰ্ষক কৰ্মশালা আৰু সাংস্কৃতিক সমাৰোহ অনুষ্ঠিত হয়। ২০০৩ চনৰ ৮ জুনত কেশৱানন্দ দেৱগোস্বামীক 'কৃষ্ণকান্ত সন্দিকৈ সাহিত্য বঁটা' প্ৰদান কৰা হয়। এনেদৰে অসম সাহিত্য সভা জাতীয় অনুষ্ঠানটিয়ে বিভিন্ন দিশত কাৰ্য সম্পাদন কৰি সাহিত্যৰ প্ৰতি জনগণক আকৃষ্ট কৰাৰ উপৰিও ভাষা-সাহিত্য-সংস্কৃতি উন্নতিৰ প্ৰচেষ্টা অব্যাহত ৰাখিছে।

**১.৩ সামৰণি ঃ** এই জাতীয় অনুষ্ঠানৰ সুদীৰ্ঘ কাৰ্য পৰিক্ৰমাত পাঁচদফীয়া আঁচনিৰ ঘোষণা কৰি সুস্বাস্থ্য, পৰিৱেশ সংৰক্ষণ, অৰ্থনৈতিক বিকাশ আদিৰ নিচিনা সমাজমুখী আঁচনি গ্ৰহণ কৰা পৰিলক্ষিত হৈছে। অসম সাহিত্য সভা যিহেতু বৃহৎ জাতীয় অনুষ্ঠান সেয়েহে উন্নতমানৰ লেখক-লেখিকাৰ সৃষ্টি কৰি সমাজত লেখক হিচাপে প্ৰতিষ্ঠা লাভ কৰি যাতে উপাৰ্জনৰ পথ মুকলি কৰিব পাৰে তাৰ ব্যৱস্থা কৰিলে বৌদ্ধিক মহলত এই অনুষ্ঠানটি আৰু বেছি সমাদৃত হ'ব। আনহাতে দুখীয়া লেখকসকললৈ বিনামূলীয়া চিকিৎসা সেৱাৰ ব্যৱস্থা কৰিব লাগে। উত্তৰ-পূৰ্বাঞ্চলীয় ৰাজ্যকেইখনত সাহিত্যৰ এটি উন্নত বাতাবৰণ সৃষ্টি কৰাৰ ক্ষেত্ৰত সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে উদ্যোগ ল'ব লাগে। জিলা সাহিত্য সভা তথা শাখা সাহিত্য সভাসমূহে বিভিন্ন বিষয়ক গ্ৰন্থ ক্ৰয় কৰি সংৰক্ষণ কৰাৰ ব্যৱস্থা কৰিব লাগে। এক বিদ্যায়তনিক দিশত ন ন আঁচনি, নব্য চিন্তাধাৰাৰ সম্প্ৰয়োগৰ জৰিয়তে অসম সাহিত্য সভাৰ উত্তৰ-পূৰ্বাঞ্চলৰ বৌদ্ধিক জীৱনত এক বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে।



**পাদটীকা ঃ**

১. দ্ৰষ্টব্য ঃ (ক) শৰ্মা, নবীনচন্দ্ৰ ঃ ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ লোক-সংস্কৃতি, ২০০০, পৃ. ২৩
২. কলিতা, সমীন ঃ অসম সাহিত্য সভাৰ সভাপতিসকল, ২০০৬, নিবেদন অংশ
৩. উল্লিখিত নিৱেদন অংশ
৪. উল্লিখিত নিৱেদন অংশ
৫. উল্লিখিত নিৱেদন অংশ
৬. দ্ৰষ্টব্য ঃ (ক) উল্লিখিত নিৱেদন অংশ
(খ) বৰা, ধ্ৰুৱজ্যোতি ঃ অ' মোৰ সুৰীয়া মাত জাতীয় ভাষা হিচাপে অসমীয়া ভাষাৰ বিকাশ, ১৯৯৪, পৃ. ৪৯
৭. কলিতা , সমীন ঃ পূৰ্বোল্লিখিত, নিবেদন অংশ
৮. পূৰ্বোল্লিখিত, নিবেদন অংশ
৯. পূৰ্বোল্লিখিত, নিবেদন অংশ
১০. দ্ৰষ্টব্য ঃ (ক) বৰগোহাঞি, হোমেন ঃ 'অসম সাহিত্য সভাৰ বিশ্বকোষ', অসম সাহিত্য সভা পত্ৰিকা (সম্পা. হাজৰিকা, সূৰ্যকান্ত ), অষ্ট পঞ্চাশত্তম বৰ্ষ ঃ প্ৰথম সংখ্যা, ফেব্ৰুৱাৰি ২০০৩, পৃ. ১-২
(খ) তাহেৰ, মহম্মদ ঃ 'বিশ্বকোষ ঃ জন্ম আৰু বিকাশ', উল্লিখিত পত্ৰিকা, পৃ. ৭-১৩
(গ) বৰগোহাঞি, হোমেন ঃ 'বিশ্বকোষ উন্মোচনী অনুষ্ঠান উপলক্ষে সভাপতিৰ অভিভাষণ', উল্লিখিত পত্ৰিকা, পৃ. ৩১
১১. ভূঞা, যোগেন্দ্ৰ ঃ 'বিশ্বকোষৰ ভাৰতীয় খণ্ড', উল্লিখিত পত্ৰিকা, পৃ. ৫৬
১২. কলিতা, সমীন ঃ পূৰ্বোল্লিখিত, নিবেদন অংশ

**সহায়ক গ্ৰন্থ ঃ**

কলিতা, সমীন ঃ অসম সাহিত্য সভাৰ সভাপতিসকল, চন্দ্ৰ প্ৰকাশ, গুৱাহাটী, ২০০৬

বৰা, ধ্ৰুৱজ্যোতি ঃ অ' মোৰ সুৰীয়া মাত জাতীয় ভাষা হিচাপে অসমীয়া ভাষাৰ বিকাশ, ষ্টুডেন্টচ্ ষ্ট'ৰচ্, গুৱাহাটী, ১৯৯৪

শৰ্মা, নবীন চন্দ্ৰ ঃ ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ লোক-সংস্কৃতি, বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড, গুৱাহাটী, ২০০০

**পত্ৰ/পত্ৰিকা ঃ**

অসম সাহিত্য সভা পত্ৰিকা, পঞ্চপঞ্চাশত্তম বৰ্ষ ঃ তৃতীয় সংখ্যা, নৱেম্বৰ (সম্পা. ৰাজবংশী, পৰমানন্দ), ১৯৯৯

অসম সাহিত্য সভা পত্ৰিকা, অষ্ট পঞ্চাশত্তমবৰ্ষ ঃ প্ৰথম সংখ্যা, ফেব্ৰুৱাৰি, (সম্পা. হাজৰিকা, সূৰ্যকান্ত), ২০০৩

# 'অসমীয়া ভাষা' আৰু অসম সাহিত্য সভা

**সঞ্জীৱ পল ডেকা**

'অসমীয়া' নামৰ ভাষাটো ঊনবিংশ শতিকাত 'প্ৰতিষ্ঠা' লাভ কৰিবলৈ ধৰিছিল ঘাইকৈ ঔপনিৱেশিক ব্ৰিটিছৰ নিজৰ উপনিৱেশ বজাই ৰখাৰ স্বাৰ্থত আৰু আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলৰ ধৰ্ম প্ৰচাৰৰ প্ৰয়োজনত। 'অসমীয়া' ভাষাৰ প্ৰথম ব্যাকৰণ ৰচোঁতা উইলিয়াম ৰবিনচনে তেওঁৰ 'Grammar of the Assamese Language' (১৮৩৯)ত আৰম্ভণিতে স্পষ্টকৈ লিখিছে—

"The country itself is now fast rising in importance. The extraordinary is now fast rising in its varied productions, among which the tea plant ranks as the most importance its extensive and hitherto unexpected mineral treasures, all tend greatly to augment is value and to render it a highly valuable acquistion to the British Government. An acquaintance therefore with the lanuage of the country must be acknowledge to be important, especially to those who may enter it on mercentile speculations, for besides affording and intelligent medium of negotiation with the people, it will likewise furnish facilities for friendly intercourse with them whereby extensive information may be gleaned respecting the commerical advantages which the country affords." [Kar (2008 : 36)]

আনহাতে, নাথান ব্ৰাউন সহিতে আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলে শদিয়াত তিষ্ঠিব নোৱাৰি শিৱসাগৰ পালেহি ১৮৪১ চনত। ১৮৪৬ চনৰ পৰা তেওঁলোকে 'অসমীয়া' ভাষাত 'অৰুনোদই' প্ৰকাশ কৰিবলৈ লয়। ধৰ্ম বিষয়ক বিভিন্ন পুথি

লেখক গুৱাহাটী বিশ্ববিদ্যালয়ৰ গৱেষক ছাত্ৰ।

শিৱসাগৰীয়া ভাষাত ৰচনা কৰাৰ উপৰি ব্ৰাউনে ১৮৪৮ চনত লিখি উলিয়ায় 'Grammatical Notices of the Assamese Language' নামৰ ব্যাকৰণ। 'শুদ্ধ' আখৰ-জোঁটনি, সংস্কৃতৰ সৈতে 'অসমীয়া'ৰ সম্পৰ্ক, 'বঙলা'ৰ সৈতে 'অসমীয়া'ৰ পাৰ্থক্য, 'ভাল' গদ্যৰ আৰ্হি আদিৰ ব্যাখ্যাৰ এই ব্যাকৰণৰ যোগেদিয়ে ব্ৰাউনে 'অসমীয়া' ভাষাক পোনপ্ৰথমবাৰৰ বাবে তত্ত্বগতভাৱে প্ৰতিষ্ঠা কৰা দেখা যায়। ব্ৰাউনে বুৰঞ্জী পুথিসমূহক 'ভাল' গদ্যৰ আৰ্হি হিচাপে আৰু কিছুমান সংস্কৃত আৰু গণিতৰ পুথিৰ অনুবাদক 'কম বিশুদ্ধ' বুলি প্ৰক্ষেপ কৰাটোও তাৎপৰ্যপূৰ্ণ।' বুৰঞ্জী পুথি বোলোতে ব্ৰাউনে উজনীয়া ঠাঁচৰ বুৰঞ্জীসমূহক আৰু গণিতৰ পুথি মানে প্ৰাচীন কামৰূপী ভাষাত লিখা বকুল কায়স্থৰ 'কিতাৱত মঞ্জৰী'ৰ কথা বুজাইছিল যেন অনুমান হয়। লগতে ব্ৰাউনে পুৰণি অসমীয়া ধৰ্মপুথিসমূহৰ ভাষাকো 'কথিত' ভাষাতকৈ ভালেখিনি লৰ বুলি উল্লেখ কৰিছে।[২] তাৎপৰ্যপূৰ্ণ যে, নাথান ব্ৰাউনে এই ব্যাকৰণখনতেই উল্লেখ কৰিছে এই বুলি ঃ Whether it was itself a dialect of the Sanskrit, or whether it was formed by engrafting the Sanskrit upon some original native stock now extinct, is uncertain; the latter however, is the more probable opinion. [Brown 1848;i)] কেইবাটাও ভাষা জনা পণ্ডিত নাথান ব্ৰাউনে 'Grammatical Notices of the Asamese Language' খনতেই 'For beauty and softness, the Assamese language is much superior to the Bengali' ধৰণৰ বাক্যও লিখিছিল।ব্ৰাউনে 'অসমীয়া মানে তেওঁৰ ব্যাকৰণৰ 'অসমীয়া' ভাষাটো আৰু 'বঙালী মানে সেই সময়ৰ ছপাপুথি, ব্যাকৰণ, বাতৰিকাকত আদিৰ যোগেদি 'প্ৰতিষ্ঠা' দিবলৈ ধৰা কলিকতীয়া বঙালী ভাষাটোৰ কথাই নিশ্চয় মনত ৰাখিছিল। 'দৰাচলতে শিৱসাগৰৰ কথিত ভাষাৰ ওপৰত মিছনেৰীসকলে গঢ় দিয়া অসমীয়া (অৰুণোদয়ী) ভাষাটোৰ লগত আগৰ প্ৰাচীন অসমীয়া ভাষা (প্ৰাচীন পুথিত ব্যৱহৃত) তথা নামনি অসমৰ কামৰূপী ভাষাটোৰ পাৰ্থক্য বহুতো' [ৰায়চৌধুৰী (১৯৯৮ : ৬৫)] Willium Ward নামৰ এগৰাকী মিছনেৰীয়ে ১৮৫৪ খ্ৰীঃত নৰেস্বৰত ব্ৰাউন চাহাবলৈ লিখা এখন চিঠিত কৈছিল—

'Among the thousand in Kamrup to whom I have given our books, I do not recollect an instance of an individual whom if he could read at all did readily and perfectly understand them, at least so far as the langauge is concerned and that to when all our books are in the strict language of upper Assam.' [ৰায়চৌধুৰী (১৯৯৮ : ৬৫)]

ব্ৰাউনেও 'অসমীয়া' ভাষাটো যে কামৰূপ আৰু কছাৰী সহিতে অন্যান্য পাহাৰীয়া জনজাতিসকলে 'বিশুদ্ধ'ভাৱে ক'ব নোৱাৰে, অন্য প্ৰসংগত তাক উল্লেখ



কৰিছিল।[৩]

শিৱসাগৰীয়া অসমীয়া ভাষাৰ লগত কামৰূপ আৰু গোৱালপাৰাৰ ভাষাৰ পাৰ্থক্য স্বাভাৱিক আছিল। কিয়নো 'গোৱালপাৰা জিলাখন আহোম ৰাজ্যৰ বাহিৰত থকাৰ উপৰি কামৰূপ (অবিভক্ত) জিলাৰো উত্তৰ আৰু উত্তৰ-পশ্চিমৰ বিস্তীৰ্ণ অঞ্চল আহোম ৰাজ্যৰ ভিতৰত নাছিল। আনহাতে সাংস্কৃতিক অসমৰ সীমা উত্তৰ বংগৰ কোচবিহাৰ, ৰংপুৰ জিলালৈকেও বিস্তৃত আছিল।' [ৰায়চৌধুৰী (১৯৯৮ : ৬)] আৰু সেয়ে 'উত্তৰ বংগৰ ভাষাৰ লগত অসমৰ পশ্চিম অঞ্চলৰ ভাষাৰ ৰূপতত্ত্বমূলক আৰু শব্দমূলক অনেক সাদৃশ্যৰ উপৰি প্ৰবাদ-বচন আদিৰো সামঞ্জস্য ধৰা পৰিছে। শ্ৰীচাৰু চন্দ্ৰ সান্যলৰ উল্লেখ মতে, 'দাৰ্জিলিঙৰ শিলিগুৰি মহকুমা, অবিভক্ত জলপাইগুৰি, কোচবিহাৰ, অসমৰ গোৱালপাৰা আৰু উত্তৰ ৰংপুৰৰ উপভাষাটো বঙলাৰ এটা 'স্থানীয় উপভাষা'। সুনীতি কুমাৰ চট্টোপাধ্যায় আৰু সুকুমাৰ সেনে ইয়াক 'উত্তৰ-পূৰ্ব বঙলা উপভাষা' বুলি অভিহিত কৰিছে। প্ৰকৃতপক্ষে ই ওপৰত উল্লিখিত অঞ্চলৰ গাঁৱলীয়া লোকসকলৰ কথিত (চলিত ভাষা)। এই কথিত ভাষাটোৰ মান্য কথিত বঙলা ভাষাৰ লগত বহুক্ষেত্ৰত পাৰ্থক্য আছে। ইফালে অসমীয়া ভাষাৰ পশ্চিম অঞ্চলৰ কামৰূপী উপভাষাৰ লগত এই উপভাষাটোৰ 'বহুক্ষেত্ৰ'ত সাদৃশ্য পৰিলক্ষিত হৈছে। [গোস্বামী (২০০৫ : ১৩)] গুণাভিৰাম বৰুৱাই 'অসম বুৰঞ্জী'ৰ পাতত 'শঙ্কৰ আৰু মাধৱদেৱৰ ৰচিত পুস্তক কেৱল আমাৰ হে এনে নহয়, বংগ, উৰিষ্যা, উত্তৰ-পশ্চিম প্ৰদেশ আৰু অসম এই কেইও দেশৰ সম্পত্তি। তেওঁলোকৰ পুস্তকৰ ভাষা সকলোৱে অল্পায়াসে বুজিব পাৰে।' [বৰুৱা (২০০৩ : ১৪৬)] বুলি কৰা মন্তব্যৰ তাৎপৰ্যও হয়তো এয়ে আছিল।

ইফালে নাথান ব্ৰাউনে যি 'অসমীয়া' ভাষাৰ ব্যাকৰণ ৰচি 'শুদ্ধ' 'অশুদ্ধ' নিৰ্দেশ কৰিছিল, সেই পৰম্পৰাতে সংস্কৃত পণ্ডিত হেমচন্দ্ৰ বৰুৱাই 'অসমীয়া ভাষাৰ ব্যাকৰণ' (১৮৫৯) ৰচি 'অসমীয়া ভাষাক সংস্কৃত ব্যাকৰণৰ নিয়মেৰে আৰু অধিক কটকটীয়াকৈ বান্ধি পেলালে। পৰৱৰ্তী কালত বৰুৱাই সম্পাদনা কৰা 'আসাম নিউচ' কাকতখনৰ অসমীয়া ভাষাক এটা নিৰ্দিষ্ট ৰূপ দিয়াত ভূমিকা আছিল বুলি জনা যায়, [মহন্ত (১৯৯৩ : ১০৩)] ঊনবিংশ শতিকাৰ শেষৰ ফালে কলকতালৈ পঢ়িবলৈ যোৱা ছাত্ৰসকলৰ 'আৰ্হি ভাষা' আছিল হেমচন্দ্ৰ বৰুৱা নিৰ্দেশিত 'অসমীয়া' ভাষা। বিপৰীতে গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন প্ৰভৃতি নামনি অসমৰ লেখকসকলৰ ভাষাক কলিকতাৰ ছাত্ৰসকলে 'অশুদ্ধ', 'অশিষ্ট', 'বাংলামিশ্ৰিত' বাবে সঘনাই তিৰস্কাৰ কৰিছিল।[৪] আচৰিত নহয় যে গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী'ৰ পাতনিত ১৯৭২ চনত পদ্মেশ্বৰ গগৈয়ে উল্লেখ কৰিলে এইবুলি ঃ '(বুৰঞ্জীখনৰ) ৰচনা আৰু জোঁটনিত পুৰণি অসমীয়া বুৰঞ্জীৰ ভাষাৰ বঙালী ভাষাৰ কিছু প্ৰভাৱ

আছে।' [বৰুৱা (২০০৩ : ০.০৯)]

আকৌ, অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰথম বুৰঞ্জী লেখক দেবেন্দ্ৰ নাথ বেজবৰুৱাৰ অসমীয়া ভাষা সম্পৰ্কত মত আছিল এই— 'নামনি অসমত যি ভাষা কোৱা হয় সেই ভাষা বঙালী ভাষাৰে মিহলি। কিন্তু উজনি আসামত, বিশেষকৈ শিৱসাগৰ জিলাত নিভাঁজ অসমীয়া কয়; কাৰণ শিৱসাগৰ জিলাই আগৰ ভদ্ৰলোকসকলৰ আবাসভূমি।'

১৮৮৮ চনত কলিকতাৰ ছাত্ৰসকলে অঃ ভাঃ উঃ সাঃ সভা গঠন কৰিলে। ১৮৮৯ চনত ইয়াৰ মুখপত্ৰ 'জোনাকী' আলোচনীখন কলিকতাৰ পৰা প্ৰকাশিত হ'ল। 'এই আলোচনীয়ে পৰিৱেশন কৰা অসমীয়া ভাষাটো নামনি অসমৰ মধ্যশ্ৰেণীয়ে কিদৰে লৈছিল সি মন কৰিবলগীয়া কথা। স্বৰ্গীয় প্ৰতাপ চন্দ্ৰ গোস্বামীয়ে এনেদৰে লিখি গৈছে—

"সাহিত্য ক্ষেত্ৰত প্ৰৱেশ কৰিয়েই বুজিলো যে কামৰূপী ভাষা অচল। সেই সময়ৰ সাহিত্য ক্ষেত্ৰৰ মহাৰথী স্বৰ্গীয় ৰায়বাহাদুৰ পদ্মনাথ বৰুৱা, স্বৰ্গীয় সত্যনাথ বৰা প্ৰভৃতিৰ মতে অলপ সংস্কৃতমূলক শব্দ লিখিব গ'লেই বা কামৰূপত প্ৰচলিত কোনো শব্দৰ প্ৰয়োগ কৰিলেই সাহিত্য অচল আৰু অসমীয়া সাহিত্যৰ জঞ্জাল। এওঁলোকৰ এনে অলপ লৰচৰ কৰিলেই লিখাটো বঙালী হৈ পৰে আৰু বঙালী লোকে অসমীয়া ভাষাটো বঙালীৰে এটা অপভ্ৰংশ বুলি প্ৰমাণ কৰিবলৈ সুযোগ পায়। স্কুলীয়া কিতাপৰ বাহিৰে কেতিয়াবা প্ৰবন্ধ আদি লিখিলেও 'জোনাকী' বহু পৰিৱৰ্তনৰ পাছতহে ৰূপ সলাই প্ৰকাশ হৈছিল। সেই কাৰণে জোনাকীত মই কোনো প্ৰবন্ধ লিখা নাছিলো। তাৰানাথ চক্ৰৱৰ্তীও খুব সম্ভৱ জোনাকীত লিখা নাছিল। অৱস্থাৰ প্ৰতিকাৰৰ নিমিত্তে চক্ৰৱৰ্তীৰ সৈতে পৰামৰ্শ কৰি 'আসাম বান্ধৱ' প্ৰকাশ কৰিলো।" [ৰায়চৌধুৰী (১৯৯৮ : ৮৩)]

১৯১৭ চনত অসম সাহিত্য সভা গঠনৰ পূৰ্বে অসমীয়া ভাষাৰ পশ্চাৎভূমিত ওপৰত উল্লিখিত প্ৰক্ৰিয়াবোৰেই ক্ৰিয়া কৰি আছিল। কুৰি শতিকাৰ আৰম্ভণিতে উজনি-নামনিৰ ভাষাক লৈ 'বাঁহী' আৰু 'আসাম বান্ধৱ'ত তীব্ৰ তৰ্কযুদ্ধ চলিছিল। 'বাঁহী'ৰ পাতত 'অসমীয়া' ভাষা সম্পৰ্কে কেইবাটাও লেখা প্ৰকাশ হৈছিল। লেখক আছিল লক্ষ্মীনাথ বেজবৰুৱা। 'অসমীয়া ভাষাৰ সম্পৰ্কে আৰু দু-আষাৰমান কথা' (১ম বছৰ ২য় সংখ্যা)ত বেজবৰুৱাই লিখিছিল— 'অসমীয়া ভাষা উজনিৰো অকলশৰীয়া ভাষা নহয়, ভাটীৰো অকলশৰীয়া ভাষা নহয়। সি গোটেই অসমৰ ভাষা। [গোস্বামী (২০০১ : ৪৩)] আকৌ 'উজনি ভাটী একেটা হৈ অসমীয়া জাতি আৰু অসমীয়া ভাষা।' [গোস্বামী (২০০১ : ৪৫)] পিছে একেটা লেখাতে বেজবৰুৱাৰ



স্ববিৰোধী মন্তব্য লক্ষ্য কৰিব পাৰি—

'ভাটীৰ অসমীয়াসকলে তেওঁলোকৰ নিজৰ ঘৰুৱা মাত-কথাত নিজৰ দেশৰ গঢ় গতি যিমান মন যায় ৰাখক তাত আমাৰ আপত্তি কৰিবলৈ বিশেষ কাৰণ নাই; বৰং তাৰ দ্বাৰাই তেওঁলোকৰ নিজৰ ঠাইলৈ মমতাহে প্ৰকাশ পাব। কিন্তু গোটেই অসমীয়াৰ ৰাজহুৱা সম্পত্তি অসমীয়া ভাষাৰ বেলিকা সেইবোৰ তেওঁলোকে দূৰত থৈ দিয়া উচিত, আৰু তাৰ বিৰুদ্ধে সেইবোৰ থিয় কৈ দি বিৰোধ ভাবৰ সৃজন নকৰিবলৈ মাথোন মই তেওঁলোকৰ ওচৰত মিনতি কৰোঁ। [গোস্বামী (২০০১ : ৪৭)]

'উচিত' 'অনুচিত' নিৰ্দেশ কৰাটো ভাষিক আধিপত্য (hegemony)ৰ বাহিৰে আন একো নাছিল। আনকি এই ভাষিক 'আধপত্য'ক মানি ল'বলৈ পৰামৰ্শ দি বেজবৰুৱাই একেটা লেখাতে বংগদেশৰ উদাহৰণ দাঙি ধৰিছে—

"এজন ৰজাৰ শাসকৰ অধীনত থাকি সেই ৰাজাৰ হকে যুঁজিবলৈ হ'লে, আমি সকলোৱে একে মনৰ হৈ লগ লাগি এজন প্ৰধান সেনাপতিৰ আদেশ মানি যুঁজিব লাগিব, তেহে আমাৰ জয় হ'ব। ...গোটেইখন বংগদেশৰ মাত-কথা একে নহয়। কিন্তু আজিকালি পূৰ্ববংগ পশ্চিমবংগ উত্তৰবংগৰ সকলোৱে কলিকতাৰ বংগলা ভাষাৰ শাসন মানি তাৰ সুযোগ্য সেনাপতিসকলৰ আদেশ শুনি উন্নতিৰ বাটত যুঁজ কৰি যাব লাগিছে দেখি তেওঁলোকে অলপ কালৰ ভিতৰতে কৃতকাৰ্য হৈছে। ...ধৰ্মমন্দিৰ আৰু তীৰ্থস্থানত যেনেকৈ বিভিন্ন ভাবৰ ঠাই নাই, মাতৃভাষাৰ পবিত্ৰ মন্দিৰ আৰু তীৰ্থস্থানতো তেনেকৈ উজনি ভাটী আহোম কামৰূপীয়াৰ ভিন্ন ভাব থাকিব নাপায়।" [গোস্বামী (২০০১ : ৪৬)]

বেজবৰুৱা সম্পাদিত 'বাঁহী'তেই কামৰূপীয়া ভাষাৰে লিখা গল্প খুজি বিজ্ঞাপন দিয়া হৈছিল। এই বিজ্ঞাপনৰ প্ৰতিবাদ কৰি 'কামৰূপীয়া নিভাঁজ ধেকেৰী' উত্তম চন্দ্ৰ বৰুৱাই সম্পাদককৈলে লিখা চিঠিত লিখিছিল—

"মোৰ বিবেচনাত আপোনাৰ নিচিনা উচ্চ শিক্ষা প্ৰাপ্ত ভাষাজ্ঞ পণ্ডিত এজনে এইদৰে আমাৰ ভাষাক 'অসমীয়া ভাষা' আৰু 'কামৰূপীয়া ভাষা' নামে বেলেগকৈ নাম দিয়া উচিত যেন নালাগে। আসামৰ প্ৰত্যেক জিলাত আৰু অইন কি প্ৰত্যেক মৌজাতেই কথিত ভাষাৰ বহুতো লৰচৰ আছে।" [গোস্বামী (২০০১ : ৮২)]

অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীয়ে অসম সাহিত্য সভা পত্ৰিকাত লিখিছে—

"মোৰ ইচ্ছা আছিল যে আমি এখন সাহিত্য সভা পাতি অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সবিশেষ যত্ন কৰোঁ; আৰু উজনীয়া-ধেকেৰী ভাষাৰ মাজত হোৱা বিবাদটো মাৰি তেতিয়াৰ অসমীয়া ভাষাৰ সংকীৰ্ণতা দূৰ কৰো। এইদৰে এখন বলী

আৰু কামিলা সভা পাতি অসমীয়া ভাষাৰ সংকীৰ্ণতা দূৰ কৰি তাক অকল— অসম উপত্যকাৰে নহয়, পৰ্বতীয়া জিলাকেইখনৰো সৰ্বজনগ্ৰাহ্য ভাষা কৰি তুলিবলৈ মোৰ মনটোত বৰ ব্যাকুলতা আহিছিল।' [বৰুৱা (১৯৮৭ : ৭১)]

"গোস্বামীয়ে তেনে এটা বিষয় তেওঁৰ বন্ধুসকলৰ লগত আলচ কৰোতে তেওঁলোকৰ দুই এজনে পোনতে অঃ ভাঃ উঃ সাঃ (অসমীয়া ভাষা উন্নতি সাধিনী) সভাখনকে ভাল কৰি তুলি ল'বলৈ পৰামৰ্শ দিছিল। তেওঁ কিন্তু অঃ ভাঃ উঃ সাঃ সভাৰ কাৰ্যপ্ৰণালী পৰীক্ষা কৰি চাই তাক মনোমত নাপালে। তাৰ ঘাই কাৰণ— ভাষা সম্পৰ্কত এই সভা আছিল পৰম্পৰাগতভাৱে গোড়া আৰু নিকাধৰণৰ' [ibid (১৯৮৭ : ৭১)] ভাষাৰ 'গোড়া আৰু নিকা ধৰণৰ' ভাবধাৰাৰ বাবেই অঃ ভাঃ উঃ সাঃ সভাৰ ঠাইত শৰৎ চন্দ্ৰ গোস্বামীয়ে অসম সাহিত্য সভা প্ৰতিষ্ঠা কৰিছিল যদিও চন্দ্ৰকান্ত অভিধান প্ৰণয়নৰ অভিজ্ঞতা গোস্বামীৰ সুখকৰ নাছিল। এই কথা গোস্বামীয়ে নিজেই লিখিছে— 'চন্দ্ৰকান্ত অভিধান' তৈয়াৰ কৰাত এইকেইজন মানুহে খাটিছিল। শ্ৰীযুত কোহিৰাম দাস— সৰ্থেবাৰী; ৰুদ্ৰকান্ত গোস্বামী, নগাঁও আৰু শ্ৰীযুত নকুল চন্দ্ৰ ভূএগ্ৰা, যোৰহাট। কোহিমাৰ বাবুয়ে 'ম' পৰ্যন্ত অভিধান লেখি উলিয়ায়। শ্ৰীযুত দেবানন্দ ভৰালীয়ে 'হ' আখৰটো লিখে।...মোৰ তত্ত্বাৱধানত 'হ' আখৰ বাদে অভিধানৰ বাকীখিনি কাম হৈছিল। পাতনি লেখিলে শ্ৰীযুত দেবানন্দ চলিহাই। ...'চন্দ্ৰকান্ত অভিধান'ৰ পাতনিত বা আন ক'তো মোৰ নামৰ কথাই নাই, কোহিৰাম বাবুৰ নাম পৰ্যন্ত উল্লেখ নহ'ল। [বৰুৱা (১৯৮৯ : ৮৫)]

কোহিৰাম দাসে তেখেতৰ আত্মজীৱনীত লিখি গৈছে— এই কাম তিনি বছৰ কৰা হয়। ...শেষত ৩/৪ টা আখৰ লিখা আগতে কৰ্তৃপক্ষই (অসম সাহিত্য সভাৰ) মোক বিদায় দিলে। তেওঁলোকে অভিধানখন (চন্দ্ৰকান্ত অভিধান) কামৰূপী কৰা বুলি সন্দেহ কৰিলে। ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই শেষত অভিধানখন— নিজে সংশোধন কৰি তাক চমুকৈ উলিয়ালে।' [ৰায়চৌধুৰী (১৯৯৮ : ৮৫)]

চন্দ্ৰকান্ত অভিধানৰ এই তিক্ত অভিজ্ঞতাৰ পিছত অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীয়ে 'অসমীয়া' ভাষা আৰু অভিধান সম্পৰ্কত আন ঠাইত মন্তব্য ৰাখিছে এনেদৰে—

'অকল উজনিৰ শব্দকেইটা লৈয়ে অসমীয়া ভাষা হ'ব নোৱাৰে। প্ৰকৃত অসমীয়া ভাষা উজনি-নামনি সকলো ঠাইৰ অসমীয়া ভাষাৰ মাত-কথা গ্ৰহণ কৰি হোৱা সু-বৃহৎ ভাষা এটা হৈ উঠিব লাগিব। পুৰণি অসমীয়া পদ পুথিবোৰত দেখোন তেনে ব্যৱহাৰৰ গণ্ডা গণ্ডা উদাহৰণ পোৱা যায়। আন নালাগে যি দুজনা ধৰ্ম-গুৰুৰ ৰচিত ধৰ্মপুথিৰ ওপৰত ভেটি বান্ধি অসমীয়া ভাষা আৰু সাহিত্যৰ মন্দিৰটো আজি প্ৰায় ছশ বছৰ বাহিৰৰ ধুমুহা বজ্ৰপাতক কেৰেপ নকৰি নিক্‌পকপীয়া হৈ তিষ্ঠিল সেই প্ৰাতঃস্মৰণীয় মহাপুৰুষৰ শংকৰ-মাধৱৰ ৰচিত পুথিবোৰতে দেখোন অভিধানত নথকা নামনি অসমৰ শব্দ ঢেৰ পোৱা যায়।' [বৰুৱা (১৯৮৭ : ১৫৪)]



গোস্বামীয়ে উজনি-নামনিৰ সকলোবোৰ শব্দ গ্ৰহণ কৰি সেইবোৰৰ যথাযথ ব্যৱহাৰ দেখুৱাই এখন সম্পূৰ্ণ আৰু সু-বৃহৎ অসমীয়া অভিধান প্ৰস্তুত কৰাৰো পৰিকল্পনা হাতত লৈছিল। সেই উদ্দেশ্যে তেওঁ ড০ বাণীকান্ত কাকতি, ভাষাবিদ কালিৰাম মেধি, হৰেন্দ্ৰ নাথ শৰ্মা প্ৰভৃতিক লৈ এখন প্ৰাথমিক সমিতিও গঠন কৰিছিল। [বৰুৱা (১৯৮৯ : ১৫৫)]

অৱশ্যে চন্দ্ৰকান্ত অভিধান প্ৰকাশৰ কেইবাবছৰ পূৰ্বে সভাপতিৰ অভিভাষণত কালিৰাম মেধিয়ে 'সাৰ্বজনীন' আৰু 'জাতীয়' ভাষাৰ ওপৰত কেতবোৰ মন্তব্য আগবঢ়াইছিল—

'সমাজত যি ভাষাৱে সেই কাম কৰিব পাৰি, যি ভাষাৰে ভাৱৰ আদান-প্ৰদান কৰিব পাৰি, যি ভাষাৰে সম্প্ৰাণতাৰ সোঁত বোৱাব পাৰি সেইয়ে জাতীয় ভাষা, সেইয়ে সাৰ্বজনীন ভাষা। সমাজৰ উচ্চ অংগে নীচ অংগৰ আৰু নীচ অংগে উচ্চ অংগৰ কথা শিকিব লাগিব। তেনে ভাষাৰ আদান-প্ৰদান সুগম হ'ব।' [মেধি (১৯৭৯ : ১৮)]

শব্দত 'আৰ্য-দস্যু', 'ব্ৰাহ্মণ শূদ্ৰ' বিচৰাৰ বিৰুদ্ধেও মেধিয়ে তেখেতৰ অভিভাষণত উল্লেখ কৰিছে—

'বৰ্তমানৰ প্ৰচলিত কোনো শব্দকে সাহিত্যৰ পৰা বাদ দিয়া উচিত নহয়। বাদ দিলে ভাষাৰ বুৰঞ্জী লোপ আৰু অংগহীন হয়। শব্দত ব্ৰাহ্মণ শূদ্ৰ বিচাৰিলে বা আৰ্য-দস্যু বাচিলে জাতীয় ভাষা নাথাকে; জাতীয় সাহিত্য নহয়। আমাৰ ভাষাতে শব্দৰ ভাল-বেয়া, উচ্চ-নীচ বিচাৰৰ অন্ত নহয় মানে আমাৰ ভাষা আৰু সাহিত্যৰ উন্নতি নহয়। আমাৰ উদাৰ সাহিত্যিকসকলে এই কথা বুজিছে আৰু লাহে লাহে তেওঁলোকে ভাষা সাৰ্বজনীন কৰিবলৈ যত্ন কৰিছে।' [মেধি (১৯৭৯ : ১৭)]

কালিৰাম মেধিৰ 'জাতীয় ভাষা' সম্পৰ্কত এইধৰণৰ ব্যাখ্যাৰ বিপৰীতে বেজবৰুৱাৰ 'জাতীয় ভাষা'ৰ স্বৰূপ আছিল ওলোটা। বেজবৰুৱাই 'বাঁহী'ৰ পাতত লিখিছিল—

'দৈনিক জীৱনত মানুহে যেনেকৈ নিজৰ বিভিন্নতা ৰাখি চলিও জাতীয় জীৱন সবল কৰে, স্থানীয় মাত-কথাত বিভিন্নতা ৰাখি চলিলেও জাতীয় ভাষাত সেই বিভিন্নতা বিসৰ্জন দি জাতীয় ভাষাক বলৱন্ত কৰাটো উচিত। বিৰাট স্বাধীনতা লাভ কৰিবলৈ হ'লে যেনেকৈ ক্ষুদ্ৰ স্বাধীনতাক বিলোপ কৰিব লাগে, জাতীয় ভাষা লভিবৰ বেলিকাও সেইদৰে

ক্ষুদ্ৰ ভাষাৰ ক্ষুদ্ৰ বিভিন্নতাবোৰ জলাঞ্জলি দিয়া আৱশ্যক।' [গোস্বামী (২০০৩ : ৪৭)]

অসম সাহিত্য সভাৰ দুগৰাকী সভাপতি লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱাই ভাষা সম্পৰ্কত কেতবোৰ গুৰুত্বপূৰ্ণ কথা কোৱা দেখা যায়। গোহাঞিবৰুৱাই সভাপতিৰ অভিভাষণত কৈছিল— এটা ভাষাৰ ঠাইত আন এটা ভাষা থাপিবলৈ অস্বাভাৱিক বল প্ৰয়োগ কৰাৰ পৰা যে সুফল নফলিয়ায় বুৰঞ্জীয়ে তাৰ ভালেমান প্ৰমাণ জিলিকাই ৰাখিছে... [গোহাঞিবৰুৱা (... : ৮৭৫)] বেজবৰুৱাই 'বাঁহী'ৰ পাতত লিখিছিল— ভাৰতত ক্ষুদ্ৰ ক্ষুদ্ৰ ভাষা ৰাজ্যবোৰে আত্মৰক্ষা কৰি এখন বিশাল যুক্ত-ভাষা সাম্ৰাজ্যত পৰিণত হৈ নিজৰ সুকীয়া ৰাজত্ব আৰু সেই সাম্ৰাজ্যৰ প্ৰজাস্বত্ব ভোগ কৰিব জীৱনযাত্ৰা নিৰ্বাহ কৰাটোহে কৰ্তব্য আৰু সেইটোৱেই সম্ভৱো। Lingua Franca হ'লেও তাৰ ছাঁতে এশ এটা ভাষা থাকি পৰস্পৰ বিবাদ বিসম্বাদ নোহোৱাকৈ জীৱনযাত্ৰা নিৰ্বাহ কৰি থাকিব পাৰিব বুলি মোৰ বিশ্বাস। [গোস্বামী (২০০১ : ৪৯)]

ভাষা সম্পৰ্কত এইধৰণৰ মন্তব্য দাঙি ধৰা বেজবৰুৱা আৰু গোহাঞিবৰুৱাৰ বাবে পৰিহাসময় কথা এয়ে যে ইতিহাসৰ সেই নিৰ্দিষ্ট সময়ছোৱাই দুয়োগৰাকী ওজা সাহিত্যিকক তেওঁলোকে কোৱা কথাখিনি বৃহত্তৰ অসম ভূখণ্ডত প্ৰচলিত ভাষাবোৰৰ ক্ষেত্ৰতো যে প্ৰযোজ্য, সেই কথা ভাবিবলৈ আহৰি দিয়া নাছিল। বিপৰীতে গোহাঞিবৰুৱাই তেওঁৰ অভিভাষণত মন্তব্য কৰিলে এই বুলিহে— 'যি জাতিৰ সাহিত্য নাই, সেই জাতিৰ ভাষা দোৱান মাথোন, চৰাই পছুৰ মাত-বোলতকৈ সি এখোপহে মাথোন ওপৰত।' [গোহাঞি বৰুৱা, (... : ৮৭৪)] এই সুৰীয়া কথা গোহাঞিবৰুৱা সম্পাদিত 'উষা'ৰ পাততো দেখিবলৈ পোৱা যায়— আমাৰ আসাম দেশৰ চাৰিফালে দাঁতি-কাষৰত এতিয়াও কেতবিলাক অসভ্য পাহাৰীয়া জাতি কিম্বা সমাজ আছে, যেনে আঁকা, ডফলা, মিৰি, মিকিৰ ইত্যাদি যাৰ প্ৰত্যেকৰ মাত পৃথক পৃথক, এক জাতিয়ে আন জাতিৰ মাত বুজি নেপায়। সিহঁতৰ সেই মাতক ভাষা বোলা নাযায়। (তামুলী, ২০০৫ : ৬০৩)

অসমৰ শিক্ষিত বৰ্ণহিন্দু মধ্যবিত্তই জনজাতিসকলক 'সিহঁত' অৰ্থাৎ 'অন্য' (Other) হিচাপেই জ্ঞান কৰিছে। সাহিত্যতো হৈছিল otherৰ প্ৰতিফলন। উপন্যাস-সম্ৰাটৰূপে অভিহিত আৰু অসম সাহিত্য সভাৰ অষ্টমজন সভাপতি ৰজনীকান্ত বৰদলৈয়ে তেওঁৰ প্ৰথমখন উপন্যাস 'মিৰিজীয়ৰী' (১৮৯৫)ত লিখিছে— 'ঘৰে ঘৰে অসমীয়া কি ভাল মানুহ কি ইতৰ মানুহসকলোৰে মনত ৰং-ধেমালি হৈছে। ...ভাল মানুহবিলাকৰ ঘৰে-ঘৰে দুই-এজাকৈ মিৰিয়ে বিহু পাতিছে। [বৰদলৈ (২০০৬ : ৬-৮)] উপন্যাসখনৰ এটি টোকা দিবলৈ গৈ ঔপন্যাসিকে লিখিছে— মিৰি, নগা ইত্যাদি প্ৰায় সকলো পৰ্বতীয়া জাতিৰে এনে একোটি ক্ৰিয়া আছে। ই এটা মঙল চোৱা প্ৰণালী। আমাৰ অসমীয়াৰ মাজত জকি উঠা নিয়মৰ দৰে। [বৰদলৈ (২০০৬ : ১৫)]



উজনিৰ সাহিত্যিকসকলে 'কামৰূপীয়া' ভাষাক বিতাড়িত কৰোঁতে তাৰ প্ৰতিবাদ জনাব পৰাকৈ নামনিত মধ্যশ্ৰেণী এটা আছিল। কিন্তু জনজাতীয় ভাষা আৰু লোকৰ বিষয়ে কৰা এই ধৰণৰ মন্তব্যৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিব পৰাকৈ তেতিয়াও জনজাতীয় মধ্যশ্ৰেণী এটা ওলাই অহা নাছিল। অৱশ্যে বেছি বছৰলৈ নহয়। ১৯২৩ চনত 'চেতনা'ৰ পাতত মিচিং জনগোষ্ঠীৰ শিক্ষিত নেতা মহীচন্দ্ৰ মিৰিয়ে লিখিলে এনেদৰে—

'আমাৰ চকুত পৰি থকা অসমৰ যিমান বেলেগ দাঁতি-কাষৰীয়া জাতি আছে বোধকৰো ভাৰতৰ কোনো প্ৰদেশত নাই। প্ৰত্যেক একোটা তেনে জাতিৰেই বেলেগ ভাষাও আছে। অৱশ্যে এই ভাষাবিলাক এতিয়াও প্ৰকৃত ভাষাত পৰিণত হোৱা নাই, দোৱান (dialect) হৈয়েই আছে।

আহোমৰ ভাষা আছিল, সাহিত্য আছিল, ইতিহাস আছিল। সি যেনিবা বহু আদান-প্ৰদানৰ পাছত এই অসমীয়া ভাষাতেই লীন হ'ল। এতিয়া আহোম ভাষাৰ দুই-এখন পুথিৰ বাজে একো চিন-চাবকে পোৱা নাযায়। আহোমে নিজৰ ভাষা আৰু জাতীয়ত্ব হেৰুৱালো বুলি এতিয়াও হা-হুমুনিয়াহ কঢ়া দেখা যায়। এই হা-হুমুনিয়াহ ভাললৈ নে বেয়ালৈ ই আমাৰ প্ৰশ্নৰ এটা অংশ।

এতিয়া অলপ মূৰ তুলি চাওঁ মানে বহুত কথা দেখিবলৈ পাইছো। অসমীয়া সমাজৰ ভাবগতিত যিমান বেমেজালিয়ে দেখা দিছে সিমানেই সমগ্ৰ জাতিটোৰো বেমেজালি বেছি হোৱা যেন দেখা গৈছে। আসামৰ বহুত দাঁতি-কাষৰীয়া জাতিৰ উচ্চ শিক্ষাৰ্থী ছাত্ৰই আজিকালি স্কুল-কলেজলৈ অহা দেখা যায়। ...কিন্তু অসমীয়া ভাষা-ভাষী মানুহবিলাকৰ সিবিলাকৰ প্ৰতি মৰম-চেনেহ বুলিবলৈ একণো নাইকিয়া হোৱাত তেওঁবিলাকৰ তাৰ পৰা এৰাই যাব খোজাটো একো আচৰিত নহয় যেন লাগে। ...অসম হিতৈষীয়ে কয়— জাতিটোক একেটা ভাষা দি অন্য জাতিৰ আগত উন্নত জাতি বুলি চিনাকি দিব লাগে। আকৌ দাঁতি-কাষৰীয়াই কয়— 'নহয় ককাই, আমি বেলেগ জাতি এটা হৈ নিজক পোহৰাব লাগে।' [ৰায়চৌধুৰী (১৯৯৮ : ২৭)]

আনহাতে, বিষ্ণুপ্ৰসাদ ৰাভাই তেওঁৰ উপন্যাস 'মিচিং কনেঙ'ত মিচিং কিশোৰৰ প্ৰতিক্ৰিয়াৰ ছবি আঁকিছিল এনেদৰে—

'আঁতৰৰ আদহীয়া এজনে গা ধুই কাপোৰ সলাই আছিল। খঙত জ্বলি পকি খেদি আহি কুমঙৰ মুখামুখি হৈ থিয় দি কয়— 'হেৰৌ তহঁতে নাজাননে— তহঁত মিৰিহঁতে এই কুৱাটো চুলে চুৱা যায় বুলি। ছেঃ ছেঃ ছেঃ খালি খালি খালি।'

দপ্‌কৈ জ্বলি উঠে কুমঙৰ বুকু— ছমছমাই যায়। ...ঘপহ কৰে বেগাবেগিগৈ

খোজ লয় সি সেই গছজোপাৰ ফালে। পুথি বহীবোৰ লৈ সি গুচি যায় ঘৰৰ ফালে— সিহঁতলৈ নোচোৱাকৈ।

...চোকা ৰ'দ। সিফালে তাৰ মন নাই; তাৰ কেৱল চিন্তা- সি জানো অসমীয়া নহয়— মিচিং মিৰিসকলে জানো অসমীয়া বুলি চিনাকি নিদিয়ে? হিন্দুবোৰ হ'ল অসমীয়া, আৰু সিহঁত মিৰিসকল হ'ল অনা-অসমীয়া অসমত খিলঞ্জীয়া বাসিন্দা হৈও। সেয়েহে হিন্দুসকলৰ মুখত শুনা যায়, এয়া অসমীয়া গাঁও, সিখন মিৰি গাঁও। ইমান পৰ ভাবেনে এওঁলোকে? এই কুৰা— ৰাজহুৱা কুৰা, তাক চুলেও চুৱা লাগে। কুৰাটো যেন হিন্দুসকলৰহে, মিৰিসকলৰ নহয়। ...ওৰে বাট নানা চিন্তাই তাৰ মন জুমুৰি কৰে। ...ভাবি চিন্তি গুণি গুঁথি তাৰ কাণ দুখন ৰঙা পৰি যায়।' [দাস (১৯৯৭ :৭৫২)]

ঊনবিংশ শতিকাৰ মিছনেৰী চিদনী এণ্ডলে' তেওঁৰ 'The Kacharis' (১৮৮৪) নামৰ গ্ৰন্থত কৈছে যে দৰং জিলাৰ প্ৰায় সকলো কছাৰীয়েই 'অসমীয়া'ৰ সৈতে নিচেই পৰিচিত। 'অসমীয়া' নজনা মানুহ অতি কমেইহে তেওঁ লগ পাইছিল।[৫]

আনহাতে, ১৯২৮ চনত ছাইমন কমিছনৰ আগত ধুবুৰী বড়ো যুৱক সন্মিলনীৰ পক্ষৰ পৰা শ্যামচৰণ ব্ৰহ্ম আৰু ৰূপনাথ ব্ৰহ্মাই দিয়া প্ৰতিবেদনত উল্লেখ কৰিছিল যে লোকপিয়লত বড়োসকলৰ কেবাহাজাৰকো হিন্দু বুলি দেখুওৱা হৈছে। কিন্তু বড়োসকলৰ সুকীয়া সভ্যতা আছে। চেঞ্চাছত সুকীয়াকৈ বড়োসকলক 'বড়ো' বুলি দেখুৱাব লাগে। বড়োসকলে কোনোপধ্যে নিজকে অসমীয়া নহয় বুলি নাভাবে।[৬] [ৰায়চৌধুৰী (১৯৯৮ : ১৩৫)]

এইখিনিতে উল্লেখ কৰা প্ৰয়োজন যে অষ্টাদশ শতিকাৰ শেষভাগত উইলিয়াম জোন্‌ছ আৱিষ্কৃত 'তুলনামূলক ভাষাতত্ত্ব' (comparative philology) আৰু তাৰ পৰৱৰ্তী কালছোৱাত আৰম্ভ হোৱা Language Group গঠনৰ প্ৰক্ৰিয়াই 'অসমীয়া' ভাষাৰ 'মূল' বিচৰাসকলক নিঃসন্দেহে উৎসাহিত কৰিছিল। 'অসমীয়া' ভাষা যে সংস্কৃতৰ পৰা ওলাইছে এই 'মতবাদে' বৰ্ণহিন্দু অসমীয়াক উৎসাহী কৰি তুলিছিল, কিয়নো ঊনবিংশ শতিকাৰ শেষভাগ আৰু বিংশ শতিকাৰ আৰম্ভণিৰ কালছোৱাত অসমীয়া ভাষা আৰু সাহিত্য চৰ্চা কৰা উজনি-নামনি সকলোৰে লেখকসকল আছিল উচ্চবৰ্ণৰ আৰু তেওঁলোক আটাইৰে সংস্কৃতৰ সৈতে আছিল আ-শৈশৱ সম্পৰ্ক। লগতে যিহেতু অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ঔপনিৱেশিক শাসকৰ একান্ত লগৰীয়া আছিল, ঔপনিৱেশিক প্ৰভুৰ মুখৰ ইংৰাজী ভাষা আৰু ন-কৈ গঢ়ি লোৱা অসমীয়া জাতিৰ 'অসমীয়া ভাষা' একেটা Language Group, Indo-Europian ৰ অন্তৰ্ভুক্ত— এই 'আৱিষ্কাৰে' ব্ৰিটিছ নিৰ্ভৰ অসমীয়া মধ্যবিত্তক স্বস্তি আৰু উৎসাহ



দিছিল। এই Language group গঠনে উপনিৱেশ বাহাল ৰখাত ব্ৰিটিছকেই আটাইতকৈ সহায় কৰিছিল। কিন্তু অষ্টাদশ শতিকাৰ এই Language group গঠন প্ৰক্ৰিয়া যে 'ৰণকৌশল'ৰ বাহিৰে আন একো নাছিল সেই কথা কুৰি শতিকাৰ বিখ্যাত চিন্তানায়ক মিশ্বেল ফুকোৱে উল্লেখ কৰিছে—

Such discourses as economics, medicine, grammar, the science of living beings give rise to certain organisation of concepts certain regrouping of objects certain types of enuniciation, which form, according to the degree of coherence, rigour, and stability, themse or theories, the theory in eighteenth century grammar of an original language (langue) from which all others derive and of which all others carry within themselves, sometimes decipherable memory; a theory in nineteenth century philology of a kinship between all the Indo-European languages and an archaic idiom that served as a common starting point, ...whatever their formal level be, I shall call these themes and theories 'strategies.' [Foucult (1970 : 64)]

এই ভাষা-পৰিয়াল গঠনৰ 'কৌশলে' উচ্চবৰ্ণৰ লক্ষ্মীনাথ জেবৰুৱাক কি ধৰণৰ মন্তব্য আগবঢ়াবলৈ সহায় কৰিলে লক্ষ্য কৰিব পাৰি—

'সেই কাৰণৰ নিমিত্তেই হিন্দুধৰ্ম প্ৰচাৰৰ ভাষা সংস্কৃত ভাষাত অসমীয়া ভাষা সৰ্বাংগ মজি আছে, আৰু সেইবাবেই সংস্কৃত ভাষাই অসমীয়া ভাষাৰ মাতৃৰ আসন অধিকাৰ কৰি ৰ'ল, আৰু সেইবাবেই কি বড়ো ভাষা, কি আহোম ভাষা, কোনো অনাৰ্য ভাষাই অসমীয়া ভাষাক সংস্কৃতৰ বুকুৰ পৰা কাঢ়ি নিব নোৱাৰিলে।' [গোস্বামী (২০০১ : ১৩)]

গোহাঞিবৰুৱাই সভাপতিৰ আসনৰ পৰা ক'লে—

'অসমীয়া ভাষা অতি পুৰাতনীয়া ভাষা, আৰু ইয়াৰ মূল সংস্কৃত। যদ্যপি 'আহোম' বা 'অহম' বা 'অসম' শব্দৰ পৰা অসম দেশ আৰু অসমীয়া ভাষাৰ নাম হৈছে, তথাপি আহোম ভাষা নহয়, আহোম ভাষা অসমীয়া ভাষাৰ পৰা সম্পূৰ্ণ পৃথক।'

গোহাঞিবৰুৱা সম্পাদিত 'উষা'ৰ পাতত ৰমানন্দ চৌধুৰীয়ে 'অসমীয়া ভাষা' লিখোতাসকলক উপদেশ দিলে এই বুলি—

'ভাৰতবৰ্ষত যতবিলাক প্ৰাদেশিক ভাষা আছে, আটাইবিলাকেই সংস্কৃত ভাষাৰ অন্তৰ্বৰ্তী। আমাৰ অসমীয়া ভাষাৰো মূল সংস্কৃতেই। (সেয়ে) স্থানবিশেষে কিছুমান উপযোগী সংস্কৃত বা সংস্কৃতমূলক শব্দ ব্যৱহাৰ কৰিব লাগে।' [তামুলী (২০০৫ : ৩১৫)]

অসম সাহিত্য সভাৰ সভাপতিসকলেও 'অসমীয়া ভাষা' মানে কেৱল 'সংস্কৃত মূল'ৰ বৰ্ণহিন্দু কথিত ভাষাটোক বুজাইছিল। ১৯২৯ চনৰ সভাৰ সভাপতি কমলাকান্ত ভট্টাচাৰ্যই কৈছিল—

'অসম দেশৰ চুকে-কোণে, ভৈয়ামে-পৰ্বতে, দাঁতিয়ে-কাষৰে অসমীয়া ভাষাৰ, অসমীয়া সাহিত্যৰ বহুল প্ৰচাৰৰ কাৰণে ককালত টঙলি বন্ধাৰ দিনো কেতিয়াবাই আৰম্ভ হ'ল।' [গোস্বামী (১৯৮২ : ১৯১১)]

কৃষ্ণকান্ত সন্দিকৈয়ে সভাপতিৰ ভাষণত ক'লে—

'দাঁতি-কাষৰীয়া জাতিবিলাকৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰাটো অসম সাহিত্য সভাৰ প্ৰধান কৰ্তব্য হোৱা উচিত।' (গোস্বামী (২০০১ : ২৬৪) সন্দিকৈয়ে বিশ্বাস কৰিছিল যে 'প্ৰাকৃত আৰু ভাৰতৰ অন্যান্য প্ৰদেশৰ আৰ্যবংশীয় ভাষাসমূহৰ লগত অসমীয়া ভাষাৰ সম্পৰ্ক' আছে। [গোস্বামী (২০০১ : ৩০৫)]

পিছৰ কালত সঘন উদ্ধৃত আৰু সমালোচিত অসম সাহিত্য সভাৰ সভাপতি (১৯৪৪-৫০) নীলমণি ফুকনৰ বিখ্যাত মন্তব্যটি আছিল এই—

'আজি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অসমীয়া হিন্দু-মুছলমানৰ প্ৰাণৰ কথা হৈছে অসমীয়া সংস্কৃতি, অসমীয়া ভাষা-সাহিত্য, শিল্প-কলা ৰক্ষা কৰাই নহয়, তাক বিস্তাৰ কৰি পূৰ্ব গৌৰৱৰ ওপৰত সোণৰ কলচী তোলা, অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি এই সংস্কৃতিৰ অভিযান অসমৰ পৰ্বতে-কন্দৰে, হাবিয়ে-বননিয়ে চলাব লাগিব।' [ৰায়চৌধুৰী (১৯৯৮ : ২৯)]

বৰ্ণহিন্দু অসমীয়া নেতাৰ এইধৰণৰ মন্তব্যৰ বাবেই জনজাতীয় নেতা উইলিয়ামছন ছাংমাই ১৯৫৪ চনত ক'বলৈ হয়তো বাধ্য হৈছিল— 'অসমীয়া ভাষীসকল এই ভাষিক গোষ্ঠীৰ ভিতৰত নপৰা লোকসকলৰ ভাষা আৰু সংস্কৃতি লোপ পোৱাবলৈ দৃঢ় পৰিকৰ। এই ধাৰণা অব্যাহত থাকিলে পৰ্বতীয়া ৰাইজৰ বাবে, নিজৰ গোষ্ঠীগত পৰিচয়, ভাষা আৰু সংস্কৃতি সংৰক্ষণৰ খাতিৰতে এখন সুকীয়া পাৰ্বত্য ৰাজ্য বিচৰাৰ বাহিৰে গত্যন্তৰ নাথাকিব।' [বৰপূজাৰী (১৯৯৮ : ১৬)]

লক্ষ্য কৰিব পাৰি অসম সাহিত্য সভাত জনজাতীয় লোকৰ যোগদান সভা গঠনৰ বহু বছৰলৈ প্ৰায় শূন্য আছিল। সেয়ে দেখিকৈ হ'লেও এই মঞ্চত যোগদান কৰা জনজাতীয় লোকৰ মন্তব্যই তাৎপৰ্য বহন কৰা যেন লাগে। ১৯৭৪ চনৰ মঙলদৈ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি বাহাদুৰ বসুমতাৰীৰ এই আৱেগিক সম্বোধন গুৰুত্বপূৰ্ণ আছিল। তেওঁ মঞ্চত কৈছিল— 'হে সুধী পণ্ডিতমণ্ডলী, জাতি গঠনত আপোনালোকৰ দায়িত্ব বৰ বেছি। এটা জাতিক আপোনালোকে প্ৰাণ দিব পাৰে। আপোনালোকৰ কৰ্তব্যও বৰ বেছি। সংহতিৰ কাৰণে জাতীয় সাহিত্য ৰচনা কৰা দৰকাৰ। আপোনালোকৰ সাহিত্যৰ মাজত জনজাতীয় গোষ্ঠীয়েও নিজৰ ছবি দেখিব পালে ভাল পায়। আমাৰ সাহিত্য ভঁৰালত তেনেকুৱা সাহিত্যৰ অভাৱ সকলোৱে অনুভৱ কৰিছে।



তিব্বত-বৰ্মী গোষ্ঠীৰ শব্দ অসমীয়া ভাষাত যথেষ্ট আছে, কিন্তু আৰু ভাল ভাল বহুত শব্দ বড়ো ভাষাত আছে। সেইবোৰ আপোনালোকৰ অসমীয়া ভাষাত ব্যৱহাৰ কৰিলে অসমীয়া শব্দকোষ চহকী হ'ব।' [বসুমতাৰী, (১৯৭৪ : ৬)]

একেদৰে ১৯৮১ চনত অসম সাহিত্য সভাৰ সভাপতি সীতানাথ ব্ৰহ্মচৌধুৰীয়ে 'অসমীয়া ভাষা' সম্পৰ্কত কোৱা কথাখিনিয়েও গুৰুত্ব বহন কৰে—

'প্ৰথমতে আমি ফঁহিয়াই চাব লাগিব অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ জন্ম কেনেকৈ হ'বলৈ পালে। প্ৰাক্-ঐতিহাসিক যুগৰ পৰাই অসমত মংগোলীয়, দ্ৰাবিড়, আৰ্যগোষ্ঠীৰ মানুহ একেলগে বাস কৰি আহিছে। বহু যুগ ধৰি একেলগে বাস কৰাৰ ফলত তেওঁবিলাকৰ ভাবৰ আদান-প্ৰদান হ'ল আৰু কালক্ৰমত এটা মিশ্ৰিত জাতিত পৰিণত হ'ল আৰু সৃষ্টি হ'ল এটা মিশ্ৰিত ভাষাৰো। প্ৰত্যেক জনগোষ্ঠীৰে বেলেগ বেলেগ ভাষা আছিল। এই মিশ্ৰিত ভাষাই অসমীয়া ভাষাৰ গুৰি। ...অসমৰ সকলো জনগোষ্ঠীৰ মাজত অসমীয়া ভাষা আছিল 'সৰ্বসাধাৰণ ভাষা' (Lingua Franca)।' [গোস্বামী আৰু ভূঞা (২০০৮ : ২২৪)]

অৱশ্যে ইয়াৰ পূৰ্বেই ব্ৰহ্মচৌধুৰীৰ দহ বছৰমান আগৰ সভাপতি (১৯৭১) তীৰ্থনাথ শৰ্মাই অসম সাহিত্য সভাৰ মঞ্চৰ পৰা 'অসমীয়া ভাষা' সম্পৰ্কত আধিপত্যকামী মনোভাবৰ বিপৰীতে মন্তব্য কৰিছিল— 'অসমৰ নিগাজি আৰু থলুৱা জনসমাজৰ এটা বুজন অংশ প্ৰকৃততে দ্বিভাষী, তেওঁলোকৰ মাত ফুটা কালত 'মাকৰ কোলাত' শিকা মাতৃভাষা এটা আছে। থাকিলেও ধাত্ৰী ভাষাৰূপে অসমীয়াও তেওঁলোকৰ আপোন ভাষা। ...মাতৃমুখত সৰুকালতে শিকা ভাষাৰ লগত মানুহৰ অন্তঃকৰণৰ যোগ আৱেগপূৰ্ণ আৰু ঘনিষ্ঠ। তাক এৰি দিবলৈ বা পাহৰি পেলাবলৈ উপদেশ দিয়া বা আইন কৰি বলেৰে আন ভাষা এটাক মাতৃভাষাৰ পৰিৱৰ্তে মানি ল'বলৈ বাধ্য কৰাটো অকল অনুচিতেই নহয়, শিক্ষাতত্ত্বৰ বহু পৰীক্ষিত নীতি অনুসাৰেও অবাঞ্ছনীয়।' [ৰায়চৌধুৰী, (১৯৯৮ : ৩৬-৩৭)]

কিন্তু স্ববিৰোধেৰে ভৰা অসম সাহিত্য সভাই তীৰ্থনাথ শৰ্মাৰ এই ধৰণৰ মন্তব্যৰ ঠিক এবছৰ পিছতে (১৯৭২) মাধ্যম আন্দোলনত উঠি-পৰি লাগে।

গতিকে দেখা যায় আৰম্ভণি কালৰ অসম সাহিত্য সভাৰ সভাপতিসকলৰ প্ৰায়সকলেই 'অসমীয়া ভাষা' মানে কেৱল সংস্কৃত মূলৰ আৰ্যভাষা এটা বুলি গণ্য

কৰিছিল। উজনীয়া আৰু কামৰূপী ভাষাৰ বিতৰ্ক এটা প্ৰবল হৈয়ে আছিল সভাৰ ভিতৰচ'ৰাত। কিন্তু অসমীয়া ভাষাক 'সংস্কৃত মূল'ৰ বুলি স্বীকাৰ কৰিও নানা দ্বন্দ্ব আৰু বিৰোধেৰে ভৰা অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ প্ৰতিনিধি লক্ষ্মীনাথ বেজবৰুৱাই সভাপতিৰ অভিভাষণত স্পষ্ট ভাষাৰে কৈছিল—

'স্বভাৱতে অসমীয়া ভাষাৰ ওপৰত দ্ৰাবিড়, কিৰাত প্ৰভৃতি ওচৰ-চুবুৰীয়া আন অনাৰ্য ভাষাৰো যে বিস্তৰ প্ৰভাৱ পৰি আহছে তাক কোৱা বাহুল্য মাথোন। সেইবোৰ ফঁহিয়াই দেখুৱাবলৈ চেষ্টা কৰি এই দীৰ্ঘ বক্তৃতাক আৰু দীঘল কৰি আপোনাসকলৰ ধৈৰ্যৰ ওপৰত আৰু টেক্স বহুৱাবলৈ গ'লে আপোনাসকলে মোক জুলুমবাজ সভাপতি নুবুলি নেৰে। মাথোন দ্ৰাবিড়ী ভাষাৰ প্ৰভাৱৰ বিষয়ে এটা কথা কওঁ। দ্ৰাবিড়ী ভাষাৰ শব্দৰ প্ৰথমতে যুক্তাক্ষৰ নেথাকে, আমাৰ ভাষাতো প্ৰায় এনে নিয়মেই। যেনে স্নেহ-চেনেহ। দ্ৰাবিড়ী ভাষাৰ শব্দৰ মাজৰ যুক্তাক্ষৰ একে বৰ্ণৰ আখৰৰ মাজতহে হ'ব পাৰে, কিন্তু অসমীয়াত প্ৰায়েই যুক্তাক্ষৰ ভাঙি এই নিয়ম পালন কৰা যায়; যেনে পদ্ম— পদুম, এই দুই ভাষাতে তালব্য উচ্চাৰণৰ প্ৰধান্য। ...বড়ো ভাষা আৰু আহোম ভাষাৰ প্ৰভাৱ অসমীয়া ভাষাৰ ওপৰত অলপ-অচৰপ নহয়। অসমত কাম কৰা ভূতপূৰ্ব চিভিলিয়ান জে ডি এণ্ডাৰছনৰ এই বিষয়ে প্ৰবন্ধ যি পঢ়িছে, তেৱেঁই এই কথাৰ সাৰ্থকতা বুজিব।

মুছলমানসকলৰ ভাৰতাগমণৰ ফলত আৰবী, ফাঁচী আৰু উৰ্দু ভাষায়ো অসমীয়া ভাষাৰ ওপৰত প্ৰভাৱ বিস্তাৰ নকৰি থকা নাই। [বেজবৰুৱা (১৯৮৮ : ১৮৫৩)]

গোৱালপাৰা অধিবেশনত বিশিষ্ট অতিথি হিচাপে যোগদান কৰা বেজবৰুৱা 'অসমীয়া ভাষা' সম্পৰ্কত আৰু অধিক দূৰদৰ্শী আৰু গতিশীল আছিল। তেওঁ কৈছিল— 'অভিভাষণৰ সভাপতিয়ে ক্ষমা কৰিলে কওঁ যে 'হাকামা' শব্দটো বড়ো ভাষাৰ শব্দ। বড়ো জাতীয় লোকৰ ৰাজত্ব আৰু প্ৰাধান্য গোটেই অসমজুৰি অনেক কাল আছিল। অসমৰ নৈ, ঠাই প্ৰভৃতিত আজিও সেই চিন মচ খোৱা নাই; যদিও সংস্কৃতীয়া পণ্ডিতসকলে সেইবোৰ সংস্কৃত লেখনী বুলাই তাৰ আকৃতি সংস্কৃতীয়া কৰিবলৈ চেষ্টা কৰিছে। দিখৌ, দিহিং, দিক্ৰু, দিহং, দিবং, দিপাং প্ৰভৃতি নৈৰ নামৰ আগত বড়ো 'দি' অৰ্থাৎ নৈয়েই সেইটোৰ এটি প্ৰমাণ। বড়ো জাতীয় ৰজাৰ শাসন আৰু বড়ো সভ্যতাৰ তলত একালত গোটেই অসম দেশ যে পৰিৱৰ্ধিত আৰু পৰিশোধিত হৈ আহিল, এই কথা বুৰঞ্জীবিদসকলে জানে।ত্ৰিপুৰা আৰু কোচবিহাৰ যি দুখন প্ৰদেশ একালত অসম কামৰূপৰ অংগ আছিল, আজিও বড়ো জাতিৰ গৌৰৱ নিছান ওখ কৰি ৰাখিছে। আনহাতেদি এদিন সুৰমা উপত্যকাতো বড়োৰ



বিজয় পতাকা সগৌৰৱে সদৰ্পে উৰিছিল। আজিও অসমৰ সৰহ ভাগত আৰু উত্তৰ পূৰ্ববংগত বড়ো ভাষাৰ অৱশিষ্ট প্ৰভাৱ লক্ষ্য কৰিলে এইটো সিদ্ধান্তলৈ নাহি নোৱাৰি যে একালত এইবোৰ ঠাই বড়ো সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। ...গেইটে এই কথাকে তেওঁৰ বুৰঞ্জীত কৈছে — 'Having regard to their wide distribution and to the extent of country over which Bodo languages of a very uniform type are still current, it seems not improbable that one time the major part of Assam and North East bengal formed a great Bodo Kingdom.' [ বেজবৰুৱা (১৯৮৮ : ১৮৭৩)]

গোহাঞিবৰুৱায়ো তেওঁৰ অভিভাষণত 'অসমীয়া ভাষাৰ মূলত সংস্কৃতত বাজেও, কামৰূপ বা অসমৰ আদিম অধিবাসীসকলৰ ভাষাৰ ভাজ লাগিছে' বুলি স্বীকাৰ কৰিছিল।

তাৰ বহুকাল পিছত ১৯৭৪ চনৰ মঙলদৈ অধিবেশনত সভাপতি মহেশ্বৰ নেওগে সজোৰে কৈছিল এই বুলি—

'বড়ো ভাষাৰ ধ্বনি-পদ্ধতিৰ লগত যদি পৃথিৱীৰ এটা ভাষাৰ সবাতো অধিক মিল আছে আৰু বড়ো ভাষাৰ ধ্বনি-পদ্ধতিৰ দ্বাৰা যদি পৃথিৱীৰ এটা ভাষা গভীৰভাৱে প্ৰভাৱিত হৈছে, সেয়া অসমীয়া ভাষা। পৃথিৱীৰ এটা ভাষাৰ শব্দ-সম্ভাৰৰ লগত যদি বড়ো ভাষাৰ ঘন সম্বন্ধ আছে, সিও অসমীয়া ভাষাই। এইবোৰ কাৰণত অসমীয়া-বড়োৰ ভাষাতাত্ত্বিক সম্পৰ্ক তেজৰ সম্বন্ধ (অৰগেনিক ৰিলেশ্যন) ৰূপে বিদ্যমান।' [নেওগ (১৯৭৪ : ১১)]

কিন্তু এই মন্তব্য বড়োসকলে ৰোমান লিপি ল'বলৈ যো-জা চলোৱাৰ প্ৰতিক্ৰিয়াস্বৰূপেহে দিয়া হৈছিল।

অসম সাহিত্য সভাৰ মঞ্চত বেজবৰুৱা আৰু গোহাঞিবৰুৱাই কোৱা বড়ো আৰু অন্যান্য ভাষাৰ প্ৰভাৱৰ কথাবোৰ, কালিৰাম মেধি, তীৰ্থনাথ শৰ্মা, সীতানাথ ব্ৰহ্মচৌধুৰী আদি সভাপতিসকলৰ জনজাতীয় ভাষা সম্পৰ্কে মন্তব্যবোৰ অসম সাহিত্য সভাই আৰম্ভণিৰে পৰা গমি-পিতি চোৱা হ'লে 'অসমীয়া ভাষা' নিশ্চয় পূৰ্বৰ দৰেই অসম ভূ-খণ্ডৰ সকলো জাতি-জনগোষ্ঠীৰ 'ভাষা' হৈ থাকিলেহেঁতেন। কিন্তু 'শুদ্ধ', 'অশুদ্ধ', 'উজনি-ধেকাৰী', 'আৰ্য-অনাৰ্য' আদি বিচাৰেৰে 'অসমীয়া' নামৰ বিভিন্ন ৰূপত বৰ্তি থকা ভাষাটো সংকীৰ্ণ ৰূপতহে বৰ্তি থাকিল। তথাপি নানা দ্বন্দ্ব আৰু বিৰোধেৰে চলি আহি থকা অসম সাহিত্য সভাই পিছলৈ অসমৰ জনজাতিসকলক লৈ বিভিন্ন ইতিবাচক কাম-কাজ কৰাটো এটা ভাল লক্ষণ বুলিব পাৰি।

১। The only Assamese books which can be regarded as a standard of Good prose writing are the Buronjis, or histories... Translation of several mathematical and other Sanskrit works are to be found; but the language is less pure than that of the Buronjies [Brown (1848 : vi)]

২। Most of the sacred writings of the Assamese are in poetry, which differs so widely from the spoken language [ibid (1848 : vi)]

৩। ১৮৫৪খ্রীঃৰ ৫ নৱেম্বৰৰ ব্ৰাউনে ব্ৰন্সনলৈ লিখা চিঠিত আছে— ...the Dhekeres of Kamrup also Kacharis and other hill tribes to whom the languages is not vernacular and cannot therefore be expected to speak it in its purity.

৪। Goonabhiram Borooa, Kafaitoola and Anunderam Dhakeal Phukan, all representative of an earlier generation of literary workers from Lower Assam were frequently chastisted by the new language activitists in calcutta for 'their impurity, provincialism, vulgarism and Bengalism' [Kar (2008 : 53)]

৫। Most Kacharis (Bara) in this district are quite familiar with Assamese, indeed, it is very rarely that the writer has met with men who did not know this form of Aryan Speech. (Endle (1997 : 79-80)]

৬। Out of one lac and fifty thousands some thousands have been treated as Hindus, 'Which is the cause of decrease in the number of Bodo population. The Bodos have a distinct civilisations of their own. There should be a seperate category 'the Bodos' in the census report'... We the bodos can by no means call us other than Assamese.

পাদটীকা ঃ

১। গোস্বামী, উপেন্দ্ৰ নাথ ঃ অসমীয়া ভাষাৰ উদ্ভৱ সমৃদ্ধি আৰু বিকাশ। বৰুৱা এজেন্সি ঃ গুৱাহাটী, ২০০৫। প্ৰিণ্ট।

২। গোস্বামী, প্ৰফুল্ল দত্ত (সম্পা) ঃ কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী। অসম প্ৰকাশন পৰিষদ ঃ গুৱাহাটী ১৯৮২। প্ৰিণ্ট।

৩। গোস্বামী বসন্ত, প্ৰদীপ ভূঞা (সম্পা) ঃ অসম সাহিত্য সভা সভাপতিৰ ভাষণাৱলী। অসম সাহিত্য সভা ঃ গুৱাহাটী, ২০০৮। প্ৰিণ্ট।



৪। গোস্বামী, যতীন্দ্ৰনাথ (সম্পা) ঃ কৃষ্ণকান্ত সন্দিকৈ ৰচনা সম্ভাৰ। অসম সাহিত্য সভা ঃ যোৰহাট, ২০০১। প্ৰিণ্ট।

৫। গোস্বামী, যতীন্দ্ৰ নাথ (সম্পা) ঃ বাঁহী। অসম সাহিত্য সভা ঃ গুৱাহাটী, ২০০১। প্ৰিণ্ট।

৬। তামুলী, লক্ষ্মীনাথ (সম্পা) ঃ ঊষা। অসম প্ৰকাশন পৰিষদ ঃ গুৱাহাটী, ২০০৫। প্ৰিণ্ট।

৭। দাস, যোগেশ, সৰ্বেশ্বৰ বৰা। বিষ্ণুপ্ৰসাদ ৰাভা ৰচনাসম্ভাৰ। ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ ঃ তেজপুৰ, ১৯৯৭। প্ৰিণ্ট।

৮। নেওগ, মহেশ্বৰ ঃ বড়ো ভাষাৰ লিপি সম্পৰ্কত অসম সাহিত্য সভাৰ সঞ্চালকৰ ভাষণ। অসম সাহিত্য সভা ঃ যোৰহাট, ১৯৭৪। প্ৰিণ্ট।

৯। পাঠক ৰমেশ ঃ অসমীয়া ভাষাৰ ইতিহাস। অশোক বুকষ্টল ঃ গুৱাহাটী, ২০১১।

১০। বসুমতাৰী, বাহাদুৰ ঃ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ। শংকৰ প্ৰেছ ঃ টংলা, ১৯৭৪। প্ৰিণ্ট।

১১। বৰপূজাৰী, হেৰম্বকান্ত ঃ সমস্যা আৰু ৰাজনীতি। জি এল পাব্লিকেশ্যনছ ঃ গুৱাহাটী, ১৯৯৯। প্ৰিণ্ট।

১৩। বৰুৱা গুণভিৰাম ঃ আসাম বুৰঞ্জী। অসম প্ৰকাশন পৰিষদ ঃ গুৱাহাটী, ১৯৭২।

১৪। বেজবৰুৱা, লক্ষ্মীনাথ ঃ বেজবৰুৱা গ্ৰন্থাৱলী। সাহিত্য প্ৰকাশ ঃ গুৱাহাটী, ১৯৮৮। প্ৰিণ্ট।

১৫। মহন্ত, প্ৰফুল্ল ঃ অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস। পূৰ্বাঞ্চল প্ৰকাশ ঃ গুৱাহাটী, ১৯৯৩। প্ৰিণ্ট।

১৬। ৰায়চৌধুৰী, অনিল ঃ নামনি অসমৰ মধ্যশ্ৰেণী। বৰুৱা এজেন্সি ঃ গুৱাহাটী, ১৯৯৮। প্ৰিণ্ট।

১৭। ৰায়চৌধুৰী, অনিল ঃ অসমীয়া ভাষাৰ দৰ্শন। নতুন সাহিত্য পৰিষদ ঃ গুৱাহাটী, ১৯৯৮। প্ৰিণ্ট।

১৮। শৰ্মা, প্ৰভাত চন্দ্ৰ ঃ দৰঙী শব্দকোষ। দৰং জিলা সাহিত্য সভা ঃ বঙলদৈ, ১৯৮৭। প্ৰিণ্ট।

১৯। ...কালিৰাম মেধি ৰচনাৱলী ঃ অসম সাহিত্য সভা ঃ যোৰহাট, ১৯৭৯। প্ৰিণ্ট।

২০। Bodhisattva Kar : 'Tongue Has No Bone' : Fixing the Assamese Language, c. 1800-c. 1930. http://www.sagepublications.com.

২১। Brooker, Peter : A glossary of Cultural Theory. Oxford University Press : New York, 2003. Print.

২২। Brown, Nathan : Grammatical Notices of the Asamese Language. American Baptist Mission Press : Sibsagar, 1848. E-book.

২৩। Endle, Sydney : The Kaharis. Low Price Publications : Delhi, 1997. Print.

২৪। Foucult, Michel : The order of things. Pantheon Books :.......... 1970. Print.

২৫। Howarth, David : Discourse. Vivabooks Private Limited : New Delhi, 2005. Print.

২৬। Kakati, Banikanta : Assamese, Its Formaton and Development. Lawyer's Books Stall : Guwahati. 1972. Print.

২৭। Mills, Sara, Discourse : Routhledge : Oxen. .....Print.

২৮। Said, W Edward : Orientalism. Penguin books : New Delhi, 2001. Print.

২৯। বৰুৱা, অতুল চন্দ্ৰ ঃ শৰৎ চন্দ্ৰ গোস্বামী। অসম সাহিত্য সভা ঃ যোৰহাট, ১৯৮৭। প্ৰিণ্ট।

# কাৰবি্সকলৰ বৌদ্ধিক জীৱনত অসম সাহিত্য সভাৰ ভূমিকা ঃ এক পৰ্যালোচনা (ডিফু সাহিত্য সভাৰ বিশেষ উল্লেখসহ)

গীতা হাঞ্চেপী
মনশ্ৰী বৰঠাকুৰ (গোস্বামী)

**আৰম্ভণি ঃ**

১৯৯৫ চনতে পদ্মনাথ গোহাঞিবৰুৱাই ক'হিমাত লাইখুঁটা স্থাপন কৰা অসম তথা উত্তৰ-পূব ভাৰতৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই আনুষ্ঠানিকভাৱে জন্মলাভ কৰে ১৯১৭ চনৰ ২৬ ডিচেম্বৰত ইতিহাস প্ৰসিদ্ধ ৰংপুৰ নগৰত (বৰ্তমান শিৱসাগৰ জিলাত)। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বতোপ্ৰকাৰ উন্নতিৰ উদ্দেশ্যে জন্মলাভ কৰা এই জাতীয় অনুষ্ঠানটিয়ে ২০১৬ চনৰ ২৬ ডিচেম্বৰত শতবৰ্ষত ভৰি দিব। অসমৰ বাৰেবৰণীয়া জাতি-জনজাতিৰ হিয়াৰ আমঠু এই সাহিত্য সভাৰ বিশাল মঞ্চখনত প্ৰত্যেক খিলঞ্জীয়া জনগোষ্ঠীয়ে নিজ নিজ ভাষা-সাহিত্য-সংস্কৃতিক বিশ্ববাসীৰ স'তে পৰিচয় কৰাই দিবলৈ সক্ষম হৈছে বিশেষকৈ শাখা সাহিত্য সভাসমূহৰ জৰিয়তে। অসম সাহিত্য সভাৰ অধীনৰ বৰ্তমানৰ এহাজাৰ (১০০০) খনৰো অধিক শাখা সাহিত্য সভাৰ ভিতৰত ডিফু শাখা সাহিত্য সভা অন্যতম। কাৰ্বি আংলং জিলাৰ প্ৰাণকেন্দ্ৰত স্থাপন হোৱা ডিফু সাহিত্য সভাই ইতিমধ্যে (২০০৯ চনৰ ২৭ মাৰ্চত) সোণালী বৰ্ষ অতিক্ৰম কৰিছে। জন্মলগ্নৰে পৰা বিভিন্ন কাৰ্যসূচী হাতত লৈ সভাখনে জিলাখনত বসবাস কৰা ৩০ টাৰো অধিক জনগোষ্ঠীৰ মাজত মধুৰ সম্পৰ্ক গঢ়ি তুলি সমন্বয়ৰ প্ৰৱাহ বোৱাই আনিবলৈ সক্ষম হৈছে। শাখাসমূহৰ জৰিয়তে অসমৰ প্ৰতিটো জনগোষ্ঠীৰ সৰ্বাংগীন উন্নতিৰ ক্ষেত্ৰত সক্ৰিয় ভূমিকা গ্ৰহণ কৰা অসম সাহিত্য সভাই ডিফু শাখাৰ জৰিয়তেও কাৰ্বিসকলৰ বৌদ্ধিক বিকাশত

লেখকদ্বয় ডিফু চৰকাৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।

প্ৰভূত অৱদান আগবঢ়াইছে। এইক্ষেত্ৰত ডিফু শাখা সাহিত্য সভাই লোৱা ভূমিকাৰ পৰ্যালোচনা ইয়াত আমাৰ আলোচনাৰ বিষয়বস্তু।

**ডিফু সাহিত্য সভাৰ চমু আভাস ঃ**

প্ৰধান অধিবাসী কাৰ্বিসকল হ'লেও কাৰ্বি আংলং জিলাত বিভিন্ন জনগোষ্ঠীৰ সমন্বয় ঘটিছে। সেয়ে কাৰ্বি আংলংখনক 'ক্ষুদ্ৰ অসম' বুলি অভিহিত কৰিছে ডিফু শাখা সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সভাপতি ছত্ৰছিং তেৰণদেৱে। আনফালে জিলাখনৰ সদৰ ঠাই ডিফু নগৰক 'সংস্কৃতিৰ নগৰ' বুলি আখ্যা দিছে প্ৰথিতযশা সাহিত্যিক হোমেন বৰগোহাঞিদেৱে। এই সংস্কৃতিৰ নগৰতে বাস কৰা কেইগৰাকীমান অগ্ৰণী ব্যক্তিৰ প্ৰচেষ্টাত ১৯৫৯ চনৰ ২৭ মাৰ্চ তাৰিখে স্থাপিত হয় ডিফু সাহিত্য সভাৰ। ১৯৬০ চনত সভাখনে অসম সাহিত্য সভাৰ শাখা সভাৰূপে স্বীকৃতি লাভ কৰে। সভাৰ প্ৰতিষ্ঠাপক সভাপতি আছিল ছত্ৰছিং তেৰণ আৰু সম্পাদক আছিল গংগা গোস্বামী। শাখাটোৰ উল্লেখনীয় কাৰ্যাৱলীৰ বাবে অসমৰ ভিতৰতে এটি ঐতিহ্যমণ্ডিত শাখা বুলি অসম সাহিত্য সভাৰ কেইবাগৰাকীও পণ্ডিত আৰু গৱেষকে অভিমত দাঙি ধৰিছে। শাখাটোৰ কাৰ্যক্ৰমণিকা আৰু অসম সাহিত্য সভাই নিৰ্দেশ কৰা নিয়মাৱলীক সন্মান জনাই অনুষ্ঠিত কৰা বিভিন্ন কাৰ্যসূচী ৰূপায়ণৰ প্ৰতি লক্ষ্য ৰাখি অসম সাহিত্য সভাই ডিফু শাখাক সক্ৰিয় শাখাৰূপে মৰ্যাদা প্ৰাদন কৰি আহিছে। ১৯৮৯-৯০ বৰ্ষৰ আঁচনিসমূহ ৰূপায়ণত ডিফু শাখাই জাতীয় অনুষ্ঠানটিৰ প্ৰতি আগবঢ়োৱা সেৱা তথা সহযোগিতাৰ বাবে অসম সাহিত্য সভাই ০২-০৪-১৯৯০ তাৰিখে এখন শলাগনী পত্ৰ প্ৰদান কৰে। তদুপৰি ২০০৮-০৯ বৰ্ষটোত ডিফু শাখাই বিভিন্ন কাৰ্যক্ষেত্ৰত যোগোৱা অৰিহণাৰ বাবে অসম সাহিত্য সভাৰ বৰ্ষটোৰ সৰ্বশ্ৰেষ্ঠ শাখা বঁটা লাভ কৰিবলৈ সক্ষম হয়। ২০০৯ চনৰ ১৮ ফেব্ৰুৱাৰি অনুষ্ঠিত হোৱা ধেমাজি অধিৱেশনত ডিফু সাহিত্য সভাক এই বঁটা প্ৰদান কৰা হয়। এই বৰ্ষতে ডিফু সাহিত্য সভাৰ প্ৰাক্তন সভাপতি (১৯৯৪-৯৬) ৰংবং তেৰাংদেৱে মাধৱদেৱ বঁটা আৰু অসম উপত্যকা সাহিত্য বঁটা লাভ কৰি কাৰ্বি আংলং তথা অসমলৈ গৌৰৱ কঢ়িয়াই আনিছে। তদুপৰি এই বৰ্ষতে অসমৰ ৰাইজে তেৰাংদেৱক অসম সাহিত্য সভাৰ সভাপতিৰ আসনত উপবিষ্ট কৰে।

**ডিফু সাহিত্য সভাৰ কাৰ্যসূচীসমূহ ঃ**

ডিফু সাহিত্য সভাই জন্ম দিনৰে পৰাই বিভিন্ন কাৰ্যসূচী হাতত লৈ জিলাখনৰ উন্নয়নৰ বাবে প্ৰচেষ্টা চলাই আহিছে, যিবিলাক কাৰ্যসূচীৰ জৰিয়তে জিলাখনত বাস কৰা বিভিন্ন জাতি-জনজাতিৰ মাজত সমন্বয়ৰ সেতু গঢ়ি উঠিছে। বছৰেকীয়া কাৰ্যসূচী, ন্যাস ভিত্তিক কাৰ্যসূচী, মাহেকীয়া আলোচনা চক্ৰ, গ্ৰন্থ প্ৰকাশ আদি লেখত ল'বলগীয়া



বিভিন্ন কাৰ্যসূচীৰে ডিফু সাহিত্য সভাই সক্ৰিয় ভূমিকা গ্ৰহণ কৰি আহিছে।

**বছৰেকীয়া কাৰ্যসূচী ঃ**

ডিফু সাহিত্য সভাই প্ৰতি বছৰৰ ১১ জানুৱাৰিত ডিফু সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক (১৯৮১-৮৩) ছমছিং হাঞ্চে স্মৃতি দিৱস, ১৭ জানুৱাৰিত শিল্পী দিৱস, ২৮ ফেব্ৰুৱাৰিত ছেমছনছিং ইংতি দিৱস, ২৭ মাৰ্চত ডিফু সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস, ১০ জুনত বিষ্ণুৰাভা দিৱস, ২৬ ডিচেম্বৰত অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস আদি যথোচিতভাৱে পালন কৰি আহিছে। শেহতীয়াকৈ ১ জানুৱাৰিত অৰুণোদয় দিৱসো পালন কৰিছে।

**ন্যাসভিত্তিক কাৰ্যসূচী ঃ**

ডিফু সাহিত্য সভাৰ অধীনত থকা কেইটমান স্থায়ী ন্যাসৰ ভিত্তিত প্ৰতি বছৰে বিভিন্ন প্ৰতিযোগিতা, অনুষ্ঠান আদি অনুষ্ঠিত কৰি শাখা সভাই সাহিত্য অনুৰাগীসকলক অনুপ্ৰাণিত কৰি আহিছে। সেইবোৰ হ'ল— দুবছৰৰ মূৰে মূৰে অনুষ্ঠিত কৰা 'সদৌ অসম জয়ছিং দলৈ সোঁৱৰণী উপন্যাস পাণ্ডুলিপি প্ৰতিযোগিতা', মহেন্দ্ৰ নাথ বৰদলৈয়ে আগবঢ়োৱা দানেৰে 'সদৌ অসম মেদিনী কুমাৰ বৰদলৈ গল্প প্ৰতিযোগিতা', পূৰ্ণলতা শৰ্মা ৰংপিয়ে আগবঢ়োৱা দানেৰে 'সদৌ অসম ডাঃ ইলি ৰংপি সোঁৱৰণী একাংকিকা নাট পাণ্ডুলিপি প্ৰতিযোগিতা', ৰাম অৱতাৰ স্বামীয়ে আগবঢ়োৱা দানেৰে শিক্ষাৰ্থীৰ প্ৰতিভা বিকাশ ন্যাস গঠন কৰি ছাত্ৰ-ছাত্ৰীৰ মাজত শিক্ষামূলক প্ৰতিযোগিতা ইত্যাদি। ১৯৮৩ চনৰ পৰা সভাই সদৌ অসম ভিত্তিত 'চন্দ্ৰছিং তেৰণ সোঁৱৰণী একাংকিকা নাট প্ৰতিযোগিতা'ৰো আয়োজন কৰি আহিছে। তদুপৰি প্ৰতি বছৰে হাইস্কুল শিক্ষান্ত পৰীক্ষাত কাৰ্বি আংলঙত অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ প্ৰাপ্ত জনজাতীয় ছাত্ৰ-ছাত্ৰীক বিশেষ বঁটাৰে পুৰস্কৃত কৰাটোও ডিফু সাহিত্য সভাৰ এক উল্লেখযোগ্য দিশ।

**মাহেকীয়া আলোচনা চক্ৰ ঃ**

উপযুক্ত কাৰ্যসূচীসমূহৰ উপৰিও ডিফু সাহিত্য সভাই প্ৰতি মাহে একোখনকৈ নিয়মীয়া আলোচনা চক্ৰ অনুষ্ঠিত কৰি (বৰ্তমানলৈ ১০০ খনতকৈও অধিক) সাহিত্য অনুৰাগীসকলক অনুপ্ৰেৰণা যোগাই আহিছে। আলোচনা চক্ৰসমূহত ভাষা-সাহিত্য-সংস্কৃতিৰ লগত সম্পৰ্ক থকা বিভিন্ন বিষয়ৰ আলোচনা কৰাৰ লগতে নবীন-প্ৰবীণ কবি-সাহিত্যিকসকলৰ স্ব-ৰচিত কবিতা, প্ৰবন্ধ, গল্প আদি পাঠ কৰাৰ সুবিধা প্ৰদান কৰা হয়। তদুপৰি সুপ্ত অৱস্থাত থকা কাৰ্বিসকলৰ কলা-কৃষ্টি-সংস্কৃতি, মহৎ লোক তথা কিম্বদন্তীসমূহৰ ওপৰত বিশেষভাৱে আলোকপাত কৰাত এই আলোচনা চক্ৰসমূহে গুৰুত্ব দি আহিছে। উদাহৰণস্বৰূপে, প্ৰবাদ পুৰুষ থং নকবেৰ বীৰত্ব সম্পৰ্কে

কেইবালানিও আলোচনা অনুষ্ঠিত কৰা, কাৰ্বি লোকৰ মুখে মুখে প্ৰৱাহিত হৈ অহা লোককথা, লোকগীত আদি সংগ্ৰহ আৰু প্ৰকাশৰ ব্যৱস্থা কৰা আদি উল্লেখনীয় কাম হাতত লৈ ডিফু সাহিত্য সভাই কাৰ্বিসকলৰ বৌদ্ধিক বিকাশত যথেষ্ট অৰিহণা আগবঢ়াইছে।

আৰম্ভণিতে সাহিত্য সভাৰ অনুষ্ঠানবোৰ ডিফু ক্লাৱতে অনুষ্ঠিত কৰা হৈছিল যদিও পাছলৈ সভাৰ কোনো সদস্য নতুবা কোনো সাহিত্য প্ৰেমী স্থানীয় লোকৰ আমন্ত্ৰণক্ৰমে তেওঁলোকৰ ব্যক্তিগত বা চৰকাৰী বাসভৱনত সভাৰ আলোচনা চক্ৰসমূহ অনুষ্ঠিত কৰিবলৈ লোৱা হয়। নিজ নিজ বাসগৃহত আলোচনা চক্ৰ অনুষ্ঠিত কৰাৰ বাবে এসময়ত একপ্ৰকাৰৰ প্ৰতিযোগিতাই চলিছিল। প্ৰত্যেকৰে এটাই লক্ষ্য আছিল যে ঘৰত এটা ভাল পৰিৱেশ সৃষ্টিৰ জৰিয়তে উঠি অহা ল'ৰা-ছোৱালীবোৰক সাহিত্য-ভাষা-সংস্কৃতিৰ প্ৰতি আগ্ৰহী কৰা। এই পৰম্পৰা আজিও ডিফুবাসীৰ মাজত প্ৰচলিত আছে। এনে পৰম্পৰাই ডিফুবাসীৰ সাহিত্যৰ প্ৰতি অনুৰাগৰেই ইংগিত দিয়ে। গতিকে সাহিত্য অনুৰাগী লোকৰ সৃষ্টিত ডিফু সাহিত্য সভাই লোৱা অগ্ৰণী ভূমিকাৰ কথা অনস্বীকাৰ্য।

**গ্ৰন্থ প্ৰকাশ ঃ**

গ্ৰন্থ প্ৰকাশৰ দৰে মহৎ কামৰ জৰিয়তে ডিফু সাহিত্য সভাই কাৰবি সমাজ-সংস্কৃতিক বিশ্ব দৰবাৰত চিনাকি কৰি দিয়াৰ প্ৰয়াস কৰি আহিছে। প্ৰতিষ্ঠাৰ দিনৰে পৰা বৰ্তমানলৈকে বিভিন্ন সময়ত অনুষ্ঠিত ডিফু সাহিত্য সভাৰ কাৰ্যবিৱৰণীসমূহ পৰ্যবেক্ষণ কৰিলে এটা কথা স্পষ্ট হৈ উঠে যে ডিফু সাহিত্য সভাই গ্ৰন্থ প্ৰকাশৰ দিশত বিশেষভাৱে গুৰুত্ব দি আহিছে।

কাৰ্বিসকলৰ লোক-সংস্কৃতিৰ সম্যক ধাৰণা অসম তথা ভাৰতৰ সাহিত্য জগতত দিয়াৰ মুখ্য উদ্দেশ্য আগৰ ৰাখি ডিফু সাহিত্য সভাই উল্লেখযোগ্য কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে। সেইবোৰৰ ভিতৰত দেৱেন গগৈৰ দ্বাৰা সম্পাদিত ১৪ টা জনগোষ্ঠীৰ কলা-কৃষ্টি বিষয়ক প্ৰবন্ধ আৰু পাঁচজন বিশিষ্ট কাৰ্বি মহৎ ব্যক্তিৰ জীৱনী সন্নিৱিষ্ট গ্ৰন্থ 'কাৰ্বি প্ৰসংগ' (১৯৭১); প্ৰেমকান্ত মহন্তৰ দ্বাৰা সংগৃহীত আৰু কেশৱ শৰ্মাৰ দ্বাৰা সম্পাদিত কাৰ্বি ৰামায়ণ 'ছাবিন আলুন' (১৯৭৬); কামিনী দাসৰ দ্বাৰা সম্পাদিত 'কাৰ্বি লোক সাধু' (১৯৮৩); দেৱেন গগৈৰ দ্বাৰা সম্পাদিত 'কাৰ্বি আংলঙৰ সাহিত্য-সংস্কৃতিৰ এচেৰেঙা' (১৯৯১), বিদ্যাছিং ৰংপিৰ দ্বাৰা সম্পাদিত 'কাৰ্বি কিম্বদন্তী সংকলন' (১৯৯৮) আদি গ্ৰন্থ বিশেষভাৱে লেখত ল'বলগীয়া।

কাৰ্বি-অনাকাৰ্বি সকলোকে কাৰ্বি ভাষা শুদ্ধকৈ শিকাৰ প্ৰতি আগ্ৰহ জন্মোৱাৰ প্ৰয়াসেৰে লিখা লংকাম তেৰণৰ 'কাৰ্বি ভাষা পৰিচয়' (১৯৬৪); ডিফু সাহিত্য সভাই



অনুষ্ঠিত কৰা আলোচনা চক্ৰসমূহত পঠিত কবিতাসমূহৰ পৰা নিৰ্বাচিত কবিতাৰ দেৱেন গগৈৰ দ্বাৰা সংকলিত আৰু সম্পাদিত 'প্ৰতিধ্বনি' (১৯৭১); শৈলেন দাসৰ সম্পাদনাত স্বাধীনোত্তৰ কালৰ কাৰ্বি কবিসকলৰ কবিতাৰ অসমীয়া ৰূপান্তৰ 'এমুঠি কাৰ্বি কবিতা' (১৯৮৩), অসম সাহিত্য সভাৰ ডিফু অধিবেশন উপলক্ষে ৰংবং তেৰাঙৰ সম্পাদনাত 'হ্বজাৰ্ক আহিৰ' নামে স্মৃতিগ্ৰন্থ আদি কেইবাখনো বহুমূলীয়া গ্ৰন্থ ডিফু শাখা সভাই প্ৰকাশ কৰিছে। তদুপৰি অতুল চন্দ্ৰ হাজৰিকাৰ 'কথা কীৰ্ত্তন' পুথিখনৰ লংকাম তেৰণে কৰা কাৰ্বি অনুবাদ 'লাম কীৰ্ত্তন' (১৯৯১), 'বুঢ়ী আইৰ সাধু'ৰ কাৰ্বি অনুবাদ 'ফিচাৰপী আত'ম' (২০০০) আদি গ্ৰন্থ প্ৰকাশ কৰি সভাই অসমীয়া ভাষা-সাহিত্যৰ সৈতে কাৰ্বি ভাষা-সাহিত্যৰ সংযোগ সাধনৰ প্ৰচেষ্টা আগবঢ়াইছে।

ডিফু শাখা সভাৰ উপৰিও অসম সাহিত্য সভাৰ বৃহৎ প্ৰকাশন প্ৰতিষ্ঠানেও কাৰ্বিসকলৰ সমাজ সংস্কৃতিক বিশ্ববাসীৰ আগত পৰিচয় কৰি দিয়াৰ প্ৰয়াসেৰে কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে। সেইবোৰৰ ভিতৰত কাৰ্বি জননেতা ছেমছনছিং ইংতিৰ জীৱনৰ ওপৰত আলোকপাত কৰি লিখা ছামছিং হাঞ্চেৰ 'জননায়ক ছেমছনছিং ইংতি' )১৯৯১), ৰংবং তেৰাঙৰ সংগৃহীত কাৰ্বিসকলৰ মাজত প্ৰচলিত ১২ টা সাধুৰ সংকলন 'কাৰ্বি সাধু' (১৯৭৬), লংকাম তেৰণৰ কাৰ্বি জনগোষ্ঠীৰ পৰিচয় জ্ঞাপক পুথি 'মিকিৰ জনজাতি' (১৯৮২), ৫৬০ টা দুশৰীয়া পদযুক্ত ছামছিং হাঞ্চেৰ সংগৃহীত আৰু সম্পাদিত কাৰ্বি ৰামায়ণ 'ছাবিন আলুন' (১৯৮৫), হীৰেন ভট্টাচাৰ্যৰ কবিতা পুথি 'সুগন্ধি পখিলা'ৰ কাৰ্বিলৈ অনুদিত হাংমিঝি হাঞ্চেৰ 'প্লিপ্লি নেম্প্ৰু' (১৯৯৩), কাৰবি জন-জীৱনক লৈ লিখা অসমীয়া উপন্যাস 'ৰংমিলিৰ হাঁহি'ৰ কাৰ্বিলৈ অনুদিত লুঞ্চে তিমুঙৰ 'ৰংমিলি কাটাপ্লি' (২০১০) আদি বহুমূলীয়া গ্ৰন্থ প্ৰকাশ কৰি অসম সাহিত্য সভাই কাৰ্বি জনগোষ্ঠীৰ বৌদ্ধিক বিকাশত বিশেষভাৱে অৰিহণা আগবঢ়াইছে।

**অন্যান্য কাৰ্যসূচী ঃ**

অসম সাহিত্য সভাৰ নিৰ্দেশ অনুসৰি অসমৰ প্ৰত্যেক শাখা সাহিত্য সভাতে গ্ৰন্থ মেলা অনুষ্ঠিত কৰাটো বাধ্যতামূলক। এনে নিৰ্দেশক সন্মান জনাই ডিফু সাহিত্য সভাই 'শিল্পী দিৱস'ৰ লগত সংগতি ৰাখি ২০০১ চনৰ ২১ ফেব্ৰুৱাৰিৰ পৰা ১৩ ফেব্ৰুৱাৰিলৈকে তিনিদিনীয়া গ্ৰন্থমেলা ৰাংছিনা ভৱনত অনুষ্ঠিত হৈ যায়। উল্লেখযোগ্য যে গ্ৰন্থ বিক্ৰীৰ ক্ষেত্ৰত ডিফু সাহিত্য সভাই অসমৰ ভিতৰতে দ্বিতীয় স্থান লাভ কৰিবলৈ সক্ষম হৈছে। এই কথাই কাৰ্বি আংলংবাসীৰ গ্ৰন্থৰ প্ৰতি থকা আগ্ৰহৰ কথাৰেই ইংগিত দিয়ে। তদুপৰি গ্ৰন্থমেলাৰ লগতে শিশু আৰু চেমনীয়াসকলৰ মাজত চিত্ৰাংকন আৰু আকস্মিক বক্তৃতাৰ প্ৰতিযোগিতাও সভাই আয়োজন কৰে।

কাৰ্বি আংলঙত বসবাস কৰা সকলো জনগোষ্ঠীৰ লোকে কাৰ্বি ভাষা শিকি

সমন্বয় সেতু মজবুতকৈ গঢ়ি তোলাত সহায়ক হোৱা মহৎ উদ্দেশ্য আগত ৰাখি ডিফু সাহিত্য সভাই কাৰ্বি ভাষা শিক্ষাৰ পাঠদানৰ শ্ৰেণী এটিবো শুভাৰম্ভ কৰিছিল ১৯৬৬ চনতে। শিক্ষাদান কৰিছিল ৰংবং তেৰাং আৰু লংকাম তেৰণে। কেইবছৰমান চলাৰ পাছত বিভিন্ন অসুবিধা হেতু এই আঁচনি বন্ধ হৈ যায়।

কাৰ্বি আংলঙত বসবাস কৰা জনজাতীয় লোকসকলৰ বৌদ্ধিক বিকাশৰ উদ্দেশ্যে অসম সাহিত্য সভাই ২০০৯ চনত জনজাতীয় গৱেষণা কেন্দ্ৰ এটি স্থাপন কৰিছে।

ডিফু সাহিত্য সভাক সক্ৰিয় কৰি তোলাৰ দিশত কাৰবি আংলং জিলা সাহিত্য সভাই অগ্ৰণী ভূমিকা পালন কৰি আহিছে। জিলা পৰ্যায়ত ৰূপায়ণ কৰা নানা ধৰণৰ কাৰ্যসূচী আৰু সাংগঠনিক সক্ৰিয়তাৰ বাবে ডিফু শাখাও গতিশীল হৈ পৰিছে। অসম সাহিত্য সভা আৰু কাৰ্বি আংলং জিলা সাহিত্য সভাৰ উদ্যোগত ডিফু শাখা সভাই ১৯৯০ চনৰ ১৩ আৰু ১৪ অক্টোবৰত ডিফু ক্লাবত প্ৰথমবাৰৰ বাবে গীতিকাৰ সমাৰোহ অনুষ্ঠিত কৰি 'অসমীয়া গীতি-সাহিত্য ঃ অতীত আৰু বৰ্তমান' শীৰ্ষক এখনি আলোচনা চক্ৰ অনুষ্ঠিত কৰে। ডিফু সাহিত্য সভাৰ সোণালী জয়ন্তী বৰ্ষৰ লগত সংগতি ৰাখি দ্বিতীয়খন গীতিকাৰ সমাৰোহ অনুষ্ঠিত হয় ২০০৮ চনৰ ২২ আৰু ২৩ নৱেম্বৰত। এনে ধৰণৰ অনুষ্ঠানৰ আয়োজন কৰি ডিফু শাাখা সভাই কাৰবি আংলংবাসীৰ সকলোকে অনুপ্ৰাণিত কৰিবলৈ সক্ষম হৈছে।

ডিফু সাহিত্য সভাৰ সৈতে নিজকে সংযোজন কৰি বহু কেইজন সাহিত্য অনুৰাগী কাৰ্বি ব্যক্তিয়ে নিষ্ঠা সহকাৰে সাহিত্য চৰ্চা কৰি আহিছে। তাৰেই শুভ পৰিণতি স্বৰূপে জন্ম হয় কাৰবি সাহিত্য সভা। অসমীয়া ভাষা-সাহিত্যৰ সৈতে কাৰ্বি সাহিত্যৰ সংযোগ সাধনাৰ দৃষ্টিভংগী আগত ৰাখি ডিফু সাহিত্য সভাৰ অগ্ৰণী ভূমিকাতে ১৯৬৬ চনৰ ২৭ মাৰ্চত লংকাম তেৰণৰ সভাপতিত্বত কাৰ্বি সাহিত্য সভা তথা কাৰ্বি লামমেত আমেইৰ জন্ম হয়।

**কাৰ্বি লেখকৰ ভূমিকা ঃ**

ডিফু সাহিত্য সভাৰ অনুপ্ৰেৰণাত কাৰ্বি ভূমিৰ কেইবাগৰাকীও কাৰবি লেখক-সাহিত্যিকৰ প্ৰতিভা বিকশিত হৈ উঠে। 'পুৱাতে এজাক ধনেশ'ৰ লিখক ডাঃ জয়ন্ত ৰংপি, কাৰ্বি সাহিত্য-সংস্কৃতিৰ সাধক লুন্‌ঞে তিমুং, অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক (১৯৮১-৮৩) ছামছিং হাঞ্চে, বালিমাহী কবি 'ধনেশ্বৰ ইংতি, ছাৰএৎ হাঞ্চে, হাংমিজি হাঞ্চে, অৰুণ তেৰণ, বৰ্তমানৰ অসম সাহিত্য সভাৰ সহকাৰী সাধাৰণ সম্পাদক (২০১১-১২) পাৰি ৰংপি, সাহিত্য অকাডেমীৰ 'ভাষা সন্মান' বঁটা বিজয়ী



বিদৰছিং ক্ৰ' আদি ভালে সংখ্যক কবি-সাহিত্যিকে তেওঁলোকৰ বহুমূলীয়া সাহিত্য সৃষ্টিৰ জৰিয়তে কাৰ্বি ভাষা-সাহিত্য আৰু অসমীয়া ভাষা-সাহিত্যৰ উত্তৰণত অৰিহণা যোগাই আহিছে।

ডিফু সাহিত্য সভাৰ নেতৃত্ব লোৱা জয়ছিং দলৈদেৱে কাৰ্বি আংলঙত (তেতিয়াৰ মিকিৰ পাহাৰ) বাস কৰা সকলো জনগোষ্ঠীৰ লোকৰ মাজত সাহিত্য চৰ্চাৰ জৰিয়তে এক সমন্বয়ৰ সেঁতু গঢ়ি তোলাত অগ্ৰণী ভূমিকা লৈছিল। তদুপৰি জীৱন-প্ৰণালী, সমাজ-ব্যৱস্থা, আচাৰ-ব্যৱহাৰ, লোক-সংস্কৃতি আদি উদ্ধাৰ কৰি কাৰ্বিসকলৰ এখন সম্পূৰ্ণ শুদ্ধ ইতিহাস ৰচনা হোৱাটোও তেওঁৰ কাম্য আছিল। ১৯৬৪ চনৰ পৰা ১৯৮৩ চনলৈকে ডিফু সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰা জয়ছিং দলৈদেৱৰ উদ্যোগতে জিলাখনত লুপ্তপ্ৰায় বহুতো প্ৰাচীন কীৰ্তিচিহ্ন আৰু তথ্য উদ্ধাৰৰ বাবে শাখা সভাত 'পুৰাতত্ত্ব বিভাগ' এটা সংযোজন কৰা হৈছিল। এইগৰাকী ব্যক্তিয়েই অসমৰ অতি আদৰৰ অনুষ্ঠান অসম সাহিত্য সভাৰ উপ-সভাপতিৰ পদো অলংকৃত কৰিছিল।

ডিফু সাহিত্য সভাৰ জৰিয়তে প্ৰতিভা বিকাশৰ অনুপ্ৰেৰণা লাভ কৰা অন্যতম সাহিত্যিক ছামছিং হাঞ্চেদেৱে মুখে মুখে পচলিত হৈ অহা কাৰ্বি লোকগীতসমূহ সংগ্ৰহ কৰি কলিকতাত গৈ কাৰ্বি 'লং প্লেয়িং ৰেকৰ্ড' আৰু কাৰ্বি ফিল্ম 'হাঈমু' নিৰ্মাণ কৰি উলিয়ায়। তদুপৰি তেওঁ কাৰ্বি ভাষা-সংস্কৃতিৰ পথাৰখন বহল কৰাৰ মানসেৰে কেইবাখনো গ্ৰন্থ প্ৰণয়ন কৰি থৈ গৈছে। অসম সাহিত্য সভাৰ দ্বাৰা ১৯৮৬ চনত প্ৰকাশিত তেওঁৰ দ্বাৰা সংকলিত আৰু সম্পাদিত 'ছাবিন আলুন'ৰ দৰে মহামূল্যবান গ্ৰন্থ প্ৰকাশ কৰি কবিসকলক উদ্যম আৰু সাহস যোগায়। নানা অনুকূল-প্ৰতিকুল পৰিস্থিতিক নেওচি ডিফু সাহিত্য সভাৰ নেতৃত্বত ১৯৮২ চনত অসম সাহিত্য সভাৰ ৪৯ তম অধিৱেশন ডিফুত অনুষ্ঠিত হয়। অধিবেশনৰ আদৰণি সমিতিৰ সম্পাদক আছিল ছামছিং হাঞ্চেদেৱ। অধিবেশন হৈ যোৱাৰ পাছত ৰাহি হোৱা ধনেৰে ডিফুত অসম সাহিত্য সভাৰ আঞ্চলিক কাৰ্যালয় 'ৰাংছিনা ভৱন' নিৰ্মাণ কৰা হয়। ইয়াত হাঞ্চেদেৱৰ ভূমিকাই আছিল প্ৰধান।

অসম সাহিত্য সভা পত্ৰিকা ৪১ শ বৰ্ষৰ দ্বিতীয় সংখ্যাৰ সম্পাদনাৰ দায়িত্বও ছামছিং হাঞ্চেদেৱে সফলতাৰে সম্পাদন কৰিছিল। 'জনজাতীয় সংখ্যা' হিচাপে এই পত্ৰিকাটিত অসমৰ বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতি সম্পৰ্কীয় লেখা সন্নিৱিষ্ট হৈছে। পিতৃ জয়ছিং হাঞ্চেৰ পৱিত্ৰ স্মৃতিত ৭৫ হেজাৰ টকাৰ ন্যাস এটা তেওঁ গঠন কৰে। এই ন্যাসৰ জৰিয়তে অসম সাহিত্য সভাই কাৰ্বি সমাজ, ভাষা, সাহিত্য, সংস্কৃতি

শিল্পকলা, বোলছবি, চিত্ৰ, ভাস্কৰ্য আদিৰ যিকোনো ক্ষেত্ৰলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা ব্যক্তিক 'জয়ছিং হাঞ্চে' বঁটা প্ৰদানৰ সিদ্ধান্ত লয়। সেই সিদ্ধান্ত অনুসৰি ২০০০ চনৰ পৰা দুবছৰৰ মূৰে মূৰে এই বঁটা প্ৰদান কৰি থকা হৈছে।

মহাবিদ্যালয় তথা বিশ্ববিদ্যালয়ত শিক্ষা গ্ৰহণ কৰি থকা সময়ৰ পৰাই ডিফু সাহিত্য সভালৈ সেৱা আগবঢ়োৱা ৰংবং তেৰাঙৰ ভূমিকা অনস্বীকাৰ্য। ব্যাকৰণ পুথি 'কাৰ্বি লামকুৰু' (১৯৬৭), কাৰ্বি অভিধান 'কাৰ্বি লামতাছাম' (১৯৭৪), উপন্যাস 'ৰংমিলিৰ হাঁহি' (১৯৮২), 'ক্ৰান্তিকালৰ অশ্ৰু' (২০০৫), 'জাক হেৰোৱা পক্ষী' (২০০৫) আদি গ্ৰন্থ প্ৰণয়ন কৰি তেখেতে কাৰ্বি ভাষা-সাহিত্য আৰু অসমীয়া সাহিত্যলৈ বহুমূলীয়া অৱদান আগবঢ়াইছে। অসমৰ বিভিন্ন জাতি-জনজাতিৰ সমন্বয়ত এক মহান অসমীয়া জাতি গঢ়াৰ সপোন দেখা এইগৰাকী মহান ব্যক্তিয়ে তেওঁৰ গীতত কৈছে এনেদৰে—

কাৰ্বি কাছাৰী ডিমাছা ৰেংমাৰে
অসমীয়া আইৰ শিৰ উজলাওঁ
মই ইংলঙৰ চেনেহ ডোলেৰে
মহান অসমীয়া জাতি গঢ়ওঁ।।

তেখেতৰ এই সপোনক অসমৰ জনগণে বাস্তৱ ৰূপ দিলে অসম সাহিত্য সভাৰ সভাপতিৰ আসনত অধিষ্ঠিত কৰাৰ জৰিয়তে। ডিফু সাহত্য সভাৰ পৰা যাত্ৰা কৰি অসম সাহিত্য সভাৰ বিশাল মজিয়াত প্ৰতিষ্ঠা লাভ কৰা এইগৰাকী ব্যক্তিয়ে ভাৰত চৰকাৰৰ দ্বাৰা 'পদ্মশ্ৰী' সন্মান (১৯৮৯) মেগৰৰ 'অসম উপত্যকা সাহিত্য বঁটা (২০০৯), মাধৱদেৱ বঁটা (২০০৯) লাভ কৰি কাৰ্বি আংলংবাসীকে নহয় সমগ্ৰ অসমবাসীকে গৌৰৱান্বিত কৰিছে। সমন্বয়ৰ প্ৰতীক এইগৰাকী ব্যক্তিয়ে বৰ্তমানৰ সাহিত্য সভাৰ সভাপতিৰ আসনত অধিষ্ঠিত হৈ সমগ্ৰ অসমৰ জাতি-জনজাতিৰ মাজত মধুৰ সম্পৰ্ক গঢ়ি তোলাৰ চেষ্টা কৰি সমন্বয়ৰ প্ৰৱাহ বোৱাই আনিবলৈ সক্ষম হৈছে।

**সামৰণি ঃ**

অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই কেন্দ্ৰীয়ভাৱে নতুবা শাখাসমূহৰ যোগেদি অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত যি বৌদ্ধিক আন্দোলন অব্যাহত ৰাখিছে সি সঁচাকৈয়ে প্ৰশংসনীয়। সাহিত্য সভাৰ উদ্যোগতে যাৰ মাতৃভাষা অসমীয়া নহয় তেওঁলোকেও অসমীয়া ভাষাত সাহিত্য চৰ্চা কৰিছে। অসমীয়া ভাষাৰ উন্নতি আৰু প্ৰসাৰত অসম সাহিত্য সভাৰ যেনেদৰে গভীৰ দায়িত্ব আছে তেনেদৰে অসমৰ অইন জনগোষ্ঠীৰ ভাষা-সংস্কৃতিৰ উন্নতিৰ দিশতো মনোযোগ দিয়াৰ দায়িত্ব আছে। আশা কৰো এই দায়িত্ববোৰ অসম সাহিত্য সভাই সদায় আগ্ৰহৰে পালন কৰি যাব।



**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১। চৌধুৰী, সতীশ চন্দ্ৰ (সংকলক-সম্পাদক) ঃ প্ৰকাশনৰ বৰ্ণনামূলক তালিকা, অসম সাহিত্য সভা।
২। স্বৰ্ণালী, ডিফু সাহিত্য সভাৰ স্বৰ্ণ জয়ন্তী স্মৃতিগ্ৰন্থ।
৩। মিৰজাংছিক, ডিফু সাহিত্য-সভা পত্ৰিকা, ১৯৯৩-৯৪ বৰ্ষ সংখ্যা, ২০০২-০৩ বৰ্ষ সংখ্যা, ১৯৯১-৯২ বৰ্ষ সংখ্যা, ২০০৯-১১ বৰ্ষ সংখ্যা।
৪। অসম সাহিত্য সভা-বাৰ্তা ঃ প্ৰথম, দ্বিতীয়, পঞ্চম, ষষ্ঠ সংখ্যা।

# অসম সাহিত্য সভা আৰু অসমীয়া ভাষাৰ আখৰ জোঁটনি

**বিজু বৰুৱা**
**স্বপ্না শৰ্মা**

০.০ অসমৰ বৃহত্তৰ জাতীয় জীৱনৰ ভাষা-সংস্কৃতিৰ অনুষ্ঠান হ'ল অসম সাহিত্য সভা। এই অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশন অনুষ্ঠিত হৈছিল শিৱসাগৰত ১৯১৭ চনৰ ২৬, ২৭ ডিচেম্বৰত। এই সভাৰ সভাপতিৰ আসন শুৱনি কৰিছিল পদ্মনাথ গোহাঞিবৰুৱাই। দৰাচলতে এই বটবৃক্ষস্বৰূপ অনুষ্ঠানটোৰ বীজ ৰোপণ হয় ১৯১৬ চনত, গুৱাহাটীত। চন্দ্ৰনাথ শৰ্মাৰ নেতৃত্বত ১৯১৬ চনত গুৱাহাটীত থকা অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলনীত লক্ষ্মীনাথ বেজবৰুৱাই সভাপতিত্ব কৰিছিল। কিন্তু তৰো পূৰ্বে অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাংগীন উন্নতিৰ লক্ষ্য আগত ৰাখি বহুতো অনুষ্ঠানৰ জন্ম হৈছিল। ১৯৭২ চনত কলিকতাত অসমীয়া ছাত্ৰৰ সাহিত্য সভা, ১৮৮৮ চনত অসমীয়া ভাষা উন্নতি সাধিনী সভা, আকৌ কলিকতাত এ এছ এল ক্লাব, ১৯১৬ চনত অসম ছাত্ৰ সন্মিলনৰ জন্ম হৈছিল। ১৯১৫ চনৰ জুলাই মাহত যোৰহাটত আৰু ডিচেম্বৰ মাহত ডিব্ৰুগড়ত ৰায়বাহাদুৰ ফণিধৰ চলিহা ডাঙৰীয়াৰ সভাপতিত্বত দুখন সাহিত্য সভা বহিছিল। এই সকলোবোৰ অসম সাহিত্য সভা জন্ম হোৱাৰ প্ৰাকমুহূৰ্তৰ প্ৰস্তুতি পৰ্বহে।

১.০ অসম সাহিত্য সভা অসমীয়া ভাষা, সাহিত্য, শিল্প-সংস্কৃতিৰ সৰ্বাংগীন বিকাশৰ অৰ্থে আত্মনিয়োগ কৰি অহা অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান। এই অনুষ্ঠানটোৱে ৯৫ বছৰত ভৰি দিলেহি। এই অনুষ্ঠানটোৰ প্ৰতি অসমৰ মানুহৰ এক মোহ আছে, সেই কাৰণেই সভাৰ অধিবেশনত হেজাৰ হেজাৰ মানুহৰ সমাৱেশ হয়। ২০১২ খ্ৰীষ্টাব্দৰ অসম সাহিত্য সভাৰ অধিবেশনখন তিনিচুকীয়া জিলাৰ কয়লা নগৰী লিডুত অনুষ্ঠিত হৈ যায়। এই অধিবেশন ৩১ জানুৱাৰিৰ পৰা ৫ ফেব্ৰুৱাৰিলৈ

লেখকদ্বয় আজাৰাৰ হৰি গায়ত্ৰী দাস মহাবিদ্যালয়ৰ অধ্যাপক।



অনুষ্ঠিত হয়। এই অধিবেশনৰ সভাপতিৰ আসন শুৱনি কৰে ৰংবং তেৰাংদেৱ আৰু সম্পাদকৰ দায়িত্ব পৰিচালনা কৰে ড° পৰমানন্দ ৰাজবংশীয়ে।

১.১ অসম সাহিত্য সভা গঠিত হৈছিল অসমৰ ভাষা-সাহিত্যৰ বিকাশ আৰু বিস্তাৰৰ কাৰণে। কিন্তু এই উদ্দেশ্যে কিমানদূৰ সফল হৈছে অথবা কিমানখিনি নিষ্ঠা, একাগ্ৰতা আৰু দায়িত্ববোধেৰে এই অনুষ্ঠানটোক আগবঢ়াই নিছে, তাক বিচাৰ কৰি চাবলগীয়া। সন্দেহ নাই যে এই অনুষ্ঠানটোৱে প্ৰকাশনৰ ফালৰ পৰা এক উল্লেখনীয় পদক্ষেপ দাঙি ধৰিছে। বিশেষকৈ এই জাতীয় অনুষ্ঠানৰ মুখপত্ৰ 'অসম সাহিত্য সভা পত্ৰিকা', ১৯২৬ চনৰ পৰা গৱেষণা আলোচনীৰূপে প্ৰকাশ পাই আহিছে। ইয়াৰ উপৰিও সাহিত্য সভাই বিভিন্ন বিষয় অনুসৰি গ্ৰন্থ ৰচনা কৰিছে।

১.২ সভাই প্ৰকাশ কৰা গ্ৰন্থবোৰক বিষয় অনুসৰি এনেদৰে ভাগ কৰিব পাৰি—

১.২.১ সাহিত্য আৰু অধিবেশন বিষয়ক গ্ৰন্থ ;
১.২.২ সাহিত্য সাহিত্য-তত্ত্ব, সংস্কৃতি বিষয়ক গ্ৰন্থ;
১.২.৩ ৰচনা সমগ্ৰ;
১.২.৪ জীৱনী আৰু স্মৃতিগ্ৰন্থ;
১.২.৫ জনজাতীয় জীৱন আৰু ভাষা-সংস্কৃতি বিষয়ক গ্ৰন্থ;
১.২.৬ সাধুকথা;
১.২.৭ শিশু উপযোগী গ্ৰন্থ;
১.২.৮ অনুবাদ গ্ৰন্থ;
১.২.৯ বিবিধ বিষয়ৰ পুথি;
১.২.১০ ইয়াৰ উপৰিও সভাই অতি প্ৰয়োজনীয় বুলি ভবা কিছুমান ইংৰাজী পুথি,
১.২.১১ ন্যাস পুঁজিৰ গ্ৰন্থ;
১.২.১২ জিলা আৰু শাখাৰ প্ৰকাশন;

১.৩ মুঠতে অসম সাহিত্য সভাই প্ৰকাশনৰ ফালৰ পৰা এক উল্লেখনীয় পদক্ষেপ লৈছে। এনে পদক্ষেপ ললেও 'অসমীয়া ভাষাৰ আখৰ জোঁটনি'ৰ ক্ষেত্ৰত এটা খেলি-মেলিৰ সৃষ্টি হৈছে। একেটা শব্দ বিভিন্ন জনে বিভিন্ন ধৰণে লিখে। ইয়াৰ অশুভ পৰিণতি ভোগ কৰিবলগীয়া হৈছে প্ৰধানকৈ ছাত্ৰ-ছাত্ৰীসকলে। কুৰি শতিকাৰ শেষৰফালে এই সমস্যাটোৰ কথা ভাবি সাহিত্য সভাই বিভিন্ন পদক্ষেপ লৈছে, কিন্তু ইয়াৰ স্থায়ী সমাধান হ'লে হোৱা নাই।

**১.৩.১ আখৰ জোঁটনিৰ সমস্যা ঃ** আখৰ জোঁটনি বা বানান সমস্যা পৃথিৱীৰ সকলো উন্নত ভাষাতে আছে। অসমীয়া ভাষাৰ আখৰ জোঁটনিৰ সমস্যাটো এফালৰ

পৰা চালে জটিল, কিন্তু এই জটিল সমস্যাটোৰ সংশোধনৰ প্ৰয়োজনীয়তা আহি পৰিছে। ভাষা সদায় পৰিবৰ্তনশীল। স্থান, কাল, পাত্ৰভেদে ভাষাৰ পৰিবৰ্তন হয়। বৰ্তমান অসমীয়া ভাষাত লেখক-লেখিকাৰ সংখ্যা বাঢ়িছে। গল্প, কবিতাৰ লগতে প্ৰবন্ধ পাতি, কিতাপ পত্ৰ, আলোচনীও বহুতো ওলাইছে। ইয়াৰ উপৰিও অনাতাঁৰ, দূৰদৰ্শনৰ বিভিন্ন চেনেলবোৰৰ অসমীয়া ভাষাই মাধ্যম। অসমীয়া ভাষা-সাহিত্যৰ বাবে ই শুভ লক্ষণ। সাহিত্যৰ এই ধাৰাটোক অব্যাহত ৰাখিবলৈ হ'লে প্ৰচাৰৰ ক্ষেত্ৰখন নিৰ্ভুল হ'ব লাগিব। কিন্তু আজি একবিংশ শতিকাৰ জ্ঞান-বিজ্ঞানৰ বিস্ফোৰণ আৰু গোলোকীকৰণৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ দেশ-বিদেশৰ পৰা নতুন নতুন শব্দ আহৰণ কৰা হৈছে। কিছুমান শব্দ নতুনকৈ সাধিত হৈছে, বহুতো পুৰণি শব্দত নতুন অৰ্থ আৰোপিত হৈছে।

১.৩.২ অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ সমস্যাটো এটা জন্মগত ব্যাধি। অসমীয়া ভাষাৰ জন্মৰ লগতে এই সমস্যাটোও লাগি আছিল। অসমীয়া ভাষাটো হৈছে এটা সংস্কৃতমূলীয়া আৰ্য ভাষা, ই সংস্কৃতৰ পৰা পোনে পোনে ওলোৱা নাই। সংস্কৃতৰ পৰা প্ৰাকৃত, প্ৰাকৃতৰ পৰা অপভ্ৰংশ আৰু অপভ্ৰংশৰ পৰা অসমীয়া, বাংলা, হিন্দী, মাৰাঠী আদি আৰ্যভাষাবোৰ ওলাইছে। বিভিন্ন কাৰণত সময়ৰ সোঁতত সংস্কৃত ভাষাৰ সকলো দিশতে পৰিবৰ্তন ঘটিল। বিশেষকৈ আমাৰ ঋষি-মুনিসকলে ভাষাটোৰ আখৰৰ জোঁটনি বৰ্ণগতভাৱে অৰ্থাৎ উচ্চাৰণৰ ভিত্তিত পুনৰ প্ৰতিষ্ঠা কৰি লৈছিল। অসমীয়া ভাষাৰ ধ্বনি তথা বৰ্ণৰ আৰু ৰূপৰ পৰিৱৰ্তন ঘটিল। কিন্তু ভাষাৰ পৰিৱৰ্তনশীলতাৰ লগত খাপ-খুৱাই লিপিমালাৰ সালসলনি কৰা নহ'ল।

১.৩.৩ অসমীয়া ভাষাত আখৰ জোঁটনিৰ সমস্যাৰ প্ৰধান কাৰণ হ'ল উচ্চাৰিত বৰ্ণ আৰু লিপিৰ সামঞ্জস্যহীনতা। এই সামঞ্জস্যহীনতাৰ বাবে ভাষাটোৰ উচ্চাৰণ আৰু আখৰ জোঁটনিৰ ক্ষেত্ৰত কিছু বিসংগতি দেখা দিয়ে। এই বিসংগতিবোৰ চমুকৈ তলত উনুকিওৱা হ'ল—

১.৩.৩.১ স্বৰবৰ্ণৰ ক্ষেত্ৰত দেখা যায় যে অসমীয়া ভাষাত বিশিষ্ট ধ্বনি বা বৰ্ণ ৮টা— ই, এ, এ', আ, অ, অ', ও আৰু উ। কিন্তু এই আঠোটা বৰ্ণ বুজাবলৈ অসমীয়াত ১১ টা আখৰ আছে। অ, আ, ই, ঈ, উ, ঊ, ঋ, এ, ঐ, ও, ঔ।

১.৩.৩.২ অসমীয়া ভাষাত 'ই, ঈ' এই দুটাৰ ভিতৰত হ্ৰস্ব/ই/ হে উচ্চাৰণ হয়। সেইদৰে 'উ, ঊ-ৰ হ্ৰস্ব/উ/উচ্চাৰণ পোৱা যায়। গতিকে দুটা উচ্চাৰিত ধ্বনিৰ বাবে চাৰিটা আখৰ প্ৰয়োগ কৰাৰ বাবে বানান ভুল কৰা হয়। তদুপৰি অসমীয়া ভাষাত সংস্কৃতত উচ্চাৰণ নোহোৱা/অ'/আৰু /এ'/ধ্বনিৰ উচ্চাৰণ কৰা হয়। এই দুটা উচ্চাৰিত ধ্বনিৰ বৰ্ণভিত্তিক আখৰ অসমীয়াত নাই। /অ'/ৰ বাবে স্বৰচিহ্ন অ-ত উৰ্ধকমা (') ব্যৱহাৰ কৰা হয় আৰু এ'/স্বৰ বুজাবলৈ 'এ' আখৰ লিখা হয়; কিন্তু



দুয়োটা ধ্বনিৰ উচ্চাৰণে অৰ্থৰ ভেদ ঘটায়। যেনে- বল-ব'ল, বেল-বে'ল ইত্যাদি। সেয়ে আমাৰ আখৰমালাত এ' আখৰ অন্তৰ্ভুক্ত কৰা প্ৰয়োজন।

১.৩.৩.৩ অসমীয়া ভাষাত ব্যঞ্জন আখৰৰ ব্যৱহাৰ যথেষ্ট বেছি। ক বৰ্গৰ ক, খ, গ, ঘ, ঙ; প বৰ্গৰ- প, ফ, ব, ভ, ম প্ৰত্যেকটো ধ্বনিগত বৰ্ণৰ একোটাকৈ আখৰ আছে; কিন্তু চ বৰ্গৰ ক্ষেত্ৰত চ, ছ-ৰ উচ্চাৰণ একে, জ, য, ঝ এই তিনিটাৰ উচ্চাৰণ এটাহে (=)। এই ধ্বনিবোৰৰ উচ্চাৰণ লগতে আখৰ-জোঁটনিৰ সামঞ্জস্যহীনতা দেখিবলৈ পোৱা যায় আৰু বানান প্ৰকাৰণতো খেলি-মেলিৰ সৃষ্টি হয়। যেনে— পিচ/পিছ, চানি/ছানি ইত্যাদি। আনহাতে, 'জ' ৰ প্ৰয়োগত সততে ভুল হোৱা পৰিলক্ষিত হয়। কোনো কোনো তৎসম শব্দত 'য' থাকিলে তদ্ভৱ ৰূপতে 'জ' ব্যৱহাৰ কৰা হয়। যেনে— সূৰ্য-সূৰুজ, কাৰ্য-কাজ, ইত্যাদি। আনহাতে কোনো শব্দৰ শেষ বৰ্ণ 'য়' হ'লে তাত 'য' প্ৰত্যয় যোগ হোৱাৰ পাছত উচ্চাৰণ য়ৰ ঠাইত য হয়। যেনে— সহায়-সাহায্য, ন্যায়-নায্য। উচ্চাৰণ আৰু আখৰ-জোঁটনিৰ নীতিত এনে নিৰ্দেশনাসমূহ স্পষ্ট ৰূপত থকাটো বাঞ্ছনীয়।

১.৩.৩.৪ অসমীয়া ভাষাত ত, থ, দ, ধ, ন আৰু ট, ঠ, ড, ঢ, ণ এই দুই লানি আখৰৰ কেৱল/ত, থ, দ, ধ, ন/ এই কেইটাৰহে ধ্বনিগত উচ্চাৰণ পোৱা যায়। আনহাতে ত-ৰ ঠাইত কেতিয়াবা ৎৰ ব্যৱহাৰ কৰা হয়। মুঠতে পাঁচটা ধ্বনিগত বৰ্ণৰ ঠাইত আমি এঘাৰটা আখৰ ব্যৱহাৰ কৰো কাৰণেই বানান প্ৰকাৰণত খেলিমেলি হোৱাটো স্বাভাবিক কথা। এনে খেলিমেলিসমূহ হৈছে তাই/টাই, দোলা/ ডোলা, দবা/ ডবা ইত্যাদি।

১.৩.৩.৫ সেইদৰেই শ, ষ, স এই তিনিটা আখৰৰ উচ্চাৰণ অসমীয়াত স (x) ৰূপে উচ্চাৰণ হয়। যিবোৰ শব্দ বিশেষ্য ৰূপত 'শ' -ৰে শেষ হয়, তেনেবোৰ শব্দ বিশেষণ ৰূপত ষ্ট হয়। যেনে— ক্লেশ-ক্লিষ্ট, প্ৰৱেশ-প্ৰবিষ্টি, বিনাশ-বিনষ্ট ইত্যাদি; কিন্তু 'স'ৰ ক্ষেত্ৰত তেনে নহয়। যেনে— অভ্যাস-অভ্যস্ত। আনহাতে হেমচন্দ্ৰ বৰুৱাৰ নিৰ্দেশ মতে মূল অনুসৰি লিখিব লাগে যদিও কিছুমান শ, ষ, স বৰ্ণযুক্ত তৎ সম শব্দ মূল অনুসৰি উচ্চাৰণ অনুসৰিহে নিলিখি লিখা হয়। যেনে— দশ-দহ, মাস-মাহ, বিষ-বিহ ইত্যাদি।

১.৩.৩.৬ অসমীয়া ভাষাৰ চন্দ্ৰবিন্দু এটা উপাহিত বৰ্ণ। অসমীয়া ভাষাৰ আঠোটা স্বৰৰ লগত ইয়াৰ বিৰোধ ঘটে আৰু স্বৰৰ অনুনাসিক ৰূপৰ সৃষ্টি কৰে, লগতে অৰ্থৰ বোধ জন্মায়। চন্দ্ৰবিন্দু সদায় স্বৰৰ মুখ্য ৰূপতে লগ লগে, সেয়েহে স্বৰৰ মুখ্য ৰূপৰ ওপৰত চন্দ্ৰবিন্দু ব্যৱহাৰ কৰিব লাগে। যেনে— অঁকৰা, আঁক, বেঁকা, সিহঁত, কৰোঁ ইত্যাদি। কিছুমান শব্দই চন্দ্ৰবিন্দু নিদিলে অন্য অৰ্থ প্ৰকাশ কৰে

আৰু কিছুমান অৰ্থহীন হৈ পৰে। এনে শব্দত চন্দ্ৰবিন্দু ব্যৱহাৰ কৰাটো অপৰিহাৰ্য। যেনে— আহ-আঁহ, বাহ-বাঁহ, গাত-গাঁত (ঠাই অৰ্থত) গাওঁ (গোৰা অৰ্থত) ইত্যাদি।

১.৩.৩.৭ অসমীয়া ভাষাৰ 'ব, ৱ' এই দুয়োটা ধ্বনিৰ উচ্চাৰণ সুকীয়া সুকীয়া। কিন্তু 'ৱ' ধ্বনিটোৰ উচ্চাৰণ শব্দত আদি অৱস্থানত পোৱা নাযায়। আনহাতে, 'ৱ' যুক্ত বহু তৎ সম শব্দ অসমীয়াত ব্যৱহাৰ কৰা হয়। এনে শব্দবোৰৰ আখৰ-জোঁটনিত শব্দৰ আদিত উচ্চাৰণ অনুসৰি 'ৱ'ৰ পৰিৱৰ্তে 'ব' ৰে লিখা হয়। যেনে বিশ্ববিদ্যালয়, বিদ্যা, বেদ ইত্যাদি। মধ্য অৱস্থান আৰু অন্ত্য অৱস্থানত উচ্চাৰণ অনুযায়ী লিখাটো বাঞ্ছনীয়। যেনে— গৱেষণা, পৰিৱৰ্তন, ইত্যাদি।

১.৩.৩.৮ অসমীয়া ভাষাৰ আখৰমালাত ঙ আৰু ং এই দুটা ৰূপ পোৱা যায়। এই দুয়োটাৰ উচ্চাৰণ ধ্বনিগত বৰ্ণ এটা। তেনেকৈয়েঃ আৰু হ-ৰ ধ্বনিগত বৰ্ণ এটা। তত্ত্বৰ আৰু অন্য শব্দত 'ঙ' মধ্য অৱস্থানত থাকিলে 'ঙ' দি লিখা হয়, আনহাতে, অন্ত্য অৱস্থানত থাকিলে 'ঙ'ৰ ঠাইত 'ং' দি লিখা হয়; কিন্তু এনে শব্দ যেনে চিলং, কাৰেং আদি শব্দত কাৰক-বিভক্তি লগ লাগিলে 'ঙ'ৰে লিখা হয়। যেনে- 'চিলঙলৈ যাম', 'কাৰেঙৰ ওচৰত আমাৰ ঘৰ' ইত্যাদি।

১.৩.৩.৯ অসমীয়া ভাষাত বিশেষ্য আৰু বিশেষণ বুজোৱাৰ ক্ষেত্ৰত একোটা শব্দত ি, ী কাৰ প্ৰয়োগ কৰি সুকীয়া ৰূপ সৃষ্টি কৰা হয়। সংস্কৃতৰ দৰে অসমীয়া ভাষাত বিশেষ্যৰ ৰূপৰ সলনি হ'লে বিশেষণ ৰূপৰ সলনি নহয়, সেই কাৰণে অসমীয়া ভাষাত বিশেষ্য আৰু বিশেষণ ৰূপবোৰৰ আখৰ জোঁটন একে ৰূপ হোৱাটো উচিত। যেনে— মুকলি অধিবেশন, চুটিগল্প, আৰম্ভণি গীত, জাতি/জাতীয় (বিশেষণ) ইত্যাদি।

১.৩.৩.১০ অসমীয়া ভাষাৰ যুক্ত ৰূপৰ লিখনিতো কিছুমান বিসংগতি চকুত পৰে। এনে ৰূপবোৰৰ যিমান দূৰ পাৰি সৰলীকৰণৰ ব্যৱস্থা কৰিব লাগে। তদুপৰি অসমীয়া ভাষাত সুৰ, সুৰলহৰ, শ্বাসাঘাত, স্বৰমাত্ৰা আদি উপাহিত ধ্বনিবোৰক বুজাবলৈ উচ্চাৰণ নিৰ্দেশক প্ৰতীকৰো প্ৰয়োজন।

**১.৪ অসমীয়া ভাষাৰ আখৰ-জোঁটনি ৰীতি নিৰ্ধাৰণত বিভিন্ন সময়ত লোৱা উদ্যোগ ঃ**

অসমীয়া ভাষাৰ আখৰ-জোঁটনি ৰীতি নিৰ্ধাৰণ কৰাৰ ক্ষেত্ৰত প্ৰথম উদ্যোগ লৈছিল। হেমচন্দ্ৰ বৰুৱাই 'হেমকোষ' অভিধান, 'অসমীয়া ভাষাৰ ব্যাকৰণ' নামৰ ব্যাকৰণ লিখি অসমীয়া ভাষাক নিৰ্দিষ্ট নীতি-নিয়মৰ মাজলৈ আনিলে। কুৰি শতিকাৰ সাহিত্যিকসকলে হেমচন্দ্ৰ বৰুৱা প্ৰৱৰ্তিত আখৰ জোঁটনি ৰীতিকে মানি চলিছিল যদিও বেমেজালিত পৰিছিল আখৰ-জোঁটনিৰ আসোঁৱাহ কিছুমান লৈ। এই শতিকাৰ প্ৰথমাৰ্ধত অসম সাহিত্য সভাই আখৰ-জোঁটনি নিৰ্ণয় কৰাৰ অৰ্থে অভিধান প্ৰণয়নৰ



কথা ভাবিলে আৰু সভাই ১৯৩৩ চনত 'চন্দ্ৰকান্ত অভিধান' প্ৰকাশ কৰি আখৰ-জোঁটনিৰ আসোঁৱাহ দূৰীকৰণৰ বাবে এই পদক্ষেপ গ্ৰহণ কৰিলে। হেমচন্দ্ৰ বৰুৱাৰ আখৰ-জোঁটনি ৰীতিকে গ্ৰহণ কৰি ১৯২৫ চনত সত্যনাথ বৰাই 'বহল ব্যাকাৰণ' প্ৰকাশ কৰিলে। ১৯৩৮ চনত অসম চৰকাৰৰ দ্বাৰা অসমীয়া শব্দৰ আখৰ-জোঁটনি নিৰূপণ কৰাৰ উদ্দেশ্যে 'চেণ্ট্ৰেল টেক্সট বুক কমিটি' নামৰে এখন সমিতি গঠন কৰে। এই সমিতিখনে আখৰ-জোঁটনি ৰীতি নিৰ্ধাৰণৰ বাবে সাহিত্যিক আৰু বিশিষ্ট ব্যক্তিসকলৰ পৰা মতামত বিচাৰিছিল।

১.৫ কুৰি শতিকাৰ দ্বিতীয়াৰ্ধত অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ সমস্যা দূৰীকৰণৰ অৰ্থে ডিম্বেশ্বৰ নেওগ, ড° মহেশ্বৰ নেওগ, গিৰিধৰ শৰ্মা, সুমন্ত চলিহা, ড° গোলকচন্দ্ৰ গোস্বামী, ড° উপেন্দ্ৰনাথ গোস্বামী আদিয়ে গ্ৰন্থ প্ৰকাশ কৰিছে। এই গ্ৰন্থবোৰেও অসমীয়া ভাষাৰ আখৰ-জোঁটনি সম্পৰ্কে ৰীতি নিৰ্ধাৰণ কৰিলে। আখৰ-জোঁটনিৰ বেমেজালি দূৰীকৰণৰ উপায় সম্পৰ্কত কুৰি শতিকাৰ শেষৰ ফালে লিখা ড° গোলকচন্দ্ৰ গোস্বামীৰ 'অসমীয়া আখৰ-জোঁটনি' আৰু 'অসমীয়া আখৰ-জোঁটনি সমীক্ষা', অসম সাহিত্য সভাই সতীশ চন্দ্ৰ চৌধুৰীৰ সম্পাদনাত প্ৰকাশ কৰা 'আখৰ জোঁটনি সমস্যাঃ সমস্যা আৰু সমাধান' আৰু সুমন্ত চলিহাৰ সম্পাদনাৰে প্ৰকাশ কৰা 'আৰ্হি পাঠকৰ হাতপুথি' আদি উল্লেখযোগ্য গ্ৰন্থ। ইয়াৰ উপৰিও ভাৰত চৰকাৰৰ শিক্ষা আয়োগৰ পৰামাৰ্শ অনুসৰি গুৱাহাটী বিশ্ববিদ্যালয়ে বিশ্ববিদ্যালয় পৰ্যায়ৰ শিক্ষাৰ মাধ্যম হিচাপে অসমীয়া ভাষা ব্যৱহাৰ কৰিবলগীয়া হোৱাত অসমীয়া ভাষাত পাঠ্যপুথি প্ৰস্তুত কৰিবৰ বাবে এখন পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি গঠন কৰে। এই সমিতিয়ে অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰ পদ্ধতিৰ দিশত থকা সমস্যাসমূহ দূৰীকৰণৰ অৰ্থে ১৯৭০ চনত এখন পত্ৰিকা প্ৰকাশ কৰি উলিয়ায়।

১.৫.১ অসমীয়া ভাষাৰ আখৰ-জোঁটনি ৰীতি নিৰ্ধাৰণৰ দিশত অসম সাহিত্য সভাৰ তৰফৰ পৰা লোৱা প্ৰথম পদক্ষেপ আছিল 'চন্দ্ৰকান্ত অভিধান' প্ৰকাশ (১৯৩৩)। অসম সাহিত্য সভাই অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ দিশত থকা বেমেজালি দূৰ কৰাৰ উদ্দেশ্য আগত ৰাখি ১৯৭৮ চনত পাঠশালাত লেখক শিবিৰ অনুষ্ঠিত কৰিছিল। এই লেখক শিবিৰৰ আলোচনা ভিত্তিত এখন প্ৰতিবেদন প্ৰস্তুত কৰিবৰ বাবে এখন আখৰ-জোঁটনি উপ-সমিতি গঠন কৰিছিল আৰু উক্ত সমিতিয়ে প্ৰতিবেদন যুগুত কৰে। ইয়াৰ পৰৱৰ্তী সময়ত ১৯৮২ চনত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব ড° নগেন শইকীয়াই বহন কৰাৰ সময়ত সেই সময়ৰ সহকাৰী সম্পাদক সতীশ চন্দ্ৰ চৌধুৰীৰ সম্পাদনাত 'আখৰ-জোঁটনি ঃ সমস্যা আৰু সমাধান' নামকৰণেৰে সঞ্চালক আৰু আলোচকসকলৰ লিখিত বক্তব্য অসম সাহিত্য সভাই গ্ৰন্থ আকাৰে

প্ৰকাশ কৰে। ইয়াৰ পাছত অসম সাহিত্য সভাই ১৯৮৫ চনৰ জুন মাহত অনুষ্ঠিত আখৰ-জোঁটনি উপ-সমিতিয়ে লোৱা সিদ্ধান্তসমূহৰ ভিত্তিত সভাৰ সেই সময়ৰ প্ৰধান সম্পাদক ড° অমল ৰাজখোৱাৰ কাৰ্যকালত বিশ্বেশ্বৰ হাজৰিকাই যুগুত কৰা 'অসমীয়া আখৰ-জোঁটনি উপ-সমিতিৰ সিদ্ধান্তসমূহ' নামাকৰণেৰে এখনি পুস্তিকা ১৯৮৬ চনত প্ৰকাশ কৰি আখৰ-জোঁটনিৰ সমস্যাসমূহ আঁতৰ কৰাৰ প্ৰচেষ্টা চলায়। তদুপৰি অসম সাহিত্য সভাই সুমন্ত চলিহাৰ দ্বাৰা সংকলন কৰা 'আধুনিক অসমীয়া শব্দকোষ'খন পুনঃৰীক্ষণ কৰি প্ৰকাশ কৰাৰ উপৰি চলিহাৰেই সম্পাদনাত অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ কিছু নীতি-নিৰ্দেশনা থকা এখন হাতপুথি প্ৰকাশ কৰে।

১.৫.২ অসম সাহিত্য সভাই শেহতীয়াকৈ ২০১১ চনৰ ২৪, ২৫, ২৬, ২৭ আৰু ২৮ জুনত কেন্দ্ৰীয় অসম তত্ত্ব গৱেষণা সংস্থাৰ উদ্যোগত আৰু জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সহযোগত, উক্ত মহাবিদ্যালয়তে অসমীয়া ভাষাঃসংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ' শীৰ্ষক বিষয়েৰে জাতীয় কৰ্মশালা আৰু আলোচনা-সত্ৰ অনুষ্ঠিত কৰি অসমীয়া ভাষাৰ লিপি, আখৰ-জোঁটনি, লিপ্যন্তৰ কম্পিউটাৰ চফটৱেৰ আদি দিশবোৰৰ সমস্যা, আসোঁৱাহ, সমস্যা সমাধানৰ পথ নিৰ্ণয় আদিৰ সম্পৰ্কত আলোচনা কৰে। অসম সাহিত্য সভাই জাতীয় কৰ্মশালা আৰু আলোচনা-সত্ৰৰ আলোচনা আৰু মতামতৰ ভিত্তিত অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰৰ খচৰা প্ৰস্তুত কৰি উপ-সমিতিও গঠন কৰি দিয়ে। এই সমিতিৰ নেতৃত্ব দিছিল অসম সাহিত্য সভাৰ সভাপতি পদ্মশ্ৰী ৰংবং তেৰাং, উপ-সভাপতি ভূপেন শইকীয়া আৰু প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশীয়ে। সমিতিৰ সদস্যসকল হ'ল— ড° কুতুবুদ্দিন আহমেদ, ড° নৰেন কলিতা, ড° ৰামচন্দ্ৰ ডেকা, পবিত্ৰ বৰবৰা, ড° জ্যোতিৰেখা হাজৰিকা, হেমেন চন্দ্ৰ হাজৰিকা, ইছমাইল হুছেইন, পৰশু তামুলী, ড° অৰূপ কুমাৰ নাথ আৰু ৰমানন্দন বৰা ২০১১ ঃ ৫৫-৫৬ম।

**১.৬ আলেচনা সত্ৰ আৰু কৰ্মশালাত উত্থাপিত বিষয়সমূহ খৰচি মাৰি আলোচনা কৰা হয়। আৰু কেতবোৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়।**

**লক্ষ্য ঃ** অসমীয়া ভাষাৰ প্ৰয়োগিক দিশৰ আসোঁৱাসমূহ আঁতৰাই ভাষাটোক যুগোপযোগী কৰি বিজ্ঞানসন্মতভাৱে প্ৰতিষ্ঠা কৰা।

**উদ্দেশ্য ঃ**

(ক) তাত্ত্বিক আৰু প্ৰায়োগিক দুয়ো দিশৰ পৰা এটা ভৱিষ্যৎমুখী দৃষ্টিৰে বিবেচনা কৰি অসমীয়া বৰ্ণ, স্বৰ-চিহ্ন, যুক্তাক্ষৰ; ইবিলাকৰ সৰলীকৰণ সম্পৰ্কে থকা মত-পাৰ্থক্য দূৰ কৰি এটা সৰ্বসন্মত সিদ্ধান্ত গ্ৰহণ কৰা।

(খ) অসমীয়া আখৰ-জোঁটনি, প্ৰত্যয় বিভক্তি যোগ, বাক্য-সংগতি, ভাব-সংগতি, যতি-চিহ্নৰ ব্যৱহাৰ আদি সম্পৰ্কে সৰ্বসন্মত সিদ্ধান্ত লোৱা।

(গ) বিদেশী ভাষাৰ লিপ্যন্তৰকৰণত থকা বেমেজালি আৰু মতানৈক্য দূৰ কৰা।

(ঘ) অসমীয়া অভিধানসমূহৰ মাজত সমৰূপতা অনা।

(ঙ) অসমীয়া ভাষা সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰৰ বাবে ল'বলগীয়া ব্যৱস্থাৱলী নিৰ্ধাৰণ কৰা।

১.৭ অসম সাহিত্য সভাই আখৰ-জোঁটনি সম্পৰ্কত লোৱা সিদ্ধান্তসমূহ এনেধৰণৰ—

১। বৰ্তমান প্ৰচলিত লিখন পদ্ধতিৰ (Orthography) প্ৰয়োজনীয় সংস্কাৰ কৰি তাক সৰল কৰা হওক।

২। মূলৰ লগত সম্পৰ্ক ৰাখি কৰা জোঁটনিৰ বেলিকা হোৱা আসোঁৱাহখিনি আঁতৰাই অধিক প্ৰণালীবদ্ধ কৰা হওক।

৩। একোটা উচ্চাৰণ বুজাবলৈ মাত্ৰ একেটা আখৰ ৰাখি জোঁটনি-সংস্কাৰ কৰাৰ দাবী অসমীয়া ভাষাৰ বাবে অহিতকৰ হ'ব, কিয়নো—

(ক) তেনে কৰিলে এতিয়ালৈকে প্ৰকাশিত সাহিত্যৰ সৈতে ইয়াৰ পাছৰ সাহিত্যৰ সম্পৰ্ক ছিগি যাব;

(খ) আগৰ প্ৰকাশিত কিতাপবোৰ নতুন জোঁটনিৰে ছপাওঁতে অযথা ধন খৰচ হ'ব, আৰু নছপালে ইচ্ছা কৰি অসমীয়া সাহিত্যক দুখীয়া কৰা হ'ব;

(গ) কথিত ভাষাৰ লিখিত সুপৰিচিত চাক্ষুস ৰূপটোৱে আমাক অৰ্থবোধত সহায় কৰে, উচ্চাৰণ অনুসৰি জোঁটনি হ'লে অপৰিচিত চিত্ৰৰূপৰ পৰা সেই সহায় পোৱা নাযাব,

(ঘ) উচ্চাৰণ অনুসৰি জোঁটনি কৰাটো বিজ্ঞানসন্মত আৰু বাঞ্ছনীয় হোৱা সত্ত্বেও বাস্তৱিকতে পৃথিৱীৰ কোনো বিখ্যাত ভাষাতে উচ্চাৰণ অনুসৰি সকলো জোঁটনি নাই।

৪। সংস্কাৰৰ স্বাৰ্থত মূল অনুসৰি জোঁটনি কৰা প্ৰচলিত নীতি কিছু শিথিল কৰা হওক—

(ক) প্ৰচলিত জোঁটনিৰ এটা নিৰ্ধাৰিত প্ৰণালী আছে, সংস্কাৰ কৰোতে ইয়াক যত দূৰ সম্ভৱ ৰক্ষা কৰা হ'ব।

(খ) শব্দবোৰক চিনাকি ৰূপটোৱে পাঠকক অৰ্থবোধত সহায় কৰিছে, গতিকে এই দিশটোলৈ লক্ষ্য ৰখা হওক। সেয়ে আখৰ -জোঁটনি আৰু চিহ্নৰ ক্ষেত্ৰত পৰম্পৰা বা ঐতিহ্য যত দূৰ সম্ভৱ মানি চলা উচিত।

(গ) বিভিন্ন অৰ্থ থকা সমোচ্চাৰিত শব্দবোৰৰ (homonymes) প্ৰচলিত

প্ৰণালী অনুসৰি বেলেগ বেলেগ জোঁটনি ৰাখিলে, তাৰ ফলত সাহিত্যত অলংকাৰ, ব্যঞ্জনা আদি কৰাত সহায় হ'ব পাৰে। (যেনে— হাত/হাট, হাতী /হাটী আদি।

(ঘ) সংস্কৃত শব্দও প্ৰচলিত বৰ্ণমালাৰ সহায়তে অবিকৃত ৰূপত আমাৰ ভাষাত ব্যৱহাৰ কৰিব পৰা হয়।

(ঙ) প্ৰচলিত প্ৰণালীৰ ভিত্তিতে ইমান দিনে ৰচিত হোৱা সাহিত্যৰ সৈতে পৰৱৰ্তী কালত ৰচিত সাহিত্যৰ যোগসূত্ৰ ৰক্ষিত হ'ব পাৰে।

(চ) অসমৰ জনগোষ্ঠীয় মূলৰ পৰা অহা শব্দবোৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ ধ্বনিতত্ত্বৰ বৈশিষ্ট্য অনুসৰি জনগোষ্ঠীয় ভাষাৰ উচ্চাৰণৰ নিজা বৈশিষ্ট্য যিমানদূৰ সম্ভৱ মানি চলা হওক। যেনে- বৰদৈচিলা/বাৰদৈচিখ্লা।

৫। তৎসম (সংস্কৃত) শব্দবোৰ সংস্কৃত জোঁটনি অনুযায়ী জোঁটোৱা হ'ব। এই জোঁটনি অনুযায়ী লিখিলে শব্দৰ আদিতে /ৱ/ আৰু /য়/ দি লিখিবলগীয়া হয়। ইয়াৰ ফলত অসমীয়াত প্ৰচলিত জোঁটনিৰে সৈতে বিৰোধ হয়। সেই কাৰণে তলত দিয়া উপ-নিয়মসমূহ গ্ৰহণ কৰিব পাৰি।

(ক) সংস্কৃত শব্দৰ আদিতে থকা /ৱ/ অসমীয়াত /ব/ লিখা হ'ব। মধ্যৱৰ্তী আৰু অন্ত্য স্থানত /ৱ/ দিব। যেনে— স্বভাৱ, অনৱৰত বিকল্পে 'ব' ও থাকিব।

(খ) নঞৰ্থক প্ৰত্যয়যুক্ত বা উপসৰ্গযুক্ত শব্দত ৱ দ্বিতীয় বা তৃতীয় স্থানলৈ গ'লেও তাক প্ৰথম ৱ-ৰ দৰেই ধৰা হ'ব। যেনে-অব্যৱহাৰ্য।

(গ) ৰেফৰ ফলত হোৱা দ্বিত্ব বৰ্জন কৰাটোৱেই বাঞ্ছনীয়।

(ঘ) সন্মতি, সন্মত, সন্মিলন, মিলন, দোষণীয়, লিখক (সামগ্ৰীৰে লিখা কাৰ্য কৰোঁতা) আৰু লেখক (ৰচনা কৰোঁতা) আদি শব্দ অসমীয়া ব্যাকৰণসন্মত বুলি ধৰি লৈ সেইবোৰ শুদ্ধ বুলি ধৰা হ'ব।

(ঙ) ইন্ ভাগন্ত শব্দবোৰৰ প্ৰথমা এক বচনৰ ৰূপহে অসমীয়াত ব্যৱহাৰ কৰিব লাগে, যেনে— মন্ত্ৰিন/মন্ত্ৰী ইত্যাদি।

(চ) এইবোৰ শব্দৰ সমাস হ'লে মন্ত্ৰীৰ পৰিষদ/মন্ত্ৰী পৰিষদ হ'ব।

(ছ) তৎসম শব্দৰ আৰম্ভণিতে /য়/ থাকিলে সদায় /য/ দি লিখা হ'ব। যেনে— সুযোগ, প্ৰযোজনা আদি; কিন্তু দ্বিতীয় স্থানত বা তাৰ পাছত থকা /য়/ ক /য়/ কৰি লিখা হ'ব, যেনে— সংস্কৃত য়ম অসমীয়া যম, সং য়োগ/ অস, যোগ, ঠিক তেনে ধৰণৰ। কিন্তু সং নিয়ম / অস. নিয়ম, সং দ্বিতীয়/ অস. দ্বিতীয়, সং অভিনয়/ অস. অভিনয় ইত্যাদি।



(জ) জ্ঞ, হ্য আদিৰ উচ্চাৰণ অসমীয়াত বেলেগ হ'লেও তৎসম শব্দৰ ক্ষেত্ৰত সেই জোঁটনিকেই ৰখা হ'ব। যেনে- বাহ্য, জ্ঞান ইত্যাদি।

৬। তদ্ভৱ শব্দত পৰাপক্ষত মূল শব্দৰ লগত সম্বন্ধ ৰাখি জোঁটনি নিৰ্ণয় কৰা হ'ব।

(ক) মূলত /ণ/ থাকিলে অসমীয়াতো /ণ/ হ'ব, যেনে- সং জীৰ্ণ, অস. জীণ ইত্যাদি।

(খ) যিবোৰ তদ্ভৱ শব্দৰ মূলত /ই/ বা /ঈ/, /উ/ বা /ঊ/ আছে, অসমীয়া জোঁটনিতো থাকিব, যেনে- সং জীৰ্ণ, অস. জীৰ্ণ, সং পুৰ্ব, অস, পুব ইত্যাদি।

(গ) তদ্ভৱ আৰু অন্য শব্দৰ /ঙ/ ধ্বনি স্বৰান্ত হ'লে /ঙ/ দি লিখা হ'ব, যেনে, ডাঙৰ, আঙঠি, চেঙা, অঙহী-বঙহী ইত্যাদি। ব্যঞ্জনান্ত হ'লে অনুস্বাৰ হ'ব, যেনে— চিলং, কাৰেং, আপং। কিন্তু চিলঙলৈ, কাৰেঙৰ ইত্যাদি।

(ঘ) ঈ প্ৰত্যয় যোগ হোৱাৰ শব্দৰ জোঁটনিত সদায় ঈ থাকিব।

(ঙ) ঈ থকাৰ কোনো কাৰণ নথকা আটাইবোৰ শব্দতে ই হ'ব, যেনে— চেকনি, কেৰাহি, হাতুৰি, কাছাৰি, কুঠৰি, কোটালি, চিঠি, জানুৱাৰি, ফেব্ৰুৱাৰি ইত্যাদি।

(চ) জাতিবাচক বিশেষ্য শব্দ হিচাপে চিলনী, কাউৰী, মেকুৰী, ওকণী, বগলী, ছাগলী শব্দত ঈ -হ'ব।

(ছ) কাকতি/কাকতী, কন্দলি/কন্দলী, হাজৰিকা/হাজৰীকা, ভঁৰালী/ ভঁৰালি, বৰা/বড়া আদি উপাধি বুজোৱা শব্দৰ দুয়োটা জোঁটনিয়েই থাকিব।

(জ) পাছপিছ এই দুটা জোঁটনিৰ অৰ্থৰ কোনো পাৰ্থক্য নাথাকে। কিন্তু /ছ/ ব্যৱহাৰ হ'ব।

(ঝ) ঊনৈশৰ পৰা পঞ্চাশলৈকে সংখ্যাবাচক শব্দবোৰৰ শেষৰ/শ/ৰ ঠাইত /ছ/ বৰ্ণ দিয়া হ'ব, যেনে- ঊনৈছ, বিছ, চল্লিছ ইত্যাদি।

(ঞ) কেঞা, হঞে, গঞা, ভুঞা, চিঞা, চিঞৰ শব্দৰ বাহিৰে বাকী শব্দত /ঞ/ৰ বিকল্পে /য়ঁ/ ব্যৱহৃত হ'ব। যেনে- টিয়াঁ, চিয়াঁহী ইত্যাদি।

(ট) আৰম্ভণি (বিশেষ্য ৰূপে) আৰু আৰম্ভণী (বিশেষণ ৰূপে) এই দুয়োটা জোঁটনিৰ সলনি ই-কাৰ ব্যৱহাৰ কৰা হ'ব।

(ঠ) কৰকৰা, মৰমৰা, ফৰফৰা আদি অনুকাৰাত্মক শব্দ ব্যঞ্জনান্ত বা ৰেফযুক্ত বা হাইফেন যুক্ত নহ'ব। কিন্তু সমাসযুক্ত শব্দত হাইফেন যুক্ত হ'ব।

(ড) তৎসম আৰু তদ্ভৱ শব্দৰ বাহিৰে বাকীবোৰ শব্দত ণত্ব বিধি মনা

নহ'ব। যেনে- জিৰনি, ৰেঙনি ইত্যাদি। কিন্তু বহুকাল চলি অহা জিৰণি, ৰেঙণি আদি ৰূপ সম্প্ৰতি বিকল্প বুলি ধৰি লোৱা হ'ব। বিদেশী শব্দত ণত্ব বিধি, ষত্ব বিধি মানি চলা নহ'ব।

(ঢ) অসমীয়া ভাষাৰ কালিকা প্ৰকাশক বচন ভংগী আৰু জতুৱা-ঠাঁচ আদি সুৰক্ষিত কৰা হওক।

(ণ) চন্দ্ৰবিন্দু প্ৰযোজ্য হ'ব।

(ত) স্বতঃ অনুনাসিক শব্দত চন্দ্ৰবিন্দু প্ৰযোজ্য হ'ব।

**সামৰণি ঃ**

যিয়েই নহওক অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত সম্প্ৰতি অসম সাহিত্য সভাই লোৱা সিদ্ধান্তসমূহ পুনৰ বিবেচনাৰ্থে 'ভাষা উপদেষ্টা সমিতি'ৰ বৈঠকত উপস্থাপিত হ'ব। আশাকৰো অসম সাহিত্য সভাই লোৱা এই পদক্ষেপ সফল হ'ব। আমাৰ এই গৱেষণা পত্ৰখনিত অসম সাহিত্য সভা আৰু অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত অসম সাহিত্য সভাই লোৱা পদক্ষেপৰ ৰেঙণি দাঙি ধৰা হৈছে। এই প্ৰচেষ্টাই নতুন প্ৰজন্মৰ লগতে পৰবৰ্তী গৱেষকসকলক কিছু পৰিমাণে সহায় কৰিলে আমি কৃতাৰ্থ হ'ম।

**প্ৰসংগ পুথি ঃ**

১। গোস্বামী, গোলোকচন্দ্ৰ (২০১০) ঃ অসম অসমীয়া আখৰ জোঁটনি সমীক্ষা। বীণা লাইব্ৰেৰী, গুৱাহাটী।

২। অসম সাহিত্য সভা সম্পাদনা (২০১২) ঃ অসমীয়া আখৰ জোঁটনি, অসম সাহিত্য সভা, যোৰহাট।

৩। হাজৰিকা, জ্যোতিৰেখা সম্পাদনা (২০১১) ঃ অসম সাহিত্য সভা পত্ৰিকা, অসম সাহিত্য সভা, যোৰহাট।

"পৱিত্ৰ বৰবৰা ঃ অসমীয়া ভাষাৰ আখৰ-জোঁটনি ৰীতি নিৰ্ধাৰণৰ দিশত বিভিন্ন সময়ত লোৱা উদ্যোগ" ৫৫-৫৬।

"অপৰ্ণা কোঁৱৰ ঃ অসমীয়া ভাষাৰ উচ্চাৰণ বনাম আখৰ জোঁটনি ঃ ৪৩-৪৫ম।



৪। তামুলী ডেকা (সম্পা) (১৯৯৫) ঃ ভোৰতাল, স্মৃতিগ্ৰন্থ আদৰণি সমিতি, সৰ্থেবাৰী।

৫। বৰ্মন (সম্পা) (২০১১) ঃ কামৰূপজ্যোতি, মুখপত্ৰ, কামৰূপ মহানগৰ জিলা সাহিত্য সভা, গুৱাহাটী।

৬। বৰা শৰ্মা (সম্পা) (২০১১) ঃ দিচৈ দৰিয়া, স্মৃতিগ্ৰন্থ আদৰণি সমিতি, দেৰগাঁও।

৭। বৰা (সম্পা) (২০১১) ঃ দিশপুৰজ্যোতি, স্মৃতিগ্ৰন্থ আদৰণি সমিতি, ৰাজধানী সাহিত্য সভা, দিশপুৰ।

# অসম সাহিত্য সভা আৰু অনুবাদ সাহিত্য

ড° মধুস্মৃতা বৰুৱা চাংকাকতি

অসম সাহিত্য সভাৰ সুদীৰ্ঘ ইতিহাসে অসমীয়া জনজীৱনৰ ভাষা, সংস্কৃতি আৰু বিভিন্ন সমস্যাৰ এক বিশিষ্ট ৰূপ দি আহিছে। অসমীয়া ভাষা-সাহিত্যৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰসাৰণত সভাৰ প্ৰভাৱ যে সুদূৰ প্ৰসাৰী এই কথা প্ৰতিজনে গভীৰভাৱে উপলব্ধি কৰে বাবে বছৰি বহু জনৰ সমাবেশ হৈ অধিবেশন সাফল্যমণ্ডিত কৰি তোলে। স্বাধীনতাৰ বহু আগতেই গঢ়ি উঠা এই জাতীয় অনুষ্ঠানৰ সৈতে সকলো পণ্ডিত, ভাষাবিদ, চিন্তাবিদ, সাহিত্যিকৰ ঘনিষ্ঠ আৰু নিবিড় সম্পৰ্ক থকাৰ লগতে অসম আৰু অসমীয়াৰ জাতীয় অস্তিত্ব বিপন্ন হৈ পৰাৰ সময়ছোৱাত এইসকল ব্যক্তিৰ গুৰুত্বপূৰ্ণ আৰু দায়িত্বশীল ভূমিকাই এই জাতীয় অনুষ্ঠানটোক এক উজ্জ্বল ৰূপত দাঙি ধৰিছিল। সমগ্ৰ অসমৰ ভাষা, কৃষ্টি, সাহিত্যৰ উন্নতি সাধন আৰু অসম জাতি, সম্প্ৰদায়সমূহৰ মাজত সম্পৰ্ক আৰু সমন্বয়ৰ বান্ধোন দৃঢ় কৰাৰ মানসেৰে অসম সাহিত্য সভা প্ৰতিষ্ঠা হৈছিল। সেয়েহে সভাৰ এই যাত্ৰাৰ মাজেৰে জাতিটোৰ সাংস্কৃতিক জীৱনৰ ক্ৰমবিকাশ আৰু জাতীয় জীৱনধাৰাৰ চিন্তাৰ পৰিধিৰ প্ৰণালীবদ্ধ ৰূপৰ ছবিও ফুটি উঠে। ইয়াৰ উপৰিও অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত সাংস্কৃতিক গুণ সম্পন্ন মানৱ সম্পদে কি দৰে এই অনুষ্ঠানটোক বৃহৎ জাতীয় অনুষ্ঠানৰ ৰূপ দিবলৈ আগবাঢ়িছিল সেই কথা অধিবেশনৰ ভাষণসমূহৰ পৰা উপলব্ধি কৰিব পাৰি।

জাতিৰ সাংস্কৃতিক জীৱনত সময়ে সময়ে বিভিন্ন সমস্যাৰ উদ্ভৱ হ'লেও সূক্ষ্ম দৃষ্টিভংগীৰে গ্ৰহণ কৰিলে অধিক সুফল পোৱা যায়। অসমীয়া জাতিৰো সাংস্কৃতিক জীৱনধাৰাত পৰিৱৰ্তনৰ বাবে সৃষ্টি হোৱা সমস্যাবোৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই বিচাৰ বিশ্লেষণেৰে অসমৰ জন-জীৱনৰ উপকৃত হ'ব পৰাকৈ সমাধান কৰিছিল আৰু পৰৱৰ্তী সময়ত এই বান্ধোন অধিক কটকটীয়া হৈ জাতিটোৰ বাবে মহৎ কাৰ্য সাধন কৰিবলৈ সক্ষম হৈছিল।

---

লেখক যোৰহাটৰ বাহনা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।



স্বাধীনতাৰ পৰৱৰ্তী সময়ত ভোগোলিক সীমাৰে বান্ধ খাই থকা এই অঞ্চলৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জাতি-সম্প্ৰদায়সমূহে অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক কাৰণত বৃহত্তৰ অসমীয়া সমাজ-সংস্কৃতিৰ বুকুৰ পৰা আঁতৰি যোৱা অনুভৱ কৰিছিল। এইক্ষেত্ৰত তেওঁলোকে নিজৰ অস্তিত্ব বিকাশৰ বাবে সুকীয়াকৈ থকাৰ কথা ভাবিলেও প্ৰাচীন অসমীয়া সাংস্কৃতিক জীৱনৰ ইতিহাসক একেবাৰে উলাই কৰিবলৈ সাহস নকৰিলে। কিয়নো অসম সাহিত্য সভা এনে এক মঞ্চ য'ত অসমৰ বিভিন্ন সময়ৰ এইবোৰ সমস্যাৰ আলোচনা, বিশ্লেষণ হোৱাৰ লগতে এক কাৰ্যকৰী আঁচনি গ্ৰহণ কৰাৰ সুবিধা পোৱা যায়। সভাই ভাষা-সাহিত্যৰ উন্নতি সাধন কৰাৰ লগতে জাতিটোৰ সাংস্কৃতিক গতিশীলতাৰ বাস্তৱ আৰু গঠনমূলক বিষয়ে সূক্ষ্ম দৃষ্টিৰে বিবেচনা কৰি জাতীয় সত্তাৰ আয়তন বৃদ্ধিৰ বাবেও চিন্তা কৰি অসমৰ বাইজৰ সহযোগত প্ৰশস্ত আঁচনি আদি গ্ৰহণ কৰি সুন্দৰভাৱে ফলৱতী হোৱা দেখা যায়। বিভিন্ন কাৰণত অসমলৈ সময়ে সময়ে অহা অনেক জাতি-সম্প্ৰদায়ৰ লোকে অসমীয়া ভাষা-কৃষ্টি, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিক আদৰি লৈ বৰ অসমৰ বুকুত মিলি গৈছে। সাহিত্য সভাৰ বিশাল মঞ্চই অসমৰ সকলো দিশৰ উন্নতি সাধন আৰু সমন্বয়ৰ বাবে ঐক্যবদ্ধ হৈ চিঞৰি উঠা দেখা যায়। সাহিত্য সভাৰ মঞ্চক এক উদাৰ দৃষ্টিভংগীৰ মঞ্চৰূপে আখ্যা দিব পাৰি। সভাৰ এনেধৰণৰ ঐক্যৰ চেতনাৰ কাৰ্যসূচীয়ে ৰূপান্তৰৰ মাজেৰে বিশালৰ পৰা বিশালতৰ দিশলৈ গতি কৰাত সহায় কৰিব।

অসমীয়া সাহিত্যৰ বিভিন্ন দিশ টনকিয়াল কৰি তুলিবৰ বাবে প্ৰাচীন গ্ৰন্থবোৰ (যিবোৰ হেৰাই যোৱাৰ উপক্ৰম হৈছে) পুনৰ সভাৰ বিশাল প্ৰকাশন মাধ্যমেৰে I.S.B.N. সহ পুনৰ প্ৰকাশৰ দায়িত্ব ল'লে জাতিটোৰ বাবে মহৎ কাৰ্য সাধন কৰা হ'ব। ইয়াৰ উপৰিও অসমৰ পৰ্বত-ভৈয়ামৰ জনজাতিসকলৰ কলা-কৃষ্টিৰ অলিখিত লোক-সাহিত্যৰ সম্পদসমূহ উদ্ধাৰ কৰি গৱেষণামূলক ৰচনাৰ সংখ্যা-পৰিধি বৃদ্ধি কৰিলে হয়তো সংস্কৃতি অধিক উজ্জ্বলতৰ হৈ পৰাৰ পূৰ্ণ সম্ভাৱনা আছে।

শাখা সাহিত্য সভাসমূহ সক্ৰিয় হৈ আছে যদিও অধিক সক্ৰিয় কৰাত সভাৰ ভূমিকা গুৰুত্বপূৰ্ণ হ'ব। অসম সাহিত্য সভাৰ শাখা সভাসমূহৰ ভিতৰত ১৯১৫-১৬ চনত স্থাপিত 'যোৰহাট সাহিত্য সভা' সবাতোকৈ পুৰণি অনুষ্ঠান। সেই সময়ত শ্ৰদ্ধেয় শৰৎ চন্দ্ৰ গোস্বামী, সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা, শ্ৰদ্ধেয় দুৰ্গেশ্বৰ শৰ্মা, কবি হিতেশ্বৰ বৰবৰুৱা আদি লোকসকলৰ চেষ্টাত প্ৰত্যেক শনিবাৰে ঘৰে ঘৰে গোট খাই সাহিত্যৰ বিষয়ে আৰু গোটেই অসমৰ বাবে এখন সাহিত্য সভা পতাৰ আলোচনা হৈছিল। উক্ত সভাত অসমত সাহিত্য সভা এখন গঠন কৰিবৰ কাৰণে সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। সেই সিদ্ধান্ত অনুসৰিয়েই ১৯১৭ চনতে সাহিত্য কাণ্ডাৰী পদ্মনাথ

গোহাঞিবৰুৱাৰ সভাপতিত্বত পোনপ্ৰথম অধিবেশন 'সদৌ অসম সাহিত্য সন্মিলনী' নামেৰে শিৱসাগৰত বহিছিল। যোৰহাট সাহিত্য সভাৰ শ্ৰদ্ধেয় ডিম্বেশ্বৰ দয়াল শৰ্মা, শ্ৰদ্ধেয় ড০ কুতুবুদ্দিন আহেমদ বৰ্তমানৰ সভাপতি শ্ৰদ্ধেয় গীতিকাৰ নগেন বৰা আৰু সভাৰ আন শ্ৰদ্ধেয় সভাপতিসকলৰ নেতৃত্বত সভাৰ সাংগঠনিক, অনুবাদ আদি সাহিত্যৰ উল্লেখযোগ্য দিশৰ উন্নতি সাধন হৈছে। যোৰহাট সাহিত্য সভাৰ নেতৃত্বত ২৬, ২৭ ডিচেম্বৰ, ১৯৭৭ চনত অসম সাহিত্য সভাৰ হীৰক জয়ন্তী উৎসৱ, ১৯৪০ চন আৰু ১৯৫০ চনত যোৰহাট সাহিত্য সভাৰ অধিবেশন হৈছিল।

অসম সাহিত্য সভাই সমকালীন বিশ্বসাহিত্যৰ মৌলিক সমালোচনামূলক গ্ৰন্থবোৰ অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰি মহৎ কাৰ্য সমাধান কৰিছে। 'বিশ্বকোষ' অসম সাহিত্য সভাৰ উল্লেখযোগ্য অৱদান। এই বিশ্বকোষতো অনুবাদ সম্পৰ্কে গভীৰ আলোচনা দাঙি ধৰা হৈছে। ইয়াৰ উপৰিও লেখক শিবিৰ, আলোচনাচক্ৰ, তৰুণ কবিৰ সন্মিলন, আয়োজন কৰি উদাৰ দৃষ্টিভংগী গ্ৰহণ কৰা দেখা যায়। বিজ্ঞান গ্ৰন্থ, শিশু সাহিত্যৰ প্ৰতিও সময়ে সময়ে সভাই গভীৰ মনোনিৱেশ কৰা দেখা যায়। অসমৰ জাতীয় জীৱনৰ কাৰণে বিভিন্ন প্ৰকাৰে বিশিষ্ট অৰিহণা আগবঢ়াই স্বৰ্গগামী হোৱা সমাজকৰ্মী, শিল্পী-সাহিত্যিক, বীৰ-বীৰাংগনাসকলৰ স্মৃতি ৰক্ষাৰ বাবেও বহুতো নিয়মীয়া কাৰ্যক্ৰম পালন আৰু গ্ৰন্থ প্ৰকাশ, অনুষ্ঠান, সভাৰ বিভিন্ন ন্যাস-পুঁজি, বঁটা, আৰু ন্যাস-ৰক্ষী সমিতিসমূহ গঠন কৰি সভাই কাৰ্যক্ৰম বাস্তৱত ৰূপায়ণ কৰি আহিছে। ইয়াৰোপৰি সভাই ৰসৰাজ, কাব্যভাৰতী সদস্য মহীয়ান, সাহিত্যাচাৰ্য আদি উপাধি প্ৰদান কৰি আহিছে। মুঠতে সমকালীন সাহিত্যৰ প্ৰতি লক্ষ্য ৰাখি গুণগত উৎকৰ্ষ সাধনৰ বাবে অসম সহিত্য সভাই দীঘলীয়া আৰু বিস্তৃত পৰিকল্পনা কৰিলে অসমীয়া ভাষাক জগত সভাত উপস্থাপন কৰাৰ ক্ষেত্ৰত আগুৱাব পাৰিব বুলি আশা কৰিব পাৰি।

অসম সাহিত্য সভাৰ ১৫ তম বিহপুৰীয়া অধিবেশনৰ সভাপতি শ্ৰদ্ধাৰ যোগেশ দাসে অসমৰ বিভিন্ন দিশ সামৰি বিহপুৰীয়া অধিবেশনত দিয়া ভাষণৰ মোখনি মাৰি চাৰিটা পৰামৰ্শ আগবঢ়াইছিল।

১। অসমত সুদীৰ্ঘ কাল ধৰি বসবাস কৰি অহা ৰাইজৰ মাজৰ সম্প্ৰীতি আৰু সমন্বয়ৰ বান্ধোনত বাধাৰ সৃষ্টি হ'লে তাৰ প্ৰতিকাৰৰ অৰ্থে সাহিত্য সভাৰ উদ্যোগত এখন সমন্বয়ৰক্ষী সমিতি গঠন হ'ব লাগে। এই সমিতিয়ে এনে বিষয়ত প্ৰশ্ন উত্থাপনৰ দ্বাৰা প্ৰতিকাৰৰ উপায় নিৰ্ধাৰণত সক্ৰিয় অংশগ্ৰহণ কৰিব পাৰিব।

২। অসমীয়া ভাষাৰ প্ৰাধান্য অক্ষুন্ন হৈ থকাকৈ অসমত শিক্ষালাভ কৰা আৰু অসমত চাকৰি কৰিবলৈ অহা সকলো লোকৰ কাৰণেই অসমীয়া শিক্ষাটো বাধ্যতামূলক কৰাৰ ব্যৱস্থা হ'ব লাগে।



৩। অসমীয়া পঢ়ুৱৈ সমাজে চলিত বিশ্ব সাহিত্যৰ সৈতে সততে পৰিচিত হৈ থাকিব পৰাকৈ ধাৰাবাহিক অনুবাদ কৰা আৰু কেৱল বিভাষী সাহিত্য বিষয়ক এখনি আলোচনী প্ৰকাশ কৰাৰ উপায় নিৰ্ধাৰণ কৰিব লাগে। দুয়োটা বিষয়ত সাহিত্য সভায়ো সহযোগিতা আগবঢ়াব পাৰে।

৪। অসমৰ পুথি প্ৰকাশক আৰু বিক্ৰেতা প্ৰতিষ্ঠানসমূহক বিবেচনাৰ্থে কৈছিল— গ্ৰন্থ প্ৰীতি বৃদ্ধিৰ বাবে বছৰি গ্ৰন্থমেলা আৰু ভৱিষ্যৎ বংশধৰসকলৰ মনত অসমীয়া ভাষাত কিতাপ পঢ়াৰ আগ্ৰহ জন্মাবৰ বাবে শিশু পুথিৰ প্ৰণয়ন, প্ৰকাশ আৰু প্ৰচলনৰ উপায় নিৰ্ধাৰণ কৰিব লাগে।

অসম সাহিত্য সভাই ১৯১৭ চনৰ পৰা ২০১২ চনলৈ প্ৰায় ৯৫ বছৰ কাল অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি, সমন্বয়, সম্প্ৰীতিৰ বাবে নানা দিশত যোগাই অহা বৰঙণি, মূল্যবান ভূমিকা বুৰঞ্জীত জিলিকি আছে। অসম সাহিত্য সভা অসমৰ অৰাজনৈতিক জাতীয় অনুষ্ঠান তথা উত্তৰ-পূব ভাৰতৰ সাহিত্য-সংস্কৃতিৰ অনুষ্ঠানৰূপে সদায় জিলিকি আছে।

**অনুবাদ তত্ত্বৰ বিকাশ আৰু অসমত অনুবাদ পৰম্পৰা ঃ**

অনুবাদৰ ইতিহাস বহু আগৰ যদিও যোৱা কেইটিমান দশকৰ পৰা অনুবাদ অধ্যয়ন (Translation Studies) নামেৰে নতুন বিদ্যায়তনিক (discipline) ক্ষেত্ৰই গুৰুত্ব লাভ কৰাৰ পিছত ইয়াৰ তাত্ত্বিক আৰু প্ৰায়োগিক দিশত অধিক আলোচনা হোৱা দেখা যায়। তুলনামূলক সাহিত্যৰ অন্তৰ্গত অনুবাদক বিষয়ৰূপে অধ্যয়ন কৰা হয় যদিও বৰ্তমান অনুবাদ এটি সৃজনীশীল কাৰ্যৰূপে স্বীকৃত হৈছে। বিংশ শতিকাৰ যাঠিৰ দশকৰ পৰা নবৈৰ দশকলৈ এই সময়তেই আধুনিক অনুবাদ তত্ত্বৰ বিকাশ ঘটে। পাশ্চাত্য সাহিত্যত ফৰাচী লেখক এতিনি দ'লেই ১৫৪০ চনত অনুবাদত অনুকৰণ কৰিবলগীয়া নীতিৰ বিষয়ে প্ৰথমে তাত্ত্বিক আলোচনা কৰে। বৰ্তমান সময়ত চিহ্ন বিজ্ঞান, ভাষা বিজ্ঞান, সমাজ ভাষা বিজ্ঞান, মনোবিজ্ঞান, মনোভাষা বিজ্ঞান, সাহিত্য তত্ত্ব, কথা-বচন বিশ্লেষণ (Discourse analysis) আদি বিষয়ৰ পৰা জ্ঞান, সুস্থিৰ চিন্তা আৰু কৌশল আহৰণ কৰি অনুবাদ তত্ত্বৰ অধিক গভীৰ দিশলৈ আলোচনাৰ বাট মুকলি হৈছে।

অনুবাদ তত্ত্বই সাহিত্যিক পাঠ (literary text) আৰু আন ধৰণৰ পাঠ (চিঠি, বিজ্ঞাপন, টোকা, বক্তৃতা, চৰকাৰী আৰু ব্যৱসায়িক নথি ইত্যাদি)ৰ অনুবাদৰ স্বৰূপ, প্ৰক্ৰিয়া আৰু সংযোগ সাধন আদি সকলো ধৰণৰ অনুবাদৰ ব্যাখ্যা আগবঢ়ায়।

অনুবাদ সম্পৰ্কে বিশেষ ধৰণে সংজ্ঞা আগবঢ়াব পাৰি যদিও অনুবাদ হৈছে এটা ভাষাত প্ৰকাশ কৰা কথা বা পাঠ বা বাণীক আন এটা ভাষাত সমতুল্য অৰ্থত (অৰ্থাৎ ধ্বনি, বাক্য, শব্দ) প্ৰকাশ কৰা। এনেদৰে প্ৰকাশ কৰিবলৈ যাওঁতে মূলৰ ৰীতি, চিন্তা আদি অটুট থকাৰ দিশত গুৰুত্ব দিব লাগে সেয়েহে অনুবাদ কৰিবলৈ লোৱা মূল অংশ বা বাণীৰ প্ৰসংগৰ কথা মনত ৰখা প্ৰয়োজন হৈ পৰে। তেনেদৰে নাটক, উপন্যাস, চুটিগল্পৰ ক্ষেত্ৰত মূলৰ আবেদন একেদৰে অক্ষত ৰূপত থাকিব লাগিব। সেয়েহে অনুবাদকৰ দায়িত্বও অসীম থাকে। সেয়েহে ভাষা জ্ঞানে অনুবাদত বিশিষ্ট ভূমিকা পালন কৰে। সমালোচকে অনুবাদৰ আঠোটা পদ্ধতিৰ কথা উল্লেখ কৰিছে যদিও অৰ্থগত (Semntic translation) আৰু সংযোজক অনুবাদ (Communicative translation) অধিক শক্তিশালীৰূপে বিবেচিত হৈছে।

**অসমত অনুবাদ পৰম্পৰা ঃ**

অসমীয়া অনুবাদ সাহিত্য অতি পুৰণি আৰু চহকী হিচাপে বহু নিদৰ্শন পোৱা যায়। প্ৰাক্ শংকৰী যুগত মাধৱ কন্দলিয়ে মূল বাল্মিকী ৰামায়ণৰ অসমীয়া ভাষালৈ অনুবাদ কৰি অনুবাদ পৰম্পৰাৰ ভেটি গঢ়িছিল। বাল্মিকী ৰামায়ণৰ অনুবাদ হ'লেও কবিয়ে নিজৰ সৃজনী প্ৰতিভাৰ বলত মৌলিক কৰ্মৰাজিৰ দৰে গৌৰৱ অৰ্জন কৰিবলৈ সক্ষম হৈছিল। তেনেদৰে শংকৰী যুগত সাহিত্য যুগৰ স্ৰষ্টা শংকৰদেৱৰ ৰচনাসমূহৰ মাজত অনুবাদ কলাৰ নিদৰ্শন পোৱা যায়। তেওঁ ভাগৱত, পুৰাণ আদি সংস্কৃত সাহিত্যৰ অনুবাদ কৰিছিল যদিও য'তেই সুবিধা পাইছে ত'তেই নিজৰ মৌলিক প্ৰতিভাৰ স্বাক্ষৰ ৰাখি থৈ গৈছিল। অনন্ত কন্দলীকো তেওঁ ভাগৱতৰ শেষ দশমৰ পদ অসমীয়ালৈ অনুবাদ কৰিবলৈ প্ৰেৰণা দিছিল। শংকৰী যুগৰ আন এজন সাহিত্যিক হেজাৰী ঘোষাৰ স্ৰষ্টা মাধৱদেৱৰ 'নামঘোষা'ত বিভিন্ন শাস্ত্ৰৰ শ্লোকৰ অনুবাদ হ'লেও স্ৰষ্টাৰ প্ৰতিভাৰ বলত মৌলিক কৰ্মৰ দৰে সুন্দৰ আৰু শক্তিশালী হৈ উঠিছিল। তেনেদৰে গুৰু দামোদৰ দেৱৰ আজ্ঞাত ভট্টদেৱে সংস্কৃত ভাষাত ৰচিত ভাগৱত, গীতা, ৰত্নাৱলী অসমীয়া গদ্যত ৰচনা কৰি অক্ষয় কীৰ্তি অৰ্জন কৰিছিল। তেনেদৰে শংকৰোত্তৰ যুগত বা বিস্তাৰ যুগত ৰজা-ৰাণীৰ পৃষ্ঠপোষকতাত বহু সাহিত্যই অসমীয়া ভাষালৈ অনুবাদ কৰা হৈছিল আৰু তেনেদৰে অনুবাদ সাহিত্যলৈ অৰিহণা আগবঢ়াইছিল। বৈষ্ণৱ কবিসকলেও প্ৰায় সকলোবোৰ ভাঙনিতেই মূল শাস্ত্ৰৰ উল্লেখ কৰি থৈছে। শংকৰদেৱৰ কীৰ্তন পুথিত লিখিছে—

"নকৰিবা নিন্দা মোক মহন্তে।
আসিলা শাস্ত্ৰ বাৰাণসী হন্তে।।
তাহাঙ্ক চাই নিবন্ধিলো পদ।



বুলি হৰি হৰি তৰা আপদ।।
আকৌ কবিসকলে কৈ থাকিবলগীয়াত পৰিছিল।
যেবে টীকা-ভাষ্য চাই দেখা ইটো কথা নাই
নিন্দা তেবে কৰিবা আমাক।

আধুনিক যুগত ইংৰাজৰ শাসন কালত খ্ৰীষ্টান মিছনেৰীসকলৰ প্ৰচেষ্টাত ১৮১৩ চনত প্ৰকাশ পোৱা আত্মাৰাম শৰ্মা বাইবেলৰ অনুবাদেই বোধকৰো প্ৰথম প্ৰকাশিত অনুদিত পুথি। খ্ৰীষ্টান মিছনেৰীসকল, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন আদিয়ে বহু লিখনী অৰুণোদইৰ মাধ্যমেৰে অসমীয়া ভাষালৈ অনুবাদ কৰিছিল। পৰৱৰ্তী সময়ত জোনাকী, বাঁহী, বিজুলী, আৱাহন, ৰামধেনু আদিয়ে অসমৰ অনুবাদ সাহিত্যৰ পৰম্পৰা সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। কবিতা, চুটিগল্প, নাটক, উপন্যাস আদি মৌলিক সৃষ্টিতো বিদেশী সাহিত্যৰ প্ৰভাৱ পৰিছিল। এগাৰচনৰ সাধু, ঈচপৰ সাধু আদি শিশু সাহিত্য বিদেশী সাহিত্যৰ পৰা অনুবাদ কৰা হৈছিল আৰু এইসমূহে সাহিত্যৰ শ্ৰীবৃদ্ধিত প্ৰচুৰ অৰিহণা যোগাইছে। অসমীয়া সাহিত্যত অনুবাদ বা ভাঙনি সাহিত্যৰ দিশত উল্লেখযোগ্য অৱদান আগবঢ়োৱা বাবে অসম সাহিত্য সভাৰ ১৯৩৪ চনৰ মঙ্গলদৈ অধিবেশনৰ সভাপতি আনন্দ চন্দ্ৰ আগৰৱালাদেৱক 'ভাঙনি কোঁৱৰ' বোলা হয়। তেনেদৰে পৰৱৰ্তী সময়ত নিৰুপমা ফুকনক 'ভাঙনি কুঁৱৰী' উপাধি প্ৰদান কৰা হয়।

**অনুবাদ পুথি প্ৰকাশত অসম সাহিত্য সভাৰ ভূমিকা ঃ**

অসম সাহিত্য সভাৰ প্ৰকাশন প্ৰতিষ্ঠানক এক বৃহৎ প্ৰকাশন হিচাপে আখ্যা দিব পাৰি। সভাৰ প্ৰকাশনৰ বৰ্ণনামূলক তালিকাৰ প্ৰথম সংস্কৰণ ১৯৭৭ খ্ৰীষ্টাব্দত আৰু দ্বিতীয় সংস্কৰণ ১৯৯১ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, বৰেণ্য সাহিত্যিক তথা সাহিত্যাচাৰ্য শ্ৰদ্ধেয় যতীন্দ্ৰনাথ গোস্বামীৰ সম্পাদনাত প্ৰকাশিত হৈছিল। পৰৱৰ্তী সময়ত সভাৰ প্ৰকাশনৰ বৰ্ণনা বৰ্ণনামূলক তালিকাৰ তৃতীয় আৰু চতুৰ্থ সংস্কৰণ ক্ৰমে ২০০৯ খ্ৰীষ্টাব্দ আৰু ২০১২ খ্ৰীষ্টাব্দত সতীশ চন্দ্ৰ চৌধুৰীৰ সম্পাদনাত প্ৰকাশিত হৈছিল। ২০১২ খ্ৰীষ্টাব্দৰ চতুৰ্থ সংস্কৰণ চৈধ্যটা সূচীত বিভক্ত কৰা হৈছিল।

**অসমীয়া ভাষা ঃ ড° মহেশ্বৰ নেওগ**

আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। অধ্যাপক ড০ মহেশ্বৰ নেওগে কটন কলেজত ছাত্ৰ থকা অৱস্থাতে ১৯৩৫ চনতে ফুকনৰ By Native নামত প্ৰকাশিত A Few remarks on the Assamese Language বোলা ৫৪ পিঠীয়া পুথিখনিৰ অসমীয়ালৈ অনুবাদ কৰি উলিয়ায়। সেইখনি আৱাহনৰ

৭ম বছৰৰ ৮ম সংখ্যা (শাওন ১৮৫৮ শক), ৯ম সংখ্যা (ভাদ ১৮৫৮) ১০ম সংখ্যা (আহিন ১৮৫৮) আৰু ১১শ সংখ্যা (কাতি ১৮৫৮)ত ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল। ড° দীননাথ শৰ্মা সম্পাদিত আৱাহনত প্ৰকাশ পাইছিল।

ড° নেওগে 'ভূমিকা'ত লিখিছিল যে এই পুথিখনিয়েই অসমীয়া ভাষা আৰু সাহিত্যৰ বৰভেটি দৰ্কৈ বান্ধিলে তাত কাৰো খুদমানো সন্দেহ হ'ব নালাগে। এই বিচক্ষণ কাৰ্যৰ গুৰিত যে ডেকা আনন্দৰামৰ কাৰ্যতৎপৰতা, কেৱল অসমীয়া ভাষাতে নহয় বঙলা আৰু হিন্দী ভাষাতো তেওঁৰ গভীৰ জ্ঞান, ইও স্বীকাৰ্য। প্ৰথম প্ৰকাশ ঃ ১৯৫৯ চন মূল্য - ০.৫০ পইচা, পৃষ্ঠা১-৫২। দ্বিতীয় প্ৰকাশ ঃ ১৯৬৮ চন, মূল্য - ১.০০ পইচা, পৃষ্ঠা -১-৫০।

**আৰিষ্টটলৰ কাব্যজিজ্ঞাসা ঃ যজ্ঞেশ্বৰ শৰ্মা**

এই গ্ৰন্থখনৰ ভূমিকাত ভূঞাদেৱে উল্লেখ কৰিছে যে ভাৰতৰ নাট্যশাস্ত্ৰ আৰু আৰিষ্টটলৰ 'পয়েটিকছ' (Oietucs) তাৰ ভিতৰত কোনখন আগ, কোনখন পাছ তাক সঠিককৈ ক'ব নোৱাৰি। পশ্চিম দেশৰ আৰিষ্টটলেই সাহিত্য সমালোচনাৰ আদি গুৰু বুলি স্বীকৃত। কিতাপখনত কাব্য শিক্ষা, মহাকাব্য, ট্ৰেজেডি, কমেডি আদি কাব্যৰ বিভিন্ন দিশত আলোকপাত কৰা হৈছে। পৰিশিষ্টত ব্যক্তি, গ্ৰন্থ আৰু চৰিত্ৰৰ নাম দিয়া হৈছে। প্ৰথম প্ৰকাশ ঃ ১৯৭৯ চন, মূল্য ঃ ৬.০০ টকা, পৃষ্ঠা ঃ ১-৪৬।

**গুণমালা (নেপালী অনুবাদ), মূল ঃ শ্ৰীমন্ত শংকৰদেৱ, অনুবাদ ঃ দেৱৰাজ সাপকোটা**

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ অন্যতম ভগৱৎ প্ৰেমময় গ্ৰন্থ গুণমালাৰ নেপালী ভাষালৈ অনুবাদ।

প্ৰকাশ ঃ ২০০৯, মূল্য ঃ ৪০.০০ টকা, পৃষ্ঠা ঃ ১-৪৬

**ভক্তি-প্ৰদীপ (নেপালী অনুবাদ) ঃ মূল শ্ৰীমন্ত শংকৰদেৱ, অনুবাদ ঃ দেৱৰাজ সাপকোটা**

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ বিৰচিত তত্ত্বমূলক অন্যতম গ্ৰন্থ ভক্তি প্ৰদীপৰ নেপালী ভাষালৈ অনুবাদ কৰা হৈছে।

প্ৰকাশ ঃ ২০০৮, মূল্য ঃ ৬০.০০ টকা, পৃষ্ঠা ঃ ১-৭৪

**একাদশী, সম্পাদিত— ছগনলাল জৈন**

হিন্দী সাহিত্যৰ এঘাৰটা গল্পৰ অসমীয়া অনুবাদ কৰা হৈছে। ইয়াত প্ৰেমচাঁদ, জৈনেন্দ্ৰ কুমাৰ, যশপাল, বিষ্ণুপ্ৰভাকৰ, মোহন ৰাকেশ, ৰাজেন্দ্ৰ যাদৱ, মাৰ্কেণ্ডীয় ধৰ্মবীৰ ভাৰতী, খৈলেস মাতিয়ান, কমলেশ্বৰ আৰু ফণীশ্বৰ নাথ ৰেণুৰ একোটাকৈ গল্প সন্নিৱিষ্ট হৈছে। চিত্ৰ মহন্তই দহোটা গল্প আৰু অৰুণ আজাদ ডেকাই এটা অনুবাদ কৰিছে। প্ৰকাশ ঃ ১৯৭৪ চন, মূল্য ঃ ৫.০০ টকা, পৃষ্ঠা ঃ ১-১১৭



**কৰ্পূৰ মঞ্জৰী, অনূদিত ঃ ড° মুকুন্দ মাধৱ শৰ্মা**

, প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ দ্বিতীয় স্তৰ প্ৰাকৃত ভাষাত কবিৰাজ ৰাজশেখৰে কৰ্পূৰ মঞ্জৰী নামৰ সট্টকখন ৰচনা কৰিছিল। এই সট্টকত চাৰিটা যৱনিকা আছে। ৰজা চণ্ডপালে যোগবলত লাভ কৰা কুন্তল ৰাজ কন্যা কৰ্পূৰ মঞ্জৰীক ঘনসাৰ মঞ্জৰী ছদ্ম নামেৰে বিয়া কৰোৱা বিষয়ক লৈ সট্টকখন ৰচনা কৰা হৈছে। প্ৰথমতে ৰজাৰ ৰাণীয়ে বুজি নাপালেও আঁচলত গাঁঠি দিয়াৰ সময়ত ভুল ধৰা পৰা দৃশ্যও অংকিত হৈছে। শেষত প্ৰাসংগিক টোকাও দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৩ চন, মূল্য ঃ ২.০০ টকা, পৃষ্ঠা ঃ ১-৫০

**ছাবিন আলুন, সম্পাদিত — ছামচং হাঞ্চে**

অসমৰ জনজাতীয় ভাষাত লিখিত ৰামায়ণ পোৱা নাযায় যদিও জনশ্ৰুতি আৰু লোকগীতৰ মাজেৰে ৰামায়ণৰ কাহিনী প্ৰচলিত হৈ আহিছে। অসমৰ কাৰ্বি জাতিৰ কলা সংস্কৃতি, দৰ্শন আৰু চিন্তাধাৰাত ৰামায়ণৰ কাহিনী লোকগাথা স্বৰূপে প্ৰচলিত হৈ আহিছে। এইখনত কাৰ্বি ৰামায়ণৰ ৫৬০ টা দুশৰীয়া পদ আছে। মূলৰ অনুবাদ দিয়া হৈছে আৰু শেষত 'সংক্ষিপ্ত কাৰ্বি ৰামায়ণ কথা' সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮৬ চন, মূল্য ঃ ১৫.০০ টকা, পৃষ্ঠা ঃ ১-১৫৩

**ছেমুৱেল জনছনৰ কাহিনী— অনুবাদ— ৰায়হান শ্বাহ**

জেমছ বছৱেলৰ বিখ্যাত জীৱনী লাইফ্ অব জনছনৰ সঠিক সংক্ষিপ্ত অনুবাদ। অনুবাদকে ছেমুৱেল জনছন আৰু জমছ বছৱেলৰ চিনাকি দি জীৱনী আৰম্ভ কৰিছে। জনছনৰ জন্ম আৰু পিতৃ-মাতৃ, শিক্ষা আদিৰ পৰা মৃত্যু আৰু স্মৃতিফলক আদি কথা ইয়াত সন্নিৱিষ্ট হৈছে। সামৰণিত মূল্যবান টোকাও দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৪ চন, মূল্য ঃ ৫.০০ টকা, পৃষ্ঠা ঃ ১-১৭৬

**ভানুভক্তৰ ৰামায়ণ ঃ অনুবাদ - গীতা উপাধ্যায়**

নেপালৰ আদিকবিৰূপে খ্যাত মহাকবি ভানুভক্ত ভাৰত উপ মহাদেশৰো সকলোৰে চিৰ-পৰিচিত। অসমত মাধৱ কন্দলী ৰচিত ৰামায়ণৰ যি সমাদৰ, উত্তৰ ভাৰতত তুলসীদাসৰ ৰামচৰিত মানসৰ যি জনপ্ৰিয়তা, নেপালী সমাজতো ভানুভক্তৰ ৰামায়ণে তেনে সমাদৰ লাভ কৰিছে। অনুবাদিকাই ৰামায়ণখনৰ ভূমিকাত ভানুভক্তৰ ৰামায়ণৰ ৰচনাৰীতি, অনুবাদ সম্পৰ্কে একেযাৰৰ পৰা আৰম্ভ কৰি বিভিন্ন দিশত আলোকপাত কৰি টোকা প্ৰস্তুত কৰিছে।

প্ৰকাশ ঃ ১৯৮৭ চন, মূল্য - ২০.০০ টকা, পৃষ্ঠা ১-২৪৪

**মুদ্ৰা ৰাক্ষস ঃ অনুবাদ - ৰজনীকান্ত দেৱশৰ্মা**

বিশাখা দত্তৰ 'মুদ্ৰা-ৰাক্ষস' নামৰ সংস্কৃত ভাষাত লিখা নাটকৰ অনুবাদ। এই

পুথি সম্পৰ্কে সেই সময়ৰ প্ৰধান সম্পাদক ড° মহেশ্বৰ নেওগদেৱে 'নিবেদন'ত লিখিছিল যে- সংস্কৃত নাট্য শাস্ত্ৰৰ অপূৰ্ব নিদৰ্শন বিশাখা দত্তৰ মুদ্ৰা-ৰাক্ষস এখনি ৰাজনৈতিক-ঐতিহাসিক ৰূপক। ইয়াত ঐতিহাসিক পটভূমি, চন্দ্ৰগুপ্ত, চাণক্য আৰু নন্দ বংশৰ বুৰঞ্জীৰ জটিলতা আৰু কৌটিল্যৰ অৰ্থশাস্ত্ৰ প্ৰভৃতি দাঙি ধৰা হৈছে। ইয়াৰ ঘটনাচক্ৰ স্পষ্টকৈ বুজি উঠিবলৈ পাঠকৰ সময় লাগিলেও নাটকীয় কৌশলৰ চমৎকাৰিত্বই পাঠকক অভিভূত কৰি তুলিবলৈ সক্ষম হ'ব।

সাতোটা অংকত বিভক্ত এই পুথিখন অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ বোডেন প্ৰফেচৰ ড° উইলছনে ১৮২৭ চনত 'Theatre of the Hindus' নামে পদানুবাদ কৰি প্ৰকাশ কৰিছিল। ১৯৪৪ চনত ৰঞ্জিত পণ্ডিতে মূল্যবান পাতনিৰে এই পুথিৰ গদ্য আৰু পদ্য উভয় ভাগৰ ইংৰাজী অনুবাদ কৰিছিল।

প্ৰকাশ ঃ ১৯৬৩ চন, মূল্য ঃ ৩.০০ টকা, পৃষ্ঠা ঃ ১-১০০

**মৃচ্ছকটিকা ঃ অনুবাদ - ভবেন্দ্ৰ হাজৰিকা**

কবি শুদ্ৰকৰ সংস্কৃত প্ৰকৰণ মৃচ্ছকটিকাৰ অনুবাদ। এই নাটকৰ অংক দহোটা। উজ্জয়িনীৰ বিখ্যাত বণিক চাৰু দত্ত আৰু বেশ্যা বসন্ত সেনাৰ প্ৰণয় কাহিনীক লৈ এই নাটকখন লিখা হৈছে।

প্ৰকাশ ঃ ১৯৬৭ চন, মূল্য ঃ ৫.০০ টকা, পৃষ্ঠা ঃ ১-৭২

**শ্ৰীৰামচৰিত মানস ঃ মূল - গোস্বামী তুলসীদাস, অনুবাদ - বাপচন্দ্ৰ মহন্ত আৰু কেশদা মহন্ত**

অৱধী ভাষাত ৰচিত ৰামচৰিত মানসৰ অনুবাদত দুয়োগৰাকীয়ে ভূমিকাত তুলসীদাস আৰু শ্ৰীৰামচৰিত মানসৰ চমু পৰিচয় দাঙি ধৰিছে। সামাজিক পৰিৱেশ আৰু ঐতিহাসিক পটভূমি, জীৱন চৰিত, ধৰ্মীয় পৰম্পৰাকে আদি কৰি বিভিন্ন ভাষাত অনুবাদ আৰু প্ৰস্তুত অনুবাদ সম্পৰ্কে একাষাৰ দাঙি ধৰা হৈছে। গোস্বামী তুলসী দাসৰ ৰামচৰিত মানস ভাৰতীয় ৰামায়ণী সাহিত্যৰ ভিতৰত অন্যতম জনপ্ৰিয় গ্ৰন্থ। এইখন ভক্ত কবিৰ হৃদয়ৰ মাজেদি সৰকি অহা ৰাম কথাৰ এটি নতুন মৌলিক ৰূপ বুলি ক'ব পাৰি।

প্ৰকাশ ঃ ১৯৮০ চন, মূল্য ঃ ৩০.০০ টকা, পৃষ্ঠা ঃ ১-৬৪২

**স্বপ্নবাসৱ দত্তা ঃ অনুবাদ - ড° মুকুন্দ মাধৱ শৰ্মা**

সংস্কৃত ভাষাত ৰচিত নাট্যকাৰ ভাসৰ ছয় অংকীয়া নাটকৰ স্বপ্নবাসৱদাত্তাৰ প্ৰাঞ্জল অনুবাদ দাঙি ধৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৩ চন, মূল্য ঃ ৩.০০ টকা, পৃষ্ঠা ঃ ১-৮৯

**প্লি প্লি নেস্প্ৰু - মূল - কবি হীৰেন ভট্টাচাৰ্য কাৰবি অনুবাদ - হাংমিজি হাঞ্চে**



প্ৰথিত যশা কবি হীৰেন ভট্টাচাৰ্যই 'সুগন্ধি পখিলা' নামৰ কবিতা পুথিৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ কৰিছিল। এই পুথিখন হাংমিজি হাঞ্চে প্লি প্লি নেস্প্ৰু নামেৰে কাৰ্বি ভাষাত অনুবাদ কৰি প্ৰকাশ কৰিছিল।

প্ৰকাশ ঃ ১৯৯৩ চন, মূল্য ঃ ২৫.০০ টকা, পৃষ্ঠা ঃ ৬-১৫১

**উজ্জীৱন - মূল ঃ লিও টলষ্টয়, অনুবাদ - যতীন গোস্বামী**

লিও টলষ্টয়ৰ ৰুচ ভাষাত লিখা অমৰ উপন্যাস 'ৰিচাৰেক্‌চনৰ' 'উজ্জীৱন' নাম দিয়া অসমীয়া ভাষালৈ অনুবাদ কৰা হৈছে। ইয়াত জীৱনৰ বিভিন্ন দিশ অনুধাৱন কৰাৰ উপৰিও যৌন কামনাৰ বীভৎস ৰূপটোৰ উত্তৰণ ঘটাই মহত্তম প্ৰেমলৈ ৰূপান্তৰ কৰাৰ এক মহান প্ৰচেষ্টা চলোৱা হৈছে।

প্ৰকাশ ঃ ১৯৯৪ চন, মূল্য ঃ ৪০.০০ টকা, পৃষ্ঠা ঃ ১-১৮৪

**চন পৰা মাটি, মূল - টি. এছ. এলিয়ট, অনুবাদ - ড° দিলীপ বৰুৱা**

টি. এছ. এলিয়টৰ 'দ্য ৱেষ্টলেণ্ড' এখনি মহৎ সৃষ্টি। এই সৃষ্টিৰ অসমীয়া অনুবাদ ড° বৰুৱাদেৱে 'চন পৰা মাটি' নামেৰে দাঙি ধৰিছে। ইয়াৰ বিষয়বস্তু বুজিব পৰাকৈ এটি দীঘলীয়া টোকা সংযোজন কৰিছে।

প্ৰকাশ ঃ ১৯৯৮ চন, মূল্য ঃ ৩৫.০০ টকা, পৃষ্ঠা ঃ ৪১

**ধনঞ্জয়ৰ দশৰূপকম্ মূল - ধনঞ্জয়, অসমীয়া অনুবাদ - ড° নৱ কুমাৰ সন্দিকৈ**

সংস্কৃত নাট্য সাহিত্যত ধনঞ্জয়ৰ দশৰূপকম্ এখন উল্লেখযোগ্য সৃষ্টি বুলি ক'ব পাৰি। এই গ্ৰন্থখন সৰ্বকালৰ শ্ৰেষ্ঠ তথা অমূল্য গ্ৰন্থৰূপে পৰিচিত হৈ আছে। ড° সন্দিকৈৰ এই অনুবাদ জাতীয় সাহিত্যলৈ তথা সভাৰ এক উল্লেখযোগ্য দান বুলি ক'ব পাৰি।

প্ৰকাশ ঃ ১৯৯৮ চন, মূল্য ঃ ৫৫.০০ টকা, পৃষ্ঠা ঃ ২-১২৬

**প্লেটোৰ সংলাপ, অনুবাদ - ড° অশোক কুমাৰ গোস্বামী**

দাৰ্শনিক প্লেটোৰ সময়োপযোগী মত আৰু দৰ্শনে মানৱ সভ্যতা আৰু সংস্কৃতিৰ বিকাশত অৰিহণা যোগাই আহিছে। বিশ্ব মানৱৰ কল্যাণকাৰী এই সংলাপসমূহ ড° গোস্বামীয়ে অতি সুন্দৰভাৱে অসমীয়া ভাষাত অনুবাদ কৰি এই গ্ৰন্থত প্ৰকাশ কৰিছে।

প্ৰকাশ ঃ ১৯৯৯ চন, মূল্য ঃ ৫০.০০ টকা, পৃষ্ঠা ঃ ৫-৯০

**ৰামচৰিত মানস - উত্তৰাকাণ্ড (শ্ৰীকান্ত সূৰ্য বিপ্ৰ অনূদিত) সম্পাদনা ঃ কেশদা মহন্ত**

মাধৱ কন্দলীৰ ৰামায়ণৰ যোগেদি এসময়ত ৰামায়ণী সাহিত্যৰ যি সুদৃঢ় ভেটি গঠন কৰা হৈছিল, শ্ৰীকান্ত সূৰ্য্য বিপ্ৰই অনুবাদ কৰ্মৰ যোগেদি তাক নতুন মাত্ৰা দান কৰিছিল। সূৰ্য বিপ্ৰই অনুবাদ কৰা এই উত্তৰাকাণ্ডক কেশদা মহন্তই সম্পাদনা কৰিছিল আৰু সাহিত্য সভাই প্ৰকাশ কৰি মহৎ কাৰ্য সাধন কৰিছিল।

প্ৰকাশ ঃ ২০০১ চন, মূল্য ঃ ৭০.০০ টকা, পৃষ্ঠা ঃ ২১৪

**নামঘোষা (নেপালী অনুবাদ) মূল - শ্ৰীশ্ৰীমাধৱদেৱ, অনুবাদ - দেৱৰাজ সাপকোটা**

মহাপুৰুষ মাধৱদেৱ ৰচিত বৈষ্ণৱ ধৰ্মৰ সাহিত্যৰ ঘাই চাৰি খুঁটাৰ অন্যতম হেজাৰ ঘোষাৰে পৰিপূৰ্ণ নামঘোষাক নেপালী ভাষালৈ অনুবাদ কৰা হৈছিল। সাহিত্য সভাৰ হৈ ধেমাজিৰ কিৰণ প্ৰকাশনে প্ৰকাশ কৰিছিল।

প্ৰকাশ ঃ ২০০৮ চন, মূল্য ঃ ৪০.০০ টকা, পৃষ্ঠা ঃ ১৬৬

**সাহিত্য দৰ্পণ ঃ মূল- বিশ্বনাথ কবিৰাজ, অনুবাদ - বিশ্বনাৰায়ণ শাস্ত্ৰী**

সংস্কৃত অলংকাৰ গ্ৰন্থসমূহৰ মাজত কবিৰাজ বিশ্বনাথৰ সাহিত্য দৰ্পণ সু-প্ৰসিদ্ধ। নাট্য শাস্ত্ৰৰ যুগৰ পৰা বিশ্বনাথৰ সময়লৈকে (খ্ৰীষ্টিয় চতুৰ্দশ শতিকা) ৰচিত সকলোবোৰ অলংকাৰ শাস্ত্ৰ পৰ্যালোচনা কৰি সাহিত্য দৰ্পণ ৰচনা কৰা হৈছে। এই পুথিত কাব্যৰ স্বৰূপ, শব্দশক্তি, ৰস, ধ্বনি, ব্যঞ্জনা, নাটকৰ স্বৰূপ, দোষ, গুণ, ৰীতি, অলংকাৰ আদিৰ উপৰি সংস্কৃত সাহিত্যৰ স্বৰূপ আৰু বিশ্লেষণ পদ্ধতি আদি সকলোবোৰ বিষয়ৰ সম্যক আলোচনা পোৱা যায়।

প্ৰকাশ ঃ ১৯৬৪ চন, মূল্য ঃ ১২.০০ টকা, পৃষ্ঠা ঃ ৬৪১

**ঝান-টন্‌গাৱী অচমীয়াকো স্কিমানি ঃ মূল - ড° মুকুন্দ মাধৱ শৰ্মা, অনুদিত - হৰেন্দ্ৰ ডব্লিউ মাৰাক।**

অসমীয়া ভাষা সংযোগী ভাষাৰূপে শিকাৰ মানসেৰে ড° মুকুন্দ মাধৱ শৰ্মাৰ অসমীয়া স্বয়ং শিক্ষক পুথিখন গাৰো ভাষালৈ অনুবাদ কৰোৱাই সভাই প্ৰকাশ কৰিছিল। হৰেন্দ্ৰ ডব্লিউ মাৰাকে এই গ্ৰন্থ অনুবাদ কৰিছিল।

প্ৰকাশ ঃ ১৯৬৫ চন, মূল্য ঃ ২.০০ টকা, পৃষ্ঠা ঃ ১-১১৮

**অসমীয়া লা-বৰো নানে অচমীয়া হিকাই কি, মূল - ড° মুকুন্দ মাধৱ শৰ্মা, অনুদিত - মিচ্ ডি. ফ্ৰেংকলিন**

খাচী লোকক অসমীয়া ভাষা শিকোৱাৰ মানসেৰে ড° মুকুন্দ মাধৱ শৰ্মাৰ অসমীয়া স্বয়ং শিক্ষক পুথিক খাচী ভাষালৈ মিচ ডি. ফ্ৰিংকলিনে অনুবাদ কৰে।

প্ৰকাশ ঃ ১৯৬৫ চন, মূল্য ঃ ২.০০ টকা, পৃষ্ঠা ১-১০৭

ইংৰাজী সাহিত্যৰ শ্ৰেষ্ঠ নাট্যকাৰ উইলিয়াম শ্বেকছপীয়েৰৰ কেইখনমান গ্ৰন্থ অসমীয়া ভাষালৈ অনূদিত কৰি সভাই প্ৰকাশ কৰি মহৎ কাৰ্য সাধন কৰিছিল। অসম সাহিত্য সভাৰ ১৯৯৯-২০০১ বৰ্ষৰ ধ্ৰুপদী অনুবাদ আঁচনিত এই গ্ৰন্থ প্ৰকাশ কৰিছিল।

**জুলিয়াছ চিজাৰ, মূল উইলিয়াম শ্বেক্‌ছপীয়েৰ, অনুদিত - অখিল হাজৰিকা**



শ্বেক্‌ছপীয়েৰৰ বিখ্যাত নাটক 'জুলিয়াছ ছিজাৰ' হাজৰিকাদেৱে অতি মনোগ্ৰাহীকৈ অসমীয়ালৈ অনুবাদ কৰিছে।

প্ৰকাশ ঃ ২০০১ চন, মূল্য ঃ ৮০.০০ টকা, পৃষ্ঠা ঃ ৪-১০০

**ধুমুহা ঃ মূল - উইলিয়াম শ্বেকছপীয়েৰ, অনুবাদ - ড০ আনন্দ বৰমুদৈ**

শ্বেক্‌ছপীয়েৰ বিখ্যাত নাটক The Tempest ৰ অসমীয়া অনুবাদক 'ধুমুহা' নাম দিয়া হৈছে। জীৱন আৰু জগত সম্পৰ্কে যি গভীৰ উপলব্ধি নাটকখনত প্ৰকাশ পাইছে তাক ধৰি ৰাখিবলৈ অনুবাদত চেষ্টা কৰা হৈছে।

প্ৰকাশ ঃ ২০০১ চন, ভূল্য ঃ ৬০.০০ টকা, পৃষ্ঠা ঃ ৮১

**এন্টনি আৰু ক্লিঅ'পেট্ৰা, মূল ঃ উইলিয়াম শ্বেক্‌ছপীয়েৰ, অনুবাদ - পোনা মহন্ত।**

মহন্তদেৱে শ্বেকছপীয়েৰৰ 'এণ্টনি ক্লিঅ'পেট্ৰা অসমীয়া ভাষালৈ অনুবাদ কৰিছে। অনুবাদকৰ নিজৰ ভাষাত 'মূল নাটকৰ কোনো বস্তুকে ভাৰতীয় ৰূপ দিবলৈ চেষ্টা কৰা হোৱা নাই। স্থান বিশেষে সৰলীকৰণৰ সহায় লোৱা হৈছে যদিও মূলৰ পৰা যাতে আঁতৰি যোৱা নহয় এই কথালৈ সততে চকু ৰখা হৈছে।

প্ৰকাশ ঃ ২০০১ চন, মূল্য ঃ ৮০.০০ টকা, পৃষ্ঠা ঃ ১৫২

**অনুবাদ সম্পৰ্কত অসম সাহিত্য সভাৰ সভাপতিসকলৰ অভিভাষণত উল্লিখিত দিশসমূহ ঃ**

১৯১৭ চনৰ ডিচেম্বৰ মাহৰ ২৬ আৰু ২৭ তাৰিখে শিৱসাগৰৰ অসম কনফাৰেন্সৰ ৰভাঘৰতে সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত সদৌ অসম সাহিত্য সন্মিলনী অনুষ্ঠিত হৈছিল। গোহাঞিবৰুৱাৰ পৰা বৰ্তমানলৈকে অনেকে সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা নানান মূল্যবান বক্তব্য প্ৰদান কৰি গৈছে।

সভাপতি গোহাঞিবৰুৱাই ১৮৮৮ খ্ৰীষ্টাব্দত কলিকতাত ছাত্ৰসকলৰ প্ৰচেষ্টাত জন্মলাভ কৰা অসমীয়া ভাষা উন্নতি সাধিনী সভাই অসমীয়া সাহিত্যক আপদ কালত উদ্ধাৰ কৰোৱা গুণৰ বিষয়ে উল্লেখ কৰিছিল। বৰ্তমান যুগৰ উঠি অহা' ডেকা সাহিত্যিকসকলে আৰু এই সাহিত্য সন্মিলনীৰ যত্ন কৌশলত বৰ্তমান পণ্ডিত অৱস্থাৰ পৰা উদ্‌গতি কৰি পূৰ্বৰ গৌৰৱ লাভ কৰিবলৈ আহ্বান জনাইছিল। সাহিত্যৰ সকলো দিশৰে উন্নতি সাধন কৰিবলৈ আহ্বান জনাইছিল।

১৯১৮ চনৰ গোৱালপাৰা অধিবেশনৰ সভাপতি চন্দ্ৰধৰ বৰুৱাদেৱে সাহিত্যৰ বিভিন্ন দিশত আলোকপাত কৰিবলৈ কোৱাৰ লগতে মাতৃভাষাৰে শিক্ষা বা অসমীয়া ভাষাৰে শিক্ষা দিবলৈ পৰামুখ হোৱাটো মহাভ্ৰম বুলি কৈছে।

১৯১৯ চনৰ বৰপেটা অধিবেশনৰ সভাপতি কালিৰাম মেধিয়ে তেওঁৰ

অভিভাষণত কৈছিল যে উচ্চ শিক্ষাৰ উপযোগী বিজ্ঞান, দর্শন আদি আমাৰ বিদ্যা-বুদ্ধিৰে লিখিব নোৱাৰিলেও অনুবাদ কৰি আমাৰ ভাষাত প্ৰকাশ কৰিলে সমাজৰ উপকাৰ হ'ব। সংস্কৃত গ্ৰন্থৰ উপৰিও ফাৰ্চী, আৰবী আৰু আহোম আদি ভাষাৰ কিতাপো অনুবাদৰ দ্বাৰা আমাৰ ভাষাত ওলোৱা বাঞ্ছনীয়।

তেজপুৰত ১৯২০ চনত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে অনুবাদ সাহিত্যত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। তেওঁ বৈকুণ্ঠ নাথ ভাগৱত ভট্টাচাৰ্য চমুকৈ ভট্টদেৱে অসমীয়া গদ্যত অনুবাদ কৰা কথা গীতাখন সম্পাদনা কৰি প্ৰকাশৰ পিছত অসমীয়া গদ্যৰ প্ৰাচীন দিশটোৰ প্ৰতি পণ্ডিতসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

১৯২৩ চনত যোৰহাটত বহা অধিবেশনৰ সভাপতি অমৃত ভূষণ দেৱ অধিকাৰীৰ মতে বিজ্ঞানৰ পুথি আমাৰ ভাষাত নাই বাবে বিদেশী ভাষাৰ পৰা তাৰ অনুবাদ হ'ব লাগে। পৰিভাষা নাপালে অবিকল গ্ৰহণ কৰাৰ লগতে বিশ্ববিদ্যালয়ৰ বিজ্ঞান বিভাগৰ উচ্চতম উপাধিধাৰী ডেকা বন্ধুসকল এই কামৰ বাবে যোগ্য বুলি তেওঁ বিবেচনা কৰিছিল।

১৯২৪ চনত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত সভাপতি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই অনুভৱ কৰিছিল যে জাতীয় জীৱনৰ সৌধ নিৰ্মাণ কৰিবৰলৈ হ'লে, প্ৰথমতে ভেটি মাটি জোখৰ গঢ়-গতি চাই বুলি লোৱা আৱশ্যক। আগেয়ে আমাৰ নিজৰ কি কি আছিল, এতিয়া কিহৰ অভাৱ ইত্যাদি জ্ঞানৰ ভেটি ভালকৈ বান্ধি লোৱা নিতান্ত কৰ্তব্য। শিশু সাহিত্যই ভৱিষ্যত সমাজৰ ধৰণী শিশুক আগলৈ উপযুক্ত ডেকা, বুঢ়া হ'বৰ আমোঘ মন্ত্ৰ কাণত দি মন্ত্ৰপুত কৰো।

অসম সাহিত্য সভাৰ ১৯২৬ চনৰ ধুবুৰী অধিবেশনৰ সভাপতি বেণুধৰ ৰাজখোৱাই অভিভাষণত লিখিছিল যে ইংৰাজী, ফাৰ্চী আদি ভাষাৰ পৰা উৎকৃষ্ট পুথিবিলাক অসমীয়ালৈ অনুবাদ কৰিব লাগে, জাতিৰ ভিতৰত ওখ ভাব সোমালেহে উন্নতিৰ আশা কৰিব পাৰি।

অসম সাহিত্য সভাৰ ১৯৩৭ চনৰ গুৱাহাটী অধিবেশনৰ সভাপতি সদস্য মহীয়ান পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈয়ে অনুবাদ সাহিত্যৰ দিশত অধিক গুৰুত্ব আৰোপ কৰিছিল। তেখেতৰ মতে বাস্তৱতে সাহিত্য এটা বিৰাট অভিজ্ঞতা। কাৰ্লাইলে এঠাইত কৈছে যে, সাহিত্য চিন্তাশীলৰ চিন্তা, এই চিন্তাৰো যোগান ধৰে জীৱনৰ অভিজ্ঞতাই। আমাৰ সাহিত্যৰ উন্নতিত শিক্ষা, দীক্ষা, শ্ৰম, শিক্ষা, আৰ্থিক প্ৰগতি সকলো বিষয়তে আগবাঢ়ি সাহিত্যৰ যোগান ধৰিব পৰা হ'ব লাগিব। সাহিত্যহীন সমাজ পংগু আৰু বৰ্বৰ আৰু সমাজৰ লগত সম্পৰ্ক নথকা সাহিত্য ক্ষীণ আৰু



দুৰ্বল।

অসম সাহিত্য সভাৰ ১৯৫৫ চনত গুৱাহাটীত অনুষ্ঠিত চৰ্তুবিংশ সন্মিলনৰ সভাপতি বনফুলৰ কবি যতীন্দ্ৰ নাথ দুৱৰাই বিদেশৰ ভাল ভাল কিতাপবিলাক অসমীয়া সাহিত্যলৈ নিজৰ কৰি অনুবাদ কৰাত গুৰুত্ব আৰোপ কৰিছে। এনেবিলাক সাহিত্যয়ো আমাৰ সাহিত্যৰ যথা সম্ভৱ সৌষ্ঠৱ বঢ়াব বুলিয়েই বিশ্বাস হয়। তেওঁ ওমৰ খৈয়ামৰ ৰুবায়ত পুথি ওমৰতীৰ্থ আৰু টুৰ্গেনিভৰ Poems in proseৰ কথা কবিতা ৰচনা কৰি ভঁৰাল চহকী কৰিছে।

নিজৰা, ত্ৰিংশ সন্মিলন ১৯৬৩ অসম সাহিত্য সভাৰ সভাপতি কবি ৰত্নকান্ত কাকতীয়ে অভিভাষণত কৈছিল, যে প্ৰাক্ ঐতিহাসিক যুগৰ ৰামায়ণ, মহাভাৰত, জাৰ্মাণ, ৰুছ আদি ভাষালৈ অনুদিত হৈও একে সত্য, সুন্দৰকে প্ৰকাশ কৰিব পাৰিছে। আজিৰ জগততো ৰাম-ৰাৱণ, ভীম, অৰ্জুন, যুধিষ্ঠিৰ, দুৰ্যোধন, শকুনি মানৱ চৰিত্ৰ আছে তাকে ফুটাই তুলিছে।

অসম সাহিত্য সভাৰ ১৯৬৪ চনৰ ডিগবৈ অধিবেশনৰ সভাপতি 'চিৰ চেনেহী মোৰ ভাষা জননী'ৰ স্ৰষ্টা সাহিত্যাচাৰ্য মিত্ৰদেৱ মহন্তই অভিভাষণত কৈছিল যে অসম সাহিত্য সভাৰ ভূতপূৰ্ব সভাপতি সন্দিকৈ, ড° বাণীকান্ত কাকতি আদিয়ে বিশ্ব সাহিত্যৰ বাছকবনীয়া বিখ্যাত লেখকসকলৰ লগত অসমীয়া পাঠকক পৰিচয় কৰাই দিয়াৰ যি প্ৰচেষ্টা চলালে বৰ্তমানলৈকে হেম বৰুৱা, প্ৰফুল্ল দত্ত গোস্বামী, মহেন্দ্ৰ বৰা আদিয়ে পুথি আৰু প্ৰবন্ধৰ যোগেদি পৃথিৱীৰ বিখ্যাত ৰচনাৰ অনুবাদ সমালোচনা, পৰিচয় আদি লেখি অসমীয়া ভাষাৰ, পাঠকৰ জ্ঞানৰ সীমা বহলোৱা এটি শুভ লক্ষণ।

অসম সাহিত্য সভাৰ ১৯৬৬ চনৰ উত্তৰ লখিমপুৰ অধিবেশনৰ সভাপতি ধ্বনি কবি বিনন্দ বৰুৱাই অভিভাষণত কৈছিল— মৌলিক পুথি ৰচনা কৰিব নোৱাৰিলেও আন ভাষাৰ শিশু উপযোগী পুথি অনুবাদ কৰিলে যথেষ্ট উপকৃত হ'ব। ধুনীয়া বস্তুৱে সকলোৰে মন আকৰ্ষণ কৰে।

অসম সাহিত্য সভাৰ ১৯৬৯ চনৰ বৰপেটা অধিবেশনৰ সভাপতি আনন্দ চন্দ্ৰ বৰুৱাই অভিভাষণত উল্লেখ কৰিছে যে সংস্কৃত ভাষাৰ অমৰ সাহিত্যৰাজিয়ে পৃথিৱী জয় কৰিব পাৰিছে। কিয়নো ঋগ্বেদ, কালিদাসৰ 'অভিজ্ঞান শকুন্তলম' পৃথিৱীৰ প্ৰায়বোৰ ভাষালৈ অনূদিত হৈ বিশ্ব সাহিত্যত স্থান লাভ কৰিবলৈ সক্ষম হৈছে। বৰুৱাদেৱেও কালিদাসৰ পদ ভাঙনি কৰি অসমীয়া সাহিত্যৰ ভঁৰাল শ্ৰীবৃদ্ধি কৰিছে।

অসম সাহিত্য সভাৰ ১৯৭০ চনৰ ধিং অধিবেশনৰ সভাপতি উপেন্দ্ৰ নাথ লেখাৰুদেৱে কৈছিল যে ভিন ভিন ভাষাত থকা অতি মূল্যবান গ্ৰন্থসমূহ আমাৰ

ভাষালৈ অনুবাদ হোৱাৰ দৰে আমাৰ নিজৰ পৰিচয় আৰু প্ৰচাৰৰ বাবে আমাৰো তেনে কিছুমান গ্ৰন্থ ভাষান্তৰিত কৰাৰ ব্যৱস্থা হ'ব লগে।

অসম সাহিত্য সভাৰ ১৯৭১ চনৰ মাকুম অধিবেশনৰ সভাপতি পণ্ডিত তীৰ্থনাথ শৰ্মাই অভিভাষণত উল্লেখ কৰিছে যে হিন্দী, তামিল আদি সাহিত্যই বহুতো গ্ৰন্থ অনুবাদ কৰি নিজ সাহিত্যৰ জ্ঞান ভাণ্ডাৰ চহকী কৰিছে। প্ৰকৃততে অনুবাদ গ্ৰন্থই প্ৰস্তুত কৰি দিয়া ক্ষেত্ৰক নিজে চহাব লাগিব আৰু সময়ত গৈ মৌলিক গ্ৰন্থই সেই ঠাই পূৰাব লাগিব। এই ক্ষেত্ৰত জাপানী সাহিত্য উদাহৰণৰূপে দাঙি ধৰিছে।

১৯৭২ চনত ধুবুৰীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি হেম বৰুৱাদেৱে অনুবাদ সাহিত্যই যে এটা জাতিৰ ভাষা-সাহিত্য-সংস্কৃতিত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে তাক উল্লেখ কৰি গৈছিল।

অসম সাহিত্য সভাৰ নগাঁৱৰ ১৯৫৯ চনৰ অধিবেশনৰ সভাপতি সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকাদেৱে সাহিত্যৰ সৰ্বাংগীন উন্নতিৰ বাবে মৌলিক গ্ৰন্থৰ উপৰিও প্ৰচুৰ পৰিমাণে অনুবাদৰ আশ্ৰয় ল'ব লাগিব বুলি উল্লেখ কৰিছে। তেখেতৰ মতে অনুবাদৰ কাৰণে তিনিটা গুণৰ প্ৰয়োজন— বহল অধ্যয়ন, অভ্যাস আৰু চৰ্চা। এইকেইটা গুণ আয়ত্ব কৰি আমাৰ ডেকা বন্ধুসকলে দেশ-বিদেশৰ নানান গ্ৰন্থ তৰ্জমা কৰি অসমীয়া আইৰ সেৱা কৰিব লাগে। অসম সাহিত্য সভাৰ ১৯৭৩ চনৰ ৰঙিয়া অধিবেশনৰ সভাপতি গিৰিধৰ শৰ্মাদেৱে অভিভাষণত অনুবাদ সম্পৰ্কে এনেদৰে কৈছিল— (১) আমাৰ ভাষাৰ পুৰণি মূল্যবান গ্ৰন্থ আৰু চুটি গল্প, উপন্যাস, কবিতা, নাটক আদি হিন্দী, উৰিয়া আৰু ইংৰাজীলৈ অনুবাদ আৰু প্ৰকাশ। (২) উৎকৃষ্ট হিন্দী, উৰিয়া আৰু ইংৰাজী ভাষাৰ কিতাপ অসমীয়ালৈ অনুবাদ আৰু প্ৰকাশ হ'ব লাগে।

১৯৭৪ চনত মঙলদৈত অনুষ্ঠিত অসম সাহিত্য সভাৰ অভিভাষণত প্ৰাচ্যতত্ত্ববিদ সদস্য মহীয়ান ড° মহেশ্বৰ নেওগদেৱে তেখেতৰ অভিভাষণত সাহিত্য সংস্কৃতিৰ প্ৰায়বোৰ দিশত গুৰুত্ব আৰোপ কৰাৰ লগতে অনুবাদ সাহিত্যৰ দিশতো গুৰুত্ব প্ৰদান কৰিছে।

সদস্য মহীয়ান, সাহিত্যাচাৰ্য ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে অসম সাহিত্য সভাৰ ১৯৭৫ চনত তিতাবৰত অনুষ্ঠিত সভাৰ অভিভাষণত অনুবাদ সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত গুৰুত্ব আৰোপ কৰি নিজৰ অভিমত আগবঢ়াইছিল।

১৯৭৭ চনত অভয়াপুৰীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতিৰ আসনৰ পৰা সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকদেৱে কৈছিল যে অনুবাদৰ লগতে অনুদিত গ্ৰন্থৰ বিষয়ে, গ্ৰন্থকাৰৰ বিষয়ে, গ্ৰন্থৰ গুণাগুণৰ বিষয়ে প্ৰয়োজনীয়তা আদিৰ দিশত গুৰুত্ব দিব লাগে। ভাষাৰ দিশত সমল থকা ব্যক্তিয়ে অনুবাদ সাহিত্যত



হাত দিলে সাহিত্যৰ ভঁৰাল চহকী কৰাৰ লগতে প্ৰকাশৰো অৰ্থকৰী দিশ টনকিয়াল হোৱাত সহায় কৰিব পাৰে। বিভিন্ন ভাষালৈ অসমীয়া গ্ৰন্থ অনুবাদ কৰাৰ কথাও উল্লেখ কৰিছিল।

১৯৭৮ চনত গোলাঘাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনৰ অভিভাষণত প্ৰসন্নলাল চৌধুৰীয়ে কৈছিল যে ভিন ভিন দেশৰ মহৎ আদৰ্শ পূৰ্ণ কিতাপ কিছুমানৰ চুটি অনুবাদ প্ৰকাশ কৰিলে ভৱিষ্যত পাঠ্যনুৰাগী পুৰুষ এটাৰ সৃষ্টি কৰাৰ বাট বহুখিনি চমু হৈ পৰিব।

অসম সাহিত্য সভাৰ ১৯৮২ চনত ডিফু নগৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতিৰ অভিভাষণত সীতানাথ ব্ৰহ্ম চৌধুৰীদেৱে কৈছিল যে এখন দেশত মৌলিক ৰচনাৰ যিমান প্ৰয়োজন আছে, সিমানেই প্ৰয়োজন আছে অনুবাদ সাহিত্যৰো। বিশ্বৰ আগত আমাৰ ভাবধাৰা প্ৰকাশ কৰাৰ বাবে আমাৰ মূল্যবান কিতাপবোৰকো নানা ভাষাত অনুবাদ কৰি প্ৰচাৰ কৰাৰ এটা ব্যৱস্থা কৰিব লাগে।

অসম সাহিত্য সভাৰ বঙাইগাঁও সোণালী জয়ন্তী অধিবেশনৰ সভাপতি ঔপন্যাসিক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱে সাহিত্যৰ মৌলিক সৃষ্টিসমূহ আন ভাষালৈ অনুবাদ কৰাৰ দিশত গুৰুত্ব আৰোপ কৰা দেখা যায়।

অসম সাহিত্য সভাৰ ৰহাত ১৯৮০ চনত অনুষ্ঠিত অধিবেশনৰ সভাপতি সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামীদেৱে আন্তৰ্জাতিক ভাব বিনিময় আৰু বিশ্ব সাহিত্য প্ৰচাৰৰ ঘাই উপায় অনুবাদ বুলি উল্লেখ কৰি কৈছে যে ই মৌলিক সাহিত্য সৃষ্টিতকৈ অধিক জটিল। ভাষাত দখল নাথাকিলে অনুবাদ মৰ্মানুগত হ'ব নোৱাৰে। এইক্ষেত্ৰত তেওঁ প্ৰাচ্য, আৰব্য, পাশ্চাত্য আদি সাহিত্যৰ উদাহৰণ দাঙি ধৰিছে।

নগাঁও জিলাৰ কামপুৰত ১৯৮৬ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত সভাপতি বীৰেন বৰকটকীদেৱে ভাষণত কৈছিল যে আমাৰ ভাষাৰ পৰাও অন্যান্য প্ৰান্তীয় ভাষা আৰু লগতে অন্য বিদেশী ভাষালৈ আৰু ঠিক তেনেকৈ প্ৰান্তীয় ভাষা আৰু অন্যান্য বিদেশী ভাষাৰ পৰা বছা বছা গ্ৰন্থ অনুবাদৰ ব্যৱস্থা হ'ব লাগে।

অসম সাহিত্য সভাৰ ১৯৭৯ চনৰ গুৱালকুছি অধিবেশনৰ সভপতি শ্ৰদ্ধেয় অতুল চন্দ্ৰ বৰুৱাদেৱে ভাষণত ভৰতৰ নাট্যশাস্ত্ৰৰ দৰে প্ৰাচীন শ্ৰেষ্ঠ গ্ৰন্থৰ অনুবাদ আজিলৈকে অসমীয়াত নোহোৱাটো পৰিতাপৰ কথা বুলি উল্লেখ কৰিছে। বিশ্ব সাহিত্যৰ বিভিন্ন স্ৰোত উপস্ৰোতৰ লগত সংযোগ স্থাপন আৰু পাঠক মনৰ বৌদ্ধিক দিগ্‌বলয় বিস্তাৰ অনুবাদ সাহিত্যৰ অন্যতম উদ্দেশ্য।

পাঠশালাত অনুষ্ঠিত অসম সাহিত্য সভাৰ ১৯৮৭ চনৰ অধিবেশনত সভাপতি

ড° মহেন্দ্ৰ বৰাই ভাষণত কৈছিল যে অন্যান্য ভাৰতীয় আৰু বিদেশী ভাষাৰ পৰা নিয়মীয়াকৈ চুটিগল্প আৰু কবিতা লেখীয়া কণিকা সাহিত্যৰ ভাঙনি বস্তুৰ জোলোঙা লৈ একোখনকৈ সুকীয়া পুথি দুমাহ-তিনিমাহৰ মূৰে মূৰে ওলাব লাগে। তাকে কৰিবলৈ হ'ল আমাৰ এদল ডেকা-গাভৰুক ভিন ভিন ভাষাৰ প্ৰশিক্ষণ দিওৱাৰ ব্যৱস্থা কৰিব লাগে।

অসম সাহিত্য সভাৰ ১৯৯১ চনৰ দুধনৈ অধিবেশনৰ সভাপতি সৰস্বতী ড° নিৰ্মল প্ৰভা বৰদলৈয়ে ভাষণত কৈছিল যে বিশ্বৰ শ্ৰেষ্ঠ গ্ৰন্থসমূহ নিৰ্বাচন কৰি অসমীয়া ভাষালৈ অনুবাদ কৰাৰ ব্যৱস্থা কৰাৰ লগতে 'অনুবাদকৰ থূল' (Translators booth) এটাও গঢ়ি তুলিব লাগে। কিন্তু তাতোকৈ ডাঙৰ কথা সৃষ্টিশীল উচ্চ পৰ্যায়ৰ সাহিত্য আমাক বহুত বেছি লাগে।

১৯৮৮ চনৰ হাইলাকান্দিত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি সাংবাদিক কীৰ্তিনাথ হাজৰিকাই বিশ্বৰ শ্ৰেষ্ঠ গ্ৰন্থসমূহ বাছি লৈ অনুবাদ কৰাই সেইবোৰ প্ৰকাশ কৰাৰ দায়িত্ব সভাই আৰ্থিক অসুবিধালৈ চাই নিজে নলৈ আনক দিব লাগে বুলি উল্লেখ কৰিছে।

১৯৯৯ চনৰ অসম সাহিত্য সভাৰ হাজো অধিবেশনৰ সভাপতি চন্দ্ৰ প্ৰসাদ শইকীয়াদেৱে অসমীয়াৰ শ্ৰেষ্ঠ ৰচনা জনজাতীয় ভাষালৈ আৰু জনজাতীয় ভাষাৰ শ্ৰেষ্ঠ ৰচনা অসমীয়ালৈ অনুবাদ হ'লে এক সমন্বয় সাধন হ'ব। অনুবাদ যথাৰ্থ, বিশ্বাসযোগ্য আৰু শুদ্ধ হ'লে শ্ৰেষ্ঠ গ্ৰন্থ পঢ়িবলৈ কুণ্ঠাবোধ নাথাকিব।

২০০১ চনৰ ডিব্ৰুগড়ত অনুষ্ঠিত অসম সাহিত্য সভাৰ সভাপতি হোমেন বৰগোহাঞিদেৱে ভাষণত কৈছিল যে অসমীয়া ভাষাৰ বহুত উৎকৃষ্ট কিতাপ পৰিকল্পিত আৰু প্ৰণালীবদ্ধভাৱে বড়ো ভাষালৈ অনুবাদ কৰি আছে। অসম সাহিত্য সভাই বড়ো আৰু অন্যান্য জনজাতীয় ভাষাবোৰৰ নিৰ্বাচিত ৰচনাৱলীৰ একোটা বছৰেকীয়া সংকলন অসমীয়া ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰা উচিত হ'ব।

বোকাখাতত ১৯৯৬ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি ড° লক্ষ্মীনন্দন বৰাদেৱে ভাষণত বিদেশী সাহিত্যৰ ধাৰাবাহিক অনুবাদৰ উদ্যম দেখিবলৈ নোপোৱাটো উল্লেখ কৰিছে। এইক্ষেত্ৰত ইংৰাজ ভাষাই ঘনাই অনূদিত গ্ৰন্থ প্ৰকাশ কৰে বুলি উল্লেখ কৰে। ছোভিয়েট ইউনিয়ন, চীনদেশ, জাপান আদিত নিজৰ সাহিত্য ইংৰাজীলৈ তৰ্জমা কৰি প্ৰচাৰ কৰে। অসম সাহিত্য সভাৰ বিলাসীপাৰা আৰু হাওৰাঘাট অধিবেশনৰ সভাপতি ড° নগেন শইকীয়াদেৱে ভাষণত উল্লেখ কৰিছে যে ভাষা আৰু সংস্কৃতিৰ ক্ষেত্ৰত আটাইতকৈ গুৰুত্বপূৰ্ণ দিশ দুটা হ'ল ইয়াৰ আঁৰত সক্ৰিয় হৈ থকা সামাজিক মন আৰু সামাজিক জীৱন। জনসাধাৰণে নিজৰ উপযোগীকৈ নতুন নতুন উপাদানেৰে সমৃদ্ধিশালী কৰি তোলে।



অসম সাহিত্য সভাৰ ছিপাঝাৰ আৰু চাপৰ অধিবেশনৰ সভাপতি কনকসেন ডেকাই বিশ্ব সাহিত্যৰ অনুবাদ আৰু অসমীয়া সাহিত্যক বিশ্বসাহিত্যৰ পটভূমিত পৰিচয় কৰি দিয়াত গুৰুত্ব আৰোপ কৰিছে।

অসম সাহিত্য সভাৰ শিৱসাগৰ অধিবেশনৰ সভাপতি সাহিত্যাচাৰ্য, সুধাকণ্ঠ ড° ভূপেন হাজৰিকাই ভাষণত উল্লেখ কৰিছে যে অসমীয়া সাহিত্যক জগত সভালৈ নিবলৈ হ'লে এটা অনুবাদ কোষ বা Cell অতি প্ৰয়োজনীয়। বিদেশৰ লাইব্ৰেৰীত কৃষ্ণকান্ত সন্দিকৈ ড° বাণীকান্ত কাকতি, নীলমণি ফুকন, নৱকান্ত বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈৰ গ্ৰন্থ দেখি গৌৰৱত বুকু ফুলি উঠাৰ কথা তেওঁ ব্যক্ত কৰে।

এইসকল সভাপতিৰ উপৰিও লক্ষ্যধৰ চৌধুৰী, নৱকান্ত বৰুৱা আদি কৰি বৰ্তমানৰ সভাপত ৰংবং তেৰাঙলৈ সকলোৱে অনুবাদ সাহিত্য, বিকাশ আদিৰ দিশত গুৰুত্ব প্ৰদান কৰিছে।

**অসম সাহিত্য সভাৰ পত্ৰিকা আৰু অনুবাদ সাহিত্য ঃ**

১৯১৭ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা সাহিত্য সদৌ অসম সাহিত্য সম্মিলনী পৰৱৰ্তী সময়ত অসম সাহিত্য সভাৰ দাপোণস্বৰূপ মুখপত্ৰ অসম সাহিত্য সভা পত্ৰিকা ৯ বছৰৰ মূৰত প্ৰকাশিত হয়। সভাৰ পত্ৰিকাসমূহত বহুতো বহুমূলীয়া গৱেষণামূলক প্ৰবন্ধৰে পৰিপূৰ্ণ হৈ আছে। এই দিশত গুৰুত্ব আৰোপ কৰি সাহিত্য সভাৰ সভাপতি, পত্ৰিকা সম্পাদক, সাহিত্যাচাৰ্য অধ্যাপক যতীন্দ্ৰনাথ গোস্বামীয়ে ১৯৭৯ খ্ৰীষ্টাব্দত 'পত্ৰিকা প্ৰবন্ধ পঞ্জী' প্ৰকাশ কৰি উলিয়াইছিল।

অসম সাহিত্য সভা পত্ৰিকাৰ প্ৰথম সংখ্যা - জুলাই, ১৯৯৮ খ্ৰীষ্টাব্দ সংখ্যাটি অনুবাদ তত্ত্ব আৰু তথ্য ৰূপত প্ৰকাশিত হৈছিল। এই পত্ৰিকাৰ সম্পাদকৰ দায়িত্ব ড° বসন্ত গোস্বামীদেৱে বহন কৰিছিল। সম্পাদকীয়ত তেখেতে লিখিছিল— পাৰস্পৰিক বিনিময়ৰ কাৰণে থকা বিভিন্ন মাধ্যমবোৰৰ ভিতৰত অনুবাদ অন্যতম মাধ্যম। সম্প্ৰতি অনুবাদ তত্ত্ব প্ৰয়োগ ভাষা-বিজ্ঞানৰ শাখাৰূপে স্বীকৃত হৈছে।

**পত্ৰিকাৰ বিষয়সূচী এনেধৰণৰ ঃ**

১। আধুনিক যুগৰ প্ৰথম অসমীয়া অনুবাদ সাহিত্য — ড° বাণীকান্ত শৰ্মা
২। ভাঙনি সাহিত্যৰ প্ৰসংগত অলপ বুৰবুৰণি — ড° কবীন ফুকন
৩। নাটকৰ অনুবাদ— ড° পোনা মহন্ত
৪। অসমত অনুবাদৰ প্ৰাসংগিকতা — অতুলানন্দ গোস্বামী
৫। অনুবাদ তত্ত্ব আৰু অনুবাদৰ সমস্যা — ড° মদন মোহন শৰ্মা

৬। যান্ত্রিক অনুবাদ আৰু তাৰ সমস্যা সম্পৰ্কে — গৌতম কুমাৰ বৰা

৭। সাহিত্যৰ অনুবাদৰ সমস্যা আৰু অসমত অনুবাদৰ পৰম্পৰা— ড° কৰবী ডেকা হাজৰিকা

৮। অনুবাদ অধ্যয়ন ঃ এটি নতুন বিষয় — ড° কৃষ্ণ কুমাৰ মিত্র

৯। চিহ্নতাত্বিক অনুবাদ প্ৰসংগ — নাহেন্দ্ৰ পাদুন

১০। অনুবাদ আৰু সংস্কৃতি — ড° নীৰাঞ্জনা মহন্ত বেজবৰা

১১। হোমাৰৰ ইলিয়াদ আৰু ওডিছীৰ অনুবাদ ঃ এটি পৰ্যালোচনা — ৰাম গোস্বামী

**পৰিশিষ্ট ঃ**

(ক) অসমীয়া অনূদিত কবিতাৰ গ্ৰন্থৰূপৰ সূচী — ড° প্ৰকাশ গোস্বামী

(খ) অসমীয়া ভাষালৈ অনূদিত নাটকৰ তালিকা — যোগেন চতিয়া, ড° কৃষ্ণ কুমাৰ মিত্ৰ

(গ) শিশু সাহিত্যৰ অনুবাদ — ড° কৰবী ডেকা হাজৰিকা

"চিৰ চেনেহী মোৰ ভাষা জননী" মন্ত্ৰ খচিত পৱিত্ৰ পতাকাৰ তলত অসম সাহিত্য সভাই অসমবাসীক ঐক্য আৰু সংহতিৰ বান্ধোনেৰে বান্ধি অন্তৰৰ সম্প্ৰীতিৰ এনাজৰী অধিক শক্তিশালী কৰাত ভূমিকা গ্ৰহণ কৰিব লাগে। এই ক্ষেত্ৰত সভাৰ ৯১০০ জন আজীৱন সভ্য আৰু ৩৬০ জন হিতৈষী সভ্যৰ ভূমিকা গুৰুত্বপূৰ্ণ হ'ব। অসম সাহিত্য সভাৰ এই জয়যাত্ৰাৰে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি বিশ্ব দৰবাৰত নিশ্চয় প্ৰতিষ্ঠিত হ'ব। 'জয়তু ভাষা জননী'।

*সহায়ক গ্ৰন্থ ঃ*

১। J. Venkateswar Sastry (ed.) : Art and Science of Translation Bookling comparation Hydrabad, India 1994.

২। Malik, G.R. : Approaches to Literary Translation, Post-Amin, Mahamad Graduate Department of English

৩। Tourey, Gideon : Translation Accross Culture, Bahri publication Pvt. Ltd., New Delhi-1987

৪। নেওগ, মহেশ্বৰ (সম্পা.) ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, গুৱাহাটী ১৯৬০

৫। বৰগোহাঞি, হোমেন (সম্পা.) ঃ অসমীয়া সাহিত্যৰ বুৰঞ্জী (ষষ্ঠ খণ্ড) আনন্দৰাম বৰুৱা, ভাষা-সাহিত্য-সংস্কৃতি সংস্থা, গুৱাহাটী-১৯৯৩

৬। অসম সাহিত্য সভাৰ সভাপতিসকলৰ ভাষণাৱলী (১৯৭৩ৰ পৰা ২০০৫ খ্ৰীষ্টাব্দলৈ) ঃ (সম্পা.) ড° সতীশ চন্দ্ৰ চৌধুৰী, ড° প্ৰদীপ ভুঞা অসম সাহিত্য সভা, ৮ মাৰ্চ, ২০০৮ খ্ৰীষ্টাব্দ।

৭। অসম সাহিত্য সভাৰ সপ্তপঞ্চাশতম অধিবেশন সমন্বয় ক্ষেত্ৰ ঃ দুধনৈ, অসম সাহিত্য সভা - ১৯৯১ চন

৮। অসম সাহিত্য সভা বাৰ্ষিকী ঃ ধুবুৰী সন্মিলন ১৯৭২ চন সম্পাদক - যতীন্দ্ৰনাথ গোস্বামী

৯। ৰাংছিনাৰ সুৰ ঃ সম্পাদক - দুৰ্গেশ্বৰ শৰ্মা, ১৯৮৬ চন, যোৰহাট-১ ১০।

১০। অসম সাহিত্য সভা বাৰ্ষিকী ঃ চতুঃত্ৰিংশ অধিবেশন, ডিব্ৰুগড়, —হৰিপ্ৰসাদ নেওগ, ১৯৬৭।

১১। সপ্তত্ৰিংশ ধিং সন্মিলন ঃ অসম সাহিত্য সভা বাৰ্ষিকী সম্পাদক - যতীন্দ্ৰনাথ গোস্বামী, ১৯৭১ চন

১২। তিতাবৰৰ সোঁৱৰণ ঃ নগেন শইকীয়া, ১৯৭৫ চন

১৩। চত্বাৰিংশ সন্মিলন, ৰঙিয়া : সংকলয়িতা, নগেন শইকীয়া, ১৯৭৫ চন
১৪। মঙলদৈ মঙলদৈ : সংকলয়িতা, নগেন শইকীয়া, ১৯৭৫ চন
১৫। মিলন তীৰ্থৰ ধ্বনি : অমল ৰাজখোৱা, ১৯৮৯
১৬। চতুঃ ষষ্ঠিতম অধিবেশন : কিৰাত আক্ৰামঃ হাওৰাঘাট, ১৯৯৬
১৭। জোনাকীৰ আভা- অসম সাহিত্য সভা : সম্পাদনা - বসন্ত কুমাৰ গোস্বামী, ১৯৮০ ডিচেম্বৰ
১৮। অসম দ্বাত্ৰিংশত্তম নলবাৰী : সম্পাদনা - হৰিপ্ৰসাদ নেওগ, ১৯৬৬
১৯। বৰপেটা ষটত্ৰিংশ বৰপেটা সন্মিলন : সম্পাদক - চৈয়দ আব্দুল মালিক, ১৯৬৯ চন
২০। দৈনিক অসম ফেব্ৰুৱাৰি ১৯৮৬; অসমবাণী, ফেব্ৰুৱাৰি ১৯৮৫, ফেব্ৰুৱাৰি ১৯৮৮, নতুন দৈনিক ফেব্ৰুৱাৰি ১৯৯০, ফেব্ৰুৱাৰি ১৯৯২; অগ্ৰদূত - ফেব্ৰুৱাৰি ১৯৮০।
২১। প্ৰকাশনৰ বৰ্ণনামূলক তালিকা : সম্পাদক সতীশ চন্দ্ৰ চৌধুৰী, প্ৰথম প্ৰকাশ ঃ ১৯৭৭, দ্বিতীয় প্ৰকাশ ১৯৯১ ১৯৯১, চতুৰ্থ প্ৰকাশ, ২০১২ চন
২২। অসম সাহিত্য সভা পত্ৰিকাৰ প্ৰবন্ধ পঞ্জী : সম্পাদনা - যতীন্দ্ৰনাথ গোস্বামী, অসম সাহিত্য সভা, ১৯৭৯।

# অসমীয়া শিশু-সাহিত্যৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকা

**নয়নমণি বৰুৱা**

**১.০০ অৱতৰণিকা ঃ**

অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ বাবে বিভিন্ন ধৰণৰ কাম কৰি আহিছে। তাৰ ভিতৰত অসমীয়া সাহিত্যৰ সৰ্বতোপ্ৰকাৰৰ উন্নতিৰ হকে কৰা চিন্তাও অন্যতম। যি কোনো জাতিৰ ভাষা-সাহিত্যৰ সৰ্বতোপ্ৰকাৰৰ উন্নতিৰ হকে কৰা চিন্তাও অন্যতম।

যিকোনো জাতিৰ ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনৰ বাবে সাহিত্য সৃষ্টিৰ সমান্তৰালভাৱে এচাম গুণগ্ৰাহী পাঠকৰো অতীৱ প্ৰয়োজন। এগৰাকী গুণগ্ৰাহী পাঠক হ'বলৈ হ'লে সাহিত্য পাঠৰ অভ্যাস সৰুৰে পৰা গঢ় লৈ উঠা দৰকাৰ। আনহাতে সৰুৰে পৰা সাহিত্য পাঠৰ অভ্যাস গঢ়ি উঠিবলৈ হ'লে তাৰ প্ৰয়োজনীয় ভেটিও গঢ় দি লোৱা আৱশ্যক। এই ভেটি গঢ় দিয়াৰ আটাইতকৈ উপযোগী উপায় হৈছে শিশু-সাহিত্যৰ ৰচনা আৰু পঠন-পাঠন।

শিশু সাহিত্য বুলিলে শিশুৰ বুদ্ধি-বৃত্তি আৰু ৰুচিৰ বিকাশ সাধনৰ উপযোগী ৰচনাকে বুজা যায়। এই আলোচনা-পত্ৰত শিশু-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত অসম সাহিত্য সভাই পালন কৰা ভূমিকা সম্পৰ্কে আলোচনা কৰিবলৈ যত্ন কৰা হৈছে।

অধ্যয়নৰ সুবিধাৰ্থে আলোচনা পত্ৰখনিত প্ৰধানক বিশ্লেষণাত্মক অধ্যয়ন পদ্ধতি ব্যৱহাৰ কৰা হৈছে।

**২.০০ অসম সাহিত্য সভা— জন্ম, উদ্দেশ্য আৰু বিকাশ**

অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নতিৰ বিশেষ উদ্দেশ্য আগত লৈ ১৯১৭ চনত অসম সাহিত্য সভাৰ জন্ম হয়। এই সভাৰ প্ৰথমজনা সভাপতি আছিল

---

লেখক পূব কামৰূপ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।

পদ্মনাথ গোহাঞিবৰুৱা আৰু প্ৰধান সম্পাদকৰ পদ অলংকৃত কৰিছিল শৰৎ চন্দ্ৰ গোস্বামীয়ে। আনহাতে, সভাৰ অভ্যৰ্থনা সমিতিৰ প্ৰথমজন সভাপতি আছিল গুঞ্জানন বৰুৱা আৰু সম্পাদক আছিল লক্ষ্মীকান্ত বৰুৱা। প্ৰথম অধিবেশন বহিছিল শিৱসাগৰত। অসম সাহিত্য সভাৰ জন্ম সম্পৰ্কে 'আসাম সাহিত্য সন্মিলন'ৰ প্ৰথম কাৰ্য-বিৱৰণীত উল্লেখ কৰা হৈছে এনেদৰে—

আসাম সাহিত্য সভা এখনি স্থাপন কৰিবৰ কাৰণে ১৯১৭ চনৰ ২৮ ছেপ্তেম্বৰ তাৰিখে শিৱসাগৰৰ ক্লাব ঘৰত তাৰাপ্ৰসাদ চলিহা বেৰিষ্টাৰ ডাঙৰীয়াক সভাপতি পাতি এখনি সভা পতা হয়। তাত ১৯২৭ চনৰ ডিচেম্বৰ মাহত আসামৰ শিক্ষিত আৰু সাহিত্যানুৰাগী পুৰুষসকলক নিমন্ত্ৰণ কৰি এখনি 'সদৌ অসম সাহিত্য সভা' গঠন কৰিবৰ প্ৰস্তাৱ কৰা হয় আৰু সেই উদ্দেশ্যে হোৱা সন্মিলনীত শ্ৰদ্ধাস্পদ ৰায় চাহাব পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াক সভাপতি বৰণ কৰা হয়।" (বৈশ্য ২০১০ঃ ৭)

প্ৰথম নিয়মাৱলীত সভাৰ উদ্দেশ্য ব্যাখ্যা কৰা হৈছে এনেদৰে—

১। অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নতি কৰাই এই সভাৰ উদ্দেশ্য।

২। ৰাজনৈতিক বিষয়ত এই সভাই হাত নিদিয়ে।

৩। অসমীয়া সাহিত্য উন্নতিৰ অৰ্থে তলত দিয়া মতে বিশেষ কাৰ্য কৰিবলৈ যত্নপৰ হ'ব ঃ

(ক) অভিধান আৰু ব্যাকৰণৰ সংস্কৰণ, (খ) প্ৰাচীন সাহিত্যৰ অনুসন্ধান, (গ) আমাৰ সাহিত্যত যি যি বিষয়ৰ পুথিৰ অভাৱ সেই সেই বিষয়ত পুথি লিখাৰ চেষ্টা (ঘ) সাহিত্যিকৰ গ্ৰন্থ প্ৰকাশ (ঙ) বিভিন্ন পুৰণি অসমীয়া সুৰৰ ৰেকৰ্ড (গ্ৰামোফোন) প্ৰস্তুত (চ) সংগীত আৰু চিত্ৰবিদ্যা শিক্ষাৰ অৰ্থে বৃত্তি দান (ছ) সভাৰ মুখপত্ৰ এখন প্ৰকাশ (জ) সাহিত্যৰ উন্নতিৰ অৰ্থে আন কোনো প্ৰকাৰৰ যত্ন কৰা ইত্যাদি। (২০১০ ঃ ৯)

১৯২৪ চনৰ ৫ মে' তাৰিখে সাহিত্য সভা ১৮৬০ চনৰ ২১ নং ছ'চাইটি এক্ট' অনুসৰি চৰকাৰী পঞ্জীয়নভুক্ত হয়। উল্লেখযোগ্য যে, ১৯১৭ চনত অসম সাহিত্য সভা গঠন হোৱাৰ পূৰ্বেই দুবাৰ সাহিত্য সভা গঠনৰ প্ৰচেষ্টা কৰা হৈছিল। তাৰে প্ৰথমটো প্ৰচেষ্টা হৈছে ১৮৯৫ চনত গঠন হোৱা 'কোহিমা সাহিত্য সভা' আৰু আনটো হৈছে ১৯১৪ চনত গঠন হোৱা 'যোৰহাট সাহিত্য সভা'। স্মৰ্তব্য যে, যোৰহাট সাহিত্য সভাই হৈছে অসম সাহিত্য সভাই স্বীকৃতি দিয়া প্ৰথমখন শাখা সাহিত্য সভা।

অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ যি মহৎ উদ্দেশ্য আগত লৈ অসম সাহিত্য সভাৰ জন্ম হৈছিল সেই উদ্দেশ্য পূৰণৰ বাবে সভাই অহৰহ চেষ্টা কৰি আহিছে।



অসমীয়া সাহিত্যক সমৃদ্ধ কৰিবৰ বাবে সভাই সময়ে সময়ে বিভিন্ন ধৰণৰ গ্ৰন্থাদি প্ৰকাশ কৰি আহিছে। চন্দ্ৰকান্ত অভিধান; খণ্ডবাক্য কোষ; বেলেগ বেলেগ বিষয় সম্বলিত বিশ্বকোষৰ একাদি খণ্ড; বিভিন্নজন লেখকৰ ৰচনা সমগ্ৰ জীৱনী আৰু স্মৃতিগ্ৰন্থ; জনজাতীয় জীৱন আৰু ভাষা-সংস্কৃতি সম্পৰ্কীয় গ্ৰন্থ; অসমীয়া গ্ৰন্থপঞ্জী; অসমীয়া গ্ৰন্থপঞ্জী; অসমীয়া বৈজ্ঞানিক পৰিভাষা; কাৰ্যালয়ৰ হাতপুতি; আৰ্হি কাকতৰ হাতপুথি; শিশু উপযোগী গ্ৰন্থ আৰু অন্যান্য বিবিধ বিষয়ৰ গ্ৰন্থৰ প্ৰকাশনেৰে সভাই নিজ উদ্দেশ্য পূৰণৰ বাবে যথেষ্ট বলিষ্ঠ পদক্ষেপ হাতত লৈছে। তদুপৰি অন্যান্য দেশী-বিদেশী ভাষাৰ পৰা প্ৰয়োজনীয় গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰা অথবা অসমীয়াৰ পৰা আন আন ভাষালৈ অনুবাদ কৰাৰ দিশতো প্ৰচেষ্টা হাতত লোৱা পৰিলক্ষিত হৈছে। অসমীয়াৰ লগতে সভাই অসমত প্ৰচলিত আন আন ভাষা যেন— ইংৰাজী, হিন্দী, বড়ো, নেপালী, কাৰ্বি আদিকো আওকাণ কৰা নাই। ইবিলাক ভাষাতো সভাই বিভিন্ন গ্ৰন্থাদি প্ৰকাশ কৰিছে।

পৰৱৰ্তী সময়ছোৱাতো সভাই পূৰ্ব নিৰ্ধাৰিত উদ্দেশ্যসমূহ পূৰণৰ অৰ্থে বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰিছে। ১৯২৬ চন (আহিন ১৮৪৯)ৰ পৰা "অসম সাহিত্য সভা পত্ৰিকা"ৰ প্ৰকাশ আৰম্ভ হয়। আজিকোপতি অসমীয়া ভাষাৰ গৱেষণা পত্ৰিকা হিচাপে এই পত্ৰিকখনে সেৱা আগবঢ়াই আছে। উল্লেখযোগ্য যে, অসম সাহিত্য সভা পত্ৰিকাই দৰ্শন, বিজ্ঞান, ইতিহাস, অৰ্থনীতি আদিৰ লগতে সাহিত্যৰ সকলো শাখাৰে চৰ্চা কৰিবলৈ যত্ন কৰিব বুলি পত্ৰিকাৰ প্ৰথমজন সম্পাদক চন্দ্ৰধৰ বৰুৱাই তেওঁৰ সম্পাদকীয়ত উল্লেখ কৰি গৈছে। গতিকে, বিংশ শতিকাৰ দ্বিতীয় দশকতে জন্মলাভ কৰা সভাই অদ্যাপি অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ অৰ্থে চেষ্টা কৰি আছে।

### ৩.০০ শিশু সাহিত্য আৰু অসমীয়া শিশু সাহিত্য

শিশু সাহিত্য বুলিলে সাধাৰণতে শিশুৱে ৰচনা কৰা আৰু শিশুৰ বাবে ৰচনা কৰা দুয়ো ধৰণৰ সাহিত্যকে বুজা যায়। ইয়াত দ্বিতীয় বিধ অৰ্থাৎ শিশু বাবে ৰচনা কৰা সাহিত্যকহে আলোচনাৰ মাজলৈ অনা হৈছে। আনহাতে শিশু সাহিত্য অভিধাৰে শিশুৰ বাবে বয়োজ্যেষ্ঠসকলে নিৰ্বাচন কৰা আৰু শিশুৱে নিজে নিজৰ বাবে নিৰ্বাচন কৰা এই দুয়ো ধৰণৰ সাহিত্যকো সামৰি লোৱা হয়। অধিক বিতৰ্কলৈ নগৈ সাধাৰণভাৱে ক'ব পাৰি, শিশুৰ বুদ্ধি-বৃত্তি বিকাশৰ অৰ্থে, জ্ঞানৰ সীমা, ৰুচি-অভিৰুচি আৰু মানসিকতাৰ প্ৰতি লক্ষ্য ৰাখি সুস্থ সাহিত্যই শিশু সাহিত্য। শিশু সাহিত্যই শিশু মনোৰঞ্জন আৰু জ্ঞান প্ৰদান দুয়োটা দিশৰ প্ৰতি সমান মনোযোগ সহকাৰে লক্ষ্য ৰাখি শিশুৰ সৰ্বতোপ্ৰকাৰ মানসিক উন্নতিৰ হকে কাম কৰিব লাগে। গতিকে এই দিশৰ

পৰা মন কৰিলে শিশু-সাহিত্যৰ বিশেষ গুৰুত্ব আৰু প্ৰয়োজনীয়তা আছে বুলি পতিয়ন যাব পাৰি। বৰ্তমান সময়ত শিশু সাহিত্যৰ এই প্ৰয়োজনীয়তাৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষিত হৈছে আৰু শিশু সাহিত্যৰ ৰচনা আৰু প্ৰকাশেৰে সফলতা লাভ কৰিবলৈ সক্ষম হৈছে। শিশু সাহিত্য সাহিত্যৰ এটা অত্যাবশ্যকীয় বিশেষ বিভাগ হিচাপে পৰিগণিত হ'ব।

শিশু সাহিত্যক প্ৰধানকৈ শিশু লোকসাহিত্য আৰু আধুনিক শিশু সাহিত্য— এই দুভাগত ভগাব পাৰি। সাধুকথা, গীত, সাঁথৰ আদিবোৰক শিশু লোক সাহিত্যৰ অন্তৰ্ভুক্ত কৰিব পাৰি। আধুনিক শিশু সাহিত্যই কবিতা গল্প, উপন্যাসিক নাটিকা, জীৱনী, ভ্ৰমণ সাহিত্য বিজ্ঞান বিষয়ক ৰচনা আদি বিবিধ ৰূপত বিকাশ লাভ কৰিছে।

অসমীয়া সাহিত্য বৰ্তমান সময়ত শিশু সাহিত্যৰ ক্ষেত্ৰত যথেষ্ট আগবাঢ়ি গৈছে। অসমীয়া লোক-সাহিত্যত শিশু উপযোগী বিভিন্ন উপাদান সংৰক্ষিত হৈ আছে। সাধুকথা, গীত, সাঁথৰ আদি দিশত অসমীয়া লোকসাহিত্যই পৃথিৱীৰ যিকোনো ভাষাৰে লোকসাহিত্যৰ লগত ফেৰ মাৰিব পাৰে।

লিখিত সাহিত্যৰ প্ৰচলনৰ পৰৱৰ্তী সময়ছোৱাতো অসমীয়া সাহিত্যত শিশু উপযোগী সাহিত্যৰ সৃষ্টি হৈছে। প্ৰাচীন অসমীয়া সাহিত্যৰ অন্তৰ্গত শ্ৰীধৰ কন্দলীৰ 'কাণখোৱা'ৰ পৰা আৰম্ভ কৰি ৰাম সৰস্বতীৰ 'ভীম চৰিত', শংকৰদেৱৰ 'প্ৰহ্লাদ চৰিত, 'শিশু-লীলা'; মাধৱদেৱৰ 'চোৰধৰা', 'পিম্পৰা গুছোৱা' আদি সকলো ধৰণৰ সাহিত্যতে শিশু উপযোগী উপাদানৰ প্ৰয়োভৰ দেখা যায়। 'অৰুনোদই' যুগতো শিশুৰ প্ৰয়োজনৰ প্ৰতি লক্ষ্য ৰাখি সাহিত্য সৃষ্টিৰ প্ৰচেষ্টা দেখা যায়। পৰৱৰ্তী সময়ছোৱাত অৰ্থাৎ 'জোনাকী' যুগৰ পৰা লক্ষ্মীনাথ বেজবৰুৱাকে আদি কৰি বিভিন্নজন লেখকে অসমীয়া শিশু সাহিত্যৰ উন্নতিৰ হকে যথেষ্ট চিন্তা-চৰ্চা আৰু চেষ্টা কৰে। বৰ্তমান সময়ত মৌলিক আৰু অনূদিত উভয় ক্ষেত্ৰতে অসমীয়া শিশু সাহিত্যই সমৃদ্ধি লাভ কৰা পৰিলক্ষিত হয়।

**৪.০০ অসমীয়া শিশু সাহিত্যৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকা ঃ**

পূৰ্বে উল্লেখ কৰা হৈছে যে, অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা অসমীয়া সাহিত্যৰ সৰ্বাংগীন উন্নতিৰ হকে কাম কৰি আহিছে। গতিকে সাহিত্যৰ গুৰুত্বপূৰ্ণ বিভাগ হিচাপে পৰিগণিত হোৱা শিশু সাহিত্যৰ বিকাশ আৰু উন্নতিৰ বাবেও চিন্তা-চৰ্চা কৰিছে। এই ক্ষেত্ৰত হাতত লোৱা বিশেষ ব্যৱস্থাৰ ভিতৰত প্ৰধানকৈ উল্লেখ কৰিব পাৰি।

(ক) বচা বচা শিশু উপযোগী গ্ৰন্থ প্ৰকাশ কৰা,

(খ) শিশু সাহিত্যিকসকলক উদগণি দিবৰ বাবে বিশেষ বঁটাৰ প্ৰৱৰ্তন



কৰা। এই ব্যৱস্থাসমূহৰ জৰিয়তে সাহিত্য সভাই অসমীয়া শিশু সাহিত্যৰ বিকাশৰ অৰ্থে যি কাৰ্যব্যৱস্থা হাতত লৈছে সি বহু সময়ত ফলপ্ৰসু বুলি প্ৰমাণিত হৈছে। ইবিলাকৰ উপৰি সভাই শিশু সাহিত্যৰ সমৃদ্ধিৰ বাবে সময়ে সময়ে বিভিন্ন সমাৰোহ, কৰ্মশালা আদিৰো আয়োজন কৰি আহিছে। সভাই গঠন কৰা ন্যাস-পুঁজি আদিয়ে এনেধৰণৰ সমাৰোহ, কৰ্মশালা আদি আয়োজন কৰাৰ ক্ষেত্ৰত সদায়ে আগভাগ লৈ আহিছে।

**৪.০১ বিভিন্ন শিশু উপযোগী গ্ৰন্থৰ প্ৰকাশ ঃ**

অসমীয়া শিশু সাহিত্যৰ উন্নয়নৰ প্ৰতি লক্ষ্য ৰাখি অসম সাহিত্য সভাই বিভিন্ন সময়ত বিভিন্ন আঁচনি গ্ৰহণ কৰি আহিছে। সেই উদ্দেশ্য সাৰ্থক কৰি তুলিবলৈ সভাই নিজ উদ্যোগত বিভিন্ন শিশু উপযোগী গ্ৰন্থ বিকাশ কৰি আহিছে। অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিওৱা শিশু উপযোগী গ্ৰন্থসমূহক তলত দিয়া ধৰণে কেইটামান বিশেষ ভাগত ভাগ কৰি দেখুৱাব পাৰি—

**৪.০১.০১ মৌলিক ঃ**

(ক) সাধু কথা
(খ) জীৱনী
(গ) কবিতা
(ঘ) উপন্যাস
(ঙ) গল্প
(চ) জ্ঞানকোষ
(ছ) বিবিধ বিষয়ক ঃ
(ক) প্ৰকৃতি (খ) বিজ্ঞান (গ) দুঃসাহসিক অভিযান

**৪.০১.০২ অনূদিত ঃ**

উল্লেখযোগ্য যে শিশু সাহিত্যৰ এই শ্ৰেণীবিভাজন নিতান্তই আলোচনাৰ সুবিধাৰ প্ৰতি লক্ষ্য ৰাখি কৰা হৈছে। সেই অনুসৰি সাহিত্য সভাই প্ৰকাশ কৰা গ্ৰন্থসমূহক মূলতঃ মৌলিক আৰু অনূদিত হিচাপে ভাগ কৰা হৈছে। মৌলিক গ্ৰন্থসমূহক পুনৰ একাধিক ভাগত ভাগ কৰিব পাৰি।

**০.০১.০১ মৌলিক ঃ**

**(ক) সাধুকথা ঃ**

মৌলিক শিশু সাহিত্যৰ ভিতৰত সাধুকথা অন্যতম। অৱশ্যে সাধুকথা মাত্ৰেই মৌখিক পৰম্পৰাৰ বাহক। গতিকে সাধুকথা বুলি কওঁতে তেনে যি কোনো সাধুৰ

সংকলনকহে বুজোৱা হৈছে। এই সাধুকথাসমূহক আকৌ কিংবদন্তীৰ সাধু, বিবিধ ধৰ্মগ্ৰন্থৰ সাধু, দেশ-বিদেশৰ সাধু, জনজাতীয় সাধু, অজনজাতীয় সাধু ইত্যাদি ৰূপেও ভাগ কৰিব পাৰি।

সভাই প্ৰকাশ কৰা দুখনমান উল্লেখযোগ্য সাধুকথাৰ পুথি হৈছে— লুম্বেৰ দাইৰ 'উদয়াচলৰ সাধু' (১৯৬০); বিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত 'অসমৰ জনজাতীয় সাধু' (১৯৬২); নগেন শইকীয়া সম্পাদিত 'সেউজী পাতৰ মাজে মাজে' (১৯৬৬); দেউ ৰাম তাছাৰ 'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু' (১৯৭৭); ইকবাল কৌৰৰ 'শিখ ধৰ্মীয় সাধু' (১৯৭৭); হেমন্ত কুমাৰ শৰ্মা সম্পাদিত 'কিংবদন্তীৰ সাধু' (১৯৭৭); শৰৎ চন্দ্ৰ গোস্বামী সম্পাদিত 'অসমীয়া সাধুকথা' (১৮৭); সুভদ্ৰা বৰুৱাৰ 'দেশ বিদেশৰ সাধু' (১৯৯১) ইত্যাদি।

**(খ) জীৱনী ঃ**

শিশুৰ মানসিকতাৰ সামগ্ৰিক বিকাশৰ ক্ষেত্ৰত মহৎ ব্যক্তিসকলৰ জীৱনী অধ্যয়নে যথেষ্ট সহায় কৰিব পাৰে। এই দিশৰ প্ৰতি লক্ষ্য ৰাখি সাহিত্য সভাই কেইবাখনো জীৱনী প্ৰকাশ কৰি উলিয়াইছে। তাৰ বিভতৰত উল্লেখ কৰিব পাৰি— লীলা গগৈৰ 'জয়মতী আৰু মূলা গাভৰু' (১৯৬৩); বিনন্দ চন্দ্ৰ বৰুৱাৰ 'আমাৰ লক্ষ্মীনাথ' (১৯৬৮); মহেশ্বৰ নেওগৰ 'বেজবৰুৱাৰ চিত্ৰলেখা' (১৯৮); জিতেন্দ্ৰ নাথ বুজৰবৰুৱাৰ 'দেশভক্ত তৰুনৰাম ফুকন' (১৯৭৬); আব্দুছ ছাত্তাৰৰ 'অকণিৰ বাহাদুৰ গাঁওবুঢ়া' (১৯৮১), চিত্ৰ মহন্তৰ 'বিষ্ণু ৰাভা' (১৯৮১) শৈলেন দাসৰ 'মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ' (১৯৮১); ধনপতি ডেকাৰ 'মহাপুৰুষ মাধৱদেৱ' (১৯৮১); যতীন্দ্ৰ নাথ ফুকনৰ 'মহাবীৰ লাচিত' (১৯৮১); ৰমেশ চন্দ্ৰ কলিতাৰ 'ৰজা নাৰনাৰায়ণ' (১৯৮১); ললিত বৰাৰ 'শ্বহীদ কুশল কোঁৱৰ' (১৯৮১); গুৰুদত্ত ভাগৱতীৰ 'আনন্দৰাম বৰুৱা' (১৯৮৬); ভুৱন মোহন দাসৰ "শৈলধৰ ৰাজখোৱা' (১৯৯০); মুনীন্দ্ৰ নাথ শৰ্মাৰ 'পদ্মনাথ গোহাঞিবৰুৱা' (১৯৯০); 'দণ্ডিনাথ কলিতা' (১৯৯০); ছামছিং হাঞ্চৰ 'জননায়ক চেমছুনছিং ইংতি' (১৯৯১); ইত্যাদি।

**(গ) কবিতা ঃ**

শিশুক কবিতা আৰু সুৰীয়া গীতসমূহেই আটাইতকৈ বেছিকৈ আকৰ্ষণ কৰিব পাৰে। গতিকে কবিতা আৰু গীতৰ পুথিৰ যথেষ্ট প্ৰয়োজনীয়তা আছে। সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত শিশু উপযোগী কবিতাৰ পুথিৰ সংখ্যা কম কিন্তু যিকেইখন প্ৰকাশ কৰা হৈছে সেইকেইখন গুণগত দিশত উল্লেখযোগ্যতাৰ ভিতৰত গগণ চন্দ্ৰ অধিকাৰীৰ 'টকাত একোটা হাতী' (১৯৮১); শৈলধৰ ৰাজখোৱাৰ 'উদ্‌গনি' (১৯৯০) আদিৰ



কথা ক'ব পাৰি। সাহিত্য সভাই এইবিধ সাহিত্য প্ৰকাশৰ দিশত আৰু অধিক মনোযোগ দিয়াৰ প্ৰয়োজন আছে।

**(ঘ) উপন্যাস ঃ**

উপন্যাস সাহিত্য সম্পূৰ্ণৰূপে আধুনিক যুগৰ সৃষ্টি। অসমীয়া শিশু সাহিত্যই এই দিশতো বিকাশ কৰিছে। সাহিত্য সভাই প্ৰকাশ কৰি উলিওৱা শিশু উপযোগী উপন্যাসৰ সংখ্যাও বৰ বেছি নহয়। বন্দিতা ফুকনৰ 'মিনুৰ অতিথি' (২০০৫); ননী মজুমদাৰৰ 'সেউজীয়া উপত্যকাৰ কথা' (২০১২); ৰীতামণি ফুকন গগৈৰ 'আন্দামানৰ 'বনমানুহ' ঃ এন্‌মেই" (২০১২); শৰ্মিষ্ঠা দেৱীৰ 'হাঁহৰ পাখিৰ কক' (২০১২) আদিৰ নাম এইক্ষেত্ৰত ল'ব পাৰি। শিশু উপযোগী উপন্যাস সাহিত্যৰ সমৃদ্ধিৰ ক্ষেত্ৰতো সভাই কিছু গুৰুত্ব দিয়া উচিত।

**(ঙ) গল্প**

অসম সাহিত্য সভাই কেইখনমান শিশু উপযোগী গল্পৰ পুথিও প্ৰকাশ কৰি উলিয়াইছে। মৌলিক আৰু অনুদিত দুয়োধৰণৰ চুটিগল্পই প্ৰকাশ কৰা হৈছে। তাৰ ভিতৰত আছে— মোহাম্মদ চাদেৰ আলিৰ "শিশু পৰিজাত" (১৯৮৬); কেশদা মহন্তৰ 'সেউজী ধৰণী ধুনীয়া' (১৯৯৭); ধৰণীধৰ ওৱাৰীৰ 'বৰো চুটি গল্প সংকলন' (১৯৯১)।

**(চ) জ্ঞানকোষ**

সভাই শিশু উপযোগীকৈ জ্ঞানকোষৰ মুঠ চাৰিটা খণ্ড প্ৰকাশ কৰি উলিয়াইছে। সত্যেন্দ্ৰনাথ শৰ্মাৰ মুখ্য সম্পাদনাত প্ৰকাশিত জ্ঞানকোষৰ প্ৰত্যেকটো খণ্ডৰে বিষয় পৃথক পৃথক। প্ৰথম খণ্ডৰ (১৯৮৪) বিষয় পৃথিৱী মানুহ আৰু পৰিৱেশ। দ্বিতীয়টোৰ বিষয় (১৯৮৭) উদ্ভিদ বিজ্ঞান, কৃষি-উদ্ভিদ বিজ্ঞান, প্ৰাণী বিজ্ঞান আৰু চিকিৎসাবিজ্ঞান। তৃতীয় খণ্ডৰ (১৯৮৯) বিষয় জড়জগত, প্ৰযুক্তিবিদ্যা আৰু বিশ্ব। পঞ্চম খণ্ডৰ (১৯৯৩) বিষয় ক'লা আৰু সংস্কৃতি। ইয়াৰ জৰিয়তে শিশু সাহিত্যৰ ক্ষেত্ৰত এটা অতি প্ৰয়োজনীয় কাৰ্য সম্পাদন হ'ল বুলি ক'ব পাৰি।

**(ছ) বিবিধ বিষয়ক**

সাহিত্য সভাই প্ৰকাশ কৰা বিবিধ বিষয়ক গ্ৰন্থৰ ভিতৰত বিজ্ঞান, প্ৰকৃতি আৰু দুঃসাহসিক অভিযান কাহিনীৰ কথা ক'ব পাৰি। বিজ্ঞান বিষয়ক গ্ৰন্থৰ ভিতৰত আছে— মহেন্দ্ৰ নাথ বৰাৰ 'গাণ-বাজনা আৰু ৰং-বিৰঙৰ খেল'(১৯৮১), মালিনীৰ 'সাধুৰ সহায়ত বিজ্ঞানৰ পৰিঘটনা' (২০১০) প্ৰকৃতি বিষয়ক পুথিৰ ভিতৰত নাম ল'ব পাৰি— শান্তা শৰ্মাৰ 'অসমৰ চৰাই-চিৰিকতি' (১৯৮৯), জীৱন দাসৰ 'অসমৰ বন-বননি বন্যপ্ৰাণী' (১৯৯০), ডিম্বেশ্বৰ চালিহাৰ 'বিলুপ্ত প্ৰাণী জগত' (১৯৯৮),

জীৱন দাসৰ 'অসমৰ বন-বননি বন্যপ্ৰাণী' (১৯৯০), ডিম্বেশ্বৰ চলিহাৰ 'বিলুপ্ত প্ৰাণী জগত' (১৯৯৮), ফণীধৰ পাঠকৰ 'অৰণ্যত কন্দল' (২০১০) আদি। আনহাতে, দুঃসাহসিক অভিযান কাহিনীৰ ভিতৰত আছে— মহেন্দ্ৰ নাথ বৰাৰ 'গান-বাজনা আৰু ৰং-বিৰঙৰ খেল' (১৯৮১), মালিনীৰ 'সাধুৰ সহায়ত বিজ্ঞানৰ পৰিঘটনা' (২০১০); আনহাতে, দুঃসাহসিক অভিযান কাহিনীৰ ভিতৰত আছে— খগেন্দ্ৰ নাথ বৰাৰ 'আমি পাহাৰ বগাবলৈ যাওঁ' (১৯৮৬), হৰিপ্ৰসাদ চলিহাৰ 'দুঃসাহসিক অভিযান' (১৯৯১) আদি।

### ৪.০১.০২ অনূদিত

সাহিত্যৰ বিকাশ আৰু সমৃদ্ধিত অনুবাদে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। অনুবাদৰ জৰিয়তে বিভিন্ন ভাষা-জাতি, সংস্কৃতিৰ পাৰস্পৰিক আদান-প্ৰদান অতি সহজে সম্পন্ন কৰিব পৰা যায়। এজন সাধাৰণ ব্যক্তিয়ে জীৱন কালত অতি কম সংখ্যক ভাষাহে শিকিব পাৰে। গতিকে বিভিন্ন ভাষাৰ গ্ৰন্থাদি পঢ়ি অঁতাব পৰাৰ সম্ভাৱনাও কম। অনুবাদে এইক্ষেত্ৰত যথেষ্ট সহায় আগবঢ়াব পাৰে। নিজ ভাষালৈ অনূদিত হোৱা কিতাপ সহজে পঢ়িব আৰু হৃদয়ংগম কৰিব পৰা যায়। সেয়ে অনুবাদৰ অন্যান্য বিবিধ অসুবিধা ইত্যাদি থাকিলেও ইয়াৰ গুৰুত্ব অস্বীকাৰ কৰিব নোৱাৰি। সভাই দেশী-বিদেশী বিবিধ পুথি অসমীয়ালৈ অনুবাদ কৰোৱাৰ বাহিৰেও অসমীয়া পুথিও আন ভাষালৈ অনুবাদ কৰাইছে।

অসমীয়া শিশু সাহিত্যৰ জগততো কেইবাগৰাকী শিশু সাহিত্যকে অন্য ভাষাৰ শিশু উপযোগী গ্ৰন্থ অসমীয়া ভাষালৈ অনুবাদ কৰি অসমীয়া শিশু সাহিত্য সমৃদ্ধ কৰিছে। অসম সাহিত্য সভায়ো শিশু সাহিত্যৰ বিকাশৰ বাবে অনুবাদৰ ক্ষেত্ৰত গুৰুত্ব প্ৰদান কৰিছে। অৱশ্যে অসমীয়া ভাষাত ৰচিত শিশু উপযোগী পুথি অসমীয়া ভিন্ন ভাষা যেনে— বড়ো, কাৰ্বি, ৰাভা আদিলৈ অনুবাদ কৰাৰ ক্ষেত্ৰত অধিক গুৰুত্ব দিয়াৰ প্ৰয়োজনীয়তা আছে। তদনুৰূপ ধৰণেৰে আন ভাষাৰ গ্ৰন্থও অসমীয়ালৈ অনুবাদ কৰাৰ দিশতো যথেষ্ট কৰণীয় আছে।

শিশু উপযোগী গ্ৰন্থ অনুবাদ কৰাৰ ক্ষেত্ৰতো সভাই কিছু পদক্ষেপ হাতত লৈছে। সভাই প্ৰকাশ কৰি উলিওৱা অনূদিত শিশু উপযোগী গ্ৰন্থৰ সংখ্যা কম যদিও অসমীয়া শিশু সাহিত্যৰ সমৃদ্ধিৰ ক্ষেত্ৰত এই গ্ৰন্থসমূহৰ ভূমিকা নুই কৰিব নোৱাৰি। সাধুকথাৰ পুথিৰ বাহিৰেও দেশ-বিদেশৰ বিবিধ বিষয়ৰ পুথি অসমীয়া ভাষালৈ অনুবাদ কৰি উলিওৱা হৈছে। মোহাম্মদ চাদেৰ আলিৰ 'শিশু- পাৰিজাত'; হৰিপ্ৰসাদ চলিহাৰ 'দুঃসাহসিক অভিযান'; ইন্দ্ৰ প্ৰসাদ শইকীয়াৰ 'নাটুং বৰ্লোৰ পৃথিৱীখন' (২০০৯);



সুচিত্ৰা কাকতীৰ 'ডন কুইকছোটাৰ বিচিত্ৰ অভিযান' (২০১২) আদি তেনে গ্ৰন্থ।

### ৪.০২ বিশেষ বঁটাৰ প্ৰৱৰ্তন

অসম সাহিত্য সভাই সাহিত্যৰ উন্নয়নকল্পে হাতত লোৱা আঁচনিৰ ভিতৰত বিশেষ বঁটা প্ৰৱৰ্তন প্ৰসংগ পূৰ্বে উল্লেখ কৰি অহা হৈছে। শিশু সাহিত্যৰ উন্নয়নৰ বাবেও সভাই কিছুমান বিশেষ বঁটা প্ৰৱৰ্তনৰ দিহা কৰিছে। অৱশ্যে বিভিন্ন কাৰণবশতঃ ইয়াৰে কেইবাটাও বঁটা মাত্ৰ দুবছৰমান প্ৰৱৰ্তন কৰিব পৰা হৈছে। এনে বঁটাৰ ভিতৰত উল্লেখযোগ্য হৈছে— 'কমলা দেৱী বঁটা'; 'গোপাল চন্দ্ৰ গোস্বামী বঁটা'; 'নকুল চন্দ্ৰ সভাপণ্ডিত বঁটা'; 'প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা' আদি।

সভাই স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ মাজত বিভিন্ন সাহিত্য চৰ্চাৰ পৰিৱেশ গঢ়ি তুলিবৰ বাবেও কিছুমান ব্যৱস্থা হাতত লৈছে। ছাত্ৰ-ছাত্ৰীৰ মাজত বিভিন্ন সাহিত্য প্ৰতিযোগিতাৰ আয়োজন কৰি শ্ৰেষ্ঠ বিবেচিত প্ৰতিযোগীক বঁটা প্ৰদান কৰাৰ ব্যৱস্থা তাৰ ভিতৰত অন্যতম। 'শৰৎ চন্দ্ৰ গোস্বামী বঁটা'; 'হৰিহৰ চৌধুৰী বঁটা' আদিৰ কথা এই প্ৰসংগত উল্লেখ কৰিব পাৰি।

### ৪.০৪ একাধিক ন্যাস-পুঁজিৰ প্ৰতিষ্ঠা ঃ

অসম সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাংগীন বিকাশৰ বাবে বিবিধ ন্যাস-পুঁজি আদি গঠন কৰিছে। এনে ন্যাস ব্যক্তিগত আৰু সমূহীয়া উভয় ধৰণৰ প্ৰচেষ্টাৰ ফল। অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ বাবেও সভাই একাধিক ন্যাস গঠন কৰিছে। এই ন্যাসসমূহে এফালে শ্ৰেষ্ঠ শিশু সাহিত্য ৰচনাৰ বাবে বছৰি অথবা দুই চাৰি বছৰৰ মূৰে মূৰে শিশু সাহিত্যকসকলক বঁটা আদিৰে উদগণি যোগোৱাৰ লগতে আনফালে বিভিন্ন সোঁৱৰণি গ্ৰন্থমালাৰ প্ৰকাশ, শিশু উপযোগী সাহিত্য প্ৰতিযোগিতাৰ আয়োজন, শিশু উপযোগী গ্ৰন্থৰ প্ৰকাশ আদি বিভিন্ন পদক্ষেপৰ জৰিয়তে অসমীয়া শিশু সাহিত্যক সমৃদ্ধ কৰাৰ চেষ্টা কৰি আহিছে। ন্যাসসমূহে স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ মাজত সময়ে সময়ে সাহিত্য প্ৰতিযোগিতাৰ আয়োজন, শিশু সমাৰোহৰ আয়োজন আদি কাম কৰি আহিছে। এনে ন্যাসৰ কেইবাটায়ো দুবছৰমান সফলতাৰে কাৰ্য সম্পাদন কৰি পৰৱৰ্তী সময়ত কাম বন্ধ কৰাৰ বিপৰীতে আন কেইটামানে বৰ্তমানেও কাম কৰি আছে।

শিশু সাহিত্যৰ সমৃদ্ধিৰ বাবে কাম কৰা এনে ন্যাস-পুঁজিৰ ভিতৰত— 'গোপাল চন্দ্ৰ গোস্বামী বঁটা পুঁজি', 'নকুল চন্দ্ৰ সভাপণ্ডিত সোঁৱৰণী বঁটা পুজি', 'প্ৰেমধৰ দত্ত সোঁৱৰণী পুঁজি', 'শৰৎ চন্দ্ৰ গোস্বামী বঁটা', 'হৰিহৰ চৌধুৰী বঁটা পুঁজি', 'চন্দ্ৰকান্ত ইন্দ্ৰকান্ত সামাজিক সমাৰোহ পুঁজি', বিষ্ণুৰাম মেধি ন্যাস পুঁজি', 'তাৰাপ্ৰসাদ চক্ৰৱৰ্তী

সোঁৱৰণী ন্যাস পুঁজি' আদিৰ নাম ল'ব পাৰি। পূৰ্বে উল্লেখ কৰি অহা হৈছে যে, অসম সাহিত্য সভাই অসমীয়া সাহিত্যৰ সৰ্বাংগীন বিকাশ আৰু সমৃদ্ধিৰ হকে বিভিন্ন পদক্ষেপ হাতত লৈছে আৰু এই ক্ষেত্ৰত যথেষ্ট আগবাঢ়িবলৈ সক্ষম হৈছে। অসমীয়া শিশু সাহিত্যৰ সমৃদ্ধিৰ বাবেও সভাই বিভিন্ন উপায় হাতত লৈছে। বিভিন্ন শিশু উপযোগী গ্ৰন্থৰ প্ৰকাশ, বিশেষ বঁটাৰ প্ৰৱৰ্তন, আন ভাষাৰ শিশু উপযোগী গ্ৰন্থৰ অসমীয়ালৈ অনুবাদ, একাধিক ন্যাস-পুঁজি প্ৰতিষ্ঠা আদি সভাই গ্ৰহণ কৰা বিভিন্ন উপায়ৰ কথা এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি।

আমাৰ আলোচনাত ইতিপূৰ্বে এটা কথা স্পষ্ট হৈছে যে, সভাই শিশু সাহিত্যৰ সমৃদ্ধিৰ বাবে বিভিন্ন প্ৰয়োজনীয় উপায় গ্ৰহণ কৰিছে যদিও সেয়া পৰ্যাপ্ত নহয়। বিভিন্ন কাৰণত শিশু-সাহিত্যৰ বিভিন্ন বিভাগ, যেনে কবিতা, গল্প, উপন্যাস আদিৰ আশানুৰূপ প্ৰকাশ আজিকোপতি হৈ উঠা নাই। গতিকে এইক্ষেত্ৰত অধিক গুৰুত্ব দিয়াৰ প্ৰয়োজনীয়তা আছে।

স্মৰ্তব্য যে, বৰ্তমান সময়ত অসমীয়া শিশু সাহিত্যই বিবিধ সাহিত্য ৰূপৰ লগতে নাটিকা, ভ্ৰমণ কাহিনী আদি দিশতো বিকাশ লাভ কৰিছে। কিন্তু উদ্ধৃত বিভাজনলৈ লক্ষ্য কৰিলে এই ধৰণৰ গ্ৰন্থাদি প্ৰকাশৰ ক্ষেত্ৰত যথেষ্ট দুৰ্বলতা পৰিলক্ষিত হয়। অসমীয়া শিশু সাহিত্যৰ জগতখন অধিক টনকিয়াল কৰি তোলাৰ স্বাৰ্থত সভাই এই দিশত মনোযোগ দিয়াৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। শিশু উপযোগী অনুবাদ সাহিত্যৰ বিকাশৰ ক্ষেত্ৰতো অধিক গুৰুত্ব দিয়া উচিত।

অসমীয়া শিশু সাহিত্যৰ সমৃদ্ধি আৰু বিকাশৰ উদ্দেশ্যে অসম সাহিত্য সভাই পালন কৰা বিশেষ ভূমিকা স্বীকাৰ কৰি লৈও এটা কথা ক'ব পাৰি যে এই দিশত সভাই আৰু অধিক মনোযোগ দিয়াৰ আৱশ্যকতা আছে। সভাই অসমীয়া শিশু সাহিত্যৰ গৱেষণাধৰ্মী কাম-কাজ বৃদ্ধিৰ বাবে গৱেষকসকলক উৎসাহিত কৰিব পাৰে। তদুপৰি শিশু উপযোগী লেখাৰে সমৃদ্ধ বিশেষ আলোচনী আদিৰ প্ৰকাশৰ চিন্তাও কৰিব পাৰে। শিশুৰ মানসিক উত্তৰণ, বৌদ্ধিক বিকাশ আদিৰ দিশত শিশু সাহিত্যৰ বিশেষ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি এই ক্ষেত্ৰত সাহিত্য সভাৰ কৰণীয় সম্পৰ্কে অধিক আলোচনাৰ যথেষ্ট প্ৰাসংগিকতা আছে।

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১। চৌধুৰী, সতীশ চন্দ্ৰ আৰু ৰীমা কলিতা (সং. সম্পা.) ১৯৯৯(২০১২)ঃ প্ৰকাশনৰ বৰ্ণমালাৰ তালিকা। অসম সাহিত্য সভা। যোৰহাট।

২। বৈশ্য, পৰেশ, ২০১০ঃ অসম সাহিত্য সভাৰ বুৰঞ্জী। ৰেখা প্ৰকাশন, গুৱাহাটী।

# অভিভাষণ

# উত্তৰ পূৰ্বাঞ্চলীয় ঐক্য আৰু অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ (বিশেষ উল্লেখসহ)

ড° বিনীতা বৰা দেৱ চৌধুৰী

**সূচনা ঃ**

১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ ফলস্বৰূপে ৰাজনৈতিকভাৱে অসম ইংৰাজৰ অধীনলৈ যায়। তাৰ ১০ বছৰ পিছত অৰ্থাৎ ১৮৩৬ চনত এচাম স্বাৰ্থান্বেষী লোকৰ প্ৰৰোচনত অসমীয়া ভাষাক অসমৰ বিদ্যালয়-আদালতৰ পৰা নিৰ্বাসন দিয়া হ'ল। ১৮৭২ চনত এচাম অসম হিতৈষী লোকৰ অহোপুৰুষাৰ্থ চেষ্টাৰ ফলত অসমীয়া ভাষাই হৃত মৰ্যাদা পুনৰ লাভ কৰিলে যদিও ভাষা-সাহিত্যৰ বিকাশৰ গতি লেহেমীয়া হৈ পৰিল। ১৮৮৮ চনত কলিকতাত উচ্চ শিক্ষা লাভ কৰিবলৈ যোৱা এদল শিক্ষিত যুৱকে ভাষা-সাহিত্যৰ গতিত জোৱাৰ আনিবলৈ আৰু ভঁৰাল টনকিয়াল কৰিবলৈ এক সংঘবদ্ধ প্ৰচেষ্টাৰ প্ৰয়োজনীয়তা অনুভৱ কৰি জন্ম দিলে অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ। কলিকতাত জন্ম লাভ কৰা এই অনুষ্ঠানটোৰ মুখপত্ৰ হিচাপে প্ৰকাশ পোৱা 'জোনাকী' আলোচনীয়েই অসমীয়া সাহিত্যৰ জগতলৈ এক নতুন জোৱাৰ আনিলে। বিংশ শতিকাৰ প্ৰথম দশকত এই অ. ভা. উ. সাৰ পৰিসৰ আৰু বেছি বৃদ্ধি কৰি সমগ্ৰ অসম জুৰি তেনে এখন সভা গঠনৰ প্ৰয়োজনীয়তা সচেতন মহলে অনুভৱ কৰিলে। ১৯১৪ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা অ. ভা. উ.সাৰ সভাত সদৌ অসম ভিত্তিত এক সাহিত্য অনুষ্ঠান গঠন কৰিবলৈ প্ৰচেষ্টা চলোৱা হয় যদিও মূৰকত সি হৈ নুঠিল। ১৯১৫ চনতো গুৱাহাটীত অনুষ্ঠিত হোৱা অ. ভা. উ. সাৰ সভাত অসম সাহিত্য সন্মিলন নামৰ এটা অনুষ্ঠান গঠন কৰি বংগীয় সাহিত্য সন্মিলনত যোগদান কৰাৰ প্ৰস্তাৱ লোৱা হয় যদিও শেষত আনুষ্ঠানিকভাৱে প্ৰতিনিধি প্ৰেৰণ কৰা নহ'ল। এই সকলোবোৰ প্ৰচেষ্টাত অনুপ্ৰাণিত হৈ জ্যেষ্ঠ কনিষ্ঠ সকলোৰে একেলগ হৈ ১৯১৭

---

লেখক পাঠশালা বজালী কলেজৰ অসমীয়া বিভাগৰ সহযোগী অধ্যাপক।

চনৰ ২৬ ডিচেম্বৰ তাৰিখে যোৰহাটত জন্ম দিয়ে অসম সাহিত্য সভাৰ। জন্মলগ্নৰ পৰাই সভাৰ উদ্দেশ্য আৰু লক্ষ্য আছিল অসমীয়া ভাষাৰ, অসমীয়া সাহিত্যৰ, সৃজনীশীলতা বৃদ্ধি আৰু সমৃদ্ধ কৰা। আজি অসম সাহিত্য সভাই ৯৫ বছৰত ভৰি দিছেহি। সভাৰ পৰিসৰ, গতি-প্ৰকৃতি সকলো দিশতে বহু পৰিবৰ্তন হৈছে। অসমৰ বৌদ্ধিক জীৱনৰ লগত সাহিত্য সভা ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিছে। ধাৰাবাহিকভাৱে অসম সাহিত্য সভাই অসমীয়া ভাষা, সাহিত্য-সংস্কৃতি আৰু জাতীয় স্বাৰ্থৰ সংৰক্ষণ আৰু বিকাশৰ হকে কাম কৰি আহিছে। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সংৰক্ষণ আৰু বিকাশৰ অৰ্থে কাম কৰিবলৈ যাওঁতে অসম সাহিত্য সভাই নিজৰ অ-ৰাজনৈতিক চৰিত্ৰও বজাই ৰাখিছে।

অসম সাহিত্য সভা অসমৰ সবাতোকৈ পুৰণি সামাজিক-সাংস্কৃতিক অনুষ্ঠান। অসমীয়া ভাষা-সাহিত্যৰ উন্নতি আৰু বিকাশ সাধনেই ইয়াৰ মূল লক্ষ্য আছিল যদিও বৰ্তমান সাহিত্য সভাৰ কৰ্ম পৰিসৰ যথেষ্ট বৃদ্ধি পাইছে। জাতীয় স্বাৰ্থ ৰক্ষাৰ যিকোনো দিশত এতিয়া অসম সাহিত্য সভাই জাগ্ৰত প্ৰহৰীৰ দৰে ভূমিকা ল'ব লগা হৈছে। আজি এটা স্তৰত অসমীয়া জাতি বিপন্ন হ'বলৈ ওলাইছে। ইতিমধ্যেই ভাঙি টুকুৰা-টুকুৰ হোৱা অসমীয়া জাতিটোক বা অসমখনক পুনৰবাৰ অসম কৰি গঢ়ি তোলাটো সম্ভৱপৰ নহয় যদিও অসম সাহিত্য সভাৰ কাৰ্য আৰু চিন্তাত অসম অকল নহয় সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলক এক গোট কৰি পূৰ্বৰ বৰ অসমৰ ধাৰণাটো ঘূৰাই অনাৰ প্ৰচেষ্টা সজীৱ হৈ আছে।

ত্ৰিশৰ দশকৰ পৰা অসম সাহিত্য সভাই বিভিন্ন প্ৰকাশন আৰু প্ৰতিযোগিতাৰ আয়োজন কৰি নবীন প্ৰতিভাশালী লেখকৰ বাবে এখন সৃষ্টিশীল মঞ্চ তৈয়াৰ কৰি দিয়াৰ দৰে ৰচনাত্মক কামৰ পাতনি তৰে। বিভিন্ন আঁচনিৰ জৰিয়তে, বিভিন্ন গ্ৰন্থ প্ৰকাশনেৰে অসমীয়া ভাষা সাহিত্যক সমৃদ্ধ কৰাত অসম সাহিত্য সভাই যথেষ্ট ভূমিকা গ্ৰহণ কৰিছে যদিও আৰু অধিক কৰাৰ থল এতিয়াও যথেষ্ট বিদ্যমান।

**মূল আলোচনা ঃ** অসমীয়া ভাষা-সাহিত্য সংস্কৃতিলৈ ধাৰাবাহিক অৱদান আগবঢ়োৱাৰ লগতে অসমীয়া জাতীয় জীৱনৰ কাণ্ডাৰী হিচাপে স্বীকৃত অসম সাহিত্য সভাৰ লগত অসমৰ বৌদ্ধিক জগত আলোকিত কৰি ৰখা প্ৰতিজন প্ৰথিতযশা ব্যক্তিয়েই জড়িত হৈ আহিছে। ১৯১৭ চনত শিৱসাগৰত বহা প্ৰথমখন অধিবেশনত সভাপতিত্ব কৰা পদ্মনাথ গোহাঞি বৰুৱাৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে সভাৰ প্ৰতিখন অধিবেশনতে সভাপতিৰ পদ অলংকৃত কৰি আহিছে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ একনিষ্ঠ সাধনাত ব্ৰতী একো একোজন স্বনামধন্য ব্যক্তিত্বই। প্ৰতিখন অধিবেশনতে সভাপতি গৰাকীয়ে প্ৰদান কৰিছে একো একোটা তথ্যসমৃদ্ধ ভাৱগধুৰ,



সুললিত অভিভাষণ। এই অভিভাষণসমূহে অসমীয়া ভাষা-সাহিত্যক কেৱল সমৃদ্ধ কৰাই নহয়-জাতীয় জীৱনৰ একো একোটা দিশত সুকীয়া সুকীয়াকৈ আলোকপাতো কৰিছে। অসম সাহিত্য সভাৰ কৰ্ম-কৰণীয় আদি দিশৰ ওপৰতো অভিভাষণসমূহে গুৰুত্ব প্ৰদান কৰা দেখা যায়। অভিভাষণসমূহত প্ৰতিফলিত হয় এজন বৰেণ্য ব্যক্তিৰ সমাজ-সাহিত্য-ভাষা আদিৰ ওপৰত থকা বৌদ্ধিক চিন্তাধাৰাৰ, অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি, বিকাশ সংযোগী ভাষা হিচাপে উত্তৰ-পূৰ্বাঞ্চলত অসমীয়া ভাষাৰ গুৰুত্ব, অসমীয়া ভাষা গঠনত বিভিন্ন জনজাতীয় ভাষাৰ প্ৰভাৱ ইত্যাদিৰ বিষয়ে প্ৰায় সকলোবোৰ অভিভাষণতে তথ্যনিৰ্ভৰ সমল পোৱা যায়। ঠিক তেনেদৰে বৰ্তমান অসমীয়া ভাষাৰ বিকাশৰ কাৰণে অসম সাহিত্য সভাই কি কৰি আহিছে বা কৰণীয় কি এই সন্দৰ্ভতো অভিভাষণসমূহত নিজস্ব চিন্তাৰ প্ৰকাশ কৰা পৰিলক্ষিত হয়। ঠিক তেনেদৰে সাহিত্যৰ ক্ষেত্ৰতো দেখা যায় যে সভাপতিসকলৰ প্ৰায় প্ৰতিজনেই অসমীয়া সাহিত্যৰ গতিধাৰা সম্পৰ্কত পাণ্ডিত্যপূৰ্ণ বিশ্লেষণ আগবঢ়াইছে অভিভাষণত। অসমীয়া সাহিত্যৰ বিকাশৰ বিভিন্ন পৰ্যায়, বিভিন্ন ৰূপ, জনজাতীয় সাহিত্য, অনুবাদ সাহিত্যৰ পৰা আৰম্ভ কৰি সাহিত্যৰ বিভিন্ন বাদ বৈচিত্ৰ্যৰ বিষয়েও আলোকপাত কৰিছে। অকল ভাষা আৰু সাহিত্যতে সীমাবদ্ধ নাথাকি জাতি আৰু সমাজৰ, জাতীয় জীৱনৰ বিভিন্ন দিশ, সমস্যা আদি সভাপতিসকলে তেখেতসকলৰ অভিভাষণত উল্লেখ কৰা পোৱা যায়। প্ৰায় সকলো অভিভাষণতে এটা বিশেষ দিশ পৰিলক্ষিত হয় এই যে— তেখেতসকলৰ চিন্তাত 'অসম' বুলি ক'লে প্ৰকৃততে উত্তৰ-পূৰ্বাঞ্চলক সামৰি পুৰণি যি অসম সেই অসমৰ ছবিহে জীৱন্ত হৈ আছিল। সেয়ে, অভিভাষণসমূহত অসমৰ লগতে উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-সাহিত্য-সংস্কৃতিকো, সামৰি লোৱাটো দেখা যায়। বিশেষ কেইখনমান অভিভাষণৰ উল্লেখেৰে এই উত্তৰ-পূৰ্বাঞ্চলীয় ঐক্য কিদৰে প্ৰকাশিত হৈছে তাক চাবলৈ প্ৰয়াস কৰা হ'ল।

**বিশেষ উল্লেখন ঃ** অসম সাহিত্য সভাৰ ১৯৭৩ চনত ৰঙিয়াত অনুষ্ঠিত চত্বাৰিংশ অধিবেশনত সভাপতিত্ব কৰি গিৰিধৰ শৰ্মাই আগবঢ়োৱা অভিভাষণখন এক কৰ্মযোগী ব্যক্তিৰ কৰ্ম আঁচনিৰ প্ৰকাশ হ'লেও তেখেতৰ পাণ্ডিত্যপূৰ্ণ চিন্তাধাৰাত অসমৰ ভাষা, সাহিত্য-সমাজৰ-সমসাময়িক চিন্তাৰ প্ৰতিফলন ঘটা দেখা যায়। অভিভাষণৰ আৰম্ভণিতেই তেখেতে বৃহত্তৰ অসমীয়া জাতিটো যে পৰস্পৰৰ যোগাযোগৰ অভাৱত ভাঙি টুকুৰা-টুকুৰ হৈ পৰিছে আৰু বুজাবুজিৰ অভাৱত সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ ঐক্য বিনষ্ট হোৱাৰ উপক্ৰম হৈছে—সেই দিশ লৈ অতি সচেতনভাৱে চিন্তা কৰিছে। কত কি ধৰণৰ ঘটনা, ষড়যন্ত্ৰৰ আৰু অপপ্ৰচাৰৰ বাবে যে পূৰ্ব প্ৰান্তত অৱস্থিত এই বিশাল অসমৰাজ্য ভাগি টুকুৰা-টুকুৰ ইতিমধ্যে হৈছে। কিন্তু টুকুৰা-

টুকৰ হোৱাৰ পিছতো দেখা যায় যে এই সকলোৰে কিন্তু যোগাযোগৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰে অসমীয়া ভাষা। সিয়েই প্ৰমাণ কৰে যে, বাহ্যিক ষড়যন্ত্ৰৰ ববে টুকুৰা-টুকুৰা হ'লেও উত্তৰ-পূৰ্বাঞ্চলীয় সকলো জাতিয়েই এক ঐক্যৰ বান্ধোন অনুভৱ কৰে। এই বান্ধোন জীয়াই ৰখা আৰু দৃঢ় কৰি তোলাটো অসম সাহিত্য সভাৰ লগতে প্ৰতিজন অসমীয়াৰে কৰ্তব্য। গিৰিধৰ শৰ্মাৰ অভিভাষণত এই ঐক্যবোধৰ কথা প্ৰকাশ পাইছে এনেদৰে— "বন্ধুসকল, আপোনালোকে বেচকৈ জানে যে, আমাৰ অযোগ্যতাৰ কাৰণেই, আমাৰ সংগঠন আৰু যোগাযোগৰ অভাৱৰ কাৰণেই আমাৰ অতি মৰমৰ ঠাইবোৰ আমাৰ পৰা আঁতৰি গৈ নগাৰাজ্য, অৰুণাচল আদি নাম লৈ বেলেগ ৰাজ্যত পৰিণত হ'ল।... অৰুণাচলৰ কামেং, সোৱণশিৰি, চিয়াং, লোহিত আৰু টিৰাপ জিলাৰ ইখনৰ লোকে সিখনৰ লোকৰ কথা বুজি নাপায়। এতিয়াও তেওঁলোকৰ পৰস্পৰৰ ভিতৰত যোগাযোগ কৰিব লাগিলে অসমীয়াৰ মাধ্যমেৰে কৰে।... সেইদৰে মিজোৰাম সৃষ্টি হ'ল, মেঘালয়ৰো সৃষ্টি হ'ল। গাৰো, জয়ন্তীয়া, খাছীয়াসকলক অসমীয়া নহয় বুলি কোনে ক'ব পাৰে? অথচ সেইসকল আজি অসমৰ বাহিৰত। এতিয়া আকৌ 'উদয়াচল'ৰ কথাও উঠিছে। কাছাৰবাসী অসমীয়া নহয় বুলিও প্ৰতিধ্বনি উঠিছে। এই কথাবোৰ ভালকৈ গমি চাবৰ সময় পাৰ হৈ গৈছে।"[১] অসমৰ প্ৰাচীন ঐতিহ্যৰ কথা উল্লেখ কৰি তেখেতে অভিভাষণখনত অন্যান্য কথা আৰু কৰণীয়ৰ লগতে উত্তৰ পূৰ্বাঞ্চলৰ ঐক্যৰ বান্ধোন দৃঢ় কৰাৰ ওপৰতো যথেষ্ট গুৰুত্ব সহকাৰে দৃষ্টিপাত কৰিছে। তাৰ বাবে তেখেতে তেখেতৰ আঁচনিত এটা সাংস্কৃতিক সমন্বয় কেন্দ্ৰ খুলি, ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰি ঐতিহ্য ৰক্ষাৰ কথাও উল্লেখ কৰিছে— "এই পদ্ধতিৰে আমাৰ ৰাজ্যত স্থায়ীভাৱে বসবাস কৰি থকা বিভিন্ন গোষ্ঠী সম্প্ৰদায়ৰ লোকৰ পাৰস্পৰিক সহযোগ আৰু সন্মিলনেৰে এই পূৰ্বপ্ৰান্তত এক বিশাল সংস্কৃতিৰ সৃষ্টি হ'ব পাৰে।"[২]

১৯৭৪ চনত মঙ্গলদৈত অনুষ্ঠিত হোৱা একচত্বাৰিংশ অসম সাহিত্য সভাৰ অধিবেশনত সভাপতিত্ব কৰিছিল অসমীয়া ভাষা-সাহিত্যৰ এগৰাকী বৰেণ্য কাণ্ডাৰী ড০ মহেশ্বৰ নেওগে। ড° মহেশ্বৰ নেওগেও অভিভাষণত উত্তৰ-পূৰ্বাঞ্চলীয় ঐক্য আৰু সংহতিৰ ওপৰত গুৰুত্ব দিছে। তেখেতৰো চিন্তা আৰু আশংকাবিৰোধী শক্তি আৰু ষড়যন্ত্ৰকাৰীৰ বাবে ছিন্ন-বিছিন্ন হোৱা উত্তৰ পূৰ্বাঞ্চলৰ ঐক্যৰ বান্ধোন। তেখেতৰ মূল বক্তব্য আছিল সাংস্কৃতিক অগ্ৰগতিৰ বাবে লাগে সংহতিত তেওঁ কৈছিল যে আন্তভাষিক সম্পৰ্ক স্থাপন, সাংস্কৃতিক আদান-প্ৰদানৰ পৰাহে দেশৰ সংহতি বাঢ়ি সৎসাহিত্য সৃষ্টিৰ পথ সুগম হ'ব। "স্নেহৰ অৰুণাচলঃ মাই হিলছ ছো ষ্ট্ৰং" বুলি কৈ তেওঁ কৈছে— "আজি উত্তৰ-পূৰ্ব সীমান্ত অঞ্চলৰ পাঁচখন সীমান্ত জিলাক লৈ



অৰুণাচল ৰাজ্য গঠিত হৈছে। ....তাৰ দ্বাৰা অসমীয়া ভাষা-সংস্কৃতিৰ লগত অৰুণাচলবাসী সম্পূৰ্ণ বিচ্ছিন্ন হোৱাৰ আশংকা জন্মা স্বাভাৱিক। ....অসম আৰু অৰুণাচলৰ সম্বন্ধ আজিৰ নহয় যুগমীয়া। সেই সম্বন্ধ ছাইৰ আলি নহয়, শিলৰ সেন্দুৰীয়া আলিহে, সেই সম্বন্ধৰ মাধ্যম অসমীয়া ভাষা। ....সীমান্তৰ লুম্বেৰ দাই, টাগাং টাকিয়ে বহুত দিন অসমীয়া সাহিত্যৰ সেৱা কৰি আহিছে আৰু স্বীকৃতিও পাইছে। অসমৰ পৰা সুকীয়া হৈ যোৱাৰ পিছতো নগাভূমিয়ে অসমক পাহৰা নাই।"[৩]

এইদৰে ড° মহেশ্বৰ নেওগে তেখেতৰ অভিভাষণত সাতামপুৰুষীয়া উত্তৰ-পূৰ্বাঞ্চলৰ ঐক্যৰ কথা আৰু তাৰ অস্তিত্ব বিপন্ন হোৱাৰ যে উপক্ৰম হৈছে তাৰ ওপৰত আলোকপাত কৰিছে। অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানে যে সঁজাতি দল আদি পঠিয়াই বা সাংস্কৃতিক-সাহিত্যিক আদান-প্ৰদানৰ জৰিয়তে সেই বান্ধোন পুনৰ দৃঢ় কৰিব পাৰে তাৰো উল্লেখ কৰিছে।

পৰ্বত-ভৈয়ামৰ চিৰকলীয়া প্ৰেম আৰু সম্প্ৰীতিৰ কথা বীৰেন্দ্ৰ বৰকটকীয়েও ১৯৮৬ চনৰ কামপুৰ অধিবেশনত দিয়া অভিভাষণত উল্লেখ কৰিছিল। তেওঁ গুৰুত্ব দি কৈছিল যে, ভুগোলৰ সীমাৰেখা আৰু মনৰ সীমাৰেখা একে নহয়। চৰকাৰৰ অদূৰদৰ্শিতাৰ ফলতেই অসমৰ অংগহানি হৈছিল যদিও অসমীয়া ভাষা আৰু সংস্কৃতিয়ে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলকে একতাৰ বান্ধোনেৰে বান্ধি ৰাখিছে। তেওঁ ভাষণত উল্লেখ কৰিছে যে—

"ভুগোলৰ কৃত্ৰিম সীমাৰেখাই মনৰ সীমাৰেখা নহয়।...শাসনৰ ৰাজনীতিয়ে অৰুণাচল, নগাভূমি, মেঘালয়, মিজোৰাম আমাৰ পৰা ভুগোলৰ সীমাৰেখা টানি আঁতৰাই নিলেও মনৰ আঁতৰ হ'বলৈ সম্প্ৰীতিৰ ইতিহাসে নিদিয়ে। অৰুণাচল-নগাভূমিৰ ৰাইজৰ আমাৰ লগত মনৰভাৱ প্ৰকাশ কৰাৰ মাধ্যম হ'ল অসমীয়া ভাষা। অসমীয়া ভাষাই তাহানি কালৰ পৰা পৰ্বতে-ভৈয়ামে সকলোকে যেন মৰমতে আঁকোৱালি ল'লে।[৪] সেয়ে অসমীয়া ভাষাৰ মাধ্যমেৰেই উত্তৰ পূৰ্বাঞ্চলৰ ঐক্যক সজীৱ ৰখাত তেখেতে গুৰুত্ব প্ৰদান কৰিছে।

কীৰ্তিনাথ হাজৰিকাই সভাপতিত্ব কৰা, ১৯৮৮ চনৰ হাইলাকান্দি অধিবেশনৰ সভাপতিৰ অভিভাষণতো উত্তৰ-পূৰ্বাঞ্চলীয় ঐক্য-সম্প্ৰীতিৰ ইতিহাস আৰু বিপন্ন ৰূপ বিশেষভাৱে উল্লেখ কৰাৰ লগতে তাৰ নিৰাময় কৰি নতুনকৈ যাতে কোনো খহনীয়া নহয় তাক প্ৰতিৰোধ কৰাৰ ওপৰত গুৰুত্ব দিছে—

"আমাৰ চুবুৰীয়া নাগালেণ্ড, অৰুণাচল প্ৰদেশ, মিজোৰাম, মেঘালয়, মণিপুৰৰ লগতো আমাৰ সাংস্কৃতিক সম্পৰ্ক বৃদ্ধি কৰিব লাগে। সম্প্ৰতি ৰাজনৈতিক তিক্ততাই এই অঞ্চলৰ কেতবোৰ ৰাজ্যৰ মাজত সম্পৰ্কৰ অৱনতি ঘটাইছে। সেই সম্পৰ্ক

উন্নতি সাধিবৰ বাবে অধিক আদান-প্ৰদানৰ প্ৰয়োজন, তদুপৰি সেইবোৰ অঞ্চললৈ সহায় কৰা উচিত। এইক্ষেত্ৰত নাগালেণ্ডৰ নাগামিজ ভাষাৰ ব্যাকৰণ অসমৰ পৰা যুগুতাই দিয়াৰ কথা উল্লেখ কৰিব পাৰি, তেনে উদাহৰণে আন ক্ষেত্ৰতো প্ৰেৰণা দিব বুলি ভাবিছো। কলা-সংস্কৃতিৰ সংৰক্ষণ, গৱেষণা আদিৰ বিষয়ে এই চুবুৰীয়া ৰাজ্যকেইখনে উমৈহতীয়া কেন্দ্ৰ এটাও গুৱাহাটীত বা আন ৰাজ্যৰ কোনো ঠাইত পাতিব পাৰে।"[৫]

উত্তৰ-পূৰ্বাঞ্চলীয় ঐক্যৰ কথা গভীৰভাৱে অনুধাৱন কৰি অভিভাষণত উল্লেখ কৰিছিল ১৯৯৩ চনৰ শিৱসাগৰ অধিবেশনৰ সভাপতি ড° ভূপেন হাজৰিকাদেৱে। গোটেই জীৱন সম্প্ৰীতিৰ সপোন দেখা, সম্প্ৰীতিৰ বাণী কঢ়িয়াই ফুৰা হাজৰিকাদেৱৰ অভিভাষণখনো তাৰ ব্যতিক্ৰম নাছিল। অকল সম্প্ৰীতিৰ কথা উল্লেখ কৰিয়েই ক্ষান্ত নাথাকি সভাপতি হিচাপে তেখেতে উত্তৰ-পূৰ্বাঞ্চলৰ হেৰাই যোৱা একতাক পুনৰ দৃঢ়তাৰে বান্ধিবৰ বাবে আঁচনিও তৈয়াৰ কৰিছিল। তেখেতে বিচাৰিছিল নতুন প্ৰজন্মই সাতামপুৰুষীয়া উত্তৰ-পূৰ্বাঞ্চলৰ একতাক পুনৰ অনুভৱ কৰক। অনুভৱ কৰি তাক পুনৰোজ্জীৱিত কৰাৰ যুঁজ দিয়ক, আৰু সেই যুঁজৰ তেখেত নিজেই হ'ব সেনাপতি, তেখেতৰ ভাষাত এই সপোন প্ৰকাশ পাইছে এনেদৰে—

"মই আজি এহেজাৰ যুৱক-যুৱতী, সাহিত্য কৰ্মী, সংস্কৃতি কৰ্মী বিচাৰিছোঁ এটি বাহিনীৰ বাবে। এই এহেজাৰ স্বেচ্ছাসেৱক-সেৱিকা সকলো জাতি-ভাষা-গোষ্ঠীৰ আৰু জনজাতীয় সাহিত্য সভাৰ সৈতে জড়িত লোক হ'ব লাগিব, যেনে— বড়ো, সাহিত্য সভা, মিচিং সাহিত্য সভা, কাৰ্বি সাহিত্য সভা, নেপালী সাহিত্য সভা, মনিপুৰী সাহিত্য সভা, বৰাকৰ সাহিত্য সভা প্ৰমুখ্যে আন আন ভাষা-গোষ্ঠীৰ পৰা আহিব লাগিব এই বাহিনীৰ কৰ্মীবৃন্দ। ....কোটিকলীয়া এনাজৰী, য'তেই ছিগি যাব খুজিছে তাতে পুনৰ্নিৰ্মাণ কৰিবলৈ তাঁলৈকে আন্তৰিকতাৰে লৰৰি যাব এই বাহিনী। প্ৰতি স্বেচ্ছাসেৱক-সেৱিকাৰ মন হ'ব লাগিব উদাৰ-সমন্বয়ৰ জৰী সবল কৰাৰ অৰ্থে সকলো প্ৰকাৰৰ দলগত ৰাজনৈতিক আৰু সাম্প্ৰদায়িক চিন্তা আৰু স্বাৰ্থৰ উৰ্দ্ধত থাকি কাম কৰিবলৈ সাজু থাকিব লাগিব এই বাহিনী।"[৬]

**সিদ্ধান্ত ঃ** এইদৰে চালে দেখা যায় যে, আৰম্ভণিৰে পৰা এতিয়ালৈকে প্ৰায় সকলো সভাপতিৰ অভিভাষণতে উত্তৰ পূৰ্বাঞ্চলীয় সম্প্ৰীতি, ঐক্য আৰু বান্ধোনৰ কথাই গুৰুত্ব সহকাৰে স্থান পাইছে। সকলোৱেই অনুভৱ কৰিছে যে অসমীয়া জাতি মানে অসমৰ সকলো জনগোষ্ঠী আৰু বৰ্তমানৰ উত্তৰ-পূৰ্বাঞ্চলৰ জনগোষ্ঠীসমূহৰ সন্মিলিত সত্তা। সকলোৱে অনুভৱ কৰিছে ৰাজনৈতিক বিফলতাৰ অভাৱত আৰু স্বাৰ্থান্বেষী এক মহলৰ ষড়যন্ত্ৰতহে উত্তৰ পূৰ্বাঞ্চলৰ ভৌগোলিক বিভাজন ঘটিছে।



তৎসত্বেও তেখেতসকলে বিশ্বাস কৰে যে মানসিক বিভাজন এতিয়াও ঘটা নাই আৰু ভৱিষ্যতেও নঘটে আৰু তাৰ অন্যতম কাৰণ হ'ল সংযোগী ভাষা হিচাপে ব্যৱহাৰ হৈ থকা অসমীয়া ভাষা। প্ৰায় প্ৰতিখন অভিভাষণতে এই কথা প্ৰকাশ পাইছে যে উত্তৰ পূৰ্বাঞ্চলীয় ঐক্য গঢ়ি তোলা আৰু বজাই ৰখাৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ ভূমিকা অপৰিসীম।

**প্ৰসংগ টোকা ঃ**

১. অসম সাহিত্য সভাৰ ভাষণাৱলী; পঞ্চম খণ্ড, পৃঃ ৬৪
২. ঐ ; ঐ পৃঃ ৭৭
৩. ঐ ; ঐ পৃঃ ৮৯-৯০
৪. ঐ ; ঐ পৃঃ ২৮৫
৫. ঐ ; ঐ পৃঃ ৩৪২
৬. ঐ ; ঐ পৃঃ ৪১৮

**সহায়ক গ্ৰন্থ ঃ**

১. অসম সাহিত্য সভাৰ ভাষণাৱলী; পঞ্চম খণ্ড, সম্পাদনা ঃ সতীশ চন্দ্ৰ চৌধুৰী, ড° প্ৰদীপ ভূঞা; ২০০৮

# অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণত লক্ষ্মীনাথ বেজবৰুৱাৰ জাতীয় সাহিত্যৰ অভিব্যক্তি

মালবিকা ভট্টাচাৰ্য

মহাপুৰুষ শংকৰদেৱে যিদৰে মধ্যযুগৰ ধ্বংসমুখী অসমীয়া সমাজক একত্ৰিত কৰি বিক্ষিপ্ত অসমীয়া সংস্কৃতিক একতাৰ এনাজৰীৰে বান্ধি থৈ গ'ল ঠিক সেইদৰে লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক অন্যৰ গ্ৰাসৰ পৰা ৰক্ষা কৰি আধুনিক অসমীয়া সমাজ গঢ়ি থৈ গ'ল। সাহিত্য সেৱাৰ যোগেদি লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া সমাজত জাতীয়তাৰ বীজ সিঁচি দিলে। ভালেমান দিন ধৰি বিশৃংখল হৈ থকা অসমীয়া ভাষা-সাহিত্যক এটা স্থায়ী ৰূপ দিয়া বেজবৰুৱাৰ সাহিত্যয়ে হ'ল অসমীয়া জাতীয় চৰিত্ৰ। বেজবৰুৱাৰ সাহিত্য আচলতে অসমীয়া জাতীয় ভাৱৰ ধ্বনি আৰু প্ৰতিধ্বনিহে। সেয়েহে বেজবৰুৱা অসমৰ জাতীয় নেতা। জাতীয়তাৰ অভিব্যক্তি বেজবৰুৱাৰ ৰচনাত কেনেদৰে প্ৰতিফলিত হৈছে সেয়া বেজবৰুৱাই অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা দিয়া ভাষণৰ মাজেৰে বিশ্লেষণ কৰাই হ'ল এই গৱেষণাপত্ৰৰ উদ্দেশ্য।

ভাৰতবৰ্ষত ব্ৰিটিছৰ ৰাজত্বৰ সময়তে যিকেইজন অসমীয়াই কলিকতাৰ 'মেছ'ত থাকি অসমক বৌদ্ধিকভাৱে উত্তৰণ কৰাৰ চিন্তা-চৰ্চা অব্যাহত ৰাখিছিল, সেইসকলৰ ভিতৰৰে এজন আছিল লক্ষ্মীনাথ বেজবৰুৱা। প্ৰথমবাৰ কলিকতালৈ গৈ কলিকতীয়া জীৱনৰ লগত জীণ যাব নোৱাৰি ঘূৰি আহিল। এবছৰকাল ইফাল-সিফালকৈ কটাই পিছৰ বছৰত পুনৰ কলিকতালৈ ঘূৰি গৈ থিতাপি লৈ চন্দ্ৰ কুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, গুণাভিৰাম বৰুৱাৰ সৈতে লগ লাগি 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ জন্ম দিলে। অসমীয়া ভাষা-সাহিত্যৰ সৰ্বতো প্ৰকাৰ উন্নতিয়ে

লেখক দিশপুৰ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।



আছিল এই সভাৰ উদ্দেশ্য। কালক্ৰমত এই সৰু পুলিটোৱে বটবৃক্ষ হৈ 'অসম সাহিত্য সভা'ত পৰিণত হ'ল। 'বহুত দিনৰ আগেয়ে সেই এমুঠি কলিকতীয়া অসমীয়া ছাত্ৰে অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ যি প্ৰথম বীজ পুতিছিল, কোনে ভাবিছিল তেতিয়া যে সেই বীজেই একোজোপা প্ৰকাণ্ড বৰগছ হৈ শান্তিৰ শীতল ছাঁৰে গোটেই অসম আবৰি ধৰিব? কোনোবাই তেতিয়া কল্পনাও কৰিব পাৰিছিল নে যে কেতিয়াবা এসময়ত এই অসমতে আমি সকলো একেলগ হৈ এইদৰে এখনি মহতী সভা পাতি মাতৃমন্দিৰত পুষ্পাঞ্জলি দিব পাৰিম? কিন্তু আজি কি দেখিছোঁ? দেখেছোঁ, সেই পঢ়াশালিৰ ছাত্ৰৰ দুৰ্বল ডিঙিৰ পৰা ওলোৱা সেই দুৰ্বল মাত, সেই ক্ষীণ কণ্ঠস্বৰ লাহে লাহে ডাঙৰ, সবল আৰু শকত হৈ আজি গোটেই অসম ইমূৰৰ পৰা সিমূৰলৈকে প্ৰতিধ্বনিত কৰিছে। আজি পূবৰ পৰা পশ্চিমলৈকে, উত্তৰৰ পৰা দক্ষিণলৈকে গোটেই অসমে একেলগে সেই মাতৰ লগত মাত মিলাই গভীৰ উদাত্ত সুৰেৰে মাতৃভাষাৰ আৰতি কৰিছে।'[১]

অসম সাহিত্য সভাৰ গুৱাহাটীত বহা সপ্তম অধিবেশনৰ (ডিচেম্বৰ, ১৯২৪)[২] লক্ষ্মীনাথ বেজবৰুৱাই সভাপতিৰ আসন শুৱনি কৰিছিল। সভাপতিৰ আসনৰ পৰা যি ভাষণ বেজবৰুৱাই আগবঢ়াইছিল তাত আছে প্ৰাচীন কামৰূপৰ স্থান, অসমীয়া ভাষা-সাহিত্যৰ যুগ বিভাজন, জাতীয় সাহিত্য, সাহিত্য সভাৰ কৰ্তব্যকে ধৰি সাহিত্যৰ বিভিন্ন দিশৰ আলোচনা। এই আলোচনাত বেজবৰুৱাই যি অভিমত আগবঢ়াইছে তাৰ মাজত আমি বিচাৰি পাওঁ তত্ত্বজ্ঞ বেজবৰুৱা, ৰসিক বেজবৰুৱা, সামাজিক আৰু জাতীয় পৰিচয় সম্বন্ধে গভীৰ জ্ঞানেৰে পুষ্ট বেজবৰুৱাক। ইয়াৰ মাজেৰে অসম আৰু অসমীয়াৰ প্ৰতি দায়বদ্ধ বেজবৰুৱাকো আমি লগ পাওঁ। জাতীয় সাহিত্য কি, তাৰ লগত জাতীয় জীৱনৰ সম্বন্ধ কিমান গভীৰ, জাতীয় সাহিত্য ৰচনাৰ বাবে আৰু সমাজত বৰ্তি থাকিবৰ বাবে কি ধৰণৰ পৰিৱেশৰ প্ৰয়োজন— এই সকলো কথাৰ মনোজ্ঞ আৰু গভীৰ বিশ্লেষণাত্মক আলোচনা এই ভাষণটিৰ মাজত সোমাই আছে। এই সকলো দিশৰ পৰা বেজবৰুৱাৰ ভাষণটি অসম সাহিত্য সভাৰ অমূল্য সম্পদৰূপে বিবেচিত। বৰ্তমান সময়ত বেজবৰুৱাৰ ভাষণটিৰ যথেষ্ট প্ৰাসংগিকতা আছে। জাতীয় সাহিত্যৰ উত্তৰণৰ ক্ষেত্ৰত এই ভাষণটিৰ প্ৰাসংগিকতা থাকিব। যিকোনো জাতিৰ জাতীয় জীৱনৰ ইতিহাস যি ৰচনাত ৰক্ষিত হয় সেই ধৰণৰ সাহিত্যইহে জাতীয় সাহিত্য আখ্যা পাব পাৰে। যদি সাহিত্যৰ মাজত এটা জাতিৰ সভ্যতা-সংস্কৃতিৰ প্ৰতিফলন নঘটে তেনেহ'লে সি জাতীয় সাহিত্যলৈ উন্নীত হ'ব নোৱাৰে। কোনো এটা জাতিৰ ৰাজনৈতিক, সামাজিক আৰু ধৰ্ম সম্বন্ধীয় সকলো কথাৰ উমান সাহিত্যৰ মাজেৰেহে পাব পাৰি।

জাতীয় সাহিত্য হৈছে এটা জাতিৰ দাপোণ। আমি দাপোণত যেনেদৰে নিজৰ প্ৰতিবিম্ব হুবহু দেখা পাওঁ, ঠিক সেই দৰে জাতীয় সাহিত্যৰ মাজত এটা জাতিৰ পূৰ্ণ প্ৰতিফলন ঘটা দেখিবলৈ পাওঁ। জাতি, সভ্যতা, সংস্কৃতি, সমাজ আৰু সাহিত্য ওতঃপ্ৰোতভাৱে জড়িত। এটা জাতিৰ সভ্যতা-সংস্কৃতিৰ বিষয়ে সাহিত্যৰ মাজৰেহে অৱগত হ'ব পাৰি। প্ৰতিজন ৰচয়িতাৰ আঁৰত লুকাই থাকে এখন সমাজ। কাৰণ ৰচয়িতাই সদায় সমাজৰ পৰাই সমল সংগ্ৰহ কৰে। 'জাতীয় জীৱনৰ ভৰা সোঁতেই জাতীয় ইতিহাস আৰু সাহিত্যৰ ভৰসোঁত। ইংলেণ্ডৰ ৰাণী এলিজাবেথৰ দিনৰ ৰেনেছাঁলৈ চকু দিলেই এই কথা সম্যকৰূপে বুজিব পাৰি। এজন বিখ্যাত লেখকৰে কৈছে— মোক এখন কিতাপ দিয়া, মই তেতিয়া সেই জাতিৰ সভ্যতাৰ বিষয়ে কৈ দিম, "Show me a book and I will tell you at once the history of the nation. Behind every book is a man and behind every man is a nation."[৩]

এটা জাতিৰ জাতীয় সাহিত্যৰ উন্নতি-অৱনতি নিৰ্ভৰ কৰে জাতীয় জীৱনৰ ওপৰত। জাতীয় জীৱনৰ লগত জড়িত হৈ থাকে মাতৃভাষা, সৰ্বসাধাৰণৰ শিক্ষা, জাতিৰ মুক্ত আৰু স্বাধীন জীৱন, জ্ঞান আদি কাৰকসমূহ। এই কাৰকসমূহৰ সৰ্বাংগীন উন্নতি মানেই জাতীয় সাহিত্যৰ উন্নতি। "জাতীয় জীৱনৰ উন্নতি-অৱনতিত জাতীয় সাহিত্যৰ উন্নতি-অৱনতি অনিবাৰ্য। শংকৰী যুগ আৰু তাৰ পিছৰ ডোখৰৰ নাম দিব লাগিলে আকৌ এবাৰ দিব পাৰি এন্ধাৰ যুগ। আহোম ৰজাসকলৰ দিনত ঘাইকৈ শেষৰ ডোখৰত, নানা ৰাজনৈতিক বিপ্লৱৰ, বিশেষকৈ মোৱামৰীয়া বিদ্ৰোহৰ আৰু মানৰ উপদ্ৰৱৰ নিমিত্তে অশান্তিৰ চূড়ান্ত অৱস্থা। তাৰ উপৰি ভূতৰ ওপৰত দানহ, কীৰ্ত্তিচন্দ্ৰ বৰুৱাৰ অক্ষয় অকীৰ্ত্তি বুৰঞ্জীৰূপী মেষদাহ। এনে বিলাক কাৰণত সেই সময়ত সাহিত্য-চৰ্চাৰ বৃদ্ধি আৰু পৰিপুষ্টিত ব্যাঘাত আৰু ধ্বংস স্বাভাৱিক।"[৪]

জাতীয় সাহিত্যৰ উন্নতি-অৱনতিত এটা জাতিৰ মাতৃভাষাৰ গুৰুত্বপূৰ্ণ ভূমিকা আছে। অসমত বঙলা ভাষাৰ প্ৰচলন হৈ থকাৰ সময়ছোৱাত অসমীয়া ভাষাই যি সমস্যাৰ সন্মুখীন হ'ব লগা হ'ল তাৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছিল জাতীয় সাহিত্যৰ ওপৰত। সেই সময়ছোৱা অসমীয়া সাহিত্যৰ বাবে "অন্ধকাৰ যুগ" ৰূপে পৰিগণিত হৈ আছে। "অসমত গুৰি ডোখৰত গৱৰ্ণমেণ্টে ভুল বাটেদি গৈ বঙলা ভাষা চলোৱাত আমাৰ সাহিত্য আৰু ভাষাৰ এটা ডাঙৰ বিঘিনি ঘটিছিল। সেই বিঘিনিত পৰি অসমীয়া ভাষা আৰু সাহিত্যই ভেটা পাইছিল, ঢকা খাইছিল আৰু আগবাঢ়িব নোৱাৰি হুঁহকি পৰিছিল আৰু সেইবাবে ইংৰাজ অধিকাৰৰ প্ৰায় ৩০/৪০ বছৰ অসমীয়া ভাষা আৰু সাহিত্যৰ পক্ষে বিফলে গ'ল বুলিব লাগে।"[৫]



ভাষাৰ লগতে আৰু এটা কাৰক যোগ হৈ আছে। সেইটো হ'ল সৰ্বসাধাৰণৰ শিক্ষা। সৰ্বসাধাৰণ শিক্ষিত নহ'লে সাহিত্যৰ উচিত মূল্যায়ন নহয়। কাৰণ পাঠকেহে নিৰ্ধাৰণ কৰে সাহিত্যৰ গুণগত মান। শিক্ষিত নহ'লে সাহিত্যৰ সঠিক মান নিৰ্ধাৰণ নহয়। অৱশ্যে শিক্ষাৰ লগত স্বাধীনতাৰ কথাও জড়িত হৈ আছে। "যি জাতিৰ জীৱন মুক্ত আৰু স্বাধীন, সেই জাতিৰ সাহিত্যৰো মুক্ত, স্বাধীন আৰু অব্যাহত গতি।"[৬] শিক্ষাই মন-মগজুক মুক্ত আৰু স্বাধীন কৰে আৰু দেশৰ স্বাধীনতাই শিক্ষিত মনক অব্যাহত গতি প্ৰদান কৰে। অসম আৰু অসমীয়া যদিও বে'ছ দীঘলীয়া সময় যুৰি পৰাধীনতাৰ শিকলিৰে বান্ধ খাই আছিল; সেই সময়তে বেজবৰুৱাৰ দৰে ব্যক্তিয়ে অসমীয়া মানুহক জাতীয়তাৰ মন্ত্ৰেৰে উদ্বুদ্ধ কৰি জগাই তুলিলে। কাৰণ তেওঁ উপলব্ধি কৰিছিল যে অব্যাহত গতিত সাহিত্য ৰচনা নহ'লেও হাত সাৱটি বহি থাকিলে সমস্যাৰ সমাধান নহয়। শৰীৰ দাসত্বৰ শিকলিৰে বান্ধ খাই থাকিলেও মনত সোমাই থকা ব্ৰহ্মাক সজাগ, দীপ্তিময় কৰি ৰাখি কৰ্মত মনোনিৱেশ কৰা উচিত। বিশ্বসাহিত্যৰ সুৰত নিজৰ সাহিত্যৰ সুৰ মিলাই চলিব পৰা কৰিবলৈ প্ৰাণেপণে চেষ্টা কৰা উচিত। এইবোৰ কাম সমাধা কৰাৰ ক্ষেত্ৰত সাহিত্য সভাৰ বিশেষ কৰ্তব্য আছে। সাহিত্য সভা এনে এটি জাতীয় অনুষ্ঠান যিয়ে জাতীয় জীৱনৰ সৌধ নিৰ্মাণৰ বাবে অতীত আৰু বৰ্তমানৰ মাজত সম্বন্ধ আৰু সামঞ্জস্য ৰাখি ভৱিষ্যতৰ পথৰ সন্ধান দিব পাৰিব।

জাতীয় জীৱনৰ সৌধ নিৰ্মাণৰ বাবে মুখ্য প্ৰয়োজন হ'ল জ্ঞান। জ্ঞানৰ ভেটি শকত নহ'লে জাতীয় জীৱন আৰু জাতীয় সাহিত্যৰ ভেটি সবল নহয়। আমাৰ কি আছিল, আমাৰ কি নাই সেই সম্বন্ধে সজাগ দৃষ্টিৰে সকলো নিৰীক্ষণ কৰিব পাৰিব লাগিব। অইনৰ সাহিত্যলৈ চকু দিয়াৰ পৰিবৰ্তে নিজৰ অতীত বুৰঞ্জীৰ সঠিক অধ্যয়ন কৰি সকলো গোটাই লৈ শক্তিশালী আৰু মনোগ্ৰাহী ৰূপত সাহিত্যৰ মাজত ঠাই দি বৰ্তমান আৰু ভৱিষ্যতক উৎসাহিত কৰিব পাৰিব লাগিব। এনে সাহিত্য সৃষ্টি কৰিলেহে জাতীয় জীৱনৰ উন্নতি হ'ব। সমাজত এনেধৰণৰ চিন্তাশীল পাঠক আৰু লেখক সৃষ্টিৰ বাবে এদল নিঃস্বাৰ্থ, পৰোপকাৰী, সাহিত্যসেৱী, স্বদেশপ্ৰিয় ডেকাশক্তিৰ প্ৰয়োজন। সেই গুৰু-গম্ভীৰ ব্যক্তিত্ব গঠন প্ৰক্ৰিয়াত অসম সাহিত্য সভাৰ গুৰু দায়িত্ব আছে। এই দায়িত্ব নিয়াৰিকৈ পালন কৰিলেহে দেশ উন্নতিৰ পথত আগুৱাই যাবলৈ সক্ষম হ'ব।

লক্ষ্মীনাথ বেজবৰুৱাই অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা দিয়া ভাষণটিৰ মাজত উল্লিখিত সকলো কথাৰ আলোচনা কৰিছে। আলোচনাত অসমৰ লোক-সংস্কৃতিৰো পূৰ্ণ প্ৰতিফলন ঘটিছে। কাৰণ প্ৰৱাসত থাকিলেও বেজবৰুৱাৰ মন, আত্মা সদাই অসম প্ৰেমেৰে উপচি আছিল। অসমৰ জন-জীৱনৰ আৰু লোক-সংস্কৃতিৰ বিভিন্ন দিশৰ পূৰ্ণ প্ৰতিফলন বেজবৰুৱাৰ ৰচনাত দেখা যায়।

অসমৰ লোক-সমাজ আৰু লোক-সংস্কৃতিৰ প্ৰতি বেজবৰুৱাৰ গভীৰ আকৰ্ষণ আছিল। সেয়েহে তেওঁৰ ৰচনাসমূহৰ নিচিনাকৈ এই ভাষণটিতো লোক-সংস্কৃতিৰ বিভিন্ন দিশৰ প্ৰতিফলন ঘটিছে। আচলতে বেজবৰুৱাৰ সকলো কামৰ লক্ষ্য আছিল অসমীয়া সমাজৰ বৌদ্ধিক উত্তৰণ। তাৰ বাবে তেওঁ অসমৰ লোক-সমাজত প্ৰচলিত প্ৰবচন বা যোজনা আৰু লোক-ভাষাৰ সাহিত্যত যথাযথ প্ৰয়োগ কৰি আবেদনক্ষম কৰাৰ উপৰিও সকলোৰে হৃদয় স্পৰ্শ কৰিবলৈ যতন কৰিছিল। ভাব আৰু ভাষাৰ সুন্দৰ সমন্বয়তহে উৎকৃষ্ট আৰু চিত্তাকৰ্ষক সাহিত্যৰ সৃষ্টি হয়। ভাষাৰ ক্ষেত্ৰত বেজবৰুৱা সৰল আৰু ঘৰুৱা। যোজনা, লোকভাষা আদিৰ প্ৰয়োগৰ জৰিয়তে গভীৰ বিষয়ো ৰসাল আৰু সকলোৰে বোধগম্য কৰি তুলিব পাৰি। কাৰণ, লোকভাষা হ'ল সকলো ভাষাৰ ভেটি। ভেটি যিমান শক্তিশালী হয় তাৰ ওপৰত নিৰ্মাণ হোৱা নিৰ্মিতিও সিমানে শক্তিশালী হয়। অসমীয়া ভাষাও এই ক্ষেত্ৰত পৰিমৰা বিধৰ নহয়। অতীত বুৰঞ্জী অধ্যয়ন কৰিলে অসমীয়া ভাষা-সাহিত্যৰ গৌৰৱময় ইতিহাস সম্বন্ধে অৱগত হ'ব পাৰি। অসমীয়া ভাষাই আনৰ প্ৰৰোচনাত পৰি যি দুৰ্যোগৰ সন্মুখীন হৈছিল তাৰ পৰা উদ্ধাৰৰ বাবে বেজবৰুৱাই হাতত কলম তুলি লৈছিল। লাচিতৰ বিক্ৰম, জয়মতীৰ আত্মত্যাগ আৰু শংকৰৰ বিশুদ্ধ ধৰমক অস্ত্ৰ হিচাপে লৈ অসমীয়াৰ হৃত গৌৰৱ, হেৰাই যোৱা মনোবল ঘূৰাই আনিলে। ভাঙোনমুখী অসমীয়া সমাজক পুনৰ একতাৰ ডোলেৰে বান্ধিলে। বিহুগীত, বনগীত, সাধুকথা, আইনাম, ধাইনাম, বিয়াগীত, যোজনা, প্ৰবচন, লোকভাষাক সাহিত্যৰ মাজত ঠাই দি সকলোকে জাতীয়তাৰ মন্ত্ৰেৰে উদ্বুদ্ধ কৰি জগাই তুলিলে। বেজবৰুৱাই দেখুৱাই থৈ গ'ল অসমীয়া ভাষা-সাহিত্যৰ মুক্তিৰ পথ।

জাতীয় ভাবেৰে উদ্বুদ্ধ বেজবৰুৱাই সকলো কৰ্মতে লোকভাষাৰ ব্যৱহাৰ কৰিছিল। লোকভাষাৰ ব্যৱহাৰে কিদৰে ভাষা-সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰে সেয়া বেজবৰুৱাই প্ৰমাণ কৰি থৈ গ'ল। লোকভাষা, যোজনাৰ ব্যৱহাৰ হ'ল বেজবৰুৱাৰ ৰচনাশৈলীৰ এটা বৈশিষ্ট্য। লোকভাষাৰ যথাযথ প্ৰয়োগৰ বাবে বেজবৰুৱাৰ ভাষা নিভাঁজ অসমীয়া ভাষাৰ উৎকৃষ্ট নিদৰ্শন। লোকভাষা আৰু যোজনাৰ যথাযথ ব্যৱহাৰৰ ফলত বেজবৰুৱাৰ ভাষণটি সকলোৰে বোধগম্য হোৱাৰ লগতে ৰসাল আৰু উৎকৃষ্ট ভাৱৰ পৰিবাহকৰূপে পৰিগণিত হৈছে। জীৱন্ত ভাষাই সকলো ভাবৰ বাহন। জাতীয় জীৱনৰ অভাৱ মোচন আৰু জাতীয় ভাবৰ সম্প্ৰসাৰণৰ বাবে লোকভাষাৰ প্ৰয়োজন। কাৰণ, লোক-ভাষা, যোজনা আদিৰ প্ৰয়োগৰ ফলত বৰ্ণনীয় বিষয় আবেদনক্ষম হোৱাৰ লগতে হৃদয়স্পৰ্শীও হয়। বেজবৰুৱাৰ অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণত প্ৰয়োগ হোৱা লোক-ভাষাৰ উদাহৰণ তলত দিয়া হ'ল—

**জতুৱা ঠাঁচ খণ্ডবাক্য ঃ**



পেটে পেটে বেজাৰ পোৱা, কাতি কৰি থৈ, কাঁৰফাই ধনু, অভগা কাড়ী, ছাল-ছিগা, মুখে-মুখে বাগৰি ফুৰা, আলিৰ দাঁতিত পৰি মলঙিবলৈ ধৰা, টেকেলি কাতি, গৰিলা লৈ, বোকোচাত বান্ধি, চেলু লৈ, মূৰ দোঁৱাই অহা, বুকু উদং কৰি, আঁকোৱাল মেলি, খহি পৰি, জকাইচুক, চুচুক্-চামাককৈ, টাব চিলিঙি পোৱা, চকু পোন্দাই, সাতামপুৰুষীয়া গড়, হাতে ঢুকি পোৱা, সৰ সৰ কৰে কোৱা, চনমূৰকৈ মৰা, ভুৰখা (-ন), মনে ধৰা (-ন), আমন-জিমনকৈ, জ্বলাকলা, চল পোৱা (পাই), ন-কৈ ধৰা হাতী, বৈঠ পৰা নাই, গাদী পৰা নাই, থৰক-বৰক, মাউৰত পৰি মৰা, বিচুৰ্তি হৈ কি কৰোঁ ক'লৈ যাওঁ, অনাই-বনাই ফুৰা (ফুৰি), পুৰি ছন হোৱা, চকু দিয়া (দিলেই), ভু পোৱা, ভূতৰ ওপৰত দানহ, লেলোৱা-ঢেন্দোৱা, খানি-কুৰি, থাকি থাকি মনতে ওপজা, বেবৰিবাংখন লগা (লাগি), হেস্তনেস্ত হয়, কাৰৈৰ জাকতে উজোৱা (উজাওক), ভেটা পোৱা (পাইছিল), ঢকা খোৱা (খাইছিল), গড়-গতি চাই বুজি, ভৰিত ভৰ দি, ক'লো এক কৰিলোঁ এক, কাণ শুৱনি, সভা শুৱনি, আশা এৰি বহা, নিৰামহীয়া খাই বহি থকা, ঘাটি-ঘুটি গিলা, ক'বাৰ কোনোবা, ওৰ নপৰে, হাত মেলা, ভাৰে ভাৰে চপোৱা, হাত মৰা, দম্‌দমাই ফুৰা, মন খোৱা, গোমোঠা মুখ, মূৰে কপালে হাত দি, হাত সাবটি বহি থকা, পৰ্বতত কাছকণী বিচৰা, গাধৈৰ চকোৱা দিয়া, চুকতে চেপেটা লগা, পোলাৰ গাঁঠি কাটি দিয়া, কঁকালে-পেটে লাগি থকা, আতৌ-পুতৌকৈ মাতি বুলি, এবুৰি আদবুৰি, উচাহত চেঁচা পানী ঢলা, কাঠ সংস্কাৰ কৰা, নিগড় দি বন্ধা-ছাটা, অন্ত কালৰ শয্যা, হেদাঙি মেলা গৰু, হেপোৰ পিটি থকা, মন খুলি কোৱা (ক'বলৈ গ'লে), সামৰি-সুতৰি, ওলমি-জোলমি, বাটে-পথে, বজাৰে-হাটে, ভুৰুংকৰে ওলাই যোৱা, কাণ থিয়, সাৰ নাই, ডাক দিয়া (দিলে), ন-দি কোৱা (ক'ব পাৰোঁ), কঁহকঁহীয়া ডেকা, বৰভাইৰ বাটেদি বাট বুলা, ৰৌচি ফুটাই দিয়া, হাতৰ খজুৱতি মৰা, ঘৰুৱা-পৰুৱা, ভাৰ-পাচি, ওলোটা বুজিলি ৰাম, ভুমুক ওলায়, চকু দিয়া, ঢাপলি মেলা, হুৱামূৰা, কুৰুৱাৰ বালিত বাহৰকৰি, আঁঠু লৈ, আহুকাল কৰি, ভু-বাতৰি, মূৰ নঘমায়, ৰাহি নাহে, পাছ দি, চপাই ধৰোঁ, ওফন্দি ফুৰা, সামৰণিৰ ঘেটা মৰা, লেৰেলা-চেৰেলা, এধামৰা-এধাজীয়া, কাণসাৰ এৰা, ভিৰ দি উঠা, বুকু ফিন্দাই ফুৰা, লুটিয়াই বগৰাই, মন খোৱা, থান্চা-বান্চা, খোলৰ বোল ঢোলৰ, জোঁৰপুৰি হাত পোৱা, আওকাণকৈ বহি থকা, ঠন ধৰা, জোঠা সূতাৰ কাপোৰৰ বৰতাঁত, জাজি উটা দি উটা, জাৰত নেমুটেঙাৰ আচাৰ হৈ থকা ইত্যাদি।[৭]

**যোজনা ঃ**

১। মাতিলে ৰণ কৰিবলৈকো যাবা, নামাতিলে ভোজ খাবলৈকো নাযাবা।

২। বুদ্ধিৰ বিত ভাঙি বিদ্যাৰ চাউল কিনি

৩। কণা হওক কুঁজা হওক ভুঞাৰ পোৱালি, ফটা হওক ছিটা হওক পাটৰ টঙালি

৪। ডাৱৰীয়া আঁউসী ৰাতিত বিজুলীৰ পোহৰ
৫। হাঁহেৰেও ভাল, মাহেৰেও ভাল
৬। যাৰ পো মেলত নাই, সি গোধীয়া
৭। নোহোৱাত কণা মোমায়েই মোমাই
৮। জুইৰ অভাৱত একাদশীৰ সৈতে কথা-বাৰ্তা কৈয়েই দীঘল ৰাতি কটোৱা
৯। হাতী যায় আগে। কুকুৰে ভুকে পাছে।। (মৈথিলী)
১০। চেৰেলী গাই বামুণক দান (মৈথিলী)[৮]

স্বদেশ আৰু স্বজাতিৰ প্ৰতি গভীৰ অনুৰাগ বেজবৰুৱাৰ জীৱনৰ ধৰণীস্বৰূপ। সেয়েহে তেওঁ মাতৃভাষাৰ উন্নতিৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল। অসমীয়া ভাষাৰ উন্নতি অসমৰ উন্নতিৰ প্ৰথম ঢাপ। অসমৰ জনগণৰ মন স্বদেশ প্ৰেমেৰে ভৰাই তোলাৰ বাবে আৰু অসমৰ জনতাৰ অন্তৰত মাতৃভাষাৰ প্ৰতি স্পৃহা জগাই তোলাৰ বাবে চেষ্টা কৰিছিল। মাতৃভাষাৰ কঁকাল সবল হ'লেহে যে দেশৰ উন্নতি হ'ব এই কথা সকলোকে বুজাই দিয়াৰ বাবে লোক ভাষাৰ ব্যৱহাৰ কৰিছিল। সংকীৰ্ণতা পৰিহাৰ কৰি মিলিজুলি বৃহৎ অসমীয়া জাতি গঢ়াৰ যি সপোন তেওঁ দেখিছিল তাৰ বাবে মাতৃভাষাৰ উন্নতি কামনা কৰি নিজকে তাৰ সেৱাত ব্ৰতী কৰি লৈছিল। মাতৃভাষাৰ উন্নতিয়ে আছিল বেজবৰুৱাৰ জীৱনৰ মূলমন্ত্ৰ। তাৰ বাবে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। ভাষণৰ শেষত সকলোকে আহ্বান জনাইছে সংকীৰ্ণতা এৰি উদাৰতাৰে মিলিজুলি বৃহৎ অসমীয়া জাতি গঢ়িবলৈ। জাতি থাকিলেহে ভাষা-সাহিত্যৰ ভেটি সুদৃঢ় হ'ব। জাতীয়তাৰ মন্ত্ৰেৰে সকলোকে একাকাৰ কৰি অসমীয়া ভাষা-সাহিত্যৰ ভেটি সুদৃঢ় কৰাই ভাষণটিৰ মূল উদ্দেশ্য।

গতিকে আমি ক'ব পাৰো বেজবৰুৱা অসমীয়াৰ বাবে জাতীয় নেতা। অসম আৰু অসমীয়াৰ প্ৰাণ স্পন্দন বেজবৰুৱাৰ ৰচনাৰ মাজত অনুভৱ কৰিব পাৰো। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ নিঃস্বাৰ্থ সেৱক বেজবৰুৱাৰ ৰচনাত অসম জাতীয় জীৱন কিমান সজীৱ তাৰ বিশ্লেষণ এই গৱেষণা পত্ৰখনত কৰি দেখুওৱা হ'ল। অসমৰ জাতীয় জীৱনৰ দলিল হিচাপে স্বীকৃত হৈ ৰ'ব বেজবৰুৱাৰ ৰচনা। অসম সাহিত্য সভাৰ জন্মদাতা বেজবৰুৱা আচলতে অসমীয়াৰ বাবে উচ্চমানৰ সাহিত্যিক ব্যক্তিত্ব। বেজবৰুৱা অধ্যয়ন নকৰিলে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ পূৰ্ণ ইতিহাস জানিব নোৱাৰি। অসমীয়া সাহিত্য-সংস্কৃতি আৰু ভাষাৰ প্ৰকৃত সোৱাদ ল'বলৈ হ'লে অধ্যয়ন কৰিবই লাগিব। জাতীয় সাহিত্য তথা জাতীয় জীৱনৰ পূৰ্ণ প্ৰতিফলন বেজবৰুৱাৰ



ৰচনাৰ মাজত পোৱা যায়।

**সন্দৰ্ভ সূচী ঃ**

১। শইকীয়া, নগেন (সম্পা.) ঃ বেজবৰুৱা ৰচনাৱলী, ৫ ম খণ্ড, পৃষ্ঠা - ১৯৮
২। শইকীয়া, নগেন (সম্পা.) ঃ বেজবৰুৱা ৰচনাৱলী, ৫ ম খণ্ড, পৃষ্ঠা - ১৯৮
৩। শইকীয়া, নগেন (সম্পা.) ঃ বেজবৰুৱা ৰচনাৱলী, ৫ ম খণ্ড, পৃষ্ঠা - ১৮০
৪। শইকীয়া, নগেন (সম্পা.) ঃ বেজবৰুৱা ৰচনাৱলী, ৫ ম খণ্ড, পৃষ্ঠা - ১৮১
৫। শইকীয়া, নগেন (সম্পা.) ঃ বেজবৰুৱা ৰচনাৱলী, পৃষ্ঠা - ১৯৮
৬। প্ৰাগুক্ত গ্ৰন্থ, পৃষ্ঠা - ১৯৬
৭। প্ৰাগুক্ত গ্ৰন্থ, পৃষ্ঠা- ১৭২-১৯৮
৮। প্ৰাগুক্ত গ্ৰন্থ, পৃষ্ঠা - ১৭২-১৯৮

**অন্য সহায়ক গ্ৰন্থ ঃ**

১। শইকীয়া, নগেন (সম্পা.) ঃ বেজবৰুৱা ৰচনাৱলী, ১ম, ২য়, ৩য়, ৪ৰ্থ আৰু ৫ম খণ্ড
২। শইকীয়া, চন্দ্ৰ প্ৰসাদ (সম্পা.) ঃ লক্ষ্মীনাথ বেজবৰুৱা
৩। কটকী, প্ৰফুল্ল ঃ সাহিত্যৰথী

# পদ্মশ্ৰী ৰংবং তেৰাঙৰ অভিভাষণ আৰু অসম সাহিত্য সভা

স্নিগ্ধা কটকী

**০.১ আৰম্ভণি ঃ**

১৮৯৫ চনত পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ উদ্যোগত নাগালেণ্ডৰ ক'হিমাত আত্মপ্ৰকাশ কৰা 'ক'হিমা সাহিত্য সভা' অসম সাহিত্য সভাৰ পাতনিস্বৰূপ। তাৰ পাছত ১৯১৭ চনৰ এটি শুভ ক্ষণত বৰ অসমৰ ভাষা, জাতি, সাহিত্য, সংস্কৃতি, শিল্প আদিকে ধৰি সকলোৰে সৰ্বোন্নতি কামনাৰে শিৱসাগৰত আনুষ্ঠানিকভাৱে 'অসম সাহিত্য সভা'ৰ জন্ম হয়। সভাৰ কাণ্ডাৰী অৰ্থাৎ সভাপতিগৰাকীৰ নেতৃত্বত অসম সাহিত্য সভাই জাতীয় স্বাৰ্থৰ হকে কাম কৰি আহিছে।

২০০৯ বৰ্ষত অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰিবৰ বাবে অসমৰ ৰাইজে নিৰ্বাচন কৰিলে 'ৰংমিলিৰ হাঁহি'ৰ স্ৰষ্টা পদ্মশ্ৰী ৰংবং তেৰাংদেৱক। সভাপতি হিচাপে তেখেতে প্ৰদান কৰা অভিভাষণকেইখন আৰু অসম সাহিত্য সভাৰ বিভিন্ন আঁচনিত এই অভিভাষণকেইখনৰ গুৰুত্ব সম্পৰ্কে এই আলোচনা সত্ৰত আলোচিত হ'ব।

**১.১ বিষয়বস্তু ঃ**

সভাপতিৰ অভিভাষণত সভাপতিগৰাকীৰ নিজস্ব দৃষ্টিভংগী প্ৰকাশ পায়। সভাৰ সভাপতিগৰাকীয়ে তেখেতৰ কাৰ্যকালত সেই দৃষ্টিভংগী প্ৰতিফলিত হোৱাকৈ সভাৰ কৰ্মসূচী প্ৰস্তুত কৰি ল'ব লাগে। তেতিয়াহে অভিভাষণে বিশেষ গুৰুত্ব লাভ কৰে।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকলৰ অভিভাষণ আৰু তেখেতসকলৰ কাৰ্যকালত সেই অভিভাষণত প্ৰকাশিত দৃষ্টিভংগী প্ৰকাশ পাইছে

---

লেখিকা গুৱাহাটী বিশ্ববিদ্যালয়ৰ গৱেষিকা ছাত্ৰী।



নে নাই সেয়া বিচাৰ বিশ্লেষণ অধুনা পৰ্যন্ত হোৱা নাই। একেৰাহে দুটা কাৰ্যকালৰ বাবে সভাপতি হিচাপে নিৰ্বাচিত হোৱা অসম সাহিত্য সভাৰ সভাপতি পদ্মশ্ৰী ৰংবং তেৰাংদেৱৰ অভিভাষণৰ মাজেৰে প্ৰকাশ পোৱা তেখেতৰ দৃষ্টিভংগী সভাৰ কাৰ্যক্ৰমণিকাত প্ৰতিফলিত হৈছে নে নাই, ইয়াকে প্ৰতিপন্ন কৰাৰ বাবে এক চমু নিৰ্মোহ বিচাৰ-বিশ্লেষণ আগবঢ়াবৰ বাবে এই গৱেষণা পত্ৰ প্ৰস্তুত কৰা হৈছে। তেখেতৰ কাৰ্যকাল শেষ হ'বলৈ আৰু কেইটামান মাহ বাকী থকা অৱস্থাত আমি আগবঢ়োৱা এই বিচাৰ-বিশ্লেষণ আংশিক হ'ব। আমাৰ দৃঢ় বিশ্বাস কথা আৰু কাম এক হ'লেহে একোগৰাকী ব্যক্তিৰ সামগ্ৰিক ব্যক্তিত্ব পৰিস্ফুট হয়। অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ সভাপতি ৰংবং তেৰাঙৰ সামগ্ৰিক ব্যক্তিত্ব বিচাৰৰ বাবে ই এক মাধ্যম হিচাপে পৰিগণিত হ'ব পাৰে। সভাৰ এক নিৰ্দিষ্ট নিয়মাৱলীৰ আধাৰত কাম কৰিব লাগে যদিও সভাপতিগৰাকী যিহেতু কাৰ্যনিৰ্বাহকৰ মূল কাণ্ডাৰী সেয়ে তেখেতে তেখেতৰ দৃষ্টিভংগী হাতে-কামে প্ৰকাশ কৰাৰ প্ৰকৃষ্টতম পন্থা হৈছে কাৰ্যনিৰ্বাহকত লোৱা বিভিন্ন কৰ্ম আঁচনিসমূহ।

আমি এই আঁচনিসমূহৰ মাজেৰে সভাপতিগৰাকীৰ নিজস্ব দৃষ্টিভংগী প্ৰকাশ কৰাৰ বাবে এক বিনম্ৰ প্ৰয়াস কৰিছো। তলত চাৰিখন অভিভাষণৰ মাজেৰে প্ৰতিফলিত তেখেতৰ দৃষ্টিভংগীৰ আলোচনা কৰিবলৈ যত্ন কৰা হ'ল।

**১. অসম সাহিত্য সভাৰ সপ্ততিতম অধিবেশন**

**সমন্বয় ক্ষেত্ৰ (চুকাফা পথাৰ), ধেমাজি**

**১৭ ফেব্ৰুৱাৰি, ২০০৯ খ্ৰীষ্টাব্দ ঃ**

২০০৯ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ নৱ নিৰ্বাচিত সভাপতি হিচাপে পদ্মশ্ৰী ৰংবং তেৰাং সভাপতিৰ আসনত অধিষ্ঠিত হয়। পাহাৰৰ সৰু সৰু জান-জুৰি, পাহাৰীয়া মুক্ত প্ৰকৃতি, পাহাৰৰ সহজ-সৰল মানুহখিনিৰ জীৱন কাহিনীৰে নিজস্ব সাহিত্য যুগুতাই অসমীয়া সাহিত্যৰ সৈতে সমন্বয় স্থাপন কৰি বিশ্বৰ সাহিত্য জগতলৈ লৈ যোৱাৰ এমুঠি হেঁপাহ বুকুত বান্ধি অসম সাহিত্য সভাৰ সভাপতিৰ আসনত অধিষ্ঠিত হোৱা বুলি তেখেতে অনুভৱ কৰিছে। কাৰ্বি পাহাৰৰ মাটিৰ 'টামহিদি' ফুলৰ সুবাসেৰে সুবাসিত ৰংবং তেৰাংদেৱৰ চাৰিখন অভিভাষণ পঢ়ি তেখেত যে এগৰাকী পাহাৰীয়া সাধাৰণ ব্যক্তি আৰু তেখেতৰ প্ৰত্যেকটো ভাব-অনুভাবৰ মাজত যেন অসমীয়া জাতীয়ত্বৰ প্ৰাণ নিহিত হৈ আছে, সেয়া অনুভৱ হয়।

ধেমাজিত সভাপতিৰ আসনত বহি পোনতে তেখেতে অসম সন্তানৰ এক নিষ্ঠুৰ কাৰ্যক অসমীয়া জাতীয় জীৱনৰ এক দুৰ্ভাগ্যজনক ঘটনা বুলি দোহাৰিছে।

২০০৪ খ্ৰীষ্টাব্দৰ ১৫ আগষ্ট তাৰিখে ধেমাজিৰ কুমলীয়া ফুলবোৰক বোমাৰে উৰুৱাই দি নৃশংসতাৰ পৰিচয় দিয়া অসম মাতৃৰ দুৰ্ভগীয়া সন্তানবোৰক লৈ তেখেত চিন্তিত হৈ পৰিছে আৰু নিষ্পাপ কুমলীয়া ফুলবোৰলৈ সহৃদয়েৰে অশ্ৰু অঞ্জলি যাচিছে।

বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণৰ ফলত অসম আৰু অসমীয়া ভাষা-সাহিত্যই গতিশীল আৰু বৰ্ণাঢ্য ৰূপ লাভ কৰিছে। তেখেতে এই কথাষাৰৰ আঁৰত সমন্বয়ৰ বীজ লুকাই থকা বুলি কৈছে। সমন্বয়ৰ গতিৰে আগবাঢ়ি গ'লে অসমৰ জাতীয় জীৱনক আকাশীলতাৰ দৰে আৱৰি ধৰা সংকটৰ পৰা সহজে মুক্তি লাভ কৰিব বুলি তেখেতৰ দৃষ্টিভংগীত সততে ধৰা পৰিছে। অসমৰ জনগোষ্ঠীয় অস্তিত্ব বিলুপ্তিৰ সংশয়ৰ লগতে ভাষা-সাহিত্য-সংস্কৃতিৰ বিলুপ্তিৰ সন্দেহত পৰি সমাজ জীৱন অস্থিৰ হৈ পৰিছে। এনে ধৰণৰ অস্থিৰতাৰ দুশ্চিন্তাই অতীজৰ সুদৃঢ় জাতীয় জীৱন দুৰ্বল কৰিবৰ বাবেহে সাহস পাইছে।

ভাষা হৈছে প্ৰত্যেকটো জাতি সত্তাৰ মূল প্ৰাণ। তেৱাংদেৱৰ দৃষ্টিভংগীত সততে দেখা পোৱা আন এটি কথা হৈছে বৃহত্তৰ অসমীয়া জাতিৰ লগতে থলুৱা জনগোষ্ঠীৰ ভাষাসমূহ জীয়া ভাষা হিচাপে সযতনে ৰখাটো। প্ৰত্যেক জাতি সত্তাই মাতৃভাষা জীয়াই ৰখাটো জীৱনৰ প্ৰধান কৰ্তব্য বুলি কৈছে যদিও "...অন্য ভাষাক ঘিণ কৰি, আধিপত্য বিস্তাৰেৰে একমাত্ৰ নিজৰ ভাষাটোক জীয়াই ৰখাৰ মনোবৃত্তিও শুদ্ধ আৰু শুভ লক্ষণ নহয়। এনে ভাববোৰে বিদ্বেষৰ অৱস্থাহে সৃষ্টি কৰে।" তেখেতে এনে ভাব মনলৈ নানিবলৈ আহ্বান জনাইছে আৰু মাতৃভাষাক জীয়াই ৰখাৰ প্ৰৱণতাক নতুন চেতনাৰ ইংগিত বুলি কৈছে। তেখেতৰ দৃষ্টিভংগীত এটি স্বৰ্গীয় সত্য ধৰা পৰিছে এনেদৰে—"মানুহে যিমানেই অহংকাৰত ডুবি নাথাকক কিয়, বিপদৰ সময়ত নিজৰ মাতৃভাষাৰে 'আই' বুলি এষাৰ মাত মাতিবলৈ নাপাহৰে।" অৰ্থাৎ বিপদৰ সময়ত অসমীয়া মাতৃভাষী এজনে "অ' আই", কাৰ্বি এজনে 'পেই', মিচিং এজন 'অউবৌ', দেউৰী এজনে 'য়ঙ্' বুলি মাতি সমান সুখ অনুভৱ কৰিব। এই দৃষ্টিভংগীৰে তেখেতে কৈছে যে আমাৰ জনগোষ্ঠীয় ভাষাসমূহ জান-জুৰি-নৈৰ দৰে চিৰপ্ৰৱাহিত। এই প্ৰৱাহিত জলস্ৰোতৰ বিশাল ৰূপেই হৈছে ব্ৰহ্মপুত্ৰ আৰু ব্ৰহ্মপুত্ৰখনেই সমন্বয়ৰ শাশ্বত ৰূপত প্ৰতিভাত হৈছে 'অসমীয়া' ৰূপেৰে।

সভাই জন্মলগ্নৰে পৰা অসমৰ থলুৱা ভাষা-সংস্কৃতিৰ উন্নয়নৰ হকে কাম কৰি আহিছে। এইখিনিতে তেৱাংদেৱে অনুভৱ কৰিছে ব্ৰহ্মপুত্ৰ উপত্যকা আৰু পাহাৰীয়া মানুহখিনিৰ মাজত থকা ভিন্ন দৃষ্টিভংগীৰ কথা। জীৱন পদ্ধতি সুকীয়া সুকীয়া হোৱা বাবে এনে ভিন্নতাৰ সৃষ্টি হোৱা বুলি কৈ তাক নিৰ্মূল কৰিবৰ বাবে জনজাতীয় সমাজ-সংস্কৃতি বিষয়ক গ্ৰন্থ, প্ৰবন্ধ সংকলন অসমীয়া ভাষাত প্ৰকাশ কৰাৰ মানসিকতা সৃষ্টিৰ বাবে কৰ্ম আঁচনি হাতত লৈছে। অসমীয়া সাহিত্য থলুৱা জনগোষ্ঠীৰ বৈচিত্ৰ্যময় সমাজ জীৱনৰ অৱদানেৰে সমৃদ্ধ আৰু বৈশিষ্ট্যপূৰ্ণ বুলি কৈ তেখেতে উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈৰ 'মিৰি জীয়ৰী' উপন্যাসৰ নাম লৈছে। এই ছেগতে লুম্বেৰ দাই, য়েছে দৰজে ঠংচি, মেদিনী চৌধুৰী, বসন্ত দাস, হৰিপ্ৰসাদ গোৰ্খাৰায়, জয়ন্ত ৰংপি, ছামছিং হাঞ্চে, গোবিন্দ চন্দ্ৰ পৈৰা, নাহেন্দ্ৰ পাদুন, সমীৰ তাঁতী আদি লেখকে অসমীয়া সাহিত্যলৈ সমন্বয়ৰ ৰূপ কঢ়িয়াই অনা বুলি নাম ল'বলৈ তেখেতে পাহৰা নাই।

সাহিত্যই ভাষা আৰু জাতিৰ প্ৰাচীৰ ভেদ কৰি মানুহক আপোন কৰি ল'ব জানে। অসম সাহিত্য সভাৰ লগত থলুৱা জনগোষ্ঠীয় সাহিত্য সভাৰ কোনো ধৰণৰ ভুল বুজা-বুজি অথবা অন্তৰ্দ্বন্দ্ব থকাটো সমগ্ৰ অসমখনৰ বাবে শুভ লক্ষণ নহয় বুলি তেখেতে কৈছে। তেখেতৰ চিন্তাৰ মানসপটত 'বহুভাষিক অভিধান' এখনৰ অভাৱে প্ৰায়ে দোলা দি থাকে। সেয়ে ধেমাজিৰ সমন্বয় ক্ষেত্ৰ চুকাফা পথাৰৰ পৰাই অসমৰ বৈচিত্ৰ্যময় সমাজ জীৱনৰ সুখ-দুখ মুকলিমূৰীয়াকৈ বুজি উঠাৰ এটি পৰিৱেশ সৃষ্টি কৰিবৰ বাবে অসমৰ সমূহ জনগোষ্ঠীয় সাহিত্য সভাসমূহক সন্মিলিত সাহিত্য সভাৰ জৰিয়তে ঐক্যবদ্ধ হৈ 'বহুভাষিক অভিধান' এখন প্ৰণয়ন কৰিবৰ বাবে তেখেতে আহ্বান জনাইছে।

তেৱাংদেৱৰ দৃষ্টিৰে সাহিত্য সভাৰ মজিয়ালৈ সাহিত্যক ভালপোৱা, শ্ৰদ্ধা কৰা যিকোনো ব্যক্তি আহিব পাৰে। এইক্ষেত্ৰত ৰাজনৈতিক ব্যক্তি-সংগঠক যদি সহিত্যানুৰাগী হয়, তেন্তে নিৰ্বিবাদে সাহিত্যৰ চৰ্চা কৰিবৰ বাবে সভাৰ মজিয়ালৈ আহিব পাৰে বুলি তেখেতে কৈছে।

'চিৰ চেনেহী মোৰ ভাষা জননী'—এই মহত্বম মন্ত্ৰশক্তিৰে সভাপতি তেৱাংদেৱে ধেমাজিৰ মাটিৰ পৰাই অসমৰ ৰাইজৰ আশিস শিৰত লৈ 'ককাই' সম্বোধনেৰে পাহাৰে-ভৈয়ামে সুৱদি-সুৰীয়া মাতৃভাষাবোৰৰ মাজত সোমাই যোৱাৰ চিন্তা কৰিছে।

নিজকে এগৰাকী সাধাৰণ লেখক, পাহাৰীয়া অজলা মানুহ হিচাপে গণ্য কৰি কবি দেৱকান্ত বৰুৱাৰ সুৰতে সুৰ মিলাই তেৱাংদেৱে "আমি দুৱাৰ মুকলি কৰোঁ" বুলি কৈছে; এই দুৱাৰ হৈছে সমন্বয়ৰ দুৱাৰ। মাতৃভাষা কাৰ্বি হোৱা স্বত্বেও অসমীয়া ভাষাক হৃদয়ৰ আপোন বুলি ভাবি মনৰ ভাব প্ৰকাশ কৰি আহিছে। সেয়েহে কেতিয়াবা কোনোজনে অসমীয়া ভাষাৰ গুৰি ভেটি দুৰ্বল বুলি ক'লে

হঠাৎ আৱেগিক হৈ পৰি তেখেতে কৈ পেলায় যে পঞ্চম-ষষ্ঠ শতিকাতে অংকুৰিত আজিৰ অসমীয়া ভাষাটোৰ বিলুপ্তিৰ ভয় অমূলক। তৎমুহূৰ্ততেই বুকু ডাঠ কৰি পুনৰ কৈ পেলায় যে বৰ লুইত বৈ থকালৈকে অসমীয়া ভাষা-সংস্কৃতিও জীয়াই থাকিব। এইখিনিতে তেখেতৰ আৱেগিক মনটোৰ ছবিও অংকিত হৈ আছে। প্ৰত্যেকেই নিজ মাতৃভাষাক প্ৰাধান্য দি সমন্বয়ৰ পথেৰে আগবাঢ়ি গৈ বৃহত্তৰ অসমীয়া জাতি গঠন কৰাৰ মনোভাবেই তেৰাংদেৱৰ দৃষ্টিভংগীত সততে দেখিবলৈ পোৱা গৈছে।

**২. অসম সাহিত্য সভাৰ ষষ্ঠ বাৰ্ষিক বিশেষ অধিবেশন**
**ছেপদিহুন আক্লাম, ৰ'থাতলাংছ', কাৰ্বি আংলং, অসম**
**৩ ফেব্ৰুৱাৰি, ২০১০ খ্ৰীষ্টাব্দ**

অসম সাহিত্য সভাৰ নতুন নিয়মাৱলী অনুসৰি ২০০০ চনৰ পৰা সভাৰ বিশেষ বাৰ্ষিক বিশেষ অধিবেশন অনুষ্ঠিত হয়। সেই অনুসাৰে ২০১০ খ্ৰীষ্টাব্দৰ ১ ফেব্ৰুৱাৰিৰ পৰা কাৰ্বি আংলং জিলাৰ ছেৰদিহুন আক্লাম ক্ষেত্ৰত ষষ্ঠ বিশেষ বাৰ্ষিক অধিবেশনখন অনুষ্ঠিত হয়।

পোনতে উত্তৰ-পূৰ্বাঞ্চলৰ সকলো জনগণলৈ 'কাৰদম' জনায়। ধেমাজিৰ পৰা ৰ'থাতলাংছ' এই এবছৰীয়া কাৰ্যকালত তেখেতে ভাষা-সাহিত্য-সংস্কৃতিৰ সমন্বয়ৰ সন্ধানত অৰঙে-দৰঙে ঘূৰি এটাই মাথোন সত্য উপলব্ধি কৰিছে যে বিভিন্ন জনগোষ্ঠীৰ মাজত ভাব বিনিময় কৰাৰ অতি সহজ ভাষা হৈছে 'অসমীয়া'।

উক্ত অভিভাষণখনত তেৰাংদেৱে অসমীয়া ভাষাৰ লগতে অন্যান্য জনগোষ্ঠীয় ভাষালৈ অহা পৰিৱৰ্তন, ৰূপান্তৰ আৰু গ্ৰহণ-বৰ্জনৰ দিশৰ কথা উল্লেখ কৰিছে। তেখেতে কৈছে যে সংমিশ্ৰণে এটা ভাষা চহকী কৰে আৰু ৰূপান্তৰে ভাষাটোলৈ গতিশীলতা আনে। বৰ্তমান বিশ্বায়নৰ যুগত জীয়া ভাষা এটা নিজ গতিৰে প্ৰৱাহিত হোৱাৰ সময়ত ব্যাকৰণৰ নীতি-নিয়মে বান্ধি ৰাখিব পৰা নাই আৰু এই প্ৰৱাহত ভেটা দি ৰাখিব নোৱাৰে বুলি তেখেতে উল্লেখ কৰিছে। বিভিন্ন কাৰণত জীয়া ভাষা এটাই অন্য ভাষাৰ পৰা শব্দ আহৰণ কৰি নিজৰ ভাষা চহকী কৰাৰ উদাহৰণ আজি প্ৰায়বোৰ ভাষাৰ মাজত দেখিবলৈ পোৱা গৈছে। তেখেতৰ দৃষ্টিভংগীৰ মাজত শব্দ আহৰণ প্ৰক্ৰিয়াই ভাষাটোৰ ঘনত্ব বৃদ্ধি কৰে বুলি ধৰিব পৰা গৈছে।

অসম এখন বহুভাষিক ৰাজ্য। ঠেক মনোবৃত্তি, অহমিকা ভাব ত্যাগ কৰিলে সকলোৰে ভাষা-সাহিত্যৰ সমবিকাশ সম্ভৱ বুলি তেৰাংদেৱে মন্তব্য কৰিছে। মুকলি



মনেৰে অসম সাহিত্য সভাৰ মণিকূট সকলোলৈকে খুলি দি বৰ অসমৰ মানুহ হৈ উত্তৰ-পূৰ্বাঞ্চলৰ যৎসামান্য অৱদানেৰে ভাৰতখন সুন্দৰ কৰাৰ চিন্তা তেখেতৰ চিন্তাৰ মানসপটত ভাঁহি উঠিছে। তেখেতৰ উদাৰ মানৱ হিতৈষী চিন্তাধাৰাই অসমৰ সীমা গৰকি উত্তৰ-পূব হৈ সমগ্ৰ ভাৰতভূমিত অৱস্থান কৰিছেগৈ।

তেখেতৰ দৃষ্টিভংগীত অন্য এটি কথা প্ৰায়ে অনুভূত হয়। সেয়া হৈছে এক অৰ্থত আমি মানুহবোৰ একেই। জাত-পাত অথবা কোনোবাজন পাহাৰত কোনোবা ভৈয়ামত বাস কৰিলেও আন্তৰিক অনুভূতিবোৰ বিশ্বজনীন। এজনে আনজনৰ সৈতে মিলি সমাজ জীৱনক গতিশীল ৰূপ দিয়াজনহে প্ৰকৃতাৰ্থত মানুহ বুলি তেখেতে কৈছে।

সমন্বয়ৰ মনোভাবেৰে অৰুণাচল আৰু নগা পাহাৰৰ ককাইহঁতৰ মাজত আৰু বৰাক উপত্যকাৰ মিঠা মনৰ মানুহখিনিৰ মাজত তেখেতে 'সম্ভাৱনা যাত্ৰা'ৰে সোমাই পৰিছে। ঐক্য, সম্প্ৰীতি আৰু সমন্বয়ৰ দ্বাৰা 'চিৰ চেনেহী মোৰ ভাষা জননী'ৰ সেৱা আগবঢ়াই যোৱাটোৱেই তেখেতৰ চিৰকাম্য বাসনা।

**৩. অসম সাহিত্য সভাৰ এক সপ্ততিতম অধিবেশন**
**ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰ, দেৰগাঁও**
**৩ ফেব্ৰুৱাৰি, ২০১১ খ্ৰীষ্টাব্দ ঃ**

অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ দ্বিতীয় কাৰ্যকালৰ বাবে পদ্মশ্ৰী ৰংবং তেৰাং পুনৰ সভাপতি হিচাপে নিৰ্বাচিত হয়। হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰত উপস্থিত হৈ তেখেতে প্ৰথমেই ক'লে যে অসমীয়া ভাষা আৰু জাতিক জীয়াই ৰাখিবলৈ হ'লে সমূহ থলুৱা ভাষাগোষ্ঠীৰো উন্নতি হ'ব লাগিব।

বিশ্বায়নৰ ফলত অসমৰ লুইতপৰীয়া সমাজখনলৈ যথেষ্ট পৰিৱৰ্তন আহিছে। এই পৰিৱৰ্তন যুগসত্যৰ সৈতে শুদ্ধভাৱে অনুধাৱন কৰিলেহে সকলোৰে মংগল হোৱাৰ লগতে সাহিত্যৰ গতিপথো সঠিকভাৱে নিৰ্ণয় হ'ব বুলি তেখেতে চিন্তা কৰিছে। কবিতা, নাটক, গল্প, উপন্যাস আদিলৈ পশ্চিমীয়া ন ন সঁচ আহিছে। এইখিনি সময়তে তেৰাংদেৱে লেখক সমাৰোহ, নাটক সমাৰোহ, ভাওনা সমাৰোহ আদি অনুষ্ঠানৰ জন্ম দি পুৰণি আৰু নতুনৰ সমন্বয় সাধন কৰিছে। নাটকৰ বৰ্ণিল যাত্ৰা আৰম্ভ কৰি কৈছে—"বিশ্বায়নৰ যুগটোৰ লগত সংগতি ৰাখি নাট্য কলা-কৌশলৰ পৰিৱৰ্তন ঘটালেও অসমৰ জীৱন গাঁথাৰ পৰা অসমীয়া নাটক আঁতৰি যোৱা নাই বুলি ভাবোঁ।"

তাহানিতে লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া ভাষাটোৰ সুৱদি-সুৰীয়া যি

সুৰৰ কথা কৈছিল, আজি একবিংশ শতিকাত তেৰাংদেৱে সেই সুৰ বিচাৰি শদিয়াৰ পৰা ধুবুৰী, অৰুণাচলৰ পৰা নগা পাহাৰ, ত্ৰিপুৰাৰ পৰা পশ্চিমবংগ, বৰাক উপত্যকালৈ অবিৰাম যাত্ৰা কৰিছে। প্ৰত্যেকটো সুৰদি-সুৰীয়া ভাষাৰ মাজত থাকি তেখেতে অনুভৱ কৰিছে যে 'অসমীয়া' ভাষাৰ অবিহনে সমবিকাশৰ অন্য কোনো শক্তি নাই। অসমীয়া ভাষাৰ আশ্ৰয়তে তেখেতে সকলোৰে মৰম বুটলিবলৈও সক্ষম হৈছে।

ভাষাৰ ক্ষেত্ৰত ভিন্নতা থকাৰ বাবে আজিও বড়ো, মিচিং, কাৰ্বি আদি ভাষাৰ পুথিৰ ৰস সাধাৰণ পাঠকে আস্বাদন কৰিব নোৱাৰে। এনে সীমাবদ্ধতাৰ কথা হৃদয়ংগম কৰি অসমীয়া ভাষাৰে অনুবাদ কৰিলে সাহিত্যসমূহৰ বিকাশ সম্ভৱ বুলি তেখেতে মন্তব্য কৰিছে। বানানৰ ক্ষেত্ৰত থকা বিভ্ৰান্তিৰ ক্ষেত্ৰত তেখেতে ৰাইজ সচেতন হ'বৰ হ'ল বুলি কৈছে। মুঠতে, ব্ৰহ্মপুত্ৰ, গোমতী, গংগা, মহানদী নৈৰ জলস্ৰোতত তেৰাংদেৱে সমন্বয়ৰ ভাবাদৰ্শেৰে নিৰ্মোহ ৰূপত নাও বাই গৈ আছে।

**৪. অসম সাহিত্য সভাৰ সপ্তম বিশেষ বাৰ্ষিক অধিবেশন**
**নিংৰুলা সমন্বয় ক্ষেত্ৰ, লিডু, তিনিচুকীয়া, অসম**
**৩ ফেব্ৰুৱৰি, ২০১২ খ্ৰীষ্টাব্দ ঃ**

উত্তৰ-পূব ভাৰতৰ তথা অসমৰ সৰ্বপ্ৰথম উদ্যোগিক চহৰ বুলিলে কয়লা নগৰী লিডুৰ নামেই পোনতে মনলৈ আহে। নিংৰুলা সমন্বয় ক্ষেত্ৰত থিয় দি সভাৰ সভাপতি তেৰাংদেৱে অসমৰ সাহিত্য-সংস্কৃতিৰ পথাৰখনৰ পৰা আঁতৰি যোৱা তিনিগৰাকী ব্যক্তি ড° ভূপেন হাজৰিকা, ড° মামণি ৰয়ছম গোস্বামী, অম্বিকাচৰণ চৌধুৰীদেৱলৈ সশ্ৰদ্ধ প্ৰণাম জনাই তেখেতসকলৰ আশিস শিৰত লৈ সমন্বয়ৰ মহামন্ত্ৰৰে অসম সাহিত্য সভাৰ নাওখন বিশ্বৰ দৰবাৰলৈ নিবৰ বাবে এক সযত্ন প্ৰয়াস কৰিছে।

'ক্ষুদ্ৰ ভাৰতবৰ্ষ'ৰূপে খ্যাত লিডু বিভিন্ন জাতি-জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতিৰ সমন্বিত চহৰ। তেৰাংদেৱৰ চিন্তাৰ মানসত অহৰহ ক্ৰিয়া কৰি থকা ভিন্নতাৰ মাজত ঐক্যৰ সন্ধান, সমন্বয়ৰ ভাবাদৰ্শ সম্পূৰ্ণৰূপে ফুটি উঠিল নিংৰুলা সমন্বয় ক্ষেত্ৰ খনতেই। সমন্বয়ৰ স্বাৰ্থত উত্তৰ-পূৰ্বাঞ্চলৰ সংযোগী ভাষা হিচাপে 'অসমীয়া' ভাষাটোক গুৰুত্ব দিয়াৰ কথা উক্ত অভিভাষণখনতো প্ৰকাশ পাইছে।

অসম সাহিত্য সভাৰ জয়যাত্ৰাৰ পথত অসমৰ সকলো ভাষাই হৈছে মূল আৱাহনী মন্ত্ৰ। তেখেতৰ এনে মনোভাবৰ প্ৰতি সকলো জাতি-গোষ্ঠীৰ লোকে সঁহাৰি জনাইছে।



বৈচিত্ৰ্যৰ মাজত ঐক্যৰ সন্ধান—এনে মনোভাব তেখেতৰ আটাইকেইখন অভিভাষণতে প্ৰকাশ পাইছে। এই ঐক্য আনিবৰ বাবে তেখেতে সাহিত্যৰ ক্ষেত্ৰত কিছু দিয়া আৰু কিছু লোৱাৰ দৃষ্টিভংগী প্ৰকাশ কৰিছে। 'মিলাবে মিলিবে যাবে না ফিৰে', 'কিছু দিব লাগে কিছু ল'ব লাগে' কবিগুৰুৰ এই আদৰ্শৰে তেখেতে ভিন্নতাৰ মাজত ঐক্যৰ সন্ধান কৰিছে।

মাতৃভাষাৰ জাগৰণেৰে অসমীয়া জাতিক অধিক সবল কৰাৰ বাবে অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা অবিৰত কাম কৰি আহিছে। বৰ অসমৰ অসমীয়া ভাষাৰ লগতে ফুলৰ পাহি স্বৰূপ প্ৰত্যেক খিলঞ্জীয়া ভাষাবোৰ যাতে বিলুপ্তিৰ গৰ্ভত হেৰাই নাযায় তাৰ বাবে কেতবোৰ আঁচনি হাতত লৈছে।

অসম সাহিত্য সভা বৰ অসমৰ জাতীয় অনুষ্ঠান। সভাৰ হৃদয়ৰ স্পন্দন গাঁও-ভূঁইত থকা লোকৰ মাজত শুনিবলৈ তেখেত আকুল হৈ পৰিছে। এই আকুলতাৰ বাবেই জিলা সাহিত্য সভা আৰু শাখা সাহিত্য সভাৰ সহযোগত কেন্দ্ৰীয় অনুষ্ঠানসমূহ গাঁওমুখী হৈছে। গাঁও অঞ্চলৰ লোকৰ সৈতে সভাৰ আত্মিক সম্পৰ্ক গঢ়ি সকলোকে সভাৰ মঞ্চত একেলগে বহুৱাই সম্প্ৰীতিৰ ভাব সৃষ্টি কৰিবলৈ সক্ষম হৈছে। তেখেতে কৈছে—"অসমীয়া ভাষাকে ধৰি বড়ো, মিচিং, কাৰ্বি, ডিমাচা, তিৱা, ৰাভা আদি ভাষাবোৰৰ ক্ষেত্ৰতো ভাষাৰ প্ৰাণশক্তি আমাৰ গাঁও অঞ্চলৰ মানুহৰ জিভাতহে ৰসাল ৰূপত জীয়াই আছে।"

নতুন প্ৰজন্মৰ হাতৰ মুঠিতেই এখন দেশৰ, এটা জাতিৰ লগতে একোটা ভাষাৰ অস্তিত্ব আৰু ভৱিষ্যৎ নিহিত হৈ থাকে। নতুন যুগৰ, নতুন শতাব্দীৰ প্ৰস্তুতিৰে এই জাতীয় অনুষ্ঠানটিক বিশ্বৰ অদ্বিতীয় সাহিত্য সংগঠনলৈ দৃঢ়তাৰে খোজ দিয়াৰ পৰত কেতবোৰ নতুন আঁচনি, চিন্তা-কৰ্ম হাতত লৈ নতুন প্ৰজন্মৰ যুৱক-যুৱতীসকলক এই আলোকপথৰ যাত্ৰী হ'বৰ বাবে তেখেতে আহ্বান জনাইছে। অসম সাহিত্য সভা মুষ্টিমেয় সাহিত্যিক গোষ্ঠীৰ অনুষ্ঠান নহয়; ই প্ৰত্যেকগৰাকী অসমীয়াৰ হৃদয়ৰ অনুষ্ঠান জাতীয় অনুষ্ঠান। এই কথা সকলোকে হৃদয়ংগম কৰাবৰ বাবেই তেখেত পাহাৰে-ভৈয়ামে সম্প্ৰীতিৰ মনোভাবেৰে অহৰহ যাত্ৰা কৰিছে; এই যাত্ৰাক সদ্‌ভাবেৰে সকলোৱে আদৰ জনাইছে।

**ওপৰত আলোচিত চাৰিখন অভিভাষণৰ মাজেৰে প্ৰকাশ পোৱা পদ্মশ্ৰী ৰংবং তেৰাঙদেৱৰ দৃষ্টিভংগী সভাৰ কাৰ্যক্ৰমণিকাত প্ৰতিফলিত হৈছে নে নাই তাৰ এক চমু নিৰ্মোহ বিচাৰ-বিশ্লেষণ দাঙি ধৰিবলৈ প্ৰয়াস কৰা হ'ল।**

সভাপতি তেৰাংদেৱৰ কাৰ্যকালত অসম সাহিত্য সভাৰ অধিবেশনৰ দিন

স্থিৰ কৰে। শৈক্ষিক, ৰাজনৈতিক, সামাজিক দিশৰ সৈতে সম্পৰ্ক ৰাখি অসম সাহিত্য সভাই প্ৰত্যেক ইংৰাজী বছৰৰ ১ ফেব্ৰুৱাৰি তাৰিখে 'সাহিত্য উছৱ' আৰু ২, ৩, ৪ ফেব্ৰুৱাৰি তাৰিখে ব্যতিক্ৰমধৰ্মী কাৰ্যসূচী পালনৰ নতুন সিদ্ধান্ত তেখেতে গ্ৰহণ কৰে। এই সাহিত্য উছৱ অনুষ্ঠানত অসমৰ খিলঞ্জীয়া জাতি-গোষ্ঠীৰ দল, অৰাজনৈতিক যুৱ ছাত্ৰ সংগঠনৰ ব্যক্তি আদি সকলোৱে সভাৰ পবিত্ৰ পতাকাৰ তলত থিয় হৈ সম্প্ৰীতিৰ বলেৰে আগবাঢ়ি যোৱাৰ বাবে মিলিত হৈছে। তেৰাংদেৱৰ মানসপটত অহৰহ ভাঁহি থকা সম্প্ৰীতিৰ মনোভাবৰেই যেন ই বাস্তৱ ৰূপ। সভাৰ একেখন মঞ্চতে সকলোকে বহিবলৈ সুবিধা প্ৰদান কৰি তেখেতে সমন্বয়ৰ স্বৰূপকে প্ৰদৰ্শন কৰিছে। আনকেইখন অধিবেশনৰ দৰে লিডু অধিবেশনলৈও সমন্বয়ৰ বৃহৎ জনজাগৰণৰ উমঘাম পায়েই উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন সাহিত্যিকৰ দল, বাংলা, তামিল, তেলেগু, কংকনী আদি ভাষাৰ শিল্পী সাহিত্যিকৰ দলৰ আগমন ঘটিছে। এইসকল শিল্পী-সাহিত্যিকে দেখি-শুনি হৃদয়ংগম কৰি সভাৰ এনে বৃহৎ মনোভাব আনৰ আগত প্ৰকাশ কৰাৰ জৰিয়তে তেৰাংদেৱে সাহিত্য সভাৰ গতিক বিশ্বৰ দৰবাৰলৈ নিয়াৰ বাট মুকলি কৰিছে বুলিও ভৱাৰ থল আছে।

তেৰাংদেৱে সভাপতিৰ দায়িত্বভাৰ গ্ৰহণ কৰাৰ পাছতেই তেখেতৰ চিন্তা দৰ্শনৰ ভিত্তিত সভাক অধিক গতিশীল কৰাৰ বাবে কেতবোৰ নতুন পৰিকল্পনা গ্ৰহণ কৰিছে। তেখেতৰ আটাইকেউখন অভিভাষণত অসমীয়া জাতি গঠন কৰা আৰু উত্তৰ-পূৰ্বাঞ্চলৰ লগতে অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ সংযোগী ভাষা— অসমীয়া এই কথা প্ৰকাশ কৰিছে। শদিয়াৰ পৰা ধুবুৰী পৰ্যন্ত অসমৰ খিলঞ্জীয়া জনগোষ্ঠীৰ মাজত আস্থাৰে তেখেতৰ নেতৃত্বত সাহিত্য সভা সোমাই পৰিছে।

তেৰাংদেৱৰ নেতৃত্বত আৰম্ভ হোৱা ভাব বিনিময় অভিযানত তেখেতৰ দৃঢ় আস্থাই হৈ পৰিছে সমন্বয় সৃষ্টিৰ বাহনস্বৰূপ। ভাব বিনিময়ৰ বাবে অসমৰ শিল্পী-সাহিত্যিকৰ দল অৰুণাচল প্ৰদেশ, ত্ৰিপুৰা, নাগালেণ্ড, ক'লকাতা, ওড়িশা আদি ঠাইলৈ গৈছে আৰু সভাৰ আমন্ত্ৰণক্ৰমে এইসমূহ ৰাজ্যৰ শিল্পী-সাহিত্যিকৰ দলো অসমলৈ আহিছে। লেখক সমাৰোহৰ আয়োজনেৰে বিভিন্ন ভাষী লেখকে মনোভাৱ প্ৰকাশ কৰাৰ মাজেৰে সাহিত্যৰ আদান-প্ৰদানৰ কথা চিন্তা কৰা পৰিলক্ষিত হৈছে। সংযোগী ভাষা হিচাপে অসমীয়া ভাষাক সাৰথি কৰি তেখেতৰ নেতৃত্বত 'সম্ভাৱনা যাত্ৰা' আৰম্ভ হৈছে। তেখেতে কাৰ্যভাৰ গ্ৰহণ কৰিয়েই ২০০৯ খ্ৰীষ্টাব্দৰ ২৩ নৱেম্বৰত সমগ্ৰ বৰাক উপত্যকা ভ্ৰমণ কৰে। অৰুণাচল লিটাৰেৰী ছ'চাইটিৰ আমন্ত্ৰণক্ৰমে ২০১০ খ্ৰীষ্টাব্দৰ ১ জুন তাৰিখে নাহৰলগনত লুম্মেৰ দাইৰ জন্ম



দিৱস আৰু ইটানগৰত লিটাৰেৰী ছ'চাইটিৰ সদস্যসকলৰ সৈতে অন্তৰংগ অনুষ্ঠানত মিলিত হয়। বৰাক আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাজত থকা বৰাইল পাহাৰৰ প্ৰাচীৰ নেওচি সম্ভাৱনা যাত্ৰাৰ বলতে তেখেতৰ নেতৃত্বত সভাই বঙলাভাষী লোকসমূহকো সভাৰ বৰ মজিয়ালৈ আদৰি আনিবলৈ সক্ষম হৈছে।

অসমীয়া ভাষাৰ লগতে প্ৰত্যেক খিলঞ্জীয়া মাতৃভাষাক গুৰুত্ব দি সেইসমূহৰ বিকাশৰ হকে তেৰাংদেৱে অহৰহ চিন্তা কৰিছে। 'ককাই' সম্বোধনেৰে সম্ভাৱনা যাত্ৰাৰে তেখেতে সকলোৰে মাজত সোমাই পৰিছে। অসম নাট্য সন্মিলনৰ সৈতে কেন্দ্ৰীয়ভাৱে 'জনগোষ্ঠীয় নাট সমাৰোহ' (১,২,৩,৪ এপ্ৰিল, ২০০৯), গোলাঘাট জিলাৰ খুমটাইত কেন্দ্ৰীয়ভাৱে (২৪, ২৫ ডিচেম্বৰ, ২০১০) 'জনগোষ্ঠীয় সাংস্কৃতিক সমাৰোহ', কৰিমগঞ্জত (২০০৯) কেন্দ্ৰীয় 'বহুভাষী লেখক সন্মিলন' আদি কাৰ্যক তেখেতে সুন্দৰভাৱে বাস্তৱ ৰূপ দিব পাৰিছে।

অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক অনেক গুৰুত্বপূৰ্ণ গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰি জনগোষ্ঠীয় ভাষা-সংস্কৃতি বিষয়ক গ্ৰন্থও প্ৰকাশ কৰি আহিছে। তেৰাংদেৱৰ কাৰ্যকালত প্ৰকাশিত জনগোষ্ঠীয় গ্ৰন্থসমূহ হৈছে—'অসমৰ জনজাতি আৰু সংস্কৃতি' (ড° মলিনা দেৱী ৰাভা), 'মৰাণ জাতি আৰু সংস্কৃতি' (মোহন মৰান), 'কাৰ্বি সংস্কৃতিৰ ৰূপৰেখা' (ৰংবং তেৰাং), 'অসমৰ চাহ জনগোষ্ঠী ঃ জীৱন আৰু সংস্কৃতি' (পবিত্ৰ বৰবৰা আৰু হেমেন হাজৰিকা), 'সংক্ষিপ্ত চাহকোষ' আদি। সমালোচনাধৰ্মী বিভিন্ন গ্ৰন্থও এই সময়তে প্ৰকাশ পাইছে। অসম সাহিত্য সভাৰ পত্ৰিকাখনক এখন গৱেষণাধৰ্মী পত্ৰিকালৈ ৰূপান্তৰ কৰা দেখা গৈছে। জনগোষ্ঠীয় বিশেষ সংখ্যা, নাৰী বিশেষ সংখ্যা হিচাপে সাহিত্যৰ সকলোবোৰ দিশ গৱেষণাৰ দৃষ্টিভংগীৰে চোৱা পৰিলক্ষিত হৈছে।

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰণৰ ক্ষেত্ৰত অসম সাহিত্য সভা সদা সতৰ্ক তথা দায়বদ্ধ। সকলো মাতৃভাষাৰ সমবিকাশৰ দৃষ্টিভংগীৰ ফলতেই তেৰাংদেৱৰ নেতৃত্বত সভাই মাতৃভাষাৰ ক্ষেত্ৰত নতুন ভাষানীতি গ্ৰহণ কৰা দেখা গৈছে। ব্ৰহ্মপুত্ৰ উপত্যকাত অসমীয়া ভাষাক প্ৰথম স্থান, হিন্দীক দ্বিতীয় স্থান আৰু ইংৰাজী ভাষাক তৃতীয় ভাষা হিচাপে গণ্য কৰিছে। ঠিক একেদৰে বৰাক উপত্যকাত বাংলাভাষী লোকৰ সংখ্যা গৰিষ্ঠতা হোৱাৰ বাবে প্ৰথম ভাষা হিচাপে বাংলা, দ্বিতীয় অসমীয়া, তৃতীয় আৰু চতুৰ্থ হিচাপে ক্ৰমে হিন্দী আৰু ইংৰাজী ভাষাক স্থান দিয়া হৈছে। ঠিক একে কথা বড়ো আদি অন্যান্য ভাষাৰ ক্ষেত্ৰতো খাটিব। এই ধৰণৰ ভাষা নীতি তেখেতৰ

কাৰ্যকালত আৰম্ভ হোৱাই নহয়; সুদূৰপ্ৰসাৰী কৰিবলৈ যাত্ৰা কৰোঁতে কোনো জনগোষ্ঠীয়ে বিৰোধিতা প্ৰদৰ্শন নকৰাটোৱে উদ্দেশ্যত সফল হোৱাৰ ইংগিত বহন কৰিছে।

অসম তত্ত্ব গৱেষণা সংস্থান, দূৰ-সংযোগ পাঠ্যক্ৰম, গৱেষণা কেন্দ্ৰ, আলোচনা সত্ৰৰ আয়োজন, কৰ্মশালা আদি সততে অনুষ্ঠিত কৰি সভাক সক্ৰিয় কৰি তোলাৰ উপৰি ইয়াৰ বিদ্যায়তনিক অস্তিত্ব বাহাল ৰাখিবৰ বাবে সভাই কেতবোৰ কাৰ্যপন্থা হাতত লৈছে।

অসম তত্ত্ব গৱেষণা সংস্থানৰ জৰিয়তে পি. এইচ. ডি আৰু এম. ফিল প্ৰদানৰ বাবে যাৱতীয় প্ৰস্তুতি তেৰাংদেৱৰ অধ্যক্ষতাত পৰিচালনা সমিতি গঠিত হৈছে। দূৰ সংযোগ পাঠ্যক্ৰমৰ জৰিয়তে অসমীয়া ভাষা অনা অসমীয়া আৰু প্ৰবাসী অসমীয়া পৰিয়ালক শিকোৱাৰ দায়িত্ব সভাই পোনপ্ৰথমবাৰৰ বাবে কাৰ্যপন্থা লৈছে। অসম তত্ত্ব গৱেষণা সংস্থান সম্পূৰ্ণৰূপে কাৰ্যক্ষম হৈ পৰাত ইয়াৰ অধীনত গৱেষণা কেন্দ্ৰ স্থাপনৰ লগতে উন্নয়নৰ কাম হাতত লৈছে। ডিফু স্থিত 'জনজাতীয় গৱেষণা কেন্দ্ৰ'ত 'অসমৰ জনজাতি কোষ' গ্ৰন্থৰ কাম চলি থকা, ডিব্ৰুগড়ৰ 'চাহ জনগোষ্ঠীয় গৱেষণা কেন্দ্ৰ'ৰ সহযোগত 'সংক্ষিপ্ত চাহ কোষ' ইতিমধ্যে প্ৰকাশ পাইছে। ধুবুৰীস্থিত 'পশ্চিম অসমৰ ভাষা-সংস্কৃতি গৱেষণা কেন্দ্ৰ'ৰ পৰা 'অসমৰ চৰ-চাপৰিৰ লোক-সংস্কৃতি' গ্ৰন্থখনেও প্ৰকাশৰ মুখ দেখিছে। তেখেতৰ কাৰ্যকালত (২০০৯-২০১১) নতুনকৈ কেবাটাও গৱেষণাৰ কেন্দ্ৰই স্বীকৃতি লাভ কৰিছে। ত্ৰিপুৰাৰ আগৰতলাত 'ব্ৰহ্মপুত্ৰ গোমতী সাহিত্য-সংস্কৃতি গৱেষণা কেন্দ্ৰ', দেওমৰনৈত তনুৰাম ৰাজবংশী (শাস্ত্ৰী) পুথিভঁৰাল আৰু দৰঙী গৱেষণা প্ৰতিষ্ঠান আৰম্ভ হৈছে। এই গৱেষণা প্ৰতিষ্ঠানৰ অধীনত 'দৰঙী সংস্কৃতি-কোষ' গ্ৰন্থৰ কাম চলি থকাৰ লগতে 'দৰঙী লোক-সাহিত্য সমীক্ষা' গ্ৰন্থখন ইতিমধ্যে প্ৰকাশ পাইছে।

তেখেতৰ কাৰ্যক্ৰমণিকাত আলোচনা সত্ৰ আৰু কৰ্মশালাসমূহে গুৰুত্ব লাভ কৰিছে। মৰাণ মহাবিদ্যালয়ত অনুষ্ঠিত 'অসমৰ সংগীত ঃ ঐতিহ্য আৰু পৰম্পৰা', নলবাৰীত 'কামৰূপী ঢুলীয়া ঃ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ, ধেমাজিত 'অসমৰ নদী আৰু সংস্কৃতি', জগন্নাথ বৰুৱা মহাবিদ্যালয়ত অসমীয়া ভাষাৰ লিপ্যন্তৰ, আখৰ জোঁটনি আৰু অভিধান সম্পৰ্কে জাতীয় আলোচনা সত্ৰৰ লগতে কৰ্মশালাৰ আয়োজন কৰা দেখা গৈছে। লোকশিল্পী আৰু লোক কলাৰ প্ৰতি সভাই আদৰ জনাই কৰ্মশালাৰ আয়োজন কৰি ভৱিষ্যৎ প্ৰজন্মৰ হাতত সুন্দৰভাৱেৰে গতাই দিবৰ বাবে এনে কাৰ্যপন্থা হাতত লোৱা দেখা গৈছে।



তেৰাংদেৱৰ কাৰ্যকালত সভাই পোনপ্ৰথমবাৰৰ বাবে মহিলাসকলৰ বৌদ্ধিক বিকাশৰ বাবে 'আকাশ' অনুষ্ঠানৰ জন্ম দিছে। লগতে নবীন (৩৫ বছৰ তলৰ) সকলৰ হকে 'ৰামধেনু' শীৰ্ষক অনুষ্ঠান মুকলি কৰিছে।

'লুম্মেৰ দাই সাহিত্য বঁটা' প্ৰদানেৰে (স্বৰ্ণ বৰ্ষ, ২০০৯) সভাই সাহিত্যিকগৰাকীৰ প্ৰতি সন্মান জনোৱাৰ লগতে অৰুণাচলৰ লিটাৰেৰী ছ'চাইটিৰ প্ৰতিনিধি দলৰ সৈতে সাংস্কৃতিক বিনিময়ো কৰিবলৈ সভা আগবাঢ়ি আহিছে।

**সামৰণি ঃ** পদ্মশ্ৰী ৰংবং তেৰাংদেৱৰ কাৰ্যকাল শেষ হ'বলৈ মাথোন কেইটামান মাহ বাকী আছে। সেয়েহে তেখেতে কাৰ্যনিৰ্বাহক সমিতিৰ সৈতে গ্ৰহণ কৰা কাৰ্যপন্থাসমূহ পূৰ্ণ কৰাৰ বাবে গতি বৃদ্ধি কৰিলে সভাৰ লগতে সকলোৰে বাঞ্ছা পূৰণ হ'ব। অসম নাট্যকোষ, কাব্যকোষ, শংকৰদেৱকোষ আদি গ্ৰন্থ সোনকালে পাঠকৰ হাতত তুলি ধৰিব পাৰিলে তেখেতৰ উদ্দেশ্য নিশ্চিতভাবে পূৰণ হ'ব। সভাপতিৰ পদত অধিষ্ঠিত হৈয়েই ঘোষণা কৰা 'বহুভাষিক অভিধান'খনো বৰ্তমানে প্ৰকাশ হৈ ওলোৱা নাই। সেইখন অভিধানে আমাৰ মাজত প্ৰাচীৰ আঁতৰাব বুলি বিশ্বাস কৰিবৰ থল দেখা যায়। বৃহত্তৰ জাতীয় স্বাৰ্থৰ হকে কাম কৰি যাওঁতে তেখেতক কোনোবাখিনিত আৱেগিক হৈ পৰা দেখিলেও যুক্তি আৰু বুদ্ধিনিষ্ঠতাৰে সমস্যা সমাধান কৰা পৰিলক্ষিত হয়।

সমন্বয়, সম্প্ৰীতি, সদ্‌ভাবেৰে অসমীয়াৰ লগতে থলুৱা জনগোষ্ঠীয় ভাষাৰ বিকাশৰ চিন্তাই তেখেতৰ ভাবনাত অহৰহ দোলা দি থাকে, যাৰ ফলত 'ৰংমিলিৰ হাঁহি'ৰ স্ৰষ্টা পদ্মশ্ৰী ৰংবং তেৰাংদেৱে উদাৰ মানৱিক দৃষ্টিভংগীৰে সভাক বিশ্বৰ দুৱাৰডলিলৈ সজাই-পৰাই নিবলৈ প্ৰয়াস কৰিছে আৰু পাৰ্যমানে সফল হোৱাৰ পথত অগ্ৰসৰ হৈছে।

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


১। তেৰাং, ৰংবং ঃ সভাপতিৰ অভিভাষণ, সপ্ততিতম অধিবেশন, ধেমাজি, ১৭ ফেব্ৰুৱাৰি, ২০০৯ খ্ৰীষ্টাব্দ।

২. তেৰাং, ৰংবং ঃ অসম সাহিত্য সভাৰ ষষ্ঠ বাৰ্ষিক বিশেষ অধিবেশন ছেৰদিহুন আক্লাম, ব'থাতলাংছ', কাৰ্বি আংলং, অসম, ৩ ফেব্ৰুৱাৰি, ২০১০ খ্ৰীষ্টাব্দ

৩. তেৰাং, ৰংবং ঃ অসম সাহিত্য সভাৰ এক সপ্ততিতম অধিবেশন, ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰ, দেৰগাঁও, ৩ ফেব্ৰুৱাৰি, ২০১১ খ্ৰীষ্টাব্দ

৪. তেৰাং, ৰংবং : অসম সাহিত্য সভাৰ সপ্তম বিশেষ বাৰ্ষিক অধিবেশন নিংকুলা সমন্বয় ক্ষেত্ৰ, লিডু, তিনিচুকীয়া, অসম, ৩ ফেব্ৰুৱাৰি, ২০১২ খ্ৰীষ্টাব্দ

৫. ৰাজবংশী, পৰমানন্দ : প্ৰধান সম্পাদকৰ বাৰ্ষিক প্ৰতিবেদন (২০০৯-২০১১ বৰ্ষ), (৩১ জানুৱাৰি, ২০১১ খ্ৰীষ্টাব্দ

৬. ৰাজবংশী, পৰমানন্দ : প্ৰধান সম্পাদকৰ বাৰ্ষিক প্ৰতিবেদন (২০১১- ২০১২ বৰ্ষ),

# ব্যক্তিত্ব আৰু নেতৃত্ব

# অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা আৰু প্ৰতিষ্ঠাপক সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীৰ অৱদান

ড° উপেন্দ্ৰজিৎ শৰ্মা

অসম সাহিত্য সভা অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ এটা সৰ্ববৃহৎ জাতীয় অনুষ্ঠান। ১৯১৭ খ্ৰীষ্টাব্দত জন্মলাভ কৰা এই অনুষ্ঠানটোৱে জন্মৰ দিনৰে পৰা অসমত ভাষা-সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধন কৰি আহিছে। প্ৰণিধানযোগ্য যে অসম সাহিত্য সভাৰ কৰ্ম তৎপৰতাৰ বাবেই কিছু পৰিমাণে হ'লেও অসমীয়া সংস্কৃতিয়ে বিশ্বৰ পটভূমিত নিজকে উপস্থাপন কৰিবলৈ সক্ষম হৈছে। এটা সময়ত অসমীয়া ভাষা সাহিত্যই যি দুৰ্যোগৰ মুখামুখি হ'বলগীয়া হৈছিল, সেই দুৰ্যোগ আঁতৰাই অসম ভূমিত অসমীয়া ভাষাটোক সবলতাৰে প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই সবল ভূমিকা পালন কৰিছিল। এই ক্ষেত্ৰত সেই সময়ৰ অসমৰ অসম হিতৈষী সন্তানসকলৰ অৱদান আছিল অতীৱ প্ৰশংসনীয়। অসম সাহিত্য সভা গঠনৰ আগৰ আৰু পিছৰ অসম মাতৃৰ মহান সন্তানসকলৰ নিজৰ জাতিটোৰ আৰু ভাষাটোৰ প্ৰতি থকা নিঃস্বাৰ্থ অনুৰাগৰ বাবে অসমীয়া ভাষা-সাহিত্যই বিপদসংকুল পথ অতিক্ৰম কৰি আজি নিজৰ পটভূমিত এক সন্মানজনক স্থিতিত উপনীত হ'ব পাৰিছে। ১৯১৭ খ্ৰীষ্টাব্দত স্থাপিত হোৱা অসম সাহিত্য সভা নামৰ অনুষ্ঠানটোৰ জন্ম বেদনাৰ প্ৰকৃত ইতিহাস আজিও আমি ভালদৰে উপলব্ধি কৰিব পৰা নাই। এই মহতী অনুষ্ঠানটোৰ প্ৰকৃত তাৎপৰ্য উপলব্ধি কৰিব নোৱাৰাৰ ফলতে আজি আমি অনুষ্ঠানটোক সঠিক ৰূপত আগবঢ়াই লৈ যাবলৈ সমৰ্থ হোৱা নাই।

**অসম সাহিত্য সভা প্ৰতিষ্ঠাৰ পূৰ্বাভাস ঃ**

নব্য ভাৰতীয় ভাষাসমূহৰ ভিতৰত এটি সবল ভাষা হিচাপে অসমীয়া ভাষাটো প্ৰাচীন অসম ভূমিত গঢ় লৈ উঠিছিল। পুৰণি অসমীয়া ভাষা-সাহিত্যৰ সমলৰাজিয়ে অসমীয়া ভাষাটোৰ প্ৰাচীন ঐতিহ্য সবলভাৱে প্ৰতিষ্ঠা কৰি আহিছে। ইমান সবল

---

লেখক ধুবুৰীৰ ভোলানাথ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।

ভাষা এটাক ১৮৩৬ খ্ৰীষ্টাব্দত অসমৰ বিদ্যালয় আৰু আদালতৰ প্ৰচলিত ভাষাৰ মৰ্যাদা নিদিয়া কাৰ্যত অসম হিতৈষী সন্তানসকলে মনত আঘাত পাইছিল। ফলস্বৰূপে অসমীয়া ভাষাৰ উৎকৰ্ষ সাধনৰ বাবে এক সংঘবদ্ধ প্ৰচেষ্টা গঠনৰ বাবে তৎপৰ হৈছিল। এই দলটোত আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, ৰমাকান্ত চৌধুৰী, ভোলানাথ দাস, লম্বোদৰ বৰা, কমলাকান্ত ভট্টাচাৰ্য প্ৰমুখ্যে অসম হিতৈষী সন্তানসকলৰ অৱদান অনস্বীকাৰ্য। ইয়াৰ পিছতে কলিকতালৈ পঢ়িবলৈ যোৱা প্ৰৱসুৱা অসমীয়া ছাত্ৰসকলৰ ঐক্যবদ্ধ প্ৰচেষ্টাৰ ফলত অসমীয়া ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনৰ বাবে ১৮৮৮ খ্ৰীষ্টাব্দত গঠন হ'ল "অসমীয়া ভাষা উন্নতি সাধিনী সভা" (অঃ ভাঃ উঃ সাঃ সভা)। এই সভাৰ জৰিয়তে সমগ্ৰ অসমত অসমীয়া ভাষাৰ-সাহিত্যৰ উন্নতিৰ অৰ্থে এটি প্ৰবল জনমত গঠনৰ প্ৰচেষ্টা হাতত লোৱা হৈছিল। ১৮৮৯ খ্ৰীষ্টাব্দৰ পৰা 'জোনাকী' নামৰ সাহিত্য আলোচনী প্ৰকাশ কৰি অসমীয়া ভাষা-সাহিত্যক অধিক গতিশীল কৰি গঢ়ি তোলাৰ বৌদ্ধিক আন্দোলন গঢ়ি তুলিলে। জোনাকীৰ পিছে পিছে প্ৰকাশ পোৱা বিজুলী (১৮৯০), ঊষা (১৯০৭), বাঁহী (১৯১০) আদি সাহিত্য আলোচনীৰ সৃষ্টিৰ বেদনাকো অসম সাহিত্য সভা গঠনৰ পূৰ্বস্তৰৰূপে অভিহিত কৰিব পাৰি। এই সময়ছোৱাত চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, কনকলাল বৰুৱা প্ৰমুখ্যে কলিকতালৈ অধ্যয়ন কৰিবলৈ যোৱা ছাত্ৰসকলৰ অৱদান চিৰস্মৰণীয় হৈ থাকিব। এই ছাত্ৰদলে নিজৰ জাতিটোৰ আৰু ভাষাটোৰ উৎকৰ্ষ সাধনৰ বাবে যি মহতী সেৱা আগবঢ়ালে সেই কাৰ্যই অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা পৰ্বটোক বহু দূৰ আগবঢ়াই লৈ গ'ল।

জোনাকী, ঊষা, বিজুলী আদি সাহিত্য আলোচনীয়ে সাহিত্যৰ ন ন ৰসৰ যোগান ধৰাৰ লগে লগে অসমীয়া মানুহৰ মনত বিশেষকৈ ছাত্ৰসকলৰ মাজত অসমীয়া ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনৰ বাবে কাম কৰিবলৈ প্ৰবল উৎসাহ আৰু প্ৰেৰণা যোগাইছিল। এই ছাত্ৰদলে তেওঁলোকৰ অগ্ৰজসকলৰ পথ অনুসৰণ কৰি অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ অৰ্থে নতুন নতুন চিন্তা-চৰ্চা কৰিছিল। বহুতো ছাত্ৰই কলম হাতত তুলি লৈ সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত মনোনিৱেশ কৰিছিল। আনন্দ চন্দ্ৰ আগৰৱালা, হিতেশ্বৰ বৰবৰুৱা, ৰঘুনাথ চৌধুৰী, চন্দ্ৰধৰ বৰুৱা, দুৰ্গেশ্বৰ শৰ্মা, মফিজুদ্দিন আহমেদ হাজৰিকা, অম্বিকাগিৰী ৰায়চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা, ৰত্নকান্ত বৰকাকতি, নলিনীবালা দেৱী, প্ৰসন্নলাল চৌধুৰী, ডিম্বেশ্বৰ নেওগ, শৰৎ চন্দ্ৰ গোস্বামীকে প্ৰমুখ্যে কৰি অসমীয়া ছাত্ৰদলে সাহিত্য আৰু সংগঠনৰ মাধ্যমেৰে অসমৰ জনগণৰ মাজত অসমীয়া ভাষাৰ প্ৰতি সজাগ-সচেতন কৰিবলৈ চেষ্টা কৰাৰ লগতে বিশ্বৰ পটভূমিত ভাষাটোক সবল ৰূপত প্ৰতিষ্ঠা কৰাৰ বাবে জীৱন পাত কৰিছিল।



**অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা ঃ**

অৰুণোদয় কাকতৰ প্ৰকাশৰ দিনৰ পৰাই অসমীয়া ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনৰ প্ৰতি যি এক জনমত গঢ় ল'বলৈ আৰম্ভ কৰিছিল, সেই জনমতে সাকাৰ ৰূপ লাভ কৰিছিল ১৮৮৮ খ্ৰীষ্টাব্দত কলিকতাত গঠন হোৱাৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জৰিয়তে। অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ বিভিন্ন শাখা বিভিন্ন প্ৰান্তত গঢ় লৈছিল। কিন্তু অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ কাম-কাজবোৰ অসম ভূমিৰ কেতবোৰ বিশেষ অঞ্চলৰ মাজতে সীমাবদ্ধ আছিল। এই সভাখনে সমগ্ৰ অসমখনক প্ৰতিনিধিত্ব কৰাৰ সলনি পৰৱৰ্তী পৰ্যায়ত কেতবোৰ ভেদ-বিভাজন সৃষ্টি হ'বলৈ লৈছিল। অসমৰ অসমীয়া মানুহখিনিৰ মাজতে সৃষ্টি হোৱা এই ভেদ বিভাজনৰ ছবিখন দেখি সেই সময়ৰ প্ৰবল উৎসাহী ডেকা শৰৎ চন্দ্ৰ গোস্বামীয়ে বৰ মনোকষ্ট পাইছিল। শৰৎ চন্দ্ৰ গোস্বামীৰ উপৰি আন কেতবোৰ উদাৰ মনা স্বভাৱৰ লোকে অসমৰ শিক্ষিত সমাজৰ মাজত এখন সাহিত্য সন্মিলন পতাৰ প্ৰচেষ্টা কৰিছিল। কিন্তু কাৰ্যতঃ সফল হ'ব পৰা নাছিল। পদ্মনাথ গোহাঞিবৰুৱাই নিজাববীয়া প্ৰচেষ্টাৰে ১৯০১ চনত কোহিমা সাহিত্য সভা স্থাপনেৰে কিছু আগবাঢ়িছিল যদিও অসমৰ সকলো মানুহকে লৈ সাহিত্য সভা গঠন কৰা কাৰ্যত তেওঁ মনোনিৱেশ কৰিব পৰা নাছিল। শৰৎ চন্দ্ৰ গোস্বামীৰ কলেজীয়া দিনবোৰত উজনি আৰু নামনিৰ ভেদ বিভাজনে বাৰুকৈয়ে আমনি কৰিছিল। সেই সময়ছোৱাত 'অসাম বান্ধৱ' নামৰ আলোচনীখনৰ আবিৰ্ভাব হয়। এই আলোচনীখনৰ সম্পাদক আছিল তাৰানাথ চক্ৰৱৰ্তী কাব্য বিনোদ। আলোচনীখনৰ পৃষ্ঠপোষক আছিল ডাক্তৰ হৰিকৃষ্ণ দাস, কালিৰাম মেধি, গংগাধৰ চৌধুৰী আৰু ভাৰতচন্দ্ৰ দাস। এই আলোচনীখনৰ জৰিয়তে উজনিৰ লোকে নামনিৰ লোকৰ ভাষাক তাচ্ছিল্য কৰা কাৰ্যক তীব্ৰ প্ৰত্যাহ্বান জনাইছিল। ফলস্বৰূপে বাঁহী আৰু আসাম বান্ধৱৰ মাজত উজনি আৰু নামনিৰ ভাষা লৈ তীব্ৰ তৰ্ক-বিতৰ্কৰ সূচনা হয়। উজনীয়া পণ্ডিতৰ নামনিৰ ভাষাক কৰা অপমানসূচক মন্তব্যই সেই সময়ত প্ৰবল জোকাৰণিৰ সৃষ্টি কৰিছিল। এই সময়ছোৱাত অসমীয়া ভাষা উন্নতি সাধিনী সভাখনে উজনিৰ পক্ষ লোৱাত প্ৰকাৰান্তৰে নামনি অঞ্চলৰ বাবে এই সভাখন তেনেই অপ্ৰাসংগিক হৈ পৰিছিল। ১৯১২ খ্ৰীষ্টাব্দত জানুৱাৰি মাহত শৰৎ চন্দ্ৰ গোস্বামী ডেপুটি ইন্সপেক্টৰ হৈ যোৱাত উজনি নামনিৰ বিবাদে তীব্ৰ ৰূপ ধাৰণ কৰে। সেই সময়ছোৱাত কামৰূপীয়া বা গোৱালপৰীয়া কিছু লোকে মতপোষণ কৰিবলৈ ধৰে যে উজনিৰ মানুহৰ অত্যাচাৰ আৰু অবিচাৰ সহ্য কৰাৰ সলনি বঙলা ভাষা গ্ৰহণ কৰাই ভাল। তেনে কাৰ্যত শৰৎ চন্দ্ৰ গোস্বামী শংকিত হৈ পৰে আৰু সেই সময়ৰ যোৰহাটত লগ পোৱা উদাৰমনা ব্যক্তি কবি দুৰ্গেশ্বৰ শৰ্মা, চন্দ্ৰধৰ বৰুৱা,

দেৱেশ্বৰ চলিহা আদিৰ লগত আলোচনা কৰি এই ভেদ বিভাজন দূৰ কৰাৰ চেষ্টা কৰে। ছাত্ৰ অৱস্থাৰ পৰাই শৰৎ চন্দ্ৰ গোস্বামীয়ে এখন সাহিত্য সভা স্থাপন কৰাৰ দুৰ্বাৰ আশা মনতে পুহি ৰাখিছিল। গোস্বামীৰ বক্তব্য অনুযায়ী— "মোৰ সদায় ইচ্ছা আছিল যে আমি এখন সাহিত্য সভা পাতি অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সবিশেষ যত্ন কৰোঁ আৰু উজনীয়া ঢেকেৰী ভাষাৰ বিবাদটো মাৰি যিমান পাৰি তেতিয়াৰ অসমীয়া সংকীৰ্ণতা দূৰ কৰোঁ।"

শৰৎ চন্দ্ৰ গোস্বামীয়ে উজনি-নামনিৰ সংকীৰ্ণতা দূৰ কৰাৰ কাৰণে উজনি আৰু নামনিৰ পণ্ডিতসকলৰ লগত পৃথকে পৃথকে আলোচনা কৰিছিল। সেই সময়ছোৱাত গোৱালপাৰা অঞ্চলত অসমীয়া ভাষাটো বৰ্তাই ৰখাৰ ক্ষেত্ৰত প্ৰসন্ন কুমাৰ ঘোষ আৰু তেওঁৰ সম্পৰ্কীয় ধৰ্ম নাৰায়ণ ঘোষে যথেষ্ট চেষ্টা কৰিছিল। উজনি আৰু নামনিৰ পণ্ডিতৰ পৰা সাহিত্যৰ এটি সবল অনুষ্ঠান গঢ়ি তোলাৰ প্ৰতি আশানুৰূপ সঁহাৰি আৰু নৈতিক সমৰ্থন যেতিয়া লাভ কৰিলে তেতিয়া গোস্বামীয়ে সাহিত্য সভা গঠনৰ প্ৰচেষ্টাক দিনে দিনে আগবঢ়াই লৈ যাব লৈ ধৰিলে। গোস্বামীয়ে বিচাৰিছিল এখন সবল আৰু কামিলা সভা পাতি অসমীয়া ভাষাৰ সংকীৰ্ণতা দূৰ কৰা আৰু এই কাৰ্য কেৱল অসম উপত্যকাতে সীমাবদ্ধ নাৰাখি পৰ্বতীয়া জিলাকেইখনলৈও সম্প্ৰসাৰিত কৰা আৰু অসমীয়া ভাষাটোক পৰ্বতীয়া জিলাকেইখনৰো সৰ্বজন গ্ৰাহ্য ভাষাৰূপে গঢ়ি তোলা। কোনো কোনোৱে তেওঁক অসমীয়া ভাষা উন্নতি সাধিনী সভাখনকে ভালদৰে গঢ়ি তুলিবলৈ পৰামৰ্শ দিছিল। কিন্তু সেই সময়ত এইখন সভাৰ জৰিয়তে সমগ্ৰ অসমত সাহিত্য অনুষ্ঠান গঢ়ি তোলাটো প্ৰায় অসম্ভৱ আছিল। শৰৎ চন্দ্ৰ গোস্বামীৰ দৃষ্টিত— "অঃ ভাঃ উঃ সাঃ সভাৰ এটা পৰম্পৰা আছিল যে ভাষা বিষয়ত ই অতি নিকা পন্থী (Puritan); শিৱসাগৰৰ এদা, বেধা, কেনাই প্ৰভৃতি অতি বিশুদ্ধ; কামৰূপৰ ছলি, আপা, আপি অতি গ্ৰাম্য ইত্যাদি।" গতিকে এনেহেন পৰিস্থিতিত অঃ ভাঃ উঃ সাঃ সভাক লৈ সাহিত্য সভা যে পাতিব পৰা নাযাব সেই কথা শৰৎ চন্দ্ৰ গোস্বামীয়ে ভালদৰে উপলব্ধি কৰিব পাৰিছিল। ইতিমধ্যে ১৯১২-১৯১৪ খ্ৰীষ্টাব্দৰ ভিতৰত পম্পু চিং ই এ চিৰ ঐকান্তিক প্ৰচেষ্টাত গোস্বামীয়ে যোৰহাট থিয়েটাৰ স্থাপন কৰি যোৰহটীয়া ৰাইজৰ পৰা আদৰ আৰু বিশ্বাস লাভ কৰিছিল আৰু চন্দ্ৰধৰ বৰুৱা প্ৰমুখ্যে বিভিন্নজন জনা-বুজা, ধনী-মানী লোকৰ সৈতে এটি নিবিড় সম্পৰ্কও স্থাপিত হৈছিল। সেয়েহে অসম সাহিত্য সভা গঠন প্ৰক্ৰিয়া চলাই থকা সময়তে ১৯১৫ চনত গোস্বামীয়ে দেৱীচৰণ বৰুৱাৰ সভাপতিত্বত যোৰহাট সাহিত্য সভা গঠন কৰে। যোৰহাটৰ ৰাইজৰ উৎসাহ-উদ্দীপনাত অতি কম দিনৰ ভিতৰতে যোৰহাট সাহিত্য সভা ঠন ধৰি উঠিল। যোৰহাট সাহিত্য সভা চলাৰ কেইমাহমান পিছতে



তেতিয়াৰ কমিচনাৰ কৰ্ণেল গৰ্ডনৰ সভাপতিত্বত যোৰহাট নগৰত অসমৰ শিল্পাদিত উৎসাহ সভা যোগোৱাৰ অৰ্থে চৰকাৰে এখন পাতে। এইখন সভালৈ অসমৰ বিভিন্ন প্ৰান্তৰ পৰা গণ্য-মান্য ব্যক্তিসকল আহিছিল। গোস্বামীয়ে এইসকল ব্যক্তিৰ পৰাও আশানুৰূপ সঁহাৰি লাভ কৰি যোৰহাট সাহিত্য সভাৰ এখন বিশেষ অধিবেশন অনুষ্ঠিত কৰিলে। এই অধিবেশনলৈ বিভিন্ন প্ৰান্তৰ পৰা মানুহকো নিমন্ত্ৰণ কৰি অনা হ'ল। এই কাৰ্যতো শৰৎ চন্দ্ৰ গোস্বামী সফল হৈ অসম সাহিত্য সভা গঠনৰ কামত উঠিপৰি লাগিল। তেওঁ বিভিন্ন সভা-সমিতিত সদৌ অসমত এখন সাহিত্য সভা পতাৰ পোষকতা কৰি ভাষণ প্ৰদান কৰিবলৈ ধৰিলে আৰু এই কাৰ্যৰ জৰিয়তে উজনি-নামনিৰ পণ্ডিতসকলকো ওচৰ চপাই আনিব ধৰিলে।

সেই সময়ছোৱাত বছৰত এবাৰ আসাম এচ'চিয়েছনৰ সন্মিলনখন ডিব্ৰুগড়ত বহে। সত্যনাথ বৰাৰ সভাপতিত্বত অনুষ্ঠিত সন্মিলনত এখন বিশেষ সাহিত্য সভাও পতা হয়। ঠিক তেনে সময়তে গুৱাহাটীত গৌৰীকান্ত তালুকদাৰ, অম্বিকাগিৰী ৰায়চৌধুৰীৰ সৈতে কিছু লোকে লগ লাগি গুৱাহাটীত অসমৰ কাৰণে এখন সাহিত্য সভা পতাৰ যো-জা চলায়। এই দুয়োটা কাৰ্যই শৰৎ চন্দ্ৰ গোস্বামীক যথেষ্ট মনোবল প্ৰদান কৰে।

সেই সময়ছোৱাতে গুৱাহাটীত প্ৰথমবাৰৰ বাবে ছাত্ৰ সন্মিলন বহিছিল। পদ্মধৰ চলিহা, চন্দ্ৰনাথ শৰ্মা তৎপৰতাত অনুষ্ঠিত ছাত্ৰৰ সন্মিলনখনৰ নাম দিছিল— 'ছাত্ৰৰ সাহিত্য সন্মিলন'। এই সন্মিলনখনৰ সভাপতি হ'বৰ বাবে শৰৎ চন্দ্ৰ গোস্বামীক আহ্বান জনোৱা হৈছিল। কোনোদিনে পদলোভৰ প্ৰতি আসক্ত নোহোৱা শৰৎ চন্দ্ৰ গোস্বামীয়ে এই বিৰল সন্মান লক্ষ্মীনাথ বেজবৰুৱাক প্ৰদান কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল। এই প্ৰসংগত গোস্বামীয়ে উল্লেখ কৰিছে— "মই অনাৱশ্যকভাৱে আগবাঢ়ি গৈ ঢোল কোবোৱা স্বভাৱৰ নাছিলোঁ। আৰু এতিয়াও নহয়...। ডেকা তৰপৰ কোনো এজনক সভাপতি কৰাকৈ লক্ষ্মীনাথ বেজবৰুৱাক সভাপতি কৰিলে ভাল হ'ব। বিদেশত থাকি চিৰকাল অসমীয়া সাহিত্যৰ চৰ্চা কৰি থকা মানুহজনক সম্বৰ্ধনা জনোৱা হ'ব।" গোস্বামীৰ এই বক্তব্যৰ জৰিয়তে তেওঁৰ মহানুভৱতা আৰু গুণীৰ মোল বুজাৰ সুন্দৰ অভিব্যক্তি প্ৰকাশ পাইছে।

অসম সাহিত্য সভা স্থাপন কৰা প্ৰস্তুতিৰে শৰৎ চন্দ্ৰ গোস্বামী সত্যনাথ বৰাৰ ওচৰ চাপিল। বৰা সেই সময়ত আসাম এচ'চিয়েছনৰ সভাপতি আছিল। তেওঁ সমগ্ৰ অসমৰ কাৰণে সাহিত্য সভা এখন পতাৰ ক্ষেত্ৰত বিশেষ মন দিয়া নাছিল। কাৰণ ভাষা বিষয়ত পুনৰ উজনি-নামনিৰ এখন দ্বন্দ্ব-খৰিয়াল লাগিব বুলি ভয় খাইছিল। তেওঁ বৰ শান্তিপ্ৰিয় মানুহ আছিল। তথাপি তেওঁ মত ব্যক্ত কৰিছিল যে— "অসমীয়া

ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নত কৰিবলৈ সঙ্ঘবদ্ধ হৈ চেষ্টা কৰা ভাল।" ১৯১৭ খ্ৰীষ্টাব্দৰ বৰদিনৰ বন্ধৰ আসাম এচ'চিয়েছনৰ কনফাৰেন্স শিৱসাগৰত বহাৰ কথা। এই সন্মিলনতে শৰৎ চন্দ্ৰ গোস্বামীয়ে কুলধৰ চলিহাৰ সৈতে লগলাগি প্ৰথম অসম সাহিত্য সন্মিলন পাতিবলৈ স্থিৰ কৰিলে। কুলধৰ চলিহা আছিল শিৱসাগৰৰ লোক আৰু সেই সময়ত যোৰহাট শিৱসাগৰৰ মাজত এটা ভাল যোগাযোগো আছিল। গতিকে শিৱসাগৰত সমিতি গঠন কৰিলে। চলিহাৰ সৈতে আলোচনা কৰি পদ্মনাথ গোহাঞিবৰুৱাক সভাপতি পতাৰ সিদ্ধান্ত কৰি অভ্যৰ্থনা সমিতিৰ জৰিয়তে তেওঁক সভাপতি হিচাপে নিমন্ত্ৰণ জনোৱা হ'ল। আসাম এচ'চিয়েছনৰ কনফাৰেন্সৰ সৈতে সংগতি ৰাখি ১৯১৭ খ্ৰীষ্টাব্দৰ ২৭ ডিচেম্বৰৰ তাৰিখটোত অসম সাহিত্য সন্মিলনৰ তাৰিখ ধাৰ্য কৰা হয়। গোস্বামীয়ে এই সন্মিলনখনিলৈ নিমন্ত্ৰণ জনাই চাৰিওফালে নিমন্ত্ৰণী পত্ৰও পঠিওৱাৰ দিহা কৰে।

অৱশেষত শৰৎ চন্দ্ৰ গোস্বামীৰ দীৰ্ঘদিনীয়া প্ৰচেষ্টাৰ ফলস্বৰূপে ১৯১৭ চনৰ ২৭ ডিচেম্বৰৰ দিনাখন "অসম সাহিত্য সন্মিলন" অনুষ্ঠিত হ'ল। এই সন্মিলনত সভাপতি হিচাপে অংশগ্ৰহণ কৰি এখন দীঘলীয়া অভিভাষণ পাঠ কৰিলে। আসাম এছ'চিযেছনৰ কনফাৰেন্সৰ সভাপতি সত্যনাথ বৰাই গোহাঞিবৰুৱাৰ অভিভাষণখনক ভাল হোৱা বুলি শলাগিলে। সেইদিনাখন ৰাতি বিষয়-বাছনি সভা অনুষ্ঠিত হ'ল আৰু ইতিমধ্যে শৰৎ চন্দ্ৰ গোস্বামীয়ে যুগুতাই লৈ যোৱা নিয়ম-নীতিবোৰ আলোচনাৰ অন্তত গৃহীত হ'ল। বিষয় বাছনি সভাই সভাপতি হিচাপে পদ্মনাথ গোহাঞিবৰুৱাৰ নাম অনুমোদন দিলে আৰু শৰৎ চন্দ্ৰ গোস্বামীক প্ৰধান সম্পাদকৰ দায়িত্ব প্ৰদান কৰিলে। সাহিত্য সভা পাতি টকাৰ কথা ওলোৱা প্ৰসংগতে ড° হৰিকৃষ্ণ দাসে দহ টকীয়া নোট এখন সভালৈ আগবঢ়াইছিল। ড° দাসৰ এই দানেই আছিল সাহিত্য সভালৈ আগবঢ়োৱা প্ৰথম দান।

**অসম সাহিত্য সভাৰ গতিশীলতাত শৰৎ চন্দ্ৰ গোস্বামীৰ অৱদান ঃ**

শৰৎ চন্দ্ৰ গোস্বামীৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলস্বৰূপে ১৯১৭ খ্ৰীষ্টাব্দৰ ২৭ ডিচেম্বৰ তাৰিখে গঢ় লোৱা সাহিত্যৰ অনুষ্ঠানটোক সবল আৰু গতিশীল কৰি তুলিবলৈ তেওঁ সততে চেষ্টা কৰিছিল। প্ৰতিষ্ঠাপক সম্পাদকৰ দায়িত্বভাৰ বহন কৰিয়েই তেওঁ যোৰহাটক কেন্দ্ৰবিন্দু হিচাপে লৈ অসম সাহিত্য সন্মিলনখিনিক সমগ্ৰ অসমত বিয়পাই দিবলৈ কাৰ্যব্যৱস্থা গ্ৰহণ কৰিছিল। অসমীয়া সাহিত্য সন্মিলনৰ দ্বিতীয়খন সন্মিলনো আসাম এচ'চিয়েছনৰ কনফাৰেন্সৰ সৈতে সংগতি ৰাখি ১৯১৮ খ্ৰীষ্টাব্দৰ বৰদিনৰ বন্ধত গোৱালপাৰাত অনুষ্ঠিত কৰিলে। সেই সময়ত আসাম এচ'চিয়েছনৰ সভাপতি আছিল তৰুণৰাম ফুকন আৰু অসম সাহিত্য সন্মিলনৰ সভাপতি মনোনীত হ'ল



চন্দ্ৰধৰ বৰুৱা। নিৰ্ধাৰিত তাৰিখত সাহিত্য সন্মিলনৰ কাম-কাজ আৰম্ভ হ'ল। সাহিত্য সভাৰ প্ৰথম দিনাই টকা তোলাৰ প্ৰস্তাৱ লোৱা হ'ল। পদ্মনাথ গোহাঞিবৰুৱাই প্ৰায় একঘণ্টা সময় নানা ধৰণৰ বক্তৃতা প্ৰদান কৰিলে; ফলত সভাতে ছশৰো অধিক টকা আদায় হ'ল। এইবাৰ পদ্মনাথ গোহাঞিবৰুৱাই সভাপতিৰ পৰা প্ৰধান সম্পাদক হ'ল। আৰু সভাৰ কাৰ্যালয় যোৰহাটৰ পৰিৱৰ্তে তেজপুৰলৈ লৈ যোৱাৰ সিদ্ধান্ত কৰিলে। সাহিত্য সভাৰ বাবে উঠা ধনখিনি ৰক্ষণাবেক্ষণৰ বাবে প্ৰতিনিধি সভাই পিছদিনাখন 'বোৰ্ড অফ ট্ৰাষ্টি' গঠন কৰি শৰৎ চন্দ্ৰ গোস্বামীক এই বোৰ্ডৰ সম্পাদক পাতিলে। সভাৰ ধনখিনি লৈ শৰৎ চন্দ্ৰ গোস্বামী যোৰহাটলৈ আহিল। তেওঁ সমিতিৰ আন আন বিষয়ববীয়াৰ লগত আলোচনা কৰি ধনখিনিৰ চাৰিশ টকা যোৰহাট থিয়েটাৰক আৰু এশ তেইছ টকা যোৰহাটৰ প্ৰভাত কোম্পানীত বছৰি শতকৰা বাৰ টকা সুতত ঋণ দিলে। ইয়াৰ পিছৰ কেইবছৰমান সভাৰ কাম-কাজত স্থবিৰতা আহিল। মাত্ৰ বিষয়বাববোৰহে অদল-বদল হৈ থাকিল। ১৯২০ চনত সভাৰ কাৰ্যালয় তেজপুৰৰ পৰা গুৱাহাটী পালেহি। সভাৰ স্থবিৰতাত শৰৎ চন্দ্ৰ গোস্বামীয়ে বৰ মনোকষ্ট পাইছিল। অসীম কষ্ট আৰু ত্যাগৰ ফলত জন্ম পোৱা অনুষ্ঠানটোৰ নাজল-নাথল অৱস্থা দেখি গোস্বামী যথেষ্ট চিন্তান্বিত হৈ পৰিছিল।

১৯২১ চনত সাহিত্য সন্মিলনৰ অধিবেশন তেজপুৰত অনুষ্ঠিত হ'ল। সেইবাৰ অধিবেশনৰ সভাপতিৰ বাবে শৰৎ চন্দ্ৰ গোস্বামীৰ নামটোও বাছনিত উঠিছিল। লগে লগে হেমচন্দ্ৰ গোস্বামীৰ নামো উঠাত তেওঁ চিঠিযোগে জনাইছিল যে হেমচন্দ্ৰ গোস্বামীয়ে সভাপতি হোৱা যুগুত। সেইবাৰ শৰৎ চন্দ্ৰ গোস্বামীয়ে ঘৰুৱা অসুবিধাৰ বাবে তেজপুৰ অধিবেশনত উপস্থিত থাকিব নোৱাৰিলে যদিও বিষয় বাচনি সভাই গোস্বামীকে পুনৰ সাহিত্য সন্মিলনৰ সম্পাদকৰ দায়িত্বভাৰ অৰ্পণ কৰিলে।

শৰৎ চন্দ্ৰ গোস্বামীয়ে এই কাৰ্যক মনে মনে ভালো পালে কাৰণ সাহিত্য সন্মিলনখনক সঠিকভাৱে গঢ় দিবলৈ হ'লে এগৰাকী সুদক্ষ সম্পাদকৰ প্ৰয়োজন। সম্পাদকগৰাকীৰ নিষ্ঠা আৰু সততাৰ বাবেহে অনুষ্ঠানটোৱে গতিশীলতা লাভ কৰে। সভাপতিসকল আহিব যাব। কিন্তু সভাখনক আগবঢ়াই লৈ যোৱাৰ গুৰু দায়িত্বভাৰ সম্পাদকগৰাকীয়ে বহন কৰিব লাগিব। গতিকে পুনৰবাৰ শৰৎ চন্দ্ৰ গোস্বামী সম্পাদক হৈয়ে সভাৰ কাৰ্যালয় যোৰহাটলৈ লৈ আহিল। তেওঁৰ সভাৰ স্থায়ী কাৰ্যালয় যোৰহাটত থকাটো মনেপ্ৰাণে বিচাৰিছিল। কাৰণ সেই সময়ত যোৰহাটত সাহিত্যৰ এটা ভাল পৰিবেশ গঢ়ি উঠিছিল। অসম সাহিত্য সভাৰ নিচিনা এটা অনুষ্ঠানৰ কাৰ্যালয় এঠাইৰ পৰা আনঠাইলৈ দৌৰি ফুৰিলে সভাৰ কাম-কাজত স্থবিৰতা আহিব আৰু সভাৰ মূল্যবান ৰেকৰ্ড পাতিও হেৰুৱাৰ ভয় থাকে। তেওঁ সাহিত্য সভাখনক সবল

কৰাৰ মানসেৰে এটি স্থায়ী ভবন আৰু এটি পুথিভঁৰাল স্থাপনৰ বাবে মন মেলিলে। সেই সময়ত যোৰহাটৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ খালী মাটিখিনিতে সভাৰ কাৰ্যালয় স্থাপনৰ বাবে পৰিকল্পনা কৰিলে আৰু বিভিন্ন আলৈ আহুকাল নেওচি চৰকাৰীভাৱে বিভাগীয় কাম-কাজবোৰক সম্পন্ন কৰি সভাৰ নামত এই মাটিখিনিৰ বন্দোবস্ত কৰিলে। সভাৰ নামত মাটি সংগ্ৰহ হোৱাৰ পিছত দানবীৰ ৰাধাকান্ত সন্দিকৈৰ লগত যোগাযোগ কৰি এওঁৰ পুত্ৰৰ নামত 'চন্দ্ৰকান্ত ট্ৰাষ্ট ফাণ্ড' গঠন কৰি তেওঁৰ পৰা ত্ৰিছ হাজাৰ টকা সংগ্ৰহ কৰিলে। এই 'চন্দ্ৰ কান্ত ট্ৰাষ্ট ফাণ্ড'ৰ সহায়ত শৰৎ চন্দ্ৰ গোস্বামীয়ে একাণপতীয়া প্ৰচেষ্টাৰে চন্দ্ৰকান্ত সন্দিকৈ ভৱন গঢ়ি তোলে। ইয়াৰ লগে লগে আন এগৰাকী দাঁতা গোসাঁইৰ অৰ্থ সাহায্যত তেওঁৰ মাতৃৰ নামত কমলা দেৱী শিশু সাহিত্য ন্যাস গঠন কৰি সাহিত্য সভাখনক গতিশীল কৰি তোলে। নানা বাধা-বিঘিনী নেওচি ৰাধাকান্ত সন্দিকৈৰ অৰ্থ সাহায্যত দৃষ্টিনন্দনভাৱে অসম সাহিত্য সভাৰ মুখ্য কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন নিৰ্মাণ হোৱাৰ পিছত অসমীয়া ভাষাটোক অধিক শক্তিশালী ৰূপত গঢ়ি তুলিবলৈ চন্দ্ৰকান্ত অভিধান প্ৰণয়নৰ বাবে উঠি-পৰি লাগে। তেওঁ চন্দ্ৰকান্ত অভিধানৰ অৰ্থে কাম কৰিবৰ বাবে চাকৰিৰ সন্ধানত থকা সৰ্থেবাৰীৰ অতি মেধাবী ব্যক্তি কোহিৰাম দাসক যোৰহাটলৈ লৈ আহে। কোহিৰাম দাসৰ হতুৱাই চন্দ্ৰকান্ত অভিধানখনৰ 'অ'ৰ পৰা 'ম'লৈকে কৰ্ম সম্পাদন কৰাৰ সময়তে শৰৎ চন্দ্ৰ গোস্বামী শ্বিলঙলৈ বদলি হয়। লগে লগে উজনীয়া-কামৰূপীয়াৰ জেদৰ বাবে কোহিৰাম দাসক যোৰহাটৰ পৰা আঁতৰাই পঠিয়ায়। নানা ধৰণৰ বিপৰ্যয় নেওচিও শৰৎ চন্দ্ৰ গোস্বামীৰ ঐকান্তিক প্ৰচেষ্টাত অৱশেষত চন্দ্ৰকান্ত অভিধান ছপা হৈ ওলায়।

১৯২৭ চনলৈকে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ গুৰুদায়িত্ব বহন কৰা শৰৎ চন্দ্ৰ গোস্বামীয়ে সাহিত্য সভাখনক শক্তিশালী ৰূপত গঢ়ি তুলিবলৈ দিনে নিশাই কৰ্ম আঁচনি যুগুত কৰিছিল। তেওঁৰ একান্ত প্ৰচেষ্টাৰ ফলতে ১৯২৪ খ্ৰীষ্টাব্দত অসম সাহিত্য সভা চৰকাৰীভাৱে পঞ্জীভুক্ত হয়। গোস্বামীৰ দৃষ্টিত অসম সাহিত্য সভাখন এখন গৱেষণামূলক অনুষ্ঠান। সেয়েহে সাহিত্য সভাখনক কেওটা দিশৰ পৰা উন্নতিৰ শিখৰলৈ লৈ যাবলৈ তেওঁ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁৰ কাৰ্যকালতে ১৯২৬ চনৰ পৰা অসম সাহিত্য সভা পত্ৰিকা প্ৰকাশ পাবলৈ ধৰে। লগে লগে ন্যাস পুঁজিৰ জৰিয়তেও সাহিত্য ক্ষেত্ৰখনৰ শ্ৰীবৃদ্ধি কৰে।

উদাৰমনা শৰৎ চন্দ্ৰ গোস্বামীয়ে এখন বৰ অসম গঠনৰ সপোন দেখিছিল। তেওঁৰ কাৰ্যাৱলী আছিল যথেষ্ট পৰিশীলিত আৰু সময়োপোযোগী। তেওঁ কোনো কথাকে ঠেক পৰিসৰত আবদ্ধ নাৰাখি উদাৰ দৃষ্টিভংগীৰে সকলোৰে হিত সাধন কৰিব পৰাকৈ কৰ্ম আঁচনিসমূহ যুগুত কৰিছিল। অসম সাহিত্য সভা গঠনেৰে অসমীয়া ভাষাৰ উৎকৰ্ষ সাধনৰ লগে লগে অসম ভূমিৰ আন আন খিলঞ্জীয়া ভাষাবোৰৰো পৰিপুষ্টি সাধন কৰিবলৈ গোস্বামীয়ে সকলোলৈ আহ্বান জনাইছিল। তেওঁ নিজেও কাৰ্বি ভাষাৰ কেইবাখনো গ্ৰন্থ প্ৰণয়ন কৰি কাৰ্বি ভাষাৰ বিকাশত অৰিহণা যোগাইছিল।



ছাত্ৰ অৱস্থাৰ পৰাই শৰৎ চন্দ্ৰ গোস্বামীয়ে সাহিত্যচৰ্চাত মনোনিৱেশ কৰিছিল। ১৯০৫ চনত জোনাকী কাকতত তেওঁৰ প্ৰথমটো চুটিগল্প প্ৰকাশ পায়। কটন আলোচনী সম্পাদনা কৰিছিল। তেওঁ বিভিন্ন সৃজনীমূলক সাহিত্য সৃষ্টিৰ উপৰি শিক্ষা বিষয়ক, বুৰঞ্জী বিষয়ক, ভূগোল বিষয়ক পুথি ৰচনাৰ লগতে যথেষ্টসংখ্যক শিশু সাহিত্যপুথি ৰচনা আৰু সম্পাদনা কৰিছিল। লক্ষ্মীনাথ বেজবৰুৱাই জন্ম দিয়া অসমীয়া চুটিগল্পৰ ধাৰাটোত নতুন ধ্যান-ধাৰণা আৰু আংগিকৰ প্ৰয়োগৰে অসমীয়া চুটিগল্পৰ ধাৰাটোক সবল ৰূপত প্ৰতিষ্ঠিত কৰাইছিল। তেখেতে জীৱন কালত 'গল্পাঞ্জলি', 'ময়না', 'বাজিকৰ', 'পৰিদৰ্শন', উপন্যাস; 'পৰীক্ষা' আৰু 'বুদ্ধদেৱ' তেওঁৰ ৰচিত দুখন নাটক। শৰৎ চন্দ্ৰ গোস্বামীয়ে ১১ টা কবিতা, ৫ টা ব্যংগ কবিতা আৰু ৪৩ টা কণিকা কবিতা ৰচনা কৰি গৈছে। শৰৎ চন্দ্ৰ গোস্বামীয়ে বিভিন্ন বিষয়ত ৰচনা কৰা প্ৰবন্ধসমূহে সাহিত্যিকগৰাকীৰ অসামান্য প্ৰতিভাৰ স্বাক্ষৰ বহন কৰি আহিছে। তেওঁ বিভিন্ন অনুষ্ঠানত প্ৰদান কৰা ভাষণবোৰে ব্যক্তিগৰাকীৰ সমাজ সচেতনতা গুণ আৰু অসমৰ সমাজ জীৱনৰ বিষয়ে বহু কথাই জানিব পাৰি। তেওঁ ইংৰাজী বিষয়ক বিভিন্ন প্ৰবন্ধপাতি ৰচনা কৰাৰ লগতে বিভিন্ন ধৰণৰ ইংৰাজী প্ৰতিবেদন প্ৰকাশ কৰি অসমীয়া ভাষা-সাহিত্যক বিশ্ব দৰবাৰত দাঙি ধৰিবলৈ প্ৰচেষ্টা হাতত লৈছিল। অসমীয়া ভাষাৰ লগে লগে অসমৰ জনগোষ্ঠীয় ভাষাসমূহৰো উন্নতিৰ পোষকতা শৰৎ চন্দ্ৰ গোস্বামীয়ে কৰিছিল।

অসম সাহিত্য সভাৰ এইগৰাকী প্ৰতিষ্ঠাপক সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীৰ অৱদানৰ সঠিক মূল্যায়ণ সাহিত্য সভাই আজি পৰ্যন্ত কৰিব নোৱাৰিলে। সকলো দিশৰ পৰা সম্পূৰ্ণ বিজ্ঞানসন্মত চিন্তা-চৰ্চাৰে সাহিত্য সভাখনক এক সবলৰূপে গঢ়ি তোলা সাহিত্য সভাখনে আজি শতায়ু গৰকিবলৈ ওলাইছে। আজি আমি যিবোৰ ভাল ভাল চিন্তা-চৰ্চা কৰি সভাখনক সঠিক দিশত আগবঢ়াই লৈ গৈছিলো। আজিৰ পটভূমিত অসমৰ সাহিত্য সভাই বছৰত কোটি কোটি টকা খৰচ কৰে। অথচ গোস্বামীৰ পৰিয়ালৰ অৰ্থ সাহায্য অবিহনে তেওঁৰ ৰচনাৰাজি ছপাবলৈ সভাৰ ধনৰ অভাৱ। এই কাৰ্যই আমাৰ হঠকাৰিতাৰ পৰিচয় দাঙি ধৰে। আজিৰ দিনত অসম সাহিত্য সভাখনক আমি যি পথেৰে আগবঢ়াই লৈ যাব ধৰিছো, এই কাৰ্য শৰৎ চন্দ্ৰ গোস্বামী অথবা অসম সাহিত্য সভাৰ জন্মৰ ক্ষণৰ ব্যক্তিসকলে কোনো কাহানিও চিন্তা কৰা নাছিল। তেওঁলোকে জীৱনলৈ অহা নানা ঘাত-প্ৰতিঘাত নেওচি জাতিটোৰ আৰু

ভাষাটোৰ উন্নতিৰ কাৰণে দেহে-কেহে খাটিছিল। বৰ্তমান সময়ত অসম সাহিত্য সভাত বিভিন্ন পদবীৰ বাবে নিৰ্লজ্জ ৰাজনীতি কৰিবলৈ কুণ্ঠাবোধ নকৰা ব্যক্তিসকললৈ আবেদন জনাব বিচাৰিছো যে আপোনাসবে কুটিল ৰাজনীতিৰ পাকচক্ৰৰ পৰা ওলাই আহি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ এই কথাফাঁকি হৃদয়ংগম কৰিবলৈ যত্ন কৰক; তেতিয়াহে অসম সাহিত্য সভাৰ উৎকৰ্ষ সাধন হ'ব। "অসম সাহিত্য সভাই যদি এনে এদল নিস্বাৰ্থ সাহিত্য সেৱী, পৰোপকাৰী, স্বদেশ প্ৰিয় মানুহ গঠনত সহায় কৰিব পাৰে, যিসকলে অসমত ঠায়ে ঠায়ে, গাঁৱে গাঁৱে এই সাহিত্য সভাৰ একোখন শাখা সভা (অৱশ্যে বিনা আড়ম্বৰেৰে) সংস্থাপন কৰি উপদেশ, আৰ্হি আৰু স্বীকৃত কাৰ্যৰে ওপৰত উল্লেখ কৰা মহৎ ভাব আৰু কাৰ্যৰ গুটি সৰ্বসাধাৰণৰ মাজত সিঁচি দিব পাৰে আৰু য়াতে সেই সিঁচা গুটি সৰ্বসাধাৰণৰ হৃদয় ক্ষেত্ৰত অঙ্কুৰিত আৰু বৰ্দ্ধিত হয় তালৈকে ভালকৈ দৃষ্টি ৰাখিব পাৰি, তেন্তে সেই সভাই এটা মহৎ কাৰ্য সম্পাদন কৰিলে বুলি ধৰিব লাগিব।"

**গ্ৰন্থপঞ্জী ঃ**

১। যতীন্দ্ৰ নাথ গোস্বামী (সম্পাঃ) ঃ শৰৎ চন্দ্ৰ গোস্বামীৰ ৰচনা সমগ্ৰ।
২। শৰৎ চন্দ্ৰ গোস্বামীৰ নিৰ্বাচিত প্ৰবন্ধ।
৩। লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাৱলী।

# অসম সাহিত্য সভাৰ গতিশীলতাত অধ্যাপক যোগেশ দাসৰ ভূমিকা

ড° অলকা শৰ্মা

যোগেশ দাস অসমীয়া সাহিত্য জগতখনৰ এটি চিৰপৰিচিত নাম। ১৯২৭ চনৰ ১ এপ্ৰিলত ডিব্ৰুগড় জিলাৰ ডুমডুমাৰ হাঁহচৰা বাগিচাত জন্মগ্ৰহণ কৰা যোগেশ দাসে উচ্চ শিক্ষা লাভ কৰি ১৯৫৩ চনত গুৱাহাটীৰ বি. বৰুৱা মহাবিদ্যালয়ত অধ্যাপক হিচাপে যোগদান কৰে। অসমীয়া বিভাগৰ অধ্যাপক এইগৰাকী ব্যক্তিয়ে বহু সংখ্যক উপন্যাস, চুটিগল্প আদি ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি গৈছে। অসমৰ সমাজ জীৱনটোৰ লগত গভীৰভাৱে সম্পৃক্ত যোগেশ দাসৰ বিভিন্ন বিষয়ৰ প্ৰতি অনুৰাগ আছিল। তেওঁ জীৱনকালত সাহিত্য সেৱা, সাংবাদিকতা আৰু শিক্ষকতাক ঘাই বৃত্তি হিচাপে গ্ৰহণ কৰিছিল। এই তিনিওটা দিশতে পাৰদৰ্শিতা দেখুওৱা দাসে এইবোৰৰ জৰিয়তে অসমৰ জাতীয় জীৱন নিৰ্মাণতো বিশেষ অৰিহণা যোগাব পাৰিছিল। সাংবাদিক হিচাপেও অসমৰ জনগণৰ মনৰ কথাকে লিখিছিল। এগৰাকী সফল সাহিত্যিক, সাংবাদিক আৰু শিক্ষক হিচাপে সু-পৰিচিত যোগেশ দাসে ব্যক্তিগত কামৰ উপৰি ৰাজহুৱা কামৰ মাজেদিয়েই সৰহভাগ সময় কটাইছিল।

'আৱাহন' যুগতেই গল্প লিখি 'ৰামধেনু' যুগত খ্যাতি লাভ কৰা যোগেশ দাসে হেজাৰৰো অধিক চুটিগল্প লিখিছে। তেওঁৰ প্ৰকাশিত গল্পপুথি হৈছে ছয়খন— পপীয়া তৰা (১৯৫৬), আন্ধাৰৰ আঁৰে আঁৰে (১৯৫৮), ত্ৰিবেণী (১৯৬১), মদাৰৰ বেদনা (১৯৬৫), হাজাৰ লোকৰ ভিৰ (১৯৬৫), পৃথিৱীৰ অসুখ (১৯৭৯)। এই কেইখন চুটিগল্প সংকলনৰ উপৰি অসমৰ বিভিন্ন কাকত, আলোচনীত অবিৰতভাৱে চুটিগল্প লিখা যোগেশ দাসৰ উল্লেখযোগ্য গল্পসমূহ হৈছে পৃথিৱীৰ অসুখ, গৰাখহনীয়া, কলপটুৱাৰ মৃত্যু, বৰদেউতা, চোট চাহেবৰ মেম, অজটিল, মৰা কাৰৈ, উৰুকাৰ উকমুকৰ পোৱালী, ফটোগ্ৰাফ, গদাধৰ টী ষ্টল, ষ্টেফৰ্ড দম্পতীৰ ভাৰত ত্যাগ আদি। চুটিগল্পৰ লিখক হিচাপে প্ৰতিষ্ঠা লাভ কৰা যোগেশ দাস আছিল এগৰাকী সফল

---

লেখক ধুবুৰী ভোলানাথ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।

ঔপন্যাসিকো। 'ডাৱৰ আৰু নাই', 'জোনাকী জুই', 'নিৰুপায়-নিৰুপায়', 'এমুঠি ধূলি', 'হেজাৰ ফুল', 'উৎকণ্ঠ-উপকণ্ঠ', 'ছাঁ জুই খেদি', 'অবৈধ', 'নেদেখা জুইৰ ধোঁৱা', 'পোহৰৰ ফালে', 'নৰেশ, মালতী আৰু - - -', 'ৰজনী-বিদূৰ', 'একাবেঁকা', 'এজন খঙাল মানুহ', 'এনাজৰী', 'পোহৰ বিচাৰি', 'সোঁতৰ বিপৰীতে' আদি ডেৰকুৰিৰো অধিক উপন্যাস ৰচনা কৰি দাসে অসমীয়া কথা সাহিত্যত এক অনন্য স্থান দখল কৰিছে।

যোগেশ দাসৰ গল্প-উপন্যাসৰ বিষয়বস্তুৰ পৰা এই কথা দেখা গৈছে যে তেওঁৰ ৰচনাৰাজিত অসমীয়া তথা ভাৰতীয় সমাজৰ বিভিন্ন দিশ ৰূপায়িত হৈছে। পাৰিবাৰিক জীৱনৰ ভাঙোনত মদ্যপানৰ প্ৰভাৱ, সামাজিক শান্তিৰ সৃষ্টিত এৰা-ধৰা আৰু সহিষ্ণুতা মনোভাব, অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে প্ৰতিবাদী দৃষ্টিভংগী, চোৰাং বেপাৰ, কলা বজাৰ আদি যে সামাজিক সুস্থ জীৱনৰ অন্তৰায় এইবোৰ মানৱীয় সমস্যাৰাজিকে দাসে তেওঁৰ ৰচনাত ৰূপদান কৰিছে।

যোগেশ দাস নিতান্তই সমাজ সচেতন সাহিত্যিক আছিল। সেইবাবে তেওঁৰ ৰচনাৰাজিৰ মাজেৰে সেই চেতনা প্ৰকাশ পাইছে। তেওঁৰ প্ৰধান উদ্দেশ্যই আছিল গল্প উপন্যাসত চিত্ৰিত হোৱা চৰিত্ৰবোৰক মানৱীয় ৰূপত দাঙি ধৰি সামাজিক সমস্যাৰ অনুসন্ধান কৰা। মানৱ চৰিত্ৰৰ সূক্ষ্ম বিশ্লেষণ কৰিবলৈ তেওঁ যত্ন কৰিছিল। সংস্কাৰৰ প্ৰতি আস্থাশীল দাসে বাস্তৱত যিবোৰ চৰিত্ৰ দেখিছে তাকে মাত্ৰ তেওঁৰ ৰচনাত ঠাই দিছে। সেয়ে তেওঁৰ গল্প-উপন্যাসৰ চৰিত্ৰবোৰক বাস্তৱতাৰ স্পৰ্শই অধিক মনোগ্ৰাহী কৰি তোলে। তদুপৰি দাসৰ সাহিত্যত তেওঁৰ সৎ ব্যক্তিত্বৰ ছাপ পৰিলক্ষিত হয়। 'ডাৱৰ আৰু নাই' উপন্যাসখনৰ বাখৰ চৰিত্ৰটো তেওঁৰেই প্ৰতিভূ। যুদ্ধই অনা বিশৃংখলাৰ মাজতো বাখৰে যি নৈতিকতাৰ বাবে থিয় দিছিল, সি দাসৰ অন্তৰ জগতৰে প্ৰতিবিম্ব মাথোন। আনহাতে, 'কলপটুৱাৰ মৃত্যু' নামৰ গল্পত নৈতিকতাহীন মধ্যবিত্তৰ বিৰুদ্ধে তেওঁ কটাক্ষ কৰিছে আৰু গৰ্ভৱতী দাসীৰ দায়িত্ব গ্ৰহণ কৰা ধনীৰামৰ প্ৰতি তেওঁৰ সহানুভূতি জিলিকি আছে। দৰাচলতে দাসৰ গল্প-উপন্যাসত সন্নিবিষ্ট চৰিত্ৰবোৰ নিজ নিজ বৈশিষ্ট্যৰে সমুজ্জ্বল হৈ পৰিছে। এক সু-সংহত আৰু পৰিপাটী কাহিনীৰ জৰিয়তে চৰিত্ৰৰ দ্বন্দ্ব আৰু সংঘাত ফুটাই তোলাত দাসৰ কৃতিত্ব প্ৰকাশ পাইছে। লগতে সুস্থ জীৱনবোধৰ পৰিচয়ো পৰিস্ফুট হৈছে।

সময়ৰ পৰিৱৰ্তনৰ লগে লগে ব্যক্তি, সমাজ তথা নাগৰিক জীৱনতো স্পষ্ট পৰিৱৰ্তন আহে। যোগেশ দাসৰ কথা-সাহিত্যত চিত্ৰিত সমাজ জীৱনৰ ছবিখন আধুনিক শিক্ষা, মহাযুদ্ধ, নতুন ব্যৱসায়-বাণিজ্য আদিয়ে ক্ৰমান্বয়ে সলনি কৰি অনা ছবি। তেওঁ যি পৰিৱৰ্তন দেখুৱাইছে সেয়া দ্বন্দ্বৰ মাজেৰে আহিছে। পুৰণি ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ধ্যান-ধাৰণা আৰু মূল্যবোধৰ লগত নতুনৰ বিৰোধ হৈছে আৰু পুৰণিয়ে



অনেক ক্ষেত্ৰত নতুনকে বাট এৰি দিছে। পৰিৱৰ্তনৰ এই দিশটোক যোগেশ দাসে অতি বিষাদপূৰ্ণ বোলেৰে বোলাই তুলিছে। 'পৃথিৱীৰ অসুখ' অথবা 'গদাধৰ টী ষ্টল' দুয়োটা গল্পতেই দাসে যেন পৰিৱৰ্তনক সহজভাৱে ল'ব পৰা নাই। সেয়ে তেওঁৰ অনুভৱ—

"বৰ দুখৰ কথা। পৃথিৱীৰ উন্নতি হয়, পুৰণা বেয়া বস্তুৰ ঠাই নতুন ভাল বস্তুৱে লয়— মানুহে নতুন চিক্‌মিকীয়া বস্তুৰ পাছত লৰে। লেতেৰা পৰিৱেশত বেয়া চকি-বেঞ্চ পতা দোকানত বেয়াকৈ তৈয়াৰী জলপান খাবলৈ গ্ৰাহক বৈ নাথাকে। মহাৰাজ নামধাৰী কোনোবা মিঠাইৱালাই নতুনকৈ ধুনীয়া আচবাবেৰে পতা দোকানত ভালকৈ তৈয়াৰী মিঠাই খাবলৈ লৰ ধৰে। গদাধৰ দাস নামৰ যুদ্ধ ফিৰৎ এক সৈনিকৰ জীৱিকা ম'ৰা গ'ল, তাৰ খবৰ কোনে ৰাখে? বৰ দুখৰ কথা।"

(গদাধৰ টী ষ্টল)

অৱশ্যে যোগেশ দাসে নতুন অথবা পুৰণি কাৰো জয়গান কৰা নাই, নিৰাবেগ বস্তুনিষ্ঠতাৰে বাস্তৱ সমাজৰ কথা-সাহিত্য ধৰি ৰাখিবলৈ চেষ্টা কৰিছে। পৰিৱৰ্তন অপ্ৰতিৰোধ্য বুলি তেওঁ উপলব্ধি কৰিছে। তেওঁৰ কামনা সকলো নতুন আহি যেন অসমীয়া সংস্কৃতি পৰম্পৰাত জীন যায় আৰু অসমৰ সংস্কৃতিৰ ভেটিটো সুদৃঢ় হয়।

যোগেশ দাসে অসমীয়া সমাজ জীৱনৰ ঘটনাসমূহ বুটলি আনি সেইবোৰক সহজ-সৰল আৰু ঘৰুৱা নিভাঁজ ভাষাৰে বৰ্ণনা কৰি বিষয়বস্তুক অধিক আকৰ্ষণীয় কৰি তুলিছে। দাসে ৰচনাৰাজিৰ মাজত উপমা, ৰূপক, চিত্ৰকল্প আদি অলংকাৰৰ সঘন প্ৰয়োগ কৰি বিষয়বস্তুক কাব্যিকভাৱে ভাৰাক্ৰান্ত কৰি তোলা নাই যদিও তেওঁৰ সহজ-সৰল প্ৰকাশভংগীয়ে বিষয়বস্তুক আৱেগ-অনুভূতিশীল কৰি নোতোলাকৈয়ো থকা নাই। অধিক অলংকাৰৰ ব্যৱহাৰৰ অবিহনেও যে এটা সুন্দৰ-সুঠাম ভাষাশৈলী গঢ় দিব পাৰি সেই কথা যোগেশ দাসৰ ৰচনাশৈলী অধ্যয়ন কৰিলে জানিব পাৰি। অসমীয়া সমাজখনৰ চিৰ-পৰিচিত ঘৰুৱা শব্দৰ ব্যৱহাৰ আৰু সহজ-সৰল প্ৰকাশভংগীয়ে যোগেশ দাসৰ ৰচনাশৈলীক অধিক অৰ্থব্যঞ্জক কৰি তুলিছে। হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱাৰ পথ অনুসৰণ কৰি যিসকল সাহিত্যিকে অসমীয়া সাহিত্যৰ সাধনা কৰিছিল সেইসকলৰ ভিতৰত যোগেশ দাস চিৰদিন উজ্জ্বল হৈ থাকিব। তেওঁৰ ৰচনাশৈলীত দৈনন্দিন জীৱনত ব্যৱহৃত ভাষাৰ লগতে প্ৰয়োজনৰ তাগিদাত ব্যৱহৃত তৎসম, তদ্ভৱ, ইংৰাজী আদি ভাষাৰো শব্দ সম্ভাৰৰ প্ৰয়োগ কৰিছে যদিও সেই কাৰ্যই দাসৰ ৰচনাশৈলীক অধিক মনোমোহা হে কৰি তুলিছে। তদুপৰি দাসে কেতিয়াও বাস্তৱতাক অস্বীকাৰ কৰা নাই। সেয়ে বাস্তৱসন্মত দৃষ্টিভংগীৰে চৰিত্ৰ অনুযায়ী বৰ্ণনীয় বিষয়বস্তুৰ ভাষা নিৰ্ধাৰণ কৰি বৰ্ণনা কৰিছে। দাসৰ ৰচনাশৈলীত অবাস্তৱ বুলি কোনো কথা নাই, যিটো গুণৰ বাবেই তেওঁৰ বৰ্ণনাৰাজি অধিক সজীৱ

হৈ পৰিছে। এগৰাকী সৃষ্টিশীল লেখক হিচাপে যোগেশ দাসৰ ভাষাই কতো উজুটি খোৱা নাই। সমকালীন সমাজখনৰ এক বিশুদ্ধ ভাষাৰীতি পৰিস্ফুট কৰাত দাসৰ ৰচনাৰাজিয়ে সবাতোকৈ বেছি অৰিহণা যোগাব।

গল্প-উপন্যাস লিখাৰ উপৰি যোগেশ দাসে ভালেমান মূল্যবান প্ৰবন্ধ, জীৱনী, অনুবাদ গ্ৰন্থ আৰু সম্পাদিত পুথিৰেও অসমীয়া সাহিত্যক সমৃদ্ধ কৰিছে। বিভিন্ন আলোচনী গ্ৰন্থ সমালোচনা কৰাৰ দায়িত্বও দাসে পালন কৰিছে। নেচনেল বুক ট্ৰাষ্টে অসমৰ লোক-সংস্কৃতি বিষয়ক গ্ৰন্থ Folklore of Assam দাসৰ দ্বাৰাই প্ৰণয়ন কৰাইছিল। তদুপৰি শিশু সাহিত্যক হিচাপেও যোগেশ দাস স্মৰণীয়। তেওঁ ইংৰাজী ভাষাৰ পৰা 'আমাৰ কবি', 'ব্ৰাহ্মণ কন্যা', 'ৰবীন হুদ', 'ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ' আৰু 'বনে-বনে' প্ৰমুখ্য কৰি কেইবাখনো গ্ৰন্থ অসমীয়া ভাষালৈ অনুবাদ কৰি অসমীয়া শিশু সাহিত্যক চহকী কৰি গৈছে। এই গ্ৰন্থসমূহৰ জৰিয়তে দাসৰ অনুবাদ নৈপুণ্য গুণৰো পৰিচয় পোৱা যায়। আলোচনীৰ সম্পাদক হিচাপেও যোগেশ দাসৰ নাম উল্লেখযোগ্য। 'অধিনায়ক' আলোচনীখন সম্পাদনাত তেওঁ দক্ষতা দেখুৱাইছিল।

সৃষ্টিধৰ্মী ৰচনা লিখাত বাল্যকালতেই পাৰদৰ্শিতা দেখুওৱা যোগেশ দাসক দুখন মহান গ্ৰন্থই প্ৰেৰণা যোগাইছিল। 'কথা ৰামায়ণ' আৰু 'কথা মহাভাৰত'ৰ মৌকোঁহ পঢ়ি পঞ্চম নে ষষ্ঠ মানত তেওঁ 'পাণ্ডৱৰ জয়' বুলি এখন নাটক ৰচনা কৰিছিল। সেইদৰে তেওঁ কৈশোৰ আৰু যৌৱন কালত কবিতাও লিখিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰ কবিতাৰ বহী এখন হেৰায়। সেই কবিতাৰ বহীখন হেৰোৱাৰ পাছৰ পৰা তেওঁ কবিতা ৰচনাত হাত দিয়া নাই। অৱশ্যে কবিতা নিলিখিলেও তেওঁৰ মন কবিৰ মন। সেয়ে মানুহৰ দুখ-দুৰ্দশা দেখিলে তেওঁৰ অন্তৰ ভাগি পৰে। সেই কাৰণে দাসৰ লিখনীয়ে পাঠকক আকৃষ্ট কৰিব পাৰে।

যোগেশ দাসে ১৯৪৫ চনত প্ৰৱেশিকা পৰীক্ষা দি ফল ওলোৱাৰ সময়লৈকে এই তিনিমান ডুমডুমাৰ চুকেৰিটিঙ বিমান ঘাটিত 'ষ্টৰ কিপাৰ'ৰ কাম কৰিছিল। সেই সময়ছোৱাত দ্বিতীয় মহাযুদ্ধৰ বিভীষিকাই অসমকো ছানি ধৰিছিল। 'ষ্টৰ কিপাৰ'ৰ চাকৰিৰ অভিজ্ঞতাই সেই কোমল বয়সতে যোগেশ দাসৰ মনত গভীৰভাৱে প্ৰভাৱ পেলাইছিল। ডুমডুমা হাইস্কুলত শিক্ষকতাৰে চাকৰি জীৱন আৰম্ভ কৰা দাসে তেতিয়াই সংবাদ পত্ৰ জগতখনৰ লগতো জড়িত হৈ পৰে। 'নতুন অসমীয়া' আৰু 'দৈনিক অসম'ৰ সহকাৰী সম্পাদকৰ পদত যোগেশ দাস নিযুক্ত হৈছিল। পঞ্চাশৰ দশকত দৈনিক কাকতবোৰত 'পলিটিকেল উইট' (Political Wit) অৰ্থাৎ ৰাজনৈতিক কৌতুকৰ এটা বিশেষ স্তম্ভ আছিল। কলিকতাৰ এখন বিশিষ্ট দৈনিক 'হিন্দুস্থান ষ্টেৰ্ডাণ্ড (Hindustan Standard) এনে কৌতুককাৰী সম্পাদক 'হোমা' আছিল বহুতৰে আদৰ্শস্বৰূপ। 'নতুন অসমীয়া' কাকতত অনুৰূপ 'ফটা মুখৰ বাইক' শিতানটোৰ



সম্পাদক আছিল যোগেশ দাস। স্কুলৰ শিক্ষকতা আৰু খবৰ কাগজৰ সাংবাদিকতাৰ অভিজ্ঞতাৰে পুষ্ট হৈ দাসে ১৯৫৩ চনত গুৱাহাটীৰ বি বৰুৱা মহাবিদ্যালয়ৰ অধ্যাপক হিচাপে যোগদান কৰে আৰু অৱসৰৰ সময়লৈ সেইখন মহাবিদ্যালয়ৰ এজন কৃতী শিক্ষক হিচাপে কাম কৰে। ১৯৮৮ চনত তেওঁৰ অসমীয়া বিভাগৰ মুৰব্বী হৈ থকা সময়তে অৱসৰ গ্ৰহণ কৰে।

যোগেশ দাস 'অসম সাহিত্য সভা'ৰ লগতো ওতঃপ্ৰোতভাৱে জড়িত হৈ আছিল। তেওঁৰ দৃষ্টিত 'অসম সাহিত্য সভা' এক মহান আৰু পবিত্ৰ অনুষ্ঠান। 'অসম সাহিত্য সভা'ৰ লগত তেওঁৰ সম্পৰ্ক ঘটে ১৯৫০ চনত। মাৰ্ঘেৰিটাত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সভাপতিত্বত হোৱা অধিবেশনলৈ তেওঁ সেইবাৰ দৰ্শক হিচাপে উপস্থিত আছিল। 'অসম সাহিত্য সভা'ৰ মাৰ্ঘেৰিটাৰ অধিবেশনৰ পাছৰ পৰা দাসে প্ৰায় প্ৰতিখন অধিবেশনতে যোগদান কৰিছিল। ইয়াৰ উপৰি গুৱাহাটী সাহিত্য সভাৰ সম্পাদক, কামৰূপ জিলা সাহিত্য পৰিষদৰ সভাপতি, অসম সাহিত্য সভাৰ পত্ৰিকাৰ (ত্ৰয়োবিংশ আৰু চতুৰ্বিংশ বছৰৰ) সম্পাদক, সাহিত্য সভাৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন অৱৰক্ষণ সমিতিৰ আৰু লক্ষ্মীৰাম বৰুৱা সদন অৱৰক্ষণ সমিতিৰ কোষাধ্যক্ষ, অসম সাহিত্য সভাৰ উপ-সভাপতি, অসম সাহিত্য সভাৰ সভাপতি আদি অনুষ্ঠানটোৰ বিভিন্ন বিষয়বাবৰ দায়িত্ব আৰু কৰ্তব্য বিভিন্ন সময়ত যোগেশ দাসে পালন কৰি আহিছিল নিষ্ঠা আৰু সততাৰে। ১৯৭৮-৭৯ চনত তেতিয়াৰ সভাপতি প্ৰসন্নলাল চৌধুৰীৰ অসুস্থতাৰ কাৰণে উপ-সভাপতিৰ দায়িত্বত থকা যোগেশ দাসেই প্ৰায়বোৰ সভা পৰিচালনা কৰিছিল। সেইদৰে শুৱালকুছি অধিবেশনখন দাসৰ নেতৃত্বতে সুকলমে সম্পন্ন হৈছিল। ১৯৮৫ চনৰ ৮, ৯ আৰু ১০ ফেব্ৰুৱাৰিত বিহপুৰীয়াৰ শ্ৰীশ্ৰীমাধৱদেৱ ক্ষেত্ৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ এক পঞ্চাশতম অধিৱেশনৰ সভাপতি আছিল যোগেশ দাস।

অসমীয়া জাতি, ভাষা আৰু সংস্কৃতিক সঁচা অন্তৰেৰে ভাল পোৱা ব্যক্তি হ'ল যোগেশ দাস। সকলো ধৰণৰ নীচতা, তুচ্ছতা আৰু গোষ্ঠীগত সংকীৰ্ণতাৰ উৰ্ধত থাকি ভাষা, সাহিত্য, সংস্কৃতিৰ উন্নতিৰ হকে, জাতীয় জীৱন সংহতিৰ হকে নিঃস্বাৰ্থভাৱে কাম কৰি যোৱা এইগৰাকী ব্যক্তি অসমবাসীৰ কাৰণে স্মৰণীয় হৈ ৰ'ব।

যোগেশ দাসে অসম সাহিত্য সভাক জাতীয় অনুষ্ঠান বুলি শ্ৰদ্ধা কৰাৰ লগতে এই অনুষ্ঠানটোক সকলো ফালৰ পৰাই মহীয়ান কৰি তুলিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। এটা সময়ত এই অনুষ্ঠানটোত এচাম সুবিধাবাদীৰ ন্যস্তস্বাৰ্থৰ প্ৰভাৱ পৰা পৰিলক্ষিত হ'ল। এই কথাটোৱে যোগেশ দাসক বাৰুকৈয়ে মনোকষ্ট দিছিল। কিন্তু তেওঁ থিৰেৰেও থাকিব পৰা নাছিল। সভাৰ মৰ্যাদা ৰক্ষা কৰাটো তেখেতৰ একান্ত আন্তৰিক কামনা

আছিল। সেয়ে যেতিয়া তেওঁ অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হ'ল তেতিয়া এই অনুষ্ঠানটোৰ মৰ্যাদা ৰক্ষা কৰাটোক তেওঁ দায়িত্ব হিচাপে ল'লে। তেওঁৰ দিনতে এবাৰ সাহিত্য সভাৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ সৌন্দৰ্য বৃদ্ধিৰ বাবে আৰু এটি সুস্থ বাতাবৰণ আনিবৰ বাবে ভৱনটোৰ কেউকাষে ফুল ৰুই দিয়াৰ কথা ওলাইছিল। লগে লগে হাতে-কামে লাগি যোৱা দাসে ঘৰতে কেইবিধমান ফল টাবত ৰুই ভৱনৰ বাৰাণ্ডাত থৈছিলহি। কিন্তু তেওঁৰ এই কাৰ্যত আন কাৰো সঁহাৰি নোপোৱাত নিজেই ফল কেইজোপাৰ তদাৰক কৰিব লগা হৈছিল। যোগেশ দাসৰ সৌন্দৰ্য প্ৰীতি আৰু কৰ্মস্পৃহাৰ এইবোৰ কথা অতুলানন্দ গোস্বামীয়ে শ্ৰদ্ধাৰে সোঁৱৰে। মঙলদৈ অধিবেশনত সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ নিৰ্বাচনত 'গণতন্ত্ৰ'ৰ প্ৰৱেশ ঘটাত দাসৰ মন ব্যথিত হৈ পৰিছিল। সেইবাৰ যোগেশ দাসৰ নামটো উপ-সভাপতি পদৰ বাবে কোনোবাই প্ৰস্তাৱ কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁ প্ৰতিদ্বন্দ্বিতাত মাত্ৰ এটা ভোটত হাৰিল। আচৰিত কথা তেওঁ হৰাৰ বাবে তেওঁ নিজেই দায়ী। কাৰণ তেওঁ ভোট নিদি অতুলানন্দ গোস্বামীৰ লগত দোকানত বহি কফি খাই আছিল। যদি দুয়োজনে মনৰ দুখত কফি খাবলৈ নগৈ ভোট দিলেহেঁতেন তেন্তে দাসে এটা ভোটত জিকিলহেঁতেন। সাহিত্য সভাৰ এইখন অধিবেশনৰ উপ-সভাপতি পদত নিৰ্বাচনত হাৰিলেও তেওঁৰ বিশেষ আক্ষেপ নাছিল কাৰণ এটা ভোটৰ ব্যৱধানত জিকাটো বিশেষ গৌৰৱৰ কথাই নহয়। কিন্তু তেওঁ আক্ষেপ কৰিছিল এই কাৰণেই যে এই নিৰ্বাচন প্ৰক্ৰিয়াটো পিছলৈ বহু পৰিমাণে কলুষিত হৈ পৰিছিল। এই ব্যৱস্থাই যোগেশ দাসক বৰকৈ মনোকষ্ট দিছিল।

অসম সাহিত্য সভাৰ প্ৰায় প্ৰতিখন অধিবেশনতে উপস্থিত থাকি ভাল পোৱা যোগেশ দাসে সভাৰ আনুষ্ঠানিক কামবোৰৰ বাহিৰেও আন আন প্ৰতিনিধিৰে সৈতে ভাব বিনিময় কৰি আনন্দ ধেমালি কৰাটো তেওঁৰ এটা নিয়মীয়া কথা আছিল। ফলস্বৰূপে বহু সাহিত্যিকৰ লগতে ভাবৰ আদান প্ৰদান হৈছিল আৰু ইয়ে অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিছিল। লগতে দাসৰ সান্নিধ্যই বহুজনক প্ৰভূতভাৱে চহকী কৰিছিল। কাৰণ সৰল হাঁহি এটাৰে কথা আৰম্ভ কৰা, শান্ত, সৌম্য মানুহজনৰ ব্যক্তিত্বই যিকোনো মানুহকে মুগ্ধ কৰিব পাৰিছিল আৰু হয়তো সেইবাবেই তেখেত গোটেই অসমবাসীৰ আপোন হৈ পৰিছিল।

প্ৰথমে দৰ্শক হিচাপে উপস্থিত থাকি পিছলৈ অসম সাহিত্য সভাৰ সভাপতিৰ আসন শুৱনি কৰা যোগেশ দাস এই অনুষ্ঠানটোৰ প্ৰতি আছিল অতিশয় সংবেদনশীল। অনুষ্ঠানটোক কোনোবাই কটু সমালোচনা কৰিলে তাৰ উচিত প্ৰত্যুত্তৰ নিদিয়ালৈকে তেওঁ ক্ষান্ত নহৈছিল। ইয়াৰ লগতে তেঁওৰ চিন্তাধাৰাত জাতীয়তাবাদী ভাবটোৱে অধিক প্ৰভাৱ বিস্তাৰ কৰিছিল। অসম সাহিত্য সভা অসমৰ জাতীয় অনুষ্ঠান। সেয়ে



অসমৰ জাতীয় জীৱন বিপদাপন্ন হ'লে বা অসমৰ স্বাৰ্থ ক্ষুণ্ণ হোৱাৰ আশংকা থাকিলে সভাই মাত মতাটো উচিত বুলি যোগেশ দাসে ভাবিছিল। বিদেশী বিতাৰণৰ সমস্যা লৈয়ে অসম আন্দোলন হোৱাত যোগেশ দাসে এই আন্দোলনত ব্যক্তিগতভাৱে অংশগ্ৰহণ কৰিছিল। এই ক্ষেত্ৰত অসম সাহিত্য সভায়েও মাত মাতিছিল। ফলস্বৰূপে সভাই অসম চৰকাৰৰ অসহযোগিতা আৰু বিৰোধিতাৰ সন্মুখীন হ'ব লগা হৈছিল। বিশেষকৈ বিহপুৰীয়াত যোগেশ দাসৰ সভাপতিত্বত অসম সাহিত্য সভাৰ যিখন অধিবেশন বহিছিল সেই সময়ত অসম আন্দোলন হৈছিল। গতিকে এই অধিবেশনে পানী, পোহৰ, টিনপাত আদিৰ সংগ্ৰহৰ ক্ষেত্ৰত চৰকাৰৰ বিৰোধিতা কাৰণেই বহুতো বিপদ মূৰ পাতি ল'ব লগা হৈছিল। তথাপিও যোগেশ দাসৰ আশাশুধীয়া চেষ্টা আৰু সন্মিলিত শক্তিৰ বলতেই অধিবেশন সু-সম্পন্ন হয়।

অৰাজনৈতিক অনুষ্ঠান অসম সাহিত্য সভাই ৰাজনীতি কৰা বুলি এটা অভিযোগ উঠিছিল। এই অভিযোগ খণ্ডন কৰি অসম সাহিত্য সভাৰ মঞ্চৰ পৰা সভাপতিৰ ভাষণত যোগেশ দাসে কৈছিল—

"সাহিত্য সভাৰ নিয়মাৱলীত দলগত ৰাজনৈতিক আলোচনা নিষিদ্ধ। আমি দলীয় ৰাজনীতিৰ মাজলৈ নাযাওঁ। কিন্তু সাধাৰণ ৰাজনৈতিক কাৰ্যকলাপে আজি আমাৰ জীৱন ভাৰাক্ৰান্ত কৰি পেলাইছে। এনে কাৰ্যকলাপৰ ফলস্বৰূপে আমাৰ অস্তিত্ব বিপন্ন হ'লে, আমাৰ ভাষা-সংস্কৃতি বিনষ্ট হ'ব খুজিলে, তাত মাত মতাৰ অধিকাৰ আমাৰ থাকিব। সাহিত্য সভাই এই অৰ্থতেই বিদেশী সম্পৰ্কীয় আন্দোলনটোক সমৰ্থন জনাই আহিছে। ক্ষমতাত অধিষ্ঠিতসকলে ভৱাৰ দৰে কোনো ৰাষ্ট্ৰবিৰোধী কামত লিপ্ত হোৱা নাই। সাহিত্য সভাৰ কোনো ৰাজনৈতিক আকাংক্ষা নাই।"

যোগেশ দাসে সভাপতিৰ অভিভাষণত সংস্কৃতিৰ সমন্বয়ৰ কথা কোৱাৰ লগতে জনজাতীয় ভাষাৰ ওপৰতো গুৰুত্ব দিছে। থলুৱা ভাষাবিলাকৰ উন্নতি সাধন কৰাটো অসম সাহিত্য সভাৰ প্ৰধান উদ্দেশ্য হ'ব লাগে বুলি উল্লেখ কৰিছে। লগতে তেওঁ গুৰুত্ব দিছে যে অসমত বাস কৰা প্ৰত্যেকজন লোকেই অসমীয়া ভাষা শিকিব লাগে। অসমীয়া ভাষা গঢ় লৈ উঠিছে বিভিন্ন জনগোষ্ঠীৰ ভাষাৰ শব্দাৱলী আহৰণ কৰি। সেয়ে অসমীয়া ভাষাটো সকলো অসমবাসী জনগোষ্ঠীৰে মাতৃভাষা হ'ব লাগে বুলি যোগেশ দাসে তেওঁৰ অভিভাষণত উল্লেখ কৰিছে। তদুপৰি আমাৰ ৰাইজৰ মাজত গ্ৰন্থপ্ৰীতি বৃদ্ধি কৰিবলৈ বছৰি গ্ৰন্থমেলা আয়োজন কৰা, আকৰ্ষণীয় শিশু পুথি প্ৰণয়ন, প্ৰকাশ আৰু প্ৰচলন কৰাৰ ওপৰত আলোকপাত কৰিছিল।

১৯৮৯ চনত অসম সাহিত্য সভাৰ পঞ্চ-পঞ্চাশতম ডুমডুমাৰ অধিবেশনত যোগেশ দাসে এগৰাকী স্বেচ্ছাসেৱকৰহে ভূমিকা পালন কৰিছিল। ডুমডুমাৰ মানুহ

হৈ ঠাইখনৰ যাতে একো দুৰ্নাম নহয়, তাৰবাবে তেখেতে অহোপুৰুষাৰ্থ কৰিছিল। অধিবেশনৰ কেইবাদিনো আগৰে পৰা ডুমডুমাত বাহৰ পাতি থাকি সকলোবোৰ কামৰ তদাৰক কৰি দাসে নিজৰ দায়িত্ব আৰু কৰ্তব্য পালন কৰিছিল অতি নিষ্ঠা আৰু সততাৰে। এনেদৰে অসম সাহিত্য সভাৰ বিভিন্ন অধিবেশনত যোগেশ দাসৰ উপস্থিতি আছিল কেতিয়াবা প্ৰতিনিধিৰ মাজত আৰু কেতিয়াবা বিশিষ্ট ব্যক্তিসকলৰ লগত মঞ্চত। কিন্তু য'তেই নাথাকক, যি ভূমিকাই নলওক দাসে নিজৰ সৰল হাঁহিটোৰে, লগতে নিষ্ঠা আৰু সততাৰে কৰা কামেৰে সকলোৰে অন্তৰ চুই যাব পাৰিছিল।

অসম সাহিত্য সভাৰ ক্ষেত্ৰত এক জ্বলন্ত সমস্যা হ'ল বিষয়ববীয়াসকলৰ কৰ্ম-কাণ্ডক লৈ সততে উত্থাপন হোৱা আলোচনা-সমালোচনা। কিন্তু যোগেশ দাসে সভাৰ বিষয়ববীয়াসকলক কেতিয়াও সমালোচনা কৰা নাছিল। কাৰণ তেখেতে কৈছিল যে, অসম সাহিত্য সভাৰ প্ৰধান সম্পাদককে আদি কৰি বিষয়ববীয়াসকল অনুষ্ঠানটোৰ অংশকালীন অবৈতনিক কৰ্মীহে। সেই বিষয়বাব তেওঁলোকৰ বৃত্তি বা জীৱিকাৰ অৱলম্বন নহয়। নিজৰ ব্যক্তিগত আৰু পাৰিবাৰিক অনেক সমস্যা থকা সত্বেও যে কিছুসংখ্যক মানুহে নিজৰ অমূল্য সময়, অৰ্থ আৰু শাৰীৰিক-মানসিক শ্ৰম অনুষ্ঠানটোৰ বাবে ব্যয় কৰে সেইটোৱেই ডাঙৰ কথা। অৱশ্যে সমালোচনা নকৰিলেও প্ৰয়োজনবোধে বিষয় বাছনি সভাত গঠনমূলক দিহা-পৰামৰ্শ দিয়াত যোগেশ দাস কেতিয়াও পিচ হুহকা নাছিল।

প্ৰবল দেশপ্ৰেমেৰে উদ্বুদ্ধ যোগেশ দাসে অসমীয়া জাতি আৰু ভাষাৰ উন্নতিৰ বাবে অবিৰতভাৱে কাম কৰি গৈছিল। তেওঁৰ সাহিত্যৰাজিৰ মাজৰে মানৱ বন্দনা পৰিস্ফুট হৈছে। পৰিৱেশ-পৰিস্থিতিয়ে মানুহক অমানুহ কৰে। এনে অমানুহক অৱহেলা নকৰি সিহঁতৰ অসুখবোৰ নিৰাময় কৰাতহে গুৰুত্ব দিব লাগে বুলি যোগেশ দাসে ভাবে। বিভিন্ন পাশ্চাত্য দৰ্শনৰ দ্বাৰ প্ৰভাৱান্বিত হ'লেও যোগেশ দাসৰ সৃষ্টিসমূহৰ মাজৰে ভাৰতীয় দৰ্শন বিশেষকৈ অসমৰ ভাষাৰ উন্নতিৰ কথা চিন্তা কৰা শিক্ষক, সু-সাহিত্যিক তথা সাংবাদিক যোগেশ দাস নিঃসন্দেহে এগৰাকী বিংশ শতিকাৰ শ্ৰেষ্ঠ অসমীয়া।

**গ্ৰন্থপঞ্জী ঃ**

১। পৰমানন্দ ৰাজবংশী (সম্পা.), যোগেশ দাসৰ উপন্যাস সমগ্ৰ।
২। (———) যোগেশ দাসৰ গল্প সমগ্ৰ; প্ৰথম আৰু দ্বিতীয় খণ্ড।
৩। চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পা.), গৰিয়সী, যোগেশ দাস বিশেষ সংখ্যা।

# জনগোষ্ঠীয় মূলৰ লেখক ৰংবং তেৰাং আৰু অসম সাহিত্য সভা

**ড° অনু ৰাণী দেৱী**

**প্ৰস্তাৱনা ঃ**

অসম সাহিত্য সভাৰ ইতিহাস মানে হ'ল মূলতঃ বৰ অসম বা উত্তৰ-পূৰ ভাৰতৰ অসমীয়া ভাষিক জনগোষ্ঠীসমূহৰ মাজত ঐক্য আৰু সংস্কৃতিৰ বীজ ৰোপণ কৰি তাৰ মাজেদি অসমীয়া সাহিত্যৰ বিকাশ সাধন কৰা। বিভিন্ন নৃগোষ্ঠীয় জনগোষ্ঠীৰ বাসভূমি হ'ল উত্তৰ-পূৱ ভাৰত। এই জনগোষ্ঠীসমূহৰ কিছুমানে ভৈয়ামত আৰু কিছুমান পাহাৰত বসবাস কৰে। বৃহত্তৰ অসমীয়া সমাজ-সংস্কৃতি তথা উত্তৰ-পূৰ্বাঞ্চলীয় সংহতি গঠনত এই লোকসকলৰ যথেষ্ট অৰিহণা আছে।

**জনগোষ্ঠীয় মূলৰ লেখক ৰংবং তেৰাঙৰ পৰিচয় ঃ**

জনগোষ্ঠীয় মূলৰ অন্যতম লেখক 'ৰং মিলিৰ হাঁহি'ৰ স্ৰষ্টা পদ্মশ্ৰী ৰংবং তেৰাং। কাৰ্বি জাতিৰ গৌৰৱ ৰংবং তেৰাঙে মাতৃভাষা কাৰবিত বিভিন্ন গ্ৰন্থ ৰচনা কৰাৰ উপৰিও অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ যথেষ্ট অৱদান আগবঢ়াইছে। ইং ১৯৬৭ চনতে ৰংবং তেৰাঙে কাৰ্বি ভাষাৰ ব্যাকৰণ 'কাৰ্বি লামকুৰ' ৰচনা কৰাৰ উপৰিও কাৰবি অসমীয়া অভিধান 'কাৰ্বি লামতাছাম' ৰচনা কৰে ১৯৭৪ চনত। কাৰ্বি সাধু, কাৰ্বি গণনা পুঁথিৰ উপৰিও 'কাৰ্বি সাহিত্য সংস্কৃতিত এভুমুকি', 'সমন্বয় প্ৰবাহ' আদিকে কৰি কেইবাখনো গ্ৰন্থ ৰচনা কৰিছে।

'ৰংমিলিৰ হাঁহি'ৰ বাহিৰেও ক্ৰান্তিকালৰ অশ্ৰু, জাকহেৰোৱা পক্ষী, মিৰবিন আদি উপন্যাসকে ধৰি বনফৰিঙৰ গীত আৰু লাংছলিত্ৰতৰ কাক্ৰুং নামেৰে দুখন গল্প পুথি ৰচনা কৰে। তেওঁৰ প্ৰায়বোৰ গল্প-উপন্যাসৰ মাজেদি কাৰ্বি সমাজৰ চিত্ৰ ফুটি উঠিছে। ইয়াৰ উপৰিও আলোচনীৰ পাতত বিভিন্ন উপন্যাস, চুটিগল্প আদি প্ৰকাশিত হৈছে। ২০০১ চনত আংগিক প্ৰকাশনে প্ৰকাশ কৰি উলিয়াইছে এখন মনোৰম

লেখক বি বৰুৱা কলেজৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।

উপন্যাসিকা 'নীলা আৰ্কিড'। ৰংমিলিৰ হাঁহিৰ স্ৰষ্টা ৰংবং তেৰাঙ এজন গল্পকাৰ ঔপন্যাসিকেই নহয়, তেওঁ এজন কবি আৰু গীতিকাৰো। তেওঁৰ বিভিন্ন কবিতা ইতিমধ্যে বিভিন্ন আলোচনীত প্ৰকাশিত হৈছে। অসমৰ স্বনামধন্য শিল্পী ড° ভূপেন হাজৰিকাক কাৰ্‌দম জনাই 'হে শিল্পী বন্ধু, মোৰ হেজাৰ কাৰ্‌দম তুমি ল'বা' গীতটো ৰচনা কৰিছিল। বিভিন্ন বঁটাৰে বিভূষিত বৰণ্যে সাহিত্যিক ৰংবং তেৰাঙৰ প্ৰতিখন গ্ৰন্থই অসমীয়া লোকক পোহৰৰ বাট দেখুৱাইছে বুলি ক'ব পাৰি।

**সভাপতি হিচাপে ৰং বং তেৰাং ঃ**

উনবিংশ শতিকাত ঘটা অসমীয়া ভাষা-ভিত্তিক জাতীয় চেতনাৰ পৰিণাম স্বৰূপে বিংশ শতিকাৰ দ্বিতীয় দশকত অসম সাহিত্য সভাই জন্মলাভ কৰিছিল। অসমীয়া মানুহৰ প্ৰাণৰ অনুষ্ঠান সাহিত্য সভা। সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বৰে আৰম্ভ হোৱা অসম সাহিত্য সভা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি চৰ্চাৰ অনুষ্ঠানেই নহয়, বৰ্তমান ই বিশ্ব প্ৰসাৰী ৰূপ লাভ কৰিছে। শৰৎ চন্দ্ৰ গোস্বামী, যতীন্দ্ৰ নাথ দুৱৰা, অতুলচন্দ্ৰ হাজৰিকা, ড° মহেশ্বৰ নেওগ, ড° নিৰ্মলপ্ৰভা বৰদলৈ, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, যোগেশ দাস, ড° নগেন শইকীয়া আদিকে ধৰি বিশিষ্ট ব্যক্তিসকলে সভাপতিৰ আসন অলংকৃত কৰি অসম সাহিত্য সভাক এক বিশেষ মৰ্যাদা প্ৰদান কৰিছে।

অসম সাহিত্য সভাৰ ৯০ বছৰীয়া ইতিহাসত এক নতুন অধ্যায়ৰ সূচনা কৰি প্ৰথমবাৰৰ বাবে কাৰ্বি জনগোষ্ঠীৰ এজন লেখকে পালে সভাপতি পদৰ সৰ্বোচ্চ সন্মান। পাহাৰ-ভৈয়ামৰ সম্প্ৰীতিৰ এনাজৰী অধিক কটকটীয়া হোৱাৰ পথ প্ৰশস্ত হৈ পৰিল সাহিত্য সভাৰ সন্মানীয় সভাপতি হিচাপে ৰংবং তেৰাং নিৰ্বাচিত হোৱাত। বিতৰ্ক, গ্লানিৰ কলীয়া মেঘে আৱৰি ধৰা অসম সাহিত্য সভাৰ পূৰ্বৰ ঐতিহ্য ঘূৰাই আনিবৰ বাবে যেন জিলা সাহিত্য সভা, শাখা সাহিত্য সভাই জনগোষ্ঠীয় মূলৰ নীৰৱে সাহিত্য সাধনা কৰা এইজন সাহিত্যিকক নিৰ্বাচিত কৰিলে। সকলোৰে আশা তেওঁৰ নেতৃত্বত সাহিত্য সভাই পূৰ্বৰ ঐতিহ্য ঘূৰাই পাবলৈ সক্ষম হ'ব।

পদ্মশ্ৰী ৰংবং তেৰাঙৰ নেতৃত্বত অসম সাহিত্য সভাত এক প্ৰগতিবাদী চিন্তা-চৰ্চাৰ উন্মেষ ঘটে। ধেমাজী অধিবেশনত দায়িত্ব লোৱা ৰংবং তেৰাংদৰৰ সভাপতিত্বত অসম সাহিত্য সভাই অসমৰ জাতি-জনগোষ্ঠীৰে নহয়, সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সমন্বয় পৰিচয় বহন কৰিছে। তেখেতৰ নেতৃত্বত আৰম্ভ হোৱা সমন্বয় যাত্ৰাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি অন্য ৰাজ্যত প্ৰচাৰ-প্ৰসাৰ কৰাৰ লগতে আন্তঃৰাজ্যিক ভাব বিনিময় আৰু সাংস্কৃতিক বিনিময় কৰাৰো



চেষ্টা কৰিছে। ইতিমধ্যে তেখেতৰ নেতৃত্বত অৰুণাচল, মেঘালয়, ত্ৰিপুৰা, মণিপুৰ, মিজোৰাম, নাগালেণ্ড, বিহাৰ, উৰিষ্যা, কেৰেলা আদি ঠাই ভ্ৰমণ কৰি বৌদ্ধিক পৰিৱেশ অক্ষুণ্ণ ৰখাৰ লগতে সাংগঠনিক ভেটি মজবুত কৰিছে। সাহিত্য সভাৰ চতুঃষষ্ঠিতম বৰ্ষৰ চতুৰ্থ সংখ্যাৰ পত্ৰিকা সমন্বয় বিশেষ সংখ্যা হিচাপে প্ৰকাশ কৰা হৈছে। বৰাক উপত্যাকালৈ যোৱা সম্ভাৱনা যাত্ৰাৰ অংশীদাৰ হিচাপে বৰাক উপত্যকাৰ মানুহৰ জীৱন মাটি আৰু মন প্ৰতিফলিত কৰাৰ উদ্দেশ্য এই সমন্বয় বিশেষ সংখ্যাটি প্ৰকাশ কৰা হৈছে।

ৰংবং তেৰাঙৰ নেতৃত্বত মাতৃভাষা প্ৰয়োগৰ ওপৰত গুৰুত্ব আৰোপ কৰা হয়। অসম সাহিত্য সভাই ইংৰাজী, হিন্দী অথবা আন মাতৃভাষাৰ বিৰোধিতা কৰা নাই; কিন্তু অসমৰ চৰকাৰী অথবা বেচৰকাৰী মাধ্যমৰ যিবোৰ বিদ্যালয়ত অসমীয়া ভাষা শিকোৱা নহয় তেনেবোৰ অনুষ্ঠান বা প্ৰতিষ্ঠানৰ বিৰুদ্ধে যুঁজ দিয়াৰ চেষ্টা কৰি বিভিন্ন কাৰ্যসূচী হাতত লৈছে। গোলোকীকৰণৰ ধামখুমীয়াত পৰি যাতে অসমীয়া ভাষাৰ মৃত্যু নহয়, তাৰ বাবে চৰকাৰক বাধ্য কৰাবলৈ সাহিত্য সভাই নিৰন্তৰ প্ৰচেষ্টা অব্যাহত ৰাখিছে। অসমীয় ৰাজ্যভাষা আইন, মাতৃভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰৰ বাবে চৰকাৰক হেঁচা প্ৰয়োগ কৰাৰ ওপৰিও দেৰগাঁও অধিবেশনত অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰত জাতীয় মাতৃভাষা অভিৱৰ্তনৰ আয়োজন কৰে। ভাষাৰ ক্ষেত্ৰত গুৰুত্ব আৰোপ কৰি ভাষা উপদেষ্টা পৰিষদৰ গঠন কৰে। অসমীয়া ভাষাৰ দুৰাৱস্থাৰ প্ৰতি এই পৰিষদৰ লগত আলোচনা কৰি পৰিষদৰ পৰামৰ্শ মতে সংবাদ মাধ্যমৰ প্ৰতিনিধিসমূহক লৈ কৰ্মশালা অনুষ্ঠিত কৰিছে। লগতে প্ৰবাসী অসমীয়া পৰিয়ালৰ বাবে অথবা অসমীয়া শিকিবলৈ আগ্ৰহী লোকসকলৰ বাবেই সাহিত্য সভাই দূৰ সংযোগী পাঠক্ৰম প্ৰৱৰ্তনৰ দিহা কৰিছে। কম্পিউটাৰৰ জৰিয়তে, প্ৰকাশিত শিক্ষা সামগ্ৰীৰে অসমীয়া ভাষা শিকোৱাৰ উপৰিও স্নাতকোত্তৰ উপাধি দিয়াৰ বাবেও সাহিত্য সভাই চেষ্টা কৰিছে।

ইয়াৰ লগতে অসম সাহিত্য সভাই অসমৰ সংস্কৃতিৰ বিকাশৰ দিশটোত বিশেষ গুৰুত্ব দিছে। অসমৰ সকলো জনগোষ্ঠীৰে নিজা নিজা সংস্কৃতিৰ দিশত অগ্ৰসৰ কৰোৱাৰ উদ্দেশ্য বিভিন্ন জনগোষ্ঠীয় সাংস্কৃতিক সমাৰোহ, জনগোষ্ঠীয় নাট্য সমাৰোহ, জনগোষ্ঠীয় কবি সন্মিলন, উত্তৰ পূৰ্বাঞ্চলৰ লেখক সমাৰোহ আদিৰ লগতে অসমৰ পৰা ক্ৰমান্বয়ে লুপ্ত হ'বলৈ ধৰা থলুৱা লোক নাট্যানুষ্ঠানসমূহক পুৰ্ণজীৱিত কৰিবলৈ ওজাপালি, দেওধনী নৃত্য আদিৰ কৰ্মশালা, ঢুলীয়া সমাৰোহ, ভাওনা সমাৰোহ আদি অনুষ্ঠিত কৰা হয়।

ৰং বং তেৰাঙৰ সভাপতিত্বত অসম সাহিত্য সভাই পুৰণি অপ্ৰকাশিত গ্ৰন্থ পুনৰ প্ৰকাশ কৰাৰ লগতে লেখককোষ, কাব্যকোষ, চাহকোষ, জনজাতিকোষ, নাট্যকোষ, এশ বছৰৰ শিশু সাহিত্য, এশ বছৰৰ চুটি গল্প, এশবছৰৰ গীতি-সাহিত্য ইত্যাদিৰ উপৰিও লেখিকা সমাৰোহৰ তৰফৰ পৰা স্ত্ৰী লোকচোৰ, নাৰীবাদ আৰু অসমীয়া সাহিত্য, অসমৰ জনজাতি শীৰ্ষক গ্ৰন্থখন প্ৰস্তুত কৰিবৰ বাবে ড° মালিনা ৰাভাক দায়িত্ব অৰ্পণ কৰে। বিভিন্ন সভাপতি আৰু সম্পাদকৰ কাৰ্যকালত প্ৰকাশ হোৱা 'বিশ্বকোষ'ৰ ধাৰাবাহিকতা ৰক্ষা কৰি স্বাস্থ্য আৰু চিকিৎসা সম্পৰ্কীয় দুটা খণ্ডৰ 'বিশ্বকোষ' প্ৰকাশ পায়। তেখেতৰ সভাপতিত্বত জনগোষ্ঠীয় সাহিত্যক অসমীয়ালৈ আৰু অসমীয়া সাহিত্যক জনগোষ্ঠীয় ভাষালৈ ভাঙনি কৰাৰ যি প্ৰচেষ্টা কৰা হৈছে, সি প্ৰশংসনীয়। তাৰেই উদাহৰণ হৈছে তেওঁৰেই বিখ্যাত গ্ৰন্থ 'ৰংমিলিৰ হাঁহি' ইতিমধ্যে কাৰ্বি ভাষালৈ অনূদিত হৈছে। ইয়ে তেওঁৰ অসমীয়া ভাষাৰ প্ৰতি থকা আস্থা আৰু নিষ্ঠাৰ কথাকে প্ৰকাশ কৰিছে।

সাহিত্য সভাৰ প্ৰকাশিত গ্ৰন্থসমূহ যাতে গ্ৰন্থানুৰাগী পাঠকৰ আগত মেলি ধৰিব পাৰে তাৰ বাবেই এখন ভ্ৰাম্যমাণ গ্ৰন্থ বিপণিৰ ব্যৱস্থা কৰাৰ লগতে সাহিত্য সভাৰ পত্ৰিকাসমূহ যাতে নিয়মীয়াকৈ প্ৰকাশ পায় তাৰ বাবে ৰংবং তেৰাঙৰ কাৰ্যকালত গুৰুত্ব আৰোপ কৰা হৈছে। নবীন সকলৰ প্ৰতিভা বিকাশৰ বাবে সাহিত্য সভাই 'ৰামধেনু' নামৰ এটি অনুষ্ঠানৰ সংযোজন কৰে। এই অনুষ্ঠানত নবীনসকলৰ গল্প, কবিতা প্ৰকাশ কৰাৰ লগতে তেওঁলোকক গ্ৰন্থ প্ৰকাশৰ বাবে ৩০০০ টকাকৈ এককালীন সাহায্য প্ৰদানৰ আঁচনি গ্ৰহণ কৰে। মহিলাসকলক প্ৰেৰণা দিবৰ বাবে 'আকাশ' নামৰ এটি বিশেষ অনুষ্ঠান ব'থাতলাংছ' অধিবেশনত আয়োজন কৰাৰ লগতে আঞ্চলিক কাৰ্যালয়সমূহতো এই অনুষ্ঠান পতাৰ ব্যৱস্থা কৰে।

ইয়াৰ উপৰিও ৰং বং তেৰাঙৰ নেতৃত্বত অসম বিশববিদ্যালয়ত বিভাগ মুকলি, ঐতিহ্য ভৱন মুকলি, স্থায়ীতোৰণ নিৰ্মাণ, প্ৰতিমূৰ্তি স্থাপন, দিল্লীত আঞ্চলিক কাৰ্যালয়, ইণ্টাৰনেটৰ জৰিয়তে বিভিন্ন কাৰ্যসূচী উপভোগ তথা মূল্যবান প্ৰকাশনসমূহ ইণ্টাৰনেটৰ জৰিয়তে উপলব্ধ কৰাৰ বাবে 'অসম সাহিত্য সভা ৱেবছাইট মুকলি, নতুন ন্যাস মুকলি, নিম্ন-মধ্যবিত্ত শিল্পী-সাহিত্যিকক বিনামূলীয়া চিকিৎসা সেৱা, শিশুসকলক জাতীয় চেতনাৰে উজ্জীৱিত কৰিবৰ বাবে গ্ৰীষ্মকালীন শিশু কৰ্মশালা, আজীৱন সভ্য ভৰ্তি অভিযান, সমধৰ্মীয় সাহিত্যানুষ্ঠানৰ সৈতে ভাব বিনিময়, বিদ্যায়তনিক আলোচনা সত্ৰৰ আয়োজনকে ধৰি অসমীয়া ভাষা-সাহিত্যলৈ অবদান আগবঢ়োৱা ব্যক্তিসকলক সন্মান জনাই স্বীকৃতি স্বৰূপে উপাধি প্ৰদান কৰি অসমৰ



বৌদ্ধিক জগতখনলৈ বৰঙণি আগবঢ়াইছে।

**সামৰণি ঃ** ৯০ বছৰীয়া অসম সাহিত্য সভাৰ ইতিহাসত ৰংবং তেৰাঙৰ নাম জিলিকি থাকিব। তেওঁৰ মনোবল আৰু প্ৰচেষ্টাৰ বাবেই ২০১০ বৰ্ষৰ অসম সাহিত্য সভাৰ মধ্যকালীন অধিবেশন কাৰ্বি আংলং জিলাৰ ব'থাতলাংছ'ত অনুষ্ঠিত কৰিছিল। তেওঁ অসম সাহিত্য সভালৈ যি অৱদান আগবঢ়ালে তাৰ বাবেই তেওঁ প্ৰশংসনীয়। অৱশ্যে উল্লেখৰ আৱশ্যক যে তেৰাং মহোদয়ে অসম সাহিত্য সভাৰ সভাপতিৰ আসন গ্ৰহণ কৰাৰ সময়ত সকলোৰে মনত এক গভীৰ প্ৰত্যাশাৰ জন্ম হৈছিল। বহুতে আশা কৰিছিল যে তাহানি বৰ অসমৰ পৰা ক্ৰমবৰ্ধিত হাৰত বিছিন্ন হ'ব খোজা জাতি জনগোষ্ঠীসমূহক একতাৰ ডোলেৰে বান্ধি ৰখাৰ ক্ষেত্ৰত তেৰাং মহোদয়ে ঐকান্তিক প্ৰচেষ্টা হাতত ল'ব। এই প্ৰত্যাশা এক দৃষ্টিকোণৰ পৰা অতি যথাযথ আৰু কাম্যও আছিল। পৰিতাপৰ বিষয় যে নিজে জনগোষ্ঠীয় মূলৰ হোৱাৰ পিছতো তেৰাং মহোদয়ে সেই সময়ৰ জাতীয় ভিত্তিক বিছিন্নতাবোধক প্ৰতিৰোধ কৰাৰ ক্ষেত্ৰত কোনো ভূমিকা গ্ৰহণ নকৰিলে। এয়া আমাৰ অভিযোগ নহয়, তেখেতৰ কাৰ্যকালৰ সময়ত ৰাজ্যখনৰ একাংশ বুদ্ধিজীৱীয়ে দিয়া অভিমত।

আনহাতে, অসমৰ কেইজনমান প্ৰাক্তন সভাপতি আৰু লব্ধ প্ৰতিষ্ঠ ব্যক্তি কিছুমানে অসম সাহিত্য সভাৰ কিছুমান কাৰ্যকলাপত অসন্তুষ্ট হৈ মাননীয় সভাপতি ৰংবং তেৰাঙলৈ পত্ৰ প্ৰেৰণ কৰিছিল যদিও এই ক্ষেত্ৰত সভাপতিজনে সক্ৰিয় ভূমিকা গ্ৰহণ কৰাত ব্যৰ্থ হ'ল, ফলত 'অসমীয়া সাহিত্য সন্মিলনী'ৰ দৰে আন এটা সমান্তৰাল অনুষ্ঠানৰ জন্ম হ'ল বুলি কোনো কোনো মহলে ক'ব খোজে। দুই-চাৰিটা কথা বাদ দিলে তেওঁৰ সময়ছোৱাত হাতত লোৱা প্ৰায়ভাগ আঁচনিয়েই সফলভাৱে ৰূপায়িত হৈছে। বিশ্বৰ ভিতৰতে সৰ্বশ্ৰেষ্ঠ তথা সৰ্ববৃহৎ সাহিত্যানুষ্ঠান হিচাপে অসম সাহিত্য সভাই স্বীকৃতি লাভ কৰক সেয়ে আমাৰ সকলোৰে কাম্য।

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১। কলিতা সমীন ঃ অসম সাহিত্য সভাৰ সভাপতি; চন্দ্ৰ প্ৰকাশ, গুৱাহাটী, ২০০৬।
২। বৰা, পবিত্ৰ, ডেকা খনীন্দ্ৰ কুমাৰ (সম্পাদিত) ঃ সমন্বয়ৰ ৰূপকাৰ ৰংবং তেৰাং অভিনন্দন গ্ৰন্থ।
৩। হাকাচাম ৰাভা, ড° উপেন ঃ অসম সাহিত্য সভা পত্ৰিকা (অসমীয়া ভাষা - সাহিত্য-সংস্কৃতি অধ্যয়ন বিশেষ) পঞ্চষষ্ঠিতম বৰ্ষ ঃ চতুৰ্থ সংখ্যা, মাৰ্চ ২০১১।

৪। হাকাচাম ৰাভা, ড° উপেন ঃ অসম সাহিত্য সভা পত্রিকা সমন্বয় বিশেষ সংখ্যা, চতুঃষষ্ঠিতম বৰ্ষ; চতুৰ্থ সংখ্যা, মাৰ্চ-২০১০।
৫। শইকীয়া, জ্যোতিপ্ৰসাদ (সম্পাদিত) ঃ দৈনিক অসম ট্ৰিবিউন প্ৰেছ, মণিৰাম দেৱান পথ চানমাৰি, গুৱাহাটী-৩, ডিচেম্বৰ-২২-২০০৮ চন।
৬। ভূঞা, অজিত কুমাৰ ঃ প্ৰতিদিন, সাদিন প্ৰিন্টাৰ্ছ, বামুণীমৈদাম, মণিৰাম দেৱান পথ, চানমাৰি, গুৱাহাটী-৩, ডিচেম্বৰ-২২-২০০৮ চন।

# সাহিত্য সভা পত্ৰিকা

# অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকা

বৰ্ণালী ডেকা

**১.১ আৰম্ভণি ঃ**

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাংগীন উন্নতিৰ প্ৰতি গুৰুত্ব দি আৰু ইয়াৰ বিকাশ সাধনৰ বিশেষ উদ্দেশ্য আগত ৰাখি ১৯১৭ চনত অসম সাহিত্য সভাৰ জন্ম হয়। ১৯৭২ চনৰ পৰা সাংস্কৃতিক গোষ্ঠীসমূহে আনুষ্ঠানিক কাৰ্যৰ দ্বাৰা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতিত হাত উজান দিয়াৰ পৰিণতিয়েই হ'ল আজিৰ "অসম সাহিত্য সভা।" বৰ্তমান সাহিত্য উৎসৱ হিচাপে পৰিগণিত হোৱা এই সভাত বিভিন্ন প্ৰান্তৰ, বিভিন্ন জাতিৰ, বিভিন্ন গোষ্ঠীৰ সাহিত্যিকসকলে আহি মত বিনিময় কৰে আৰু সাহিত্য পাণ কৰে। সাহিত্যৰ এই মেলাত লক্ষ লক্ষ জনগণৰ সমুখত দিয়া বক্তব্যই একতাৰ জৰী সুদৃঢ় কৰাৰ সুযোগ দিয়ে। সমান্তৰালভাৱে কাৰ্বি, বড়ো, ৰাভা, মিচিং, ৰাজবংশী, দেউৰী সাহিত্য সভা আছে। তৎসত্বেও অসম ৰাজ্যৰ ভিতৰত থকা ই এটা 'সভা' নামৰ সাহিত্যানুৰাগীৰ বৃহৎ অনুষ্ঠান, য'ত সাহিত্যৰ সকলো দিশৰ উন্নতিৰ বাবে কাৰ্যপন্থা হাতত লৈ বছৰযোৱা প্ৰচেষ্টা চলোৱা হয়।

**১.২** ভাৰতবৰ্ষৰ পূব প্ৰান্তত অৱস্থিত অসম ৰাজ্যখনৰ ভাষা অসমীয়া। ইণ্ডো-ইউৰোপীয় ভাষাগোষ্ঠীৰ অন্তৰ্গত মাগধী প্ৰাকৃতৰ পৰা অসমীয়া ভাষাৰ জন্ম হৈছে। এই ভাষাটিয়ে ভগ্নীভাষা বাংলা, উৰিয়াৰ সমানে বিকাশ লাভ কৰিব পৰা নাছিল। কাৰণ অসমত বাংলা ভাষাৰ প্ৰচলন থকাৰ সময়তে ধৰ্মপ্ৰচাৰৰ বাবে অসমলৈ অহা খ্ৰীষ্টান মিছনাৰীসকলৰ প্ৰচেষ্টাতহে আধুনিক অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠা হৈছিল। 'অৰুণোদই' প্ৰকাশ কৰি আলোচনি-পত্ৰিকাৰ জয়যাত্ৰাৰ দুৱাৰ মুকলি কৰাৰ উপৰিও বিবিধ সাহিত্য সৃষ্টিৰ প্ৰেৰণা দিবলৈ মিছনাৰী লেখকে অৰুণোদইৰ পৃষ্ঠা পূৰ কৰিছিল। সেয়াই আছিল আধুনিক অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ আৰম্ভণি; তাৰ পিছত

---

লেখক পূব কামৰূপ মহাবিদ্যালয়ৰ অধ্যাপক।

আৰু ওভতি চাবলগীয়া হোৱা নাই। মৌখিক সাহিত্যৰ যুগৰ পৰা আধুনিক সাহিত্যৰ যুগলৈকে অসমীয়া ভাষাৰ ক্ৰমবিকাশত অসম ৰাজ্যৰ অন্যান্য জনগোষ্ঠীয় ভাষাসমূহৰ অৱদানো উল্লেখনীয়। সেয়েহে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি বুলিলে বৃহত্তৰ অসম ৰাজ্যত বসবাস কৰা বিভিন্ন জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিও সন্নিবিষ্ট হোৱা যুগুত। অসমত বাস কৰা ইণ্ডো-ইউৰোপীয়, তিব্বতবৰ্মী, অষ্ট্ৰিক, এই জনগোষ্ঠীসমূহৰ ব্যৱহৃত ভাষা, তেওঁলোকৰ সাহিত্য-সংস্কৃতি এটা পৰিসীমাৰেই অন্তৰ্গত। অতীজৰে পৰা অসমভূমিত মিলাপ্ৰীতিৰে বাস কৰি অহা এইসকল লোকৰ ভাষা-সাহিত্য-সংস্কৃতি মিশ্ৰিতৰূপেৰে বিচিত্ৰতাৰ মাজত এক হৈ উদ্ভাসিত হৈছে।

**২.০০ অসমীয়া আলোচনী, বাতৰি কাকতৰ সূচনা ঃ** অসমত বাতৰি কাকত আৰু আলোচনী ইতিহাসৰ সূচনা হয় খ্ৰীষ্টান মিছনাৰীৰ আগমনৰ সৈতে। তেওঁলোকে শ্ৰীৰামপুৰ মিছনৰ পৰা প্ৰকাশিত ১৮১১ খ্ৰীঃৰ সমাচাৰ দৰ্পণ কাকতখন আৰ্হি হিচাপে লৈছিল। ধৰ্মপ্ৰচাৰৰ বাবে আহি কাকত ছপা কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰাটো তাৎপৰ্যপূৰ্ণ কথা। অসমীয়া ভাষাৰ হেৰাই যোৱা মৰ্যাদা ঘূৰাই অনাৰ প্ৰচেষ্টাত তেওঁলোকৰ আগভাগ লোৱাৰ অন্তৰালত মাতৃভাষাৰ জৰিয়তে ধৰ্মীয় আদৰ্শ অসমীয়া সমাজত ৰোপণ কৰিব বিচৰাৰ যুক্তি নুই কৰিব নোৱাৰি। যি নহওক, ইয়াৰ পৰিণতিতেই মৰ্যাদা লাভ কৰাৰ লগে অসমীয়া ভাষা-সাহিত্যৰ ভেটি সুদৃঢ় কৰাত ব্যস্ত হৈ পৰিল।

**৩.০০ অসম সাহিত্য সভা ঃ** অসম ৰাজ্যৰ সৰ্ববৃহৎ সাহিত্যৰ অনুষ্ঠান হৈছে ‘অসম সাহিত্য সভা’। অসমত সাহিত্য সভা এখনি স্থাপন কৰিবৰ কাৰণে ১৯১৭চনৰ ২৮ ছেপ্টেম্বৰ তাৰিখে শিৱসাগৰৰ ক্লাব-ঘৰত শ্ৰীযুত তাৰাপ্ৰসাদ চলিহা বেৰিষ্টাৰ ডাঙৰীয়াক সভাপতি পাতি এখনি সভা পতা হয়। তাত ১৯১৭ চনৰ ডিচেম্বৰ মাহত অসমৰ শিক্ষিত আৰু সাহিত্যানুৰাগী পুৰুষসকলক নিমন্ত্ৰণ কৰি এখনি ‘সদৌ অসম সাহিত্য সভা’ গঠন কৰিবৰ প্ৰস্তাৱ কৰা হয়। আৰু সেই উদ্দেশ্যে হোৱা সন্মিলনীত শ্ৰদ্ধাস্পদ ৰায় চাহাব শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াক সভাপতিৱৰণ কৰা হয়। সেই অনুসৰি ১৯১৭ চনৰ ২৬ ডিচেম্বৰ তাৰিখে শিৱসাগৰৰ আসাম কনফাৰেন্সৰ ৰভা ঘৰতে সদৌ অসম সাহিত্য সন্মিলনী বহিছিল। প্ৰায় ৭০০-৮০০ মানুহ গোট খোৱা সভাখনত বৰুৱা ডাঙৰীয়াই সাভপতিত্ব কৰিছিল। অসম সাহিত্য সভাৰ প্ৰথম নিয়মাৱলী—

(ক) নাম ঃ এই সভাৰ নাম হ’ব ‘আসাম সাহিত্য সভা’।

(খ) উদ্দেশ্য ঃ অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নতি কৰা এই সভাৰ উদ্দেশ্য।

(গ) ৰাজনৈতিক বিষয়ত এই সভাই হাত নিদিয়ে।



(ঘ) অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সভাই তলত দিয়া মতে বিশেষ কাৰ্য কৰিবলৈ যত্নপৰ হ’ব।

.......... ‘সভাৰ এখন মুখপত্ৰ প্ৰকাশ।’

.......... ‘সাহিত্যৰ উন্নতিৰ অৰ্থে আন কোনো প্ৰকাৰ যত্ন।’ আদি

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাংগীন উন্নতি বিধানৰ অৰ্থে সকলো প্ৰকাৰৰ দলগত ৰাজনৈতিক আৰু সাম্প্ৰদায়িক চিন্তা আৰু স্বাৰ্থৰ উৰ্ধত থাকি অসমত বসবাস কৰা সকলো শ্ৰেণীৰ লোকৰ উমৈহতীয়া মঞ্চত কাম কৰিবলৈ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ অনুৰাগী লোকক সভ্যস্বৰূপে লৈ অসমত এখন ‘সাহিত্য সভা’ গঠন কৰা হ’ল। (বৈশ্য, ২০১০;৯)

সমগ্ৰ অসমত মূল সভা, জিলা সভা, শাখা সভা, স্বীকৃত সভা গঠন কৰি দিয়া হ’ল। সভাৰ মূল কৰ্মক্ষেত্ৰ অসম হ’লেও ৰাজ্যৰ বাহিৰলৈও কাৰ্যক্ষেত্ৰ সম্প্ৰসাৰিত হ’ব পাৰে। ১৮৯৫ চনত কোহিমা সাহিত্য সভা আৰু ১৯১৪ চনত যোৰহাট সাহিত্য সভা অসম সাহিত্য সভাৰ পূৰ্বেই গঠিত হৈছিল। বৰ্তমান প্ৰায় ৮০০ খন শাখা সাহিত্য সভা আছে যদিও যোৰহাট সাহিত্য সভা প্ৰথম স্বীকৃত শাখা সাহিত্য সভা। বৰ্তমান জনজাতীয় ভাষাৰ কাৰ্বি, ৰাভা, মিছিং, গাৰো, টাই, তিৱা, ডিমাচা, দেউৰী আদিৰ নিজস্ব সাহিত্য সভা গঠন হৈছে যদিও বড়ো সাহিত্য সভাই ১৯৫২ চনতে এই গঠন প্ৰক্ৰিয়া আৰম্ভ কৰে।

**৩.০১ সাহিত্য সভা পত্ৰিকাৰ ভূমিকা ঃ** জাতীয় জীৱন আৰু সাহিত্য-ভাষাক পৰিপুষ্টি প্ৰদানত পত্ৰিকাৰ ভূমিকা অনস্বীকাৰ্য। এটি অনুষ্ঠানৰ উদ্দেশ্য সফল কৰাতো পত্ৰিকা সহায়ক হয়। আনহাতে, গৱেষণা পত্ৰিকাই এটা অনুষ্ঠানৰ লগত জড়িত লিখক তথা অধ্যয়নপিপাসু লোকৰ আৰু সমাজখনৰ বিদ্যায়তনিক দিশত কিছু সুবিধা প্ৰদান কৰে। আনহাতে সমাজ এখনৰ সাহিত্য-সংস্কৃতি-ভাষাৰ উন্নতি আৰু বিকাশৰ ক্ষেত্ৰত গৱেষণা পত্ৰিকাসমূহে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব পাৰে। যিকোনো অনুষ্ঠানৰ আঁচনি, লক্ষ্যাদি, সমাজক অৱগত কৰাবলৈ এখনি মুখপত্ৰ বা পত্ৰিকা বা স্মৰণিকা থকাটো নিয়মৰ নিচিনা। ইয়াৰ দ্বাৰা অনুষ্ঠানৰ অন্তৰালৰ উদ্দেশ্য কাৰ্যকৰী কৰাত সুবিধা হয়। এই প্ৰসংগত আমি এটা কথা উল্লেখ কৰা সমীচিন হ’ব যে, উনৈশ শতিকাৰ প্ৰথমাৰ্ধত অসমলৈ ধৰ্মপ্ৰচাৰৰ বাবে অহা খ্ৰীষ্টান মিছনাৰীসকলে তেওঁলোকৰ উদ্দেশ্য অসমৰ সমাজখনক জনাবৰ বাবে পোনতে ‘অৰুণোদই’ আলোচনী প্ৰকাশৰ কাম হাতত লয়। সভাপতিৰ অভিভাষণত পদ্মনাথ গোহাঞিবৰুৱাই তদানীন্তন সাময়িক প্ৰচাৰিত পত্ৰিকাবোৰৰ তালিকা এখন দিছে—

| | | | |
|---|---|---|---|
| ১। | অৰুণোদই | ১৮৪৬ | ১৮৮২ |
| ২। | আসাম বিলাসিনী | ১৮৭১ | ১৯১৩ |
| ৩। | আসাম দৰ্পণ | ১৮১৭ | |
| ৪। | আসাম নিউজ (সাদিনীয়া) | ১৮৮২ | ১৮৮৫ |
| ৫। | আসাম বন্ধু | ১৮৮৫ | ১৮৮৭ |
| ৬। | মৌ (মাহেকীয়া) | ১৮৮৬ | |
| ৭। | আসাম তৰা (মাহেকীয়া) | ১৮৮৮ | ১৮৯০ |
| ৮। | জোনাকী | ১৮৮৯ | ১৯০২-০৪ |
| ৯। | বিজুলী | ১৯৯০ | ১৮৯৩ |
| ১০। | আসাম (সাপ্তাতিক) | ১৮৯৪ | ১৯০১ |
| ১১। | আসাম বন্তি | ১৯০১ | ১৯১৭ |
| ১২। | দীপ্তি (মাহেকীয়া) | ১৯০৫ | ১৯০৭ |
| ১৩। | উষা (মাহেকীয়া) | ১৯০৭ | ১৯৯২ |
| ১৪। | বাঁহী (মাহেকীয়া) | ১৯০৯ | |
| ১৫। | আসাম ৰায়ত | ১৯০৯ | ১৯১১ |
| ১৬। | আলোচনী (মাহেকীয়া) | ১৯০৯ | |
| ১৭। | আসাম বান্ধৱ (মাহেকীয়া) | ১৯১০ | |
| ১৮। | অকণ (মাহেকীয়া) | ১৯১৬ | ++(২) |

অসমীয়া ভাষাৰ বহুল প্ৰচাৰ আৰু ন ন সাহিত্য সৃষ্টিৰ প্ৰেৰণা যোগাবলৈ সাময়িক বাতৰি-পত্ৰবিলাকে সহায় কৰিছিল বুলি এই তালিকাৰ পৰাই বুজিব পাৰি।

অসমৰ ভাষা-সাহিত্যৰ আকাশ পোহৰাবলৈ 'জোনাকী' কাকতৰ জন্ম হোৱাৰ নিচিনাকৈ অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ বাবে 'অসম সাহিত্য সভা' নামৰ অনুষ্ঠানটিকো মুখপত্ৰ এখনৰ আৱশ্যক হ'ল। 'অসম সাহিত্য সভা পত্ৰিকা' এইখন অসম সাহিত্য সভাৰ মুখপত্ৰ। অসমীয়া ভাষাৰ একমাত্ৰ গৱেষণা পত্ৰিকাৰ মৰ্যাদা লাভ কৰা পত্ৰিকাখনে ১৯২৬ চনত (১৮২৬ চনত, ১৮৪৮ শক আহিন মাহ) পোনপ্ৰথমবাৰৰ বাবে প্ৰকাশ পায়। বিশিষ্ট সাহিত্যিক চন্দ্ৰধৰ বৰুৱা পত্ৰিকাৰ প্ৰথমজন সম্পাদক আছিল। যোৰহাটৰ দৰ্পণ প্ৰেছত টুনিৰাম শৰ্মা বৰুৱা দ্বাৰা ছপা হৈছিল। প্ৰথমবছৰত চাৰিটা সংখ্যা ছপা কৰাৰ মানসিকতাৰে পত্ৰিকাখনে নিজৰ গতিপথত খোজ পেলাইছিল। প্ৰথম সংখ্যাৰ সম্পাদকীয়ত বৰুৱা ডাঙৰীয়াই লিখিছে—

"অসম সাহিত্য সভাৰ সিদ্ধান্তৰ ফলস্বৰূপে 'অসম সাহিত্য সভা পত্ৰিকা'ই আজি ভগৱানৰ কৰুণা আৰু ৰাইজৰ আশীৰ্বাদ ভিক্ষা কৰি জন্মগ্ৰহণ কৰিছে। এই



পত্ৰিকাৰ সাহিত্য সেৱাই একমাত্ৰ উদ্দেশ্য আৰু সমগ্ৰ দেশৰ আধুনিক সাহিত্যৰ সৰ্ববাদীসন্মত আদৰ্শ অনুসৰণ কৰাই প্ৰধান লক্ষ্য। দৰ্শন, বিজ্ঞান, ইতিহাস, অৰ্থনীতি প্ৰভৃতি সাহিত্যৰ সকলো শাখাৰ নীৰৱভাৱে সাধনা চৰ্চা কৰিবলৈ ই সদায় যত্ন কৰিব। এই পত্ৰিকা অসম সাহিত্য সভাত ৰতি থকা অসম সাহিত্য সভাৰ মংগল কামনা কৰা সকলো মানুহৰে উমৈহতীয়া সম্পত্তি'। পত্ৰিকাখনিৰ প্ৰথম সংখ্যাটিত প্ৰকাশিত কিছুমান বিষয় আছিল এনেধৰণৰ—

(ক) অসম সাহিত্য সভা সংবাদ
(খ) অসম সাহিত্য সভাৰ লাইব্ৰেৰীৰ কিতাপৰ তালিকা
(গ) আমাৰ খেতি আৰু খেতিয়ক
(ঘ) দৰ্শন শাখাৰ অভিভাষণ
(ঙ) ১৮ শ শতিকাৰ শেষভাগত অসমৰ অৱস্থা
(চ) কলিতা ফুকনৰ বিদ্ৰোহ
(ছ) গোৱালপাৰা বিচ্ছেদৰ আন্দোলন ইত্যাদি।

অসম সাহিত্য সভাৰ নগাঁও অধিবেশনৰ ৰজনীকান্ত বৰদলৈৰ পৌৰোহত্যত বহা সভাখনত তিনিমহীয়াকৈ পত্ৰিকা এখন প্ৰকাশৰ সিদ্ধান্ত গৃহীত হৈছিল। 'আসাম সাহিত্য সভাৰ এখন মুখপত্ৰ প্ৰকাশৰ নিতান্ত আৱশ্যক হোৱা বাবে পোনতে তিনিমহীয়া কাকত এখন প্ৰকাশ কৰা হওক, এই বিষয়ে, এই যথাবিহিত কৰিবলৈ প্ৰথম বছৰৰ কাৰণে তলত লিখা কাৰ্যকৰী সভা গঠিত হওক। শ্ৰীযুত মহাদেৱ শৰ্মা, শ্ৰীযুত বেণুধৰ দাস, সম্পাদক আৰু সহকাৰী সম্পাদক দুজন। (বৈশ্য, ২০১০:২৩)

মূল সভাৰ নিয়মাৱলী অনুসৰি অসম সাহিত্য সভাৰ পত্ৰিকা সম্পাদনা সমিতিত মুঠতে সভাপতি, প্ৰধান সম্পাদক, পত্ৰিকা সম্পাদক আৰু আন চাৰিজন সদস্যৰে সাতজন হ'ব লাগিব। আনহাতে, শাখা সভাই মূল সভাৰ পত্ৰিকাৰ কমেও পাঁচখন কিনি ল'ব লাগিব। অন্যান্য বৰঙণিৰ সৈতে ২৫ খন পত্ৰিকাৰ বৰঙণি দিলেহে জিলা সাহিত্য সভাখন সক্ৰিয় বুলি বিবেচিত হ'ব।

উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনত বিশিষ্ট লোকৰ দ্বাৰা পঠিত ৰচনাসমূহত ছপা পত্ৰিকাৰ পূৰ্বৰ ৰূপৰ সূচনা পোৱা গৈছিল। সেই প্ৰথম অসম সাহিত্য সভাৰ অধিৱেশনত পাঠ কৰা প্ৰবন্ধকেইটি হ'ল—

মৌলবী মোছলেহউদ্দিন আহমেদ ঃ অসমীয়া সাহিত্য আৰু মুছলমান
বিপিনবিহাৰী দাস ঃ গোবৰ ৰহস্য
শৰৎ চন্দ্ৰ গোস্বামী ঃ কীৰ্ত্তনৰ সাহিত্য সৌষ্ঠৱ
ৰত্নকান্ত বৰকাকতী ঃ অসমীয়া ভাষা

কোনেও চিন্তা-চৰ্চা নকৰোতেই পত্ৰিকাই যে নিজৰ কামৰ পাতনি মেলিছিল, পত্ৰিকাখনৰ আৰম্ভণিৰ মৌখিক অৱস্থাই তাৰ উদাহৰণ।

পত্ৰিকাখনৰ লগত সভাৰ সম্পৰ্ক অতি নিবিড়। সভাৰ উদ্দেশ্য আৰু লক্ষ্য প্ৰতিফলিত কৰাৰ লগতে সভাৰ আঁচনিসমূহৰ ৰূপায়ণৰ বাবে পত্ৰিকাই অগ্ৰণী ভূমিকা আৰু সমান্তৰালভাৱে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশতো আগভাগ লৈ আহিছে। সাহিত্য সভাৰ মূল উদ্দেশ্যই হৈছে—

'অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নতি কৰা।"

এই ক্ষেত্ৰত 'পত্ৰিকাখন' অসমীয়া সাহিত্য সভা কুৰুক্ষেত্ৰৰ শিখণ্ডীস্বৰূপ। সভাৰ লক্ষ্য উদ্দেশ্য অসমীয়া সমাজলৈ প্ৰেৰণ কৰা, নৱপ্ৰজন্মৰ লেখকক সুবিধা দিয়া, বিভিন্ন জাতি-জনজাতিৰ ভাষিক, বিনিময়, সাংস্কৃতিক বিনিময় ইত্যাদিৰে পত্ৰিকাখন সফল সেনানায়কৰ ৰূপত অৱতীৰ্ণ হৈছে। 'পত্ৰিকা' অবিহনে 'সভা'ৰ অস্তিত্ব বিপন্ন হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

সাহিত্য সভা পত্ৰিকাই সাহিত্য সভাৰ চিন্তাধাৰাৰ বিকাশ তথা সমাজত সাহিত্য সভাৰ স্থিতি সবল কৰিছে। অৰুণোদয় আৰু ইয়াৰ সমসাময়িক আলোচনীবোৰত অসমীয়া ভাষাৰ গল্প, কবিতা, উপন্যাস, জীৱনী আৰু বিভিন্ন সৃষ্টিশীল লেখনী, সংস্কাৰৰ ভাবনাযুক্ত ৰচনা, ব্যংগাত্মক ৰচনা, অনূদিত ৰচনা, নানা সমালোচনাত্মক ৰচনা, সংস্কৃতিৰ ইটো-সিটো সন্নিৱিষ্ট হোৱাটো মন কৰিবলগীয়া। কিন্তু 'সাহিত্য সভা পত্ৰিকা'ই সমাজ সংস্কাৰৰ ভাবনাৰ পৰা মুক্ত হৈ ধীৰে ধীৰে জনজাতীয় সাহিত্য, অনুবাদ শিল্প, গ্ৰন্থ সমালোচনা, বিজ্ঞান সাহিত্য আদিৰ প্ৰতিহে আকৰ্ষিত হ'ল। পৰৱৰ্তী সময়ত গৱেষণাধৰ্মী আলোচনীৰ গুৰুত্ব বৃদ্ধি পোৱাত অসম সাহিত্য সভা পত্ৰিকাই মানদণ্ড উন্নীত কৰি অসমৰ একমাত্ৰ গৱেষণা পত্ৰিকাৰ স্থান দখল কৰিলে। অসমৰ বিভিন্ন জিলাসমূহত থকা শাখা সাহিত্য সভাসমূহৰ একোখনকৈ স্মৰণিকা প্ৰকাশ হয়। জনজাতীয় সাহিত্য সভাসমূহৰো পত্ৰিকা নথকা নহয়। আমাৰ আলোচনা পত্ৰখনিৰ সীমিত পৰিসৰত জন্মলগ্নৰে পৰা বৰ্তমানলৈ প্ৰকাশিত 'পত্ৰিকা'ৰ বিশ্লেষণ সম্ভৱ নহয়। গতিকে ড° উপেন ৰাভা হাকাচাম সম্পাদিত চতুঃষষ্ঠিতম বৰ্ষৰ চতুৰ্থ সংখ্যা, মাৰ্চ ২০১০ চনৰ সমন্বয় বিশেষ সংখ্যাটিকহে আলোচনাৰ আওতালৈ আনিবলৈ বিচৰা হৈছে। আলোচনা পত্ৰখনি যুগুত কৰোতে বিশ্লেষণাত্মক পদ্ধতি অৱলম্বন কৰা হৈছে।

১৯২৬ চনৰে পৰা আজিকোপতি অসমীয়া-ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু উন্নতিৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ বৰঙণি আগবঢ়োৱা অসম সাহিত্য সভাৰ 'পত্ৰিকা'ৰ প্ৰকাশ পোনতে বৰ অনিয়মীয়া আছিল যদিও ছেগচোৰোকাকৈ হ'লেও পত্ৰিকাখনৰ



জন্মযাত্ৰা অব্যাহত আছে। মাজতে ১৯৭৩ চনত সভাপতি গিৰিধৰ শৰ্মাই মাহেকীয়া পত্ৰিকা প্ৰকাশৰ উদ্যোগ লয়। অৱশ্যে এই ব্যৱস্থাই পত্ৰিকাখনৰ মৰ্যাদা হানি কৰা বুলি ভাবিছিল যদিও মহেন্দ্ৰ বৰাৰ সম্পাদনাৰে প্ৰকাশ হোৱা অসম সাহিত্য সভা পত্ৰিকাবোৰৰ এখন তালিকা দাঙি ধৰা হ'ল—

| | |
|---|---|
| ১ম, ২য়, ৩য় বছৰ | চন্দ্ৰধৰ বৰুৱা |
| ৪ৰ্থ বছৰ | দেৱানন্দ ভৰালী |
| ৫ম বছৰ | পূৰ্ণানন্দ শৰ্মা পাঠক |
| | ডিম্বেশ্বৰ নেওগ |
| ৬ষ্ঠ বছৰ | চন্দ্ৰধৰ বৰুৱা |
| ৭ম, ৮ম বছৰ | ডিম্বেশ্বৰ নেওগ |
| ৯ম, ১০ম বছৰ | ৰামেশ্বৰ বৰুৱা |
| ১১শ বছৰ | ডিম্বেশ্বৰ নেওগ |
| ১২শ বছৰ (১৮৭৪ শক) | কেশৱ নাৰায়ণ দত্ত |
| ১৩শ বছৰ | ৰজনীকান্ত দেৱশৰ্মা |
| ১৪শ বছৰ | প্ৰেমধৰ ৰাজখোৱা |
| ১৫শ বছৰ | ৰজনীকান্ত দেৱশৰ্মা |
| ১৬শ, ১৭শ, ১৮শ, ১৯শ বছৰ | সত্যেন্দ্ৰনাথ শৰ্মা |
| ২০শ, ২১শ, (১,২) বছৰ | যতীন্দ্ৰ নাথ গোস্বামী |
| ২১শ (৩), ২২শ বছৰ | বিশ্বনাৰায়ণ শাস্ত্ৰী |
| ২৩শ, ২৪শ বছৰ | যোগেশ দাস |
| ২৫শ বছৰ | সত্যেন্দ্ৰনাৰায়ণ গোস্বামী |
| ২৬শ বছৰ | দুৰ্গেশ্বৰ শৰ্মা |
| ২৭শ বছৰ (১) | হৰিশচন্দ্ৰ ভট্টাচাৰ্য |
| ২৭শ বছৰ(২,৩), ২৮শ (১) বছৰ | যতীন্দ্ৰ গোস্বামী |
| ২৮শ (২,৩), ২৯ শ(১) বছৰ | আব্দুছ ছাত্তাৰ |
| ২৯শ (২,৩) বছৰ | পৰেশমল্ল বৰুৱা |
| ৩০শ বছৰ (মাহেকীয়া) | হেমন্ত কুমাৰ শৰ্মা |
| ৩১শ বছৰ | মহেন্দ্ৰ বৰা |
| ৩২শ বছৰ (১৯৭৬-৭৭) | যতীন গোস্বামী |
| ৩৪শ বছৰ (১৯৭৭-৭৮) | যোগেন্দ্ৰনাৰায়ণ ভূঞা |
| ৩৫শ (১৯৭৮-৭৯) | যোগেন্দ্ৰনাৰায়ণ ভূঞা |

| | |
|---|---|
| ৩৬শ (১৯৭৯-৮০) | পৰীক্ষিত হাজৰিকা |
| ৩৭শ বছৰ (১৯৮০-৮১) | পৰীক্ষিত হাজৰিকা |
| ৩৮শ; ৩৯শ; ৪০শ বছৰ (১৯৮১-৮৫) | নাহেন্দ্ৰ পাদুন |
| ৪১শ (১৯৮৫-৮৬) বছৰ | ছামছিং হাঞ্চে |
| ৪২শ (১৯৮৬-৮৭) বছৰ | প্ৰহ্লাদ কুমাৰ বৰুৱা |
| ৪৩শ (১৯৮৭-৮৮) বছৰ | ভগগিৰী ৰায়চৌধুৰী |
| ৪৪শ (১৯৮৮-৮৯) বছৰ | নৰেন কলিতা |
| ৪৫শ (১৯৮৯-৯০) বছৰ | নৰেন কলিতা, নাহেন্দ্ৰ পাদুন |
| ৪৬শ (১৯৯০-৯১) | ৰামচৰণ ঠাকুৰীয়া |
| ৪৭শ (১৯৯০-৯২) | উপেন্দ্ৰ বৰকটকী |
| ৪৮শ, ৪৯শ (১৯৯২-৯৩-৯৪) বছৰ | দয়ানন্দ পাঠক |
| ৫০শ, ৫২শ (১৯৯৫-৯৭) বছৰ | খগেন্দ্ৰ নাথ তালুকদাৰ |
| ৫৩শ, ৫৪শ (১৯৯৭-৯৯) বছৰ | বসন্তকুমাৰ গোস্বামী |
| ৫৫শ (১৯৯৯-২০০১) বছৰ | পৰমানন্দ ৰাজবংশী |
| ৫৬শ (২০০১-২০০৩) বছৰ | তীৰ্থ ফুকন |
| ৫৭শ (২০০৩-২০০৫) বছৰ | মদন শৰ্মা |
| ৫৮শ (২০০৫-২০০৭) বছৰ | দীপ্তি ফুকন পাটগিৰি |
| ৫৯শ, ৬০শ বছৰ | মদন শৰ্মা |
| ৬১শ বছৰ | দীপ্তি ফুকন পাটগিৰি |
| ৬২শ, ৬৩শ বছৰ | ৰামচন্দ্ৰ ডেকা |
| ৬৪শ, ৬৫শ বছৰ (২০০৯-২০১১) | উপেন ৰাভা হাকাচাম। |
| ৬৬শ বছৰ (২০১১-২০১২) | জ্যোতিৰেখা হাজৰিকা |

(বৈশ্য, ২০১০ : ১৫৫)

বৰ্তমান পত্ৰিকাখন research journal বা গৱেষণা পত্ৰিকাৰ সমপৰ্যায়ৰ হৈছে। ১৯২৬ চনৰ পৰা আজিলৈকে ইমান দীঘলীয়া পৰিক্ৰমাত উদ্দেশ্যিক ধাৰাবাহিকতা ৰক্ষা কৰাত 'অসম সাহিত্য সভা পত্ৰিকা'ই কিমান সফল হৈছে সেয়া কোৱাটো কঠিন নহয়। কিন্তু তাৰ বাবে প্ৰয়োজনীয় উপৰোক্ত সমগ্ৰ সংখ্যাৰ পত্ৰিকা বিচাৰি চলাথ কৰাটো পৰ্বতত কাছ কণী বিচৰাৰ নিচিনা হ'ব। সামগ্ৰিকভাৱে বিশেষ বিশেষ সংখ্যাবোৰলৈ চকু ফুৰালে অসমৰ ভাষা, সাহিত্য, সংস্কৃতিৰ বিকাশত পত্ৰিকাখনৰ ভূমিকা লক্ষণীয়। নাৰী বিশেষ, নবীনৰ বিশেষ, ভাষা বিশেষ, সমন্বয় বিশেষ, ভূপেন হাজৰিকা বিশেষ, ভাষা-সাহিত্য-সংস্কৃতি বিশেষ, জনজাতি বিশেষ ইত্যাদি পত্ৰিকাবোৰ জাকতজিলিকাকৈ সজাই সভাৰ মহৎ উদ্দেশ্যৰ সফলতাত সহায়ক হৈছেবুলি একে ভাষাৰে ক'ব পাৰি। অন্যান্য সংখ্যাবোৰত সাধাৰণতে অসমীয়া ব্যাকৰণ, ভাষা, সাহিত্য তথা উত্তৰ-পূৰ্বাঞ্চলৰ আৰ্থিক, সামাজিক, বৌদ্ধিক, সাংস্কৃতিক দিশৰ ওপৰত মনোনিৱেশ কৰা দেখা গৈছে। নবীন-প্ৰবীণ লেখকৰ সমাহাৰে পত্ৰিকাবোৰক বিশেষ মাত্ৰা প্ৰদান কৰিছে। সমসাময়িক সাহিত্যৰ ভেটি মজবুত কৰিবলৈ ওপজাদিনৰে পৰা 'সভা'ই হাতত লোৱা আঁচনিৰ পৰিসংখ্যা উলিয়াবৰ বাবে পত্ৰিকাখনৰ কেইটিমান বিশেষ সংখ্যা হাতত তুলি ল'লেই যথেষ্ট হ'ব।



এতিয়ালৈকে পত্ৰিকাবোৰত সন্নিৱিষ্ট হোৱা বিষয় কিছুমান এনেধৰণৰ—

অসম আৰু উত্তৰ পূবৰ

(ক) লোক-সাহিত্য
(খ) শিশু সাহিত্য
(গ) সমালোচনা সাহিত্য
(ঘ) ভ্ৰমণ সাহিত্য
(ঙ) সৃষ্টিশীল সাহিত্য
(চ) অনুবাদ সাহিত্য
(ছ) জীৱনী সাহিত্য
(জ) বুৰঞ্জী সাহিত্য
(ঝ) লোক-সংস্কৃতি
(ঞ) অসমীয়া ভাষা
(ট) অসমীয়া ব্যাকৰণ
(ঠ) গ্ৰন্থ সমালোচনা
(ড) গৱেষণাধৰ্মী ৰচনা
(ঢ) ধৰ্মীয় সাহিত্য ইত্যাদি
(ণ) জনজাতীয় ভাষা-সাহিত্য
(ত) উত্তৰ পূৰ্বাঞ্চলৰ সাহিত্য-সংস্কৃতি
(থ) তুলনামূলক সাহিত্য ইত্যাদি

বিশ্লেষণাত্মক, জ্ঞানগৰ্ভ, পৰিচয়মূলক লেখনিয়ে প্ৰতিটো সংখ্যাৰ পত্ৰিকাৰ পৃষ্ঠা শুৱনি কৰিছে।

**৩.০২ বিশেষ সমন্বয় সংখ্যা পত্ৰিকাৰ ভূমিকা ঃ** চতুঃষষ্ঠিতম বৰ্ষ, চতুৰ্থ সংখ্যা, মাৰ্চ ২০১০ চনৰ ৫৫৮ পৃষ্ঠাৰ সমন্বয় বিশেষ সংখ্যা ড° উপেন ৰাভা হাকাচামৰ সম্পাদনাত সাহিত্য সভাৰ ষষ্ঠ বাৰ্ষিক 'ৰথাত্‌লাংছ' মধ্যকালীন অধিৱেশনৰ সৈতে

সংগতি ৰক্ষা কৰি প্ৰকাশ কৰা হৈছে। ‘গতানুগতিকতা পৰিহাৰ কৰি তথাকথিত মূল সুঁতিৰ (Main-stream) প্ৰতিষ্ঠিত লেখক-লেখিকাক একাষৰীয়াকৈ থৈ (পৰাপক্ষত) অসমৰ থলুৱা ভাষা-সংস্কৃতিধাৰী জনজাতীয়-অজনজাতীয় সম্প্ৰদায়ৰ আৰু অসমৰ বৰ্হিবৃত্তত থাকি সাহিত্য-চৰ্চা কৰা সাহিত্যিকসকলৰ পৰা বৰ অসমৰ সাতামপুৰুষীয়া ভাষা-সংস্কৃতিৰ সহাৱস্থান আৰু পাৰস্পৰিক আদান-প্ৰদানৰ এক সম্যক চিত্ৰ পাব পৰাকৈ লিখনীসমূহ আহ্বান কৰা হৈছিল।” (হাকাচাম, ২০১০, ১৫) সম্পাদকীয়টিত উল্লেখ কৰা ধৰণে সমন্বয় বিশেষ সংখ্যাটি অতুলনীয় ৰূপত সজাই তোলা হৈছে।

এই বৃহৎ কলেৱৰটিৰ পৰিকল্পনা অনুসৰি সময় বৰ তাকৰীয়া আছিল। ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ মাটি, মানুহ আৰু মন প্ৰতিফলিত কৰিবলৈ এই সংখ্যাটিক মাধ্যম হিচাপে চিহ্নিত কৰি প্ৰধান পাঁচটি দিশ পোহৰলৈ অনাৰ পৰিকল্পনা কৰিছিল—

১। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক অসমৰ নিজস্ব মাতৃভাষা থকা জনগোষ্ঠীয়ে (জনজাতি-অজনজাতিয়ে) কি মৰ্যাদা দি আহিছে।

২। অসমীয়া সাহিত্যিক-বুদ্ধিজীৱীসকলে অথবা অসম সাহিত্য সভাজাতীয় অসমৰ সাহিত্য সংগঠনসমূহে উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-সাহিত্যৰ প্ৰতি পোষণ কৰা মনোভাব।

৩। অসমৰ বাহিৰত অসমীয়া ভাষা-সাহিত্যৰ চিন্তা-চৰ্চা।

৪। উত্তৰ পূৰ্বাঞ্চলৰ থলুৱা ভাষা-সাহিত্য-সংস্কৃতিৰ পৰিচয় আৰু ইবিলাকৰ সংৰক্ষণ আৰু প্ৰসাৰৰ ক্ষেত্ৰত জাতীয় সামাজিক সংগঠনসমূহৰ ভূমিকা

৫। পাৰস্পৰিক প্ৰভাৱ আৰু সমন্বয়।

সেই মৰ্মে অসমৰ থলুৱা জনজাতি, ধৰ্মীয় সম্প্ৰদায়, অভিবাসী মুছলমান, চাহ জনগোষ্ঠীয় লেখক-লেখিকাৰ পৰা প্ৰবন্ধাদি সংগ্ৰহ কৰা হৈছিল। বৃহত্তৰ উত্তৰ পূৰ্বাঞ্চলৰ সাহিত্য-ভাষা-সংস্কৃতিৰ অন্বয় ঘটা ৫৫৮ পৃষ্ঠাৰ সমন্বয় সংখ্যাটিত প্ৰকাশিত সূচীপত্ৰৰ কিয়দংশ প্ৰসংগক্ৰমে উল্লেখ কৰিব বিচাৰিছো—

(ক) কাৰ্বি লোক-সংস্কৃতিত বিয়া আৰু বিয়ানাম।

(খ) কাৰ্বি বিননি গীত।

(গ) অসমীয়া আৰু ডিমাচা শব্দসম্ভাৰ।

(ঘ) অসমীয়া সমাজ-সংস্কৃতিলৈ মণিপুৰী মেইটেইসকলৰ অৱদান।

(ঙ) অসমীয়া বড়োসকলৰ অৱদান।



(চ) অসমীয়া ৰাভা সমাজৰ অৱদান।

(ছ) অসমীয়া মিচিংসকলৰ অৱদান।

(জ) অসমীয়া গাৰোসকলৰ অৱদান।

(ঝ) অসমীয়া হিন্দীভাষীসকলৰ অৱদান।

(ঞ) অসমীয়া চাহ জনগোষ্ঠীয় সাহিত্যিকৰ অৱদান।

(ট) টাইফাকেৰ পৰম্পৰাগত লোক-বিশ্বাস।

(ঠ) টাইটুৰং ভাষাৰ শব্দসম্ভাৰ।

(ড) তিৱাসকলৰ প্ৰণয়মূলক গীত।

(ঢ) মণিপুৰী মেইটেইসকলৰ অৱদান।

(ণ) নেপালী লোক-সংস্কৃতিৰ গোটাচেৰেক কথা।

(ত) চৰ-চাপৰিৰ অভিবাসী মুছলমান।

(থ) গোৱালপৰীয়া লোক-সংস্কৃতি।

(দ) কোচ সমাজত নিকিনি পূজা।

(ধ) হাজং আৰু অসমীয়া লোক-সংস্কৃতি।

(ন) উদ্যোগীকৰণৰ দিশত মাৰোৱাৰীসকলৰ অৱদান।

(প) ৰাজস্থানী লোক-সংস্কৃতি

(ফ) উৰিয়া চুটিগল্পৰ আলোচনা

(ব) বিভিন্ন জনজাতীয় গল্প-কবিতাৰ অনুবাদ

(ভ) জনগোষ্ঠীয় লেখকৰ দ্বাৰা ৰচিত গ্ৰন্থৰ পৰিচয় আৰু সমালোচনা

যিহেতু ৰথাত্‌লাংছ’ৰ মধ্যকালীন অধিবেশনৰ লগত সংগতি ৰাখি পত্ৰিকাখনিৰ বিশেষ সংখ্যাটি প্ৰকাশ কৰিছে, গতিকে কাৰ্বি আংলঙৰ ঐতিহাসিক আৰু সাংস্কৃতিক পটভূমি; জিলাখনৰ ভাষাভিত্তিত জনসংখ্যাৰ গাঁথনি; সেই অঞ্চলৰ নামবোৰৰ তাৎপৰ্য আদিৰ সংযোজনে পত্ৰিকাখনিক অধিক গুৰুত্ব প্ৰদান কৰিছে। সম্পাদক হাকাচামে কাৰ্বিসকলক জুই খেদি ফুৰা পোহৰৰ অন্বেষক বুলি অভিহিত কৰা কথাটি মনকৰিবলগীয়া। বৰ অসমৰ বিশাল পৰিসীমাটি এটি সংখ্যাৰ পত্ৰিকাত সামৰাৰ যি প্ৰয়াস তাৰ শলাগ ল’ব লাগিব। সামগ্ৰিকভাৱে তেওঁলোকৰ পৰিকল্পনা সফল হোৱা বুলি ক’ব লাগিব। বৰ অসমৰ অলেখ জনজাতিৰ বৈশিষ্ট্য আৰু ভাবধাৰাৰ বিনিময়ৰ

বাবে এই পত্ৰিকাখনি আৰ্হিস্বৰূপ। সভাৰ প্ৰধান সম্পাদকৰ প্ৰতিবেদনতো সভাৰ বাৰ্ষিক কাম-কাজৰ খতিয়ান, বিভিন্ন কোষৰ পৰিচয় আৰু ভৱিষ্যত পৰিকল্পনা সম্পৰ্কে অসমীয়া সাহিত্যানুৰাগীক অৱগত কৰা হৈছে। আনহাতে, অসমীয়া সাহিত্যক জগত সভালৈ নিয়াৰ পথ হৈছে অনুবাদ সাহিত্য। সমন্বয় সংখ্যাটিত তেনে মানসিকতাৰেই অনুবাদ শিতান এটি সন্নিৱিষ্ট কৰিছে যদিও অনুবাদ শিল্পখিনি এটি শিতানভুক্ত হোৱা নাই। ভৱিষ্যতে অন্যান্য ভাৰতীয় সাহিত্যৰ লগতো অসমীয়া সমাজক পৰিচয় কৰাই দিয়াৰ যত্ন কৰিলে ভাল হ'ব। কাৰণ সাম্প্ৰতিক যুগত তুলনামূলক সাহিত্যই বেছি গুৰুত্ব লাভ কৰা দেখা গৈছে।

উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জাতি-জনজাতিৰ ভাবৰ অন্বয় ঘটা সমন্বয় বিশেষ সংখ্যাৰ পত্ৰিকাই বিচিত্ৰতাৰ মাজেৰে একতাৰ প্ৰতিফলন ঘটাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। আজি অসমীয়া ভাষা বিভিন্ন ভাষা-ভাষী বহু জনগোষ্ঠীৰ লোকৰ মাজত এক উমৈহতীয়া মূল ভাষাৰূপে থিয় দিবলৈ আগবাঢ়িছে। সমন্বয় আৰু সংমিশ্ৰণৰ ফলত ভাষাৰ ৰক্ষণশীলতা নোহোৱা হৈছে।

**৪.০০ সামৰণি ঃ** অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাংগীন উন্নতিৰ প্ৰতি গুৰুত্ব দি আৰু ইয়াৰ বিকাশ সাধনৰ বিশেষ উদ্দেশ্য আগত ৰাখি জন্ম হোৱা অসম-সাহিত্য সভাৰ বছৰি প্ৰকাশ পোৱা পত্ৰিকাসমূহে ১৯২৬ চনৰে পৰা সভাৰ উদ্দেশ্য ফলৱতী কৰাৰ অহৰহ প্ৰচেষ্টা চলাই আহিছে। তেতিয়াৰে পৰা আজিলৈ প্ৰকাশিত পত্ৰিকাৰ সমগ্ৰ সংখ্যা বিচাৰি পোৱা বৰ কঠিন। সমসাময়িক অন্যান্য আলোচনীসমূহৰ লগত ফেৰ মাৰিব পৰা হোৱা পত্ৰিকাখনৰ গোটেইবোৰ সংখ্যা একত্ৰ ৰূপত প্ৰকাশ হোৱা উচিত। কিয়নো সাহিত্য সভা পত্ৰিকাখনেই বৰ্তমান নিৰৱিচ্ছিন্নভাৱে প্ৰকাশিত অসমীয়া ভাষাৰ একমাত্ৰ গৱেষণা পত্ৰিকা। নতুন লেখক, আৰু পঢ়ুৱৈৰ আশাপ্ৰদ সহাৰিয়ে প্ৰকাশনত উৎসাহ জন্মায়। এই ক্ষেত্ৰত অসম সাহিত্য সভা পত্ৰিকাখনৰ সম্পাদনা সমিতি সচেতন হ'লে গৱেষণা পত্ৰিকাৰ বৈশিষ্ট্য অটুট ৰাখি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত ভৱিষ্যতেও মুখ্য ভূমিকাত অৱতীৰ্ণ হ'ব পাৰিব বুলি আশা কৰিব পাৰি। বেজবৰুৱাৰ দিনত অসমীয়া হতাশাগ্ৰস্ত হৈ সংশয় প্ৰকাশ কৰিছিল— "অসমীয়া ভাষা-সাহিত্যৰ অস্তিত্ব হেৰাই নাযায়তো?" কিন্তু ৩০-৪০ বছৰ ধৰি অসমীয়া ভাষা অসমৰ পৰা নিৰ্বাসনত থাকিও আজিৰ অৱস্থা পাইছেহি যেতিয়া বৰ্তমান সন্দেহৰ প্ৰশ্নই উঠিব নোৱাৰে। এতিয়া আমাৰ অসমীয়া ভাষ-সাহিত্যৰ বিকাশ আৰু উন্নতিৰ জখলা হ'ল অসম সাহিত্য সভাৰ নিচিনা সাহিত্যনুষ্ঠান আৰু আমাৰ নিজৰ ভাষাপ্ৰীতি।



**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১। বৈশ্য, পৰেশ— অসম সাহিত্য সভাৰ বুৰঞ্জী, ২০১০; ৰেখা প্ৰকাশন, আমবাৰী, গুৱাহাটী।
২। হাজৰিকা, অতুলচন্দ্ৰ— অসম সাহিত্য সভাৰ ৰূপৰেখা, ১৯৭৭; অসম সাহিত্য সভা।
৩। অসম সাহিত্য সভাৰ নিয়মাৱলী।
৪। সাহিত্য সভা পত্ৰিকা, ষটষ্ঠিতম বৰ্ষ, ৩য় সংখ্যা।

# অসমৰ জনগোষ্ঠীয় ভাষা-সংস্কৃতিৰ অধ্যয়নত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকা

ড° জ্যোতিৰেখা হাজৰিকা

০.০ প্ৰস্তাৱনা

অসমৰ জনগোষ্ঠীয় ভাষাৰ অধ্যয়নৰ দিশত চিন্তা-চৰ্চা ঊনবিংশ শতিকাৰ চতুৰ্থ দশকলৈকে একেবাৰে হোৱা নাছিল। ইয়াণ্ডাবু সন্ধিসূত্ৰে অসম ব্ৰিটিছৰ অধীন হোৱাৰ পাছত ১৯৩৬ চনত অসমৰ মুল ভাষা অসমীয়াক ব্ৰিটিছৰ ৰাজনৈতিক স্বাৰ্থত আনুষ্ঠানিক ব্যৱহাৰৰ পৰা বঞ্চিত কৰা হয়; অসমীয়াৰ সলনি সুদীৰ্ঘ ৩৬ বছৰ কাল অসমত বাংলা ভাষা স্কুল-আদালতত প্ৰচলিত হোৱাৰ পাছত ১৯৭৩ চনত অসমীয়া ভাষাই নিজৰ হৃত স্বীকৃতি ঘূৰাই পায়। এই মাজৰ সময়ছোৱাতে অসমৰ সমাজ-জীৱনত ক্ৰমাৎ শক্তিশালী ভূমিকা গ্ৰহণ কৰিবলৈ লোৱা নৱোত্থিত মধ্যবিত্ত শ্ৰেণীটোৰ মাজত জাতীয়তাবাদৰ বিকাশ আৰম্ভ হয় আৰু ই আধুনিক অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ সামাজিক-মানসিক ভিত্তিভূমি নিৰ্মাণ কৰে। অসমলৈ ধৰ্ম প্ৰচাৰাৰ্থে অহা মিছনেৰিসকলৰ উদ্যোগত অৰুনোদইকে আৰম্ভ কৰি ব্যাকৰণ, অভিধান, সাহিত্যকৰ্ম আদি বিভিন্ন প্ৰচেষ্টাৰ মাধ্যমেৰে আধুনিক অসমীয়া ভাষা-সাহিত্যই মূৰ দাঙি উঠে। এই প্ৰক্ৰিয়াৰ সমান্তৰালভাৱে বা ইয়াক অনুসৰণ কৰি অসমৰ জনগোষ্ঠীয় ভাষাসমূহৰো চৰ্চা আৰম্ভ হয়। আৰু এইক্ষেত্ৰতো ব্ৰিটিছ প্ৰশাসক আৰু খ্ৰীষ্টান মিছনেৰিসকলে মুখ্য ভূমিকা পালন কৰে। প্ৰথমে ব্ৰিটিছ বিষয়া আৰু মিছনেৰিসকলৰ উদ্যোগত আৰু তাৰ পাছত সংশ্লিষ্ট ভাষাভাষী ব্যক্তিৰ উদ্যোগত জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ অধ্যয়ন আৰু চৰ্চা আৰম্ভ হয় আৰু এইক্ষেত্ৰতো ব্ৰিটিছ প্ৰশাসক আৰু খ্ৰীষ্টান মিছনেৰিসকলেই মুখ্য ভূমিকা পালন কৰে। প্ৰথমে ব্ৰিটিছ বিষয়া আৰু মিছনেৰিসকলৰ উদ্যোগত আৰু তাৰ পাছত সংশ্লিষ্ট ভাষাভাষী ব্যক্তিৰ উদ্যোগত জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ অধ্যয়ন আৰু চৰ্চাৰ প্ৰক্ৰিয়া সাম্প্ৰতিক কাললৈকে আগবাঢ়ি আহিছে।

---

লেখক যোৰহাটৰ জে বি কলেজৰ অধ্যাপক।



**১.০ অসমৰ জনগোষ্ঠীয় ভাষাৰ উন্নয়নৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকা ঃ**

অসম সাহিত্য সভা অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান। অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বতোপ্ৰকাৰৰ উন্নয়নত ১৯১৭ চনতে প্ৰতিষ্ঠা হোৱা অসম সাহিত্য সভাৰ ভূমিকা গুৰুত্বপূৰ্ণ। বিশেষকৈ অসমৰ জনগোষ্ঠীয় ভাষা-সংস্কৃতিৰ অধ্যয়নৰ ক্ষেত্ৰত অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা বিশেষ ভূমিকা পালন কৰি আহিছে। স্বৰাজোত্তৰ কালৰ পৰা সভাই অসমৰ বহুকেইটা জনজাতিৰ ভাষা-সাহিত্য-সংস্কৃতি-বিষয়ক পুথি প্ৰকাশ কৰিবলৈ লয়। বিশেষকৈ ১৯৭১ চনৰ পৰা অসম সাহিত্য সভাই বড়ো, মিচিং, কাৰ্বি আদি জনজাতীয় ভাষা-সংস্কৃতি' বিষয়ক বিভিন্ন পুথি প্ৰকাশ কৰি ভাষিক আৰু সাংস্কৃতিক সচেতনতা জাগ্ৰত কৰিলে। ২০০৫ চনত অসম সাহিত্য সভাৰ উদ্যোগত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য (মুখ্য সম্পাঃ) আৰু নাহেন্দ্ৰ পাদুন (সহঃ সম্পাঃ)ৰ সম্পাদনাত অসমৰ ভাষা পৰিচয় শীৰ্ষক গ্ৰন্থখন প্ৰকাশ পায়। প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ 'বৰো ভাষাৰ পৰিচয়', নাহেন্দ্ৰ পাদুনৰ 'মিচিং ভাষা', ৰংবং তেৰাঙৰ 'কাৰ্বি ভাষা আৰু ইয়াৰ বিশেষত্ব', নিৰুপমা হাগজেৰৰ 'ডিমাছা ভাষা পৰিয়াল', মনেশ্বৰ দেউৰীৰ 'তিৱা ভাষাৰ গঠন আৰু বিকাশধাৰা', জীৱেশ্বৰ কোচৰ 'ৰাভা ভাষাৰ চমু পৰিচয়', উপেন্দ্ৰনাথ গোস্বামীৰ 'দেউৰী ভাষা' শীৰ্ষক প্ৰবন্ধই গ্ৰন্থখনৰ গুৰুত্ব বঢ়াইছে। ডিফু সাহিত্য সভাৰ উদ্যোগত দেবেন গগৈৰ সম্পাদনাত ১৯৯৫ চনত প্ৰকাশ পোৱা 'অসমৰ ভাষা' শীৰ্ষক গ্ৰন্থত কাৰ্বি, ডিমাছা, বড়ো, তিৱা ৰাভা, মিচিং আৰু নাগামিজ ভাষাবিষয়ক ন-টা প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। শেহতীয়াকৈ অসম সাহিত্য সভাৰ ডিফুত প্ৰতিষ্ঠিত 'জনজাতীয় গৱেষণা প্ৰতিষ্ঠান'ৰ পৰা প্ৰকাশিত আৰু ভাস্কৰ জ্যোতি গোস্বামীৰ দ্বাৰা সম্পাদিত 'জনজাতীয় চৰ্চা' (প্ৰথম সংখ্যা, ২০১১) শীৰ্ষক বাৰ্ষিক গৱেষণা পত্ৰিকাই জনজাতীয় ভাষাৰ অধ্যয়নৰ ক্ষেত্ৰত বিশেষ অৰিহণা যোগাবলৈ সমৰ্থ হৈছে। সেইদৰে কাৰ্বি আংলং জিলা সাহিত্য সভা পত্ৰিকা, ডিফু সাহিত্য সভা প্ৰত্ৰিকা 'মিৰজাংছিক'তো অনেক প্ৰবন্ধ প্ৰকাশ পাইছে।

**২.০ অসমৰ জনগোষ্ঠীয় ভাষা-সংস্কৃতিৰ উন্নয়নৰ ক্ষেত্ৰত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকা ঃ**

অসম সাহিত্য সভা পত্ৰিকাৰ আছে এক গৰিমাময় সুদীৰ্ঘ পৰিক্ৰমা। অসম সাহিত্য সভা ১৯১৭ চনতে স্থাপিত হ'লেও ৯ বছৰৰ মূৰকতহে ১৯২৬ চন (আহিন ১৮৪৮ ভাদ, ১৮৪৯)ত সভাৰ মুখপত্ৰ হিচাপে 'আসাম সাহিত্য সভা পত্ৰিকা' প্ৰকাশ পায়। সেই তেতিয়াৰে পৰা বৰ্তমানলৈকে সুদীৰ্ঘ ৬৬ বছৰীয়া পৰিক্ৰমা গৰকি পত্ৰিকাখনে অসম সাহিত্য সভাৰ মেৰুদণ্ডৰূপে থিয় হ'বলৈ সক্ষম হৈছে। এই পত্ৰিকাৰ প্ৰথম বছৰ প্ৰথম সংখ্যাটি (আহিন-আঘোণ, ১৯৪৮-৪৯ শক)ৰ 'সম্পাদকৰ নিবেদন'ত

প্ৰথমগৰাকী সম্পাদক চন্দ্ৰধৰ বৰুৱাই প্ৰকাশৰ মূল উদ্দেশ্য আৰু লক্ষ্য সম্পৰ্কে এইদৰে লিখি থৈ গৈছে— "সাহিত্য সেৱাই হ'ল এই পত্ৰিকাৰ একমাত্ৰ উদ্দেশ্য আৰু সমস্ত অসম দেশৰ আধুনিক সাহিত্য সৰ্ববাদীসন্মত আদৰ্শ অনুসৰণ কৰাই প্ৰধান লক্ষ্য। দৰ্শন, বিজ্ঞান, ইতিহাস, অৰ্থনীতি, সংগীত প্ৰভৃতি সাহিত্যৰ সকলো শাখাৰে নীৰৱভাৱে চৰ্চা কৰিবলৈ ই সদায় যত্ন কৰিব" (প্ৰথম সংখ্যা, আহিন-আঘোণ ১৮৪৮)। সুখৰ বিষয় যে, ২০১১-২০১৩ বৰ্ষৰ পত্ৰিকা সম্পাদনা সমিতিৰ বিশেষ তৎপৰতাত পোন প্ৰথমবাৰৰ বাবে 'অসম সাহিত্য সভা পত্ৰিকা'ই ৰাষ্ট্ৰীয়ভাৱে পঞ্জীয়নভুক্ত হৈ গৱেষণা পত্ৰিকা হিচাপে পূৰ্ণ মৰ্যাদা লভিবলৈ সক্ষম হৈছে। অহা জুন-জুলাই-আগষ্ট সংখ্যা (২০১২)ৰ পৰা পত্ৰিকাখনি ISSN পঞ্জীয়নভুক্ত হৈ প্ৰকাশ পাব।

'অসম সাহিত্য সভা পত্ৰিকা'ই প্ৰাৰম্ভৰে পৰা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বতোপ্ৰকাৰ উত্তৰণৰ দিশত আহোপুৰুষাৰ্থ সাধন কৰিবলৈ প্ৰয়াস কৰি আহিছে। উল্লেখ্য যে, এই পত্ৰিকাৰে বিশেষ সংখ্যা কেতবোৰত সময়ে সময়ে অসমৰ জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিবিষয়ক বহু আলোচনা সন্নিবিষ্ট হৈ আহিছে। বিশেষকৈ নাহেন্দ্ৰ পাদুন সম্পাদিত অষ্টত্ৰিংশ বছৰ চতুৰ্থ সংখ্যা (১৯৮২ চন) আৰু ছামছিং হাঞ্চে সম্পাদিত একচত্বাৰিংশ বছৰ দ্বিতীয় সংখ্যা (১৯৮৫) জনজাতীয় বিশেষ সংখ্যা হিচাপে প্ৰকাশ পাইছিল। এই বশেষ সংখ্যা দুটাই অসমৰ তিব্বতবৰ্মী সাহিত্য-সংস্কৃতিবিষয়ক বহুসংখ্যক প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। অতি সাম্প্ৰতিকভাৱে প্ৰকাশ পাইছে ড° উপেন ৰাভা হাকাচামৰ সম্পাদনাত বৃহৎ কলেৱৰত অসম সাহিত্য সভা পত্ৰিকাৰ 'সমন্বয় বিশেষ সংখ্যা' (চতুঃষষ্ঠিতম বৰ্ষ ঃ চতুৰ্থ সংখ্যা ঃ মাৰ্চ, ২০১০) আৰু ড° জ্যোতিৰেখা হাজৰিকাৰ দ্বাৰা সম্পাদিত অসম সাহিত্য সভা পত্ৰিকাৰ সপ্তম বিশেষ বাৰ্ষিক লিডু অধিৱেশন উপলক্ষে প্ৰকাশিত বিশেষ 'জনগোষ্ঠীয় সংখ্যা' (ষট্‌ষষ্ঠিতম বৰ্ষ, চতুৰ্থ সংখ্যা ঃ মাৰ্চ-এপ্ৰিল-মে' ঃ ২০১২ খ্ৰীষ্টাব্দ)। এই দুয়োটা সংখ্যাতে অসমৰ তিব্বতবৰ্মী ভাষাৰ অন্তৰ্গত সিংহভাগ জনগোষ্ঠীয় ভাষাৰে বিস্তৃতভাৱে ভাষিক আৰু সংস্কৃতিক দিশত আলোচনা আগবঢ়োৱা হৈছে।

**৩.০ অসম সাহিত্য সভা পত্ৰিকাৰ 'জনগোষ্ঠীয় বিশেষ সংখ্যা' ঃ এটি পৰিচয়সূচক টোকা ঃ**

অসম সাহিত্য সভা পত্ৰিকাৰ গৌৰৱোজ্জ্বল পৰিক্ৰমাৰ বিভিন্ন সংখ্যত জনগোষ্ঠীয় ভাষা-সংস্কৃতি সম্পৰ্কীয় ভালেমান গৱেষণাপ্ৰসূত লেখা প্ৰকাশ হৈছিল যদিও নাহেন্দ্ৰ পাদুন সম্পাদিত অষ্টত্ৰিংশ বছৰৰ চতুৰ্থ সংখ্যাটো (জানুৱাৰি, ফেব্ৰুৱাৰি, মাৰ্চ, ১৯৮২) প্ৰথমবাৰৰ বাবে জনজাতীয় সংখ্যা হিচাপে প্ৰকাশ হৈছিল। এই পত্ৰিকা



'জনজাতীয় সংখ্যা' হোৱা আঁৰত এক পটভূমি আৰু লগতে সম্পাদকগৰাকীৰ সেই পটভূমি বিশ্লেষণৰ দৃষ্টিভংগীয়ে ক্ৰিয়া কৰা যেন অনুভৱ হয়। 'সম্পাদকীয়'ত সম্পাদকগৰাকীয়ে স্পষ্টভাৱে উল্লেখ কৰিছে যে, "অসম সাহিত্য সভা পত্ৰিকাত জনজাতীয় ভাষা-সংস্কৃতি বিষয়ক প্ৰবন্ধপাতিয়ে সমুচিত সমাদৰ নোপোৱাৰ অভিযোগ আমি মাজে মাজে শুনিবলৈ পাওঁ। এই অভিযোগৰ প্ৰতি লক্ষ্য ৰাখি আৰু এই বছৰৰ অধিৱেশন কাৰ্বি জনজাতি অধ্যুষিত অঞ্চল ডিফুত অনুষ্ঠিত হোৱা উপলক্ষে অসম সাহিত্য সভা পত্ৰিকাৰ চতুৰ্থ সংখ্যাটি 'জনজাতীয় সংখ্যা' হিচাপে প্ৰকাশ কৰা হ'ল।" এই পত্ৰিকাত প্ৰকাশিত প্ৰবন্ধবোৰ হ'ল—

| | লেখকৰ নাম | প্ৰবন্ধৰ শীৰ্ষক |
|---|---|---|
| ১। | ভুবন মোহন দাস | অসমৰ মংগোলীয় লোকঃ দৃষ্টিপাত |
| ২। | মনোৰঞ্জন লাহাৰী | সাম্প্ৰতিক বড়ো সাহিত্য ধাৰা |
| ৩। | পুষ্পা গগৈ | অসমৰ চিত্ৰ আৰু ভাস্কৰ্যৰ জনজাতীয় মটিফ |
| ৪। | ছামছিং হাঞ্চে | কাৰ্বি সাৰ্বজনীন পূজা 'বতৰ কিকুৰ' |
| ৫। | ভবেন নাৰ্জি | অসমীয়া সংস্কৃতিলৈ বড়ো সংস্কৃতিৰ অৱদান |
| ৬। | কিশোৰ কুমাৰ শৰ্মা | পাহাৰবাসী আৰু ভৈয়ামবাসী চেমাসকল ঃ এটি তুলনামূলক সাংস্কৃতিক বিশ্লেষণ। |
| ৭। | সুৰেন্দ্ৰ কুমাৰ গোস্বামী | জনজাতিসকলৰ লগত আহোম সামাজিক আৰু অৰ্থনৈতিক সম্পৰ্ক |
| ৮। | ৰং বং তেৰাং | কাৰ্বি সংখ্যাবাচক শব্দৰ মূল বিচাৰি |
| ৯। | নোমল গগৈ | টাই জাতিৰ প্ৰাচীন ধৰ্মবিশ্বাস |
| ১০। | ভৃগুমুনি কাগ্যুং | মিচিং লোক-উৎসৱৰ অন্তৰালত |
| ১১। | নবীন চন্দ্ৰ শৰ্মা | জনজাতীয় লোকবিশ্বাসত 'কপৌ' চৰাই |
| ১২। | ডম্বৰুধৰ দেউৰী | দেউৰী বিবাহ পদ্ধতি |
| ১৩। | সত্যেন বৰকটকী | জনজাতীয় জীৱনৰ ৰেহৰূপ |
| ১৪। | যোগেশ দাস | বিষ্ণুৰাভা আৰু অসমীয়া সংস্কৃতি |
| ১৫। | তৰুণ চন্দ্ৰ পামেগাম | মিচিং সমাজৰ কেইটামান বিশেষ বৈশিষ্ট্য |
| ১৬। | বলোৰাম কুৰ্মী | চাহ মজদুৰ সংস্কৃতিঃ অতীত আৰু বৰ্তমান |
| ১৭। | লোকেশ্বৰ গগৈ | তিৱা লোক-সংস্কৃতি ঃ সচাংঘৰ অনুষ্ঠান |
| ১৮। | সুশীল কুমাৰ গগৈ | মায়ামৰা |
| ১৯। | ইন্দ্ৰেশ্বৰ পেগু | মিচিং ধৰ্ম বিশ্বাস আৰু পৰম্পৰা |
| ২০। | নিৰুপমা হাগজেৰ | ডিমাচা সমাজৰ উৎসৱ |

২১। লভিত কুমাৰ শইকীয়া — সোণোৱাল কছাৰীৰ ইতিবৃত্ত
২২। ৰাজেন ৰাভা — মায়তাৰি

সৰ্বমুঠ ২২ টা লেখা সন্নিৱিষ্ট হোৱা এই পত্ৰিকাৰ ২১ টা লেখাই হ'ল জনগোষ্ঠীয় সংস্কৃতি সম্পৰ্কীয় আৰু এটা জনগোষ্ঠীয় ভাষা সম্পৰ্কীয়। ঘাইকৈ তিব্বতবৰ্মী বড়ো, কাৰ্বি, মিচিং, দেউৰী, তিৱা, ডিমাচা, সোণোৱাল, কছাৰী, চেমা নগা আদিৰ বিভিন্ন দিশৰ লগতে টাইমূলীয় আৰু অষ্ট্ৰিকমূলীয় জনগোষ্ঠীৰো দুই-এটা লেখা প্ৰকাশ হৈছে। সামগ্ৰিকভাৱে অসমৰ জনজাতিসকল, জনজাতীয় জীৱনৰ ৰেহৰূপ, টাইসকলৰ সৈতে তিব্বতবৰ্মীসকলৰ বিভিন্ন দিশৰ তুলনাৰে তথা অসমীয়া সংস্কৃতিলৈ জনজাতীয়সকলৰ অৱদান আদি অনেক দিশৰ চিন্তাগধুৰ প্ৰবন্ধৰে পত্ৰিকাখন যুগুতোৱা হৈছে।

'অসম সাহিত্য সভা পত্ৰিকা'ৰ দ্বিতীয়টো 'জনজাতীয় সংখ্যা' হ'ল ছামছিং হাঞ্চেৰ সম্পাদনাত প্ৰকাশ পোৱা ১৯৮৫ চনৰ 'জুলাই, আগষ্ট, ছেপ্টেম্বৰ' মাহৰ সংখ্যাটো। এই সংখ্যাটোত জনজাতীয় ভাষা-সাহিত্য-সংস্কৃতি সম্পৰ্কীয় সৰ্বমুঠ ১৭ টা প্ৰবন্ধ প্ৰকাশ পাইছিল। ইয়াৰে সংস্কৃতি সম্পৰ্কীয় ১৪ টা প্ৰবন্ধ আৰু জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় ৩ টা প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। পত্ৰিকাখনত প্ৰকাশ হোৱা জনজাতীয় সংস্কৃতি সম্পৰ্কীয় প্ৰবন্ধকেইটা হ'ল—

**জনগোষ্ঠীয় সংস্কৃতি সম্পৰ্কীয় ঃ**

| | লেখকৰ নাম | প্ৰবন্ধৰ শীৰ্ষক |
|---|---|---|
| ১। | ভৃগুমণি কাগয়ুং | মিচিং সংস্কৃতিৰ সমীক্ষাত |
| ২। | ৰাজেন ৰাভা | ৰাভা-সমাজ-সংস্কৃতিৰ ৰূপৰেখা |
| ৩। | গগণ সোণোৱাল | সোণোৱালসকলৰ বহুৱা নৃত্য |
| ৪। | সুশীল কুৰ্মী | চাহ-বাগিচাৰ সংস্কৃতি |
| ৫। | মাধৱ বৈশ্য | জনজাতীয় শিল্পকলা |
| ৬। | মলয়া খাউণ্ড | গাৰো মহিলা ঃ এটি পৰিচয় |
| ৭। | নিৰুপমা হাগজেৰ | ডিমাচা আৰু ডিমাপুৰ |
| ৮। | সুশীল কুৰ্মী | চাহ-বাগিচাৰ সংস্কৃতি |
| ৯। | শিবেন্দ্ৰ নাৰায়ণ কোচ | বড়ো ঃ এটা ঐতিহাসিক পৰ্যালোচনা |
| ১০। | গণেশ পেগু | মিচিং সমাজৰ বিবাহ প্ৰথা |
| ১১। | স্বৰ্ণ বৰা | ডিমাচাসকলৰ লোক-সংস্কৃতি ঃ নদ্ৰাং |
| ১২। | বংকিম চন্দ্ৰ ফাটোৱালী | মিচিং সমাজৰ বিবাহ প্ৰথা |
| ১৩। | ধৰ্মেশ্বৰ দুৱৰা | ডিমাচা লোক-সাহিত্যত নিচুকণি গীত |



১৪। লোকেশ্বৰ গগৈ — জনজাতীয় লোক-সংস্কৃতি ঃ পুৰোহিত প্ৰথা

**জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় ঃ**

| | লেখকৰ নাম | প্ৰবন্ধৰ শীৰ্ষক |
|---|---|---|
| ১। | ভীমকান্ত বৰুৱা | টাইলুং, টাইৰুং আৰু টুৰুং |
| ২। | ফুকন চন্দ্ৰ ফাংচ' | কাৰ্বি ভাষাৰ এটি চমু আলোচনা |
| ৩। | নাৰায়ণ ঘাটোৱাৰ | অল-চিকি ঃ চাওঁতালী ভাষাৰ জয়যাত্ৰা |

অসমৰ বিভিন্ন জনগোষ্ঠীক সম্প্ৰীতিৰ এনাজৰীৰে বান্ধি এক কৰাৰ প্ৰচেষ্টা হিচাপেই এই জনজাতীয় সংখ্যা প্ৰকাশ কৰাৰ কথা সম্পাদকগৰাকীয়ে সম্পাদকীয়ত উল্লেখ কৰিছে।

দ্বিতীয়টো 'জনজাতীয় সংখ্যা' প্ৰকাশৰ সুদীৰ্ঘ ২৫ বছৰৰ পিছত অসম সাহিত্য সভা পত্ৰিকাৰ তৃতীয়টো 'সমন্বয় বিশেষ' সংখ্যা প্ৰকাশ হৈছে। এইটো হ'ল ২০১০ চনত ড° উপেন ৰাভা হাকাচামৰ সম্পাদনাত আৰু অতিথি সম্পাদক শ্ৰীকৃষ্ণ ৰংপিৰ সহযোগিতাত প্ৰকাশিত চতুঃষষ্ঠিতম বৰ্ষৰ চতুৰ্থ সংখ্যাটো। অসম সাহিত্য সভাৰ বাৰ্ষিক 'ব্ৰ'থাংলাংছ' মধ্যকালীন অধিবেশনৰ সৈতে সংখ্যাটোৱে অসম তথা উত্তৰ-পূব ভাৰতৰ বিভিন্ন জাতি-জনগোষ্ঠীক সামৰি লৈছে। বিশেষকৈ অসমৰ থলুৱা স্বকীয় ভাষা-সংস্কৃতিধাৰী জনজাতীয় লেখকসকলৰ দ্বাৰাই তেওঁলোকৰ সমাজ-সংস্কৃতিৰ বিভিন্ন দিশ আলোকপাত কৰিবলৈ বিচৰা এই সংখ্যাটোত অসমৰ থলুৱা জনগোষ্ঠী বড়ো, ৰাভা, গাৰো, তিৱা, কাৰ্বি, দেউৰী, মিচিং, ডিমাচা, হাজং আদি; অসমৰ থলুৱা বা ভাষিক আৰু ধৰ্মীয় সম্প্ৰদায় হিচাপে টাইমূলীয় জনগোষ্ঠী, সোণোৱাল কছাৰী, কোচ ৰাজবংশী, মণিপুৰী, নেপালী, বঙালী, বিষ্ণুপ্ৰিয়া মণিপুৰী, চাহ জনগোষ্ঠী আদিৰো সমাজ-সংস্কৃতি তথা ভাষা সম্পৰ্কীয় বিভিন্ন গৱেষণামূলক লেখা প্ৰকাশ হৈছে। বৃহৎ কলেবৰৰ এই পত্ৰিকাৰ সম্পাদকীয়টোতে কাৰ্বি সমাজ আৰু সংস্কৃতিৰ এক বেঙণি ফুটি উঠিছে। পত্ৰিকাখনত সন্নিৱিষ্ট বিষয়বস্তুৰ বিভাজন কৰা হৈছে এনেদৰে—

১। কাৰ্বি আংলং আৰু কাৰ্বি জনগোষ্ঠী বিশেষ
২। অবিভক্ত কাছাৰ আৰু ইয়াৰ জনগোষ্ঠী বিশেষ
৩। বৰ অসমৰ জনজাতি বিশেষ
৪। বৰ অসমৰ অসমীয়া ন-অসমীয়া বিশেষ
৫। মেঘালয় আৰু ইয়াৰ জনগোষ্ঠী বিশেষ
৬। অন্যান্য সমন্বয় বিশেষ
৭। জনগোষ্ঠীয় গ্ৰন্থ পৰিচয় আৰু সমালোচনা

এইবোৰৰ লগতে বিভিন্ন জনগোষ্ঠীয় সাহিত্য-কৰ্মবিশেষকৈ গল্প, কবিতা

আদিৰ অসমীয়া অনুবাদো সন্নিবিষ্ট কৰাত পত্ৰিকাখনে সমন্বয় বিশেষ সংখ্যা হিচাপে এক মাত্ৰা লাভ কৰিছে।

অসম সাহিত্য সভা পত্ৰিকাৰ চতুৰ্থটো জনগোষ্ঠীয় বিশেষ সংখ্যা হ'ল ড° জ্যোতিৰেখা হাজৰিকাৰ সম্পাদনাত 'অসম সাহিত্য সভা'ৰ সপ্তম বিশেষ বাৰ্ষিক লিডু অধিবেশন উপলক্ষ্যে প্ৰকাশিত, ষট্‌ষষ্টিতম বৰ্ষৰ চতুৰ্থ সংখ্যাটো (মাৰ্চ, এপ্ৰিল, মে', ২০১২)। অধ্যয়ন, চৰ্চা আৰু সম্প্ৰসাৰণ অবিহনে ভাষা এটা বৰ্তি থকাটো অসম্ভৱ। সম্প্ৰতি অসমৰ বহু জনগোষ্ঠীয় লোকে নিজা ভাষা ক'বলৈ এৰি দিয়াৰ এই প্ৰেক্ষাপটত জনগোষ্ঠীবোৰৰ সিংহভাগৰে ক্ষেত্ৰত অস্তিত্বৰ সংকটে দেখা দিছে। এই দিশবোৰলৈ লক্ষ্য ৰাখিয়েই জনগোষ্ঠীয় বিশেষ সংখ্যাটোত বিশেষভাৱে অসমৰ 'ক্ষুদ্ৰ জনগোষ্ঠী ঃ অস্তিত্বৰ সংকট আৰু সম্ভাৱনা'ৰ দিশটোত পত্ৰিকাখনে আলোকপাত কৰিবলৈ বিচৰা বুলি সম্পাদকে 'কৰাপাট'তে উল্লেখ কৰিছে। পত্ৰিকাখনত জনগোষ্ঠীয় সংস্কৃতি সম্পৰ্কীয় ২৪ টা আৰু জনগোষ্ঠীয় ভাষা-সাহিত্য সম্পৰ্কীয় ৭ টা গৱেষণামূলক প্ৰবন্ধ প্ৰকাশ পাইছে। সেইবোৰ হ'ল—

**জনগোষ্ঠীয় সংস্কৃতি সম্পৰ্কীয় ঃ**

| লেখকৰ নাম | প্ৰবন্ধৰ শীৰ্ষক |
|---|---|
| ড° শিৱনাথ বৰ্মন | অসমীয়া সংস্কৃতিত জনজাতীয় উপাদানৰ সন্ধানকাৰীঃ বাণীকান্ত আৰু বিষ্ণুপ্ৰসাদ |
| চুমী কলিতা | ভাষিক পৃথিৱীৰ নব্য সংকট ঃ বিপন্ন ভাষা |
| বুদ্ধেশ্বৰ ৰাজবংশী | ইতিহাসৰ পাতৰ পৰা হেৰাই যাব খোজা সংস্কৃতিবান জনগোষ্ঠী ব্ৰেইটে |
| ড° অঞ্জলি চুতীয়া শইকীয়া | চিংফৌসকলৰ জীৱন পৰিক্ৰমা |
| জলি বৰঠাকুৰ | চিংফৌ লোক উৎসৱ 'শ্বপং য়ং মানাও পয়' ঃ এক আৱলোকন |
| ড° খেমা সোনোৱাল | মাৰ্ঘেৰিটা মহকুমাৰ হাজংসকল |
| ব্ৰজেন ভট্টাচাৰ্য | ৰাংখল জনগোষ্ঠী ঃ এটি চমু অৱলোকন |
| নিভা দত্ত | প্ৰচাৰ বিমুখ খেলমা বা চাকাচেপ জনগোষ্ঠী |
| তন্ময়প্ৰতিম ৰাজবংশী | নেপালী কৃষ্টি-সংস্কৃতি |
| দীপক কুমাৰ দলে | মিচিং ভাষা-সাহিত্য আৰু সংস্কৃতিৰ উত্তৰণত জাতীয় সংগঠনসমূহৰ ভূমিকা |
| অজন্তা ৰাজখোৱা | মিচিংসকলৰ কৃষি উৎসৱ আলি-আই-লৃগাং আৰু পʼৰাগ |
| নিত্যানন্দ সেনাপতি | ৰঙানদীপৰীয়া মিচিংসকলৰ জনজীৱন |
| বিতু নেওগ ৰাজবংশী | মাৰ জনগোষ্ঠীয় শীতকালীন উৎসৱ ঃ চিক পুই ৰুই |
| ৱবিতা ইংৰিপি | ডিমা হাচাও জিলৰ ডিমাচা আৰু কাৰ্বি জনজাতিৰ লাক-সংস্কৃতিৰ এক ৰেঙণি |
| ড° ৰুবী মহন্ত | কাৰ্বিসকলৰ মৃতকৰ দহা কাৰ্য বা শ্ৰাদ্ধ ঃ চ'মাংকান |
| সৌৰভ কুমাৰ দেউৰী | জনগোষ্ঠীৰ অস্তিত্বৰ সংকট আৰু সম্ভাৱনা |
| তিলো সোণোৱাল | সোণোৱাল কছাৰী ঃ অসমৰ ঐতিহ্যমণ্ডিত, ঐশ্বৰ্যবান, গুণৱান থলগিৰি |
| পল্লবিতা দাস | ৰূপান্তৰৰ পথেদি সোণোৱাল কছাৰীসকল ঃ এক অৱলোকন |
| ড° মীনাক্ষী বৰকাকতী | সোণোৱাল কছাৰীসকল, নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ আৰু নৱ চেতনাবোধ |
| ড° বিজু মৰাণ | টাই ফাকেসকলৰ ইতিহাস আৰু সংস্কৃতি ঃ এটি বিশ্লেষণ |
| গীতালী বুঢ়াগোহাঁই | টাই-খাময়াং জনগোষ্ঠীৰ সামাজিক জীৱন ঃ এক চমু আলোচনা |
| স্মৃতিৰেখা চেতিয়া সন্দিকৈ | উজনি অসমৰ বৌদ্ধধৰ্মাৱলম্বী মগ বড়ুৱা সম্প্ৰদায়ৰ উৎসৱ-অনুষ্ঠান |
| ড° ছবি গগৈ | মৰাণ জনগোষ্ঠীৰ পৰম্পৰাগত বনৌষধি চিকিৎসা পদ্ধতি |
| ৰেবীমণি গগৈ | তিৱা জনগোষ্ঠীৰ জাতীয় সাজ-পাৰ ঃ পৰম্পৰা আৰু পৰিৱৰ্তন |

**জনগোষ্ঠীয় ভাষা-সাহিত্য সম্পৰ্কীয় ঃ**

| লেখকৰ নাম | প্ৰবন্ধৰ শীৰ্ষক |
|---|---|
| ড° অৰ্পণা কোঁৱৰ | অৰুণাচলৰ ভাষাৰ ভাষিক স্থিতি আৰু টাংচা ভাষাৰ পৰিচিতি |
| ড° উপেন ৰাভা হাকাচাম | ৰাভা লোক-সাহিত্যৰ ইতিবৃত্ত আৰু অধ্যয়ন |
| ড° ফুকন বসুমতাৰী | বৰো ভাষাত দেহৰ অংগ-প্ৰত্যংগ, জীৱ-জন্তু আৰু ফলবাচক শব্দৰ গঠন |
| ড° বলীন সন্দিকৈ | টাই-টুৰুং ভাষাত প্ৰত্যয়ৰ প্ৰয়োগ ঃ এটি বিশ্লেষণ |

ড° দিগন্ত গগৈ — অসমৰ চাহ জনগোষ্ঠীৰ ভাষা ঃ এটি সংক্ষিপ্ত পৰিচয়
মধুমিতা চেতিয়া — টাই খাময়াং ভাষাৰ বাক্য বিন্যাস প্ৰণালী ঃ এটি চমু অধ্যয়ন
মহাশ্বেতা দেৱী — সহযোগী ভাষা হিচাপে অৰুণামিজ ভাষাৰ গুৰুত্ব

মুঠতে, অসম তথা উত্তৰ-পূৰ ভাৰতৰ বিভিন্ন ক্ষুদ্ৰ জনগোষ্ঠীৰ ভালেমান দিশ পত্ৰিকাখনে পোহৰলৈ আনিছে।

**৪.০ জনগোষ্ঠীয় বিশেষ সংখ্যাকেইটাই সামৰি লোৱা অসম তথা উত্তৰ-পূৰ ভাৰতৰ জনগোষ্ঠীবোৰ ঃ**

'অসম সাহিত্য সভা পত্ৰিকা'ৰ জনগোষ্ঠীয় বিশেষ সংখ্যাকেইটাই অসম তথা উত্তৰ-পূৰ ভাৰতৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা-সংস্কৃতি সম্পৰ্কে আলোকপাত কৰিছে। বিশেষ সংখ্যাকেইটাই সামৰি লোৱা জনগোষ্ঠীবোৰ হ'ল—

১। তিব্বতবৰ্মীয় ঃ বৰো, কাৰ্বি, ৰাভা, তিৱা, মিচিং, দেউৰী, ডিমাচা, গাৰো, হাজং, সোণোৱাল কছাৰী, চেমানগা, কোচ ৰাজবংশী, মেইটেই (মণিপুৰী), বিষ্ণুপ্ৰিয়া মণিপুৰী, ব্ৰেইটে, চিংফৌ, ৰাংখল, মাৰ, মৰাণ, মগবডুছা, টাংচা, খেলমা।

২। টাইমূলীয় ঃ আহোম, ফাকে, টুৰুং, খাময়াং

৩। অষ্ট্ৰিকমূলীয় ঃ চাহ জনগোষ্ঠী

গতিকে দেখা গ'ল যে, অসম সাহিত্য সভা পত্ৰিকাই অসম তথা উত্তৰ-পূৰ ভাৰতৰ প্ৰায় ২৬ টা মান জনগোষ্ঠীক সামৰি লৈছে।

**৫.০ জনগোষ্ঠীয় ভাষাৰ উন্নয়নত পত্ৰিকাৰ বিশেষ সংখ্যাকেইটাৰ ভূমিকা ঃ**

'অসম সাহিত্য সভা পত্ৰিকা'ৰ জনগোষ্ঠীয় বিশেষ সংখ্যাকেইটা জনগোষ্ঠীয় ভাষাৰ উন্নয়নত কেনেধৰণৰ ভূমিকা লৈছে, সেয়া বিচাৰ কৰিবলৈ বিশেষ সংখ্যাকেইটাত সন্নিবিষ্ট হোৱা জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় প্ৰবন্ধবোৰত চকু ফুৰাব লাগিব।

সৰ্বমুঠ চাৰিটা বিশেষ সংখ্যাৰ ভিতৰত প্ৰথম সংখ্যাত এটা মাত্ৰ ভাষাবিষয়ক প্ৰবন্ধ আৰু ২য় ভাষা সম্পৰ্কীয় এটাও প্ৰবন্ধ নথকাৰ বিপৰীতে ৩য় আৰু ৪ৰ্থ বিশেষ সংখ্যাত কেইবাটাও জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় গৱেষণামূলক প্ৰবন্ধ প্ৰকাশ হৈছে।

নাহেন্দ্ৰ পাদুন সম্পাদিত ১ম সংখ্যাটোত থকা ভাষা সম্পৰ্কীয় প্ৰবন্ধটো হ'ল— ৰংবং তেৰাঙৰ 'কাৰ্বি সংখ্যাবাচক শব্দৰ মূল বিচাৰি।' ৰূপতত্ত্ব অধ্যয়নৰ এটা বিশেষ দিশ হ'ল সংখ্যাবাচক শব্দৰ গঠন। কাৰ্বি ভাষাৰ সংখ্যাবাচক শব্দবোৰ, মৌলিক সংখ্যাবোৰ, অঞ্চলভেদে সংখ্যাবাচক শব্দৰ উচ্চাৰণৰ পাৰ্থক্য যোগ-বিয়োগ পদ্ধতিৰে সংখ্যা গঠনৰ নিয়ম আদি ভালেমান দিশ এই প্ৰবন্ধত পৰিস্ফুট হৈ উঠিছে।



ছামছিং হাঞ্চে সম্পাদিত পত্ৰিকাইও জনগোষ্ঠীয় ভাষা সম্পৰ্কে দিশ পোহৰাইছে।

ভীমকান্ত বৰুৱাৰ 'টাইলুং, টাইৰুং আৰু টুৰুং' প্ৰবন্ধত শ্যাম-চীন শাখাৰ অন্তৰ্গত টাই ভাষাৰ এক পৰিচয়সূচক বৰ্ণনাৰ লগতে উত্তৰ বাৰ্মাত থকা টাই (যাক অন্য ঠাইৰ টাইসকলে 'টাইলুং' বোলে) আৰু টুৰুংসকলৰ ভাষাৰ ধ্বনি আৰু ৰূপতত্ত্বৰ এক ক্ষেত্ৰ অধ্যয়ন সম্বলিত আলোচনা আগবঢ়াইছে। টাই গোষ্ঠীৰ ভিতৰত টাইলুঙেই (ডাঙৰ টাই জাতি) আটাইতকৈ পুৰণি শাখা বুলি উল্লেখ কৰা প্ৰবন্ধটোত বহুতো সময়ত টাইৰুং শব্দটো টাইলুং হিচাপেও পোৱা বুলি গৱেষকজনে মন্তব্য কৰিছে। উৎকৃষ্ট লিপি আৰু সাহিত্যৰ অধিকাৰী টুৰুংসকলৰ ভাষাৰ লগতে প্ৰবন্ধটোৱে তেওঁলোকৰ সাংস্কৃতিক জীৱন পৰিক্ৰমাৰো অনেক দিশ পোহৰলৈ আনিছে। টুৰুং ভাষাত থকা চিংফৌ, বাৰ্মিজ আৰু মণিপুৰী ভাষাৰ প্ৰভাৱকো প্ৰবন্ধকাৰে উদাহৰণসহ আলোচনা কৰিছে।

জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় আন এটা গৱেষণামূলক প্ৰবন্ধ হ'ল— ফুকন চন্দ্ৰ ফাংচ' "কাৰ্বি ভাষাৰ এটি চমু আলোচনা।" তিব্বতবৰ্মীয় শাখাৰ অন্তৰ্গত কাৰ্বি ভাষাৰ জন্ম যে নগা আৰু কুকি -চীন ভাষাৰ সমন্বয়ত হৈছে, এই কথাটো প্ৰবন্ধকাৰে অনেক উদাহৰণৰ জৰিয়তে স্পষ্ট কৰিবলৈ বিচাৰিছে। এওঁ মন্তব্য কৰিছে, গাঁথনিক দিশত কাৰ্বিৰ সৈতে কুকিচীন আৰু টাংখুল নগাৰহে মিল অধিক। লগতে প্ৰবন্ধটোত কাৰ্বি আৰু অসমীয়া ভাষাৰ মাজত থকা পাৰস্পৰিক প্ৰভাৱ সম্পৰ্কেও বিশদভাৱে আলোচনা কৰিছে।

পত্ৰিকাখনৰ ভাষা সম্পৰ্কীয় আন এটা প্ৰবন্ধ হ'ল— নাৰায়ণ ঘাটোৱাৰৰ 'চাওঁতালী ভাষাৰ জয়যাত্ৰা'। অসমৰ চাহ বাগিচাবোৰত প্ৰধানকৈ বাস কৰা অষ্ট্ৰিকমূলৰ চাওঁতাল লোকসকলৰ ভাষাই হ'ল চাওঁতালী। চাওঁতালী ভাষাৰ লিপি 'অল-চিকি' (অল-মানে লেখা, চিকি মানে বৰ্ণ)। প্ৰবন্ধটোত চাওঁতালী ভাষাৰ লিপি আৱিষ্কাৰ, প্ৰচলন আৰু ইয়াৰ আনুষাংগিক বিষয়সমূহত আলোকপাত কৰা হৈছে। ভাষা এটাক সু-প্ৰতিষ্ঠিত কৰাত লিপিৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। সেই দিশৰ পৰা 'অলচিকি'ৰ জৰিয়তে চাওঁতালী ভাষা অধ্যয়নৰ এখন বৃহৎ ক্ষেত্ৰ প্ৰবন্ধটোৱে মুকলি কৰি দিছে।

উপেন ৰাভা হাকাচাম সম্পাদিত 'সমন্বয় বিশেষ সংখ্যা'ত সন্নিৱিষ্ট ভাষা সম্পৰ্কীয় প্ৰবন্ধকেইটা হ'ল—

১। অসমীয়া আৰু ডিমাচা শব্দসম্ভাৰ ঃ এটি তুলনা

২। ৰাভা ভাষা-সাহিত্যৰ ইতিহাস

৩। তিৱা আৰু অসমীয়া ভাষাৰ তুলনা
৪। তিৱা ভাষা আৰু সাহিত্য ঃ এক আলোচনা
৫। দেউৰী ভাষা সাহিত্যৰ ধাৰা ঃ এক আলোচনা
৬। মিচিং আৰু অসমীয়া ভাষা ঃ এটি তুলনামূলক আলোচনা
৭। টাই টুৰুং ভাষাৰ শব্দভাণ্ডাৰ ঃ এক ক্ষেত্ৰভিত্তিক অধ্যয়ন
৮। গাৰো পাহাৰত অসমীয়া ভাষা-চৰ্চা
৯। নেপালী ভাষাৰ কিছু বিশেষত্ব
১০। ৰাজস্থানী আৰু অসমীয়া ভাষাৰ তুলনা।

'অসমীয়া আৰু ডিমাচা ভাষাত যে সংস্কৃত শব্দৰ সৈতে অবিকল আৰু বহুলাংশে সাদৃশ্য থকা শব্দ আছে, আকৌ অসমীয়াৰ লগতো সম্পূৰ্ণ আৰু আংশিক মিল থকা শব্দ আছে, সেই কথা দাঙি ধৰাৰ লগতে দলং, মেখেলাকে ধৰি বহু অসমীয়া শব্দৰ মূল যে ডিমাচাহে তাৰো বৰ্ণনা আছে। সেইদৰে অসমীয়া ভাষাৰ ক্ৰিয়া পদৰ সৈতে ব্যৱহাৰ হোৱা চোন, দেই, নে আদিৰ প্ৰয়োগো ডিমাচা ভাষাত অনুৰূপে হোৱা প্ৰবন্ধকাৰে দেখুৱাইছে। মুঠতে এই প্ৰবন্ধই গবেষকসকলৰ সন্মুখত এখন ক্ষেত্ৰ মুকলি কৰি দিছে।

মনেশ্বৰ দেউৰী 'তিৱা আৰু অসমীয়া ভাষাৰ তুলনা' প্ৰবন্ধত বৰ্তমানো লিখিত মান্যৰূপ পৰিগ্ৰহ নকৰা তিৱা ভাষাৰ সৈতে অসমীয়া ভাষাৰ ৰূপতত্ত্বৰ বিভিন্ন দিশৰ তুলনা দাঙি ধৰা হৈছে।

ষড়ানন দেউৰীৰ 'দেউৰী ভাষা-সাহিত্যৰ ধাৰা' প্ৰবন্ধত দেউৰী ভাষাৰ মূল, ভাষাটোৰ প্ৰধান বৈশিষ্ট্য, আদিৰে দেউৰী ভাষাৰ ভাষিক স্থিতিক সুন্দৰকৈ ফুটাই তুলিছে।

ৰত্নেশ্বৰ মিলিৰ 'মিচিং অসমীয়া ভাষা ঃ এক তুলনামূলক আলোচনা'ত মিচিং আৰু অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, বাক্যতত্ত্ব, শব্দভাণ্ডাৰৰ দিশত পৰিলক্ষিত হোৱাৰ সাদৃশ্য আৰু পাৰস্পৰিক প্ৰভাৱ সম্পৰ্কে আলোকপাত কৰিছে।

ড° বলীন সন্দিকৈৰ 'টাই টুৰুং ভাষাৰ শব্দভাণ্ডাৰ ঃ এক ক্ষেত্ৰভিত্তিক অধ্যয়ন' প্ৰবন্ধত টুৰুং ভাষাৰ মৌলিক আৰু ঋণীকৃত শব্দৰ এক বিশ্লেষণ আগবঢ়াইছে। লগতে অন্য কিছুমান যোগসূত্ৰ যেনে— চিংফৌ খাচী আদি শব্দৰ জৰিয়তে প্ৰৱেশ কৰা টুৰুং শব্দৰো বিশদ বৰ্ণনা কৰিছে। ক্ষেত্ৰ অধ্যয়নৰ ফচল হিচাপে এই প্ৰবন্ধটো গৱেষণামূলক।

ৰুমী শৰ্মা বৰঠাকুৰৰ 'গাৰো পাহাৰত অসমীয়া ভাষা-চৰ্চা' প্ৰবন্ধটোও অতি গুৰুত্বপূৰ্ণ। যি সময়ত বিভিন্ন কাৰণৰ ফলত অসমৰ দাঁতিকাষৰীয়া ৰাজ্যকেইখনত অসমীয়া ভাষাৰ অৱস্থা তথৈবচ, সেই সময়ত মেঘালয়ৰ গাৰো পাহাৰত চৰ্চিত অসমীয়া ভাষাক বিশ্লেষণ কৰাটো অতি সময়োপযোগী।



এই ধৰণৰ জনগোষ্ঠীয় ভাষাবিষয়ক বহু গুৰুত্বপূৰ্ণ প্ৰবন্ধ পত্ৰিকাত প্ৰকাশ পাইছে। এইবোৰ জনগোষ্ঠীয় ভাষাৰ ক্ষেত্ৰত সম্ভাৱনীয়তাৰ অনেক দিশ মুকলি কৰি দিয়াৰ অৱকাশ আছে। বিশেষকৈ যি সময়ত বিশ্বায়নৰ প্ৰভাৱত প্ৰতি সপ্তাহত লুপ্ত হৈছে বিশ্বৰ এটাকৈ ভাষা, যি সময়ত ভাষা সংঘৰ্ষত বৰ্তি থাকিব নোৱাৰি অনেক ভাষাই মৃত্যুমুখী হৈছে, তেনে সময়ত অসম তথা উত্তৰ-পূব ভাৰতৰ সৰু সৰু জাতিসত্তা আৰু এওঁলোকৰ ভাষা সম্পৰ্কে অধ্যয়ন, গৱেষণা হৈ এইবোৰ 'অসম সাহিত্য সভা-পত্ৰিকা'ত প্ৰকাশ হোৱাটো অতি গুৰুত্বপূৰ্ণ কথা।

ড° জ্যোতিৰেখা হাজৰিকা সম্পাদিত 'জনগোষ্ঠীয় বিশেষ সংখ্যা' পত্ৰিকাখনেও অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ক্ষুদ্ৰ জনগোষ্ঠীয় ভাষাক পোহৰাবলৈ চেষ্টা কৰিছে। এই পত্ৰিকাত সন্নিৱিষ্ট লেখাৰ ভিতৰত ড° অৰ্পণা কোঁৱৰৰ ক্ষেত্ৰ অধ্যয়নৰ ফচল "অৰুণাচলৰ ভাষাৰ ভাষিক স্থিতি আৰু টংচা ভাষাৰ পৰিচিত" শীৰ্ষক প্ৰবন্ধটোৱে অৰুণাচলৰ সৰু-বৰ অনেক ভাষাক পোহৰলৈ আনিছে। আনকি গৱেষকগৰাকীয়ে অৰুণাচলৰ ভাষাৰ এখন তালিকাও প্ৰস্তুত কৰিছে। লগতে অৰুণাচলৰ এটা প্ৰধান জনগোষ্ঠী টাংচাসকলৰ ভাষা সম্পৰ্কেও পৰিচয়সূচক টোকা যুগুত কৰিছে।

ড° ফুকন চন্দ্ৰ বসুমতাৰীৰ 'বৰো ভাষাত দেহৰ অংগ-প্ৰত্যংগ, জীৱ-জন্তু আৰু ফলবাচক শব্দৰ গঠন' শীৰ্ষক প্ৰবন্ধত ৰূপতত্ত্বৰ ভিতৰুৱা হিচাপে এক অক্ষৰ বিশিষ্ট বৰো ভাষাৰ বিশেষ্য শব্দবোৰৰ গঠন বিশ্লেষণ কৰিছে।

ড° বলীন সন্দিকৈৰ 'টাই টুৰুং ভাষাত প্ৰত্যয়ৰ প্ৰয়োগ' প্ৰবন্ধটোও ক্ষেত্ৰ অধ্যয়নৰ ফচল। এওঁ নিৰ্দিষ্টতাবাচক, অনিৰ্দিষ্টবাচক, স্বাৰ্থিক আৰু জোৰবাচক প্ৰত্যয়— এই চাৰিটা ভাগত টুৰুং ভাষাৰ কথিত ৰূপত ব্যৱহৃত প্ৰত্যয়বোৰৰ প্ৰয়োগ সম্পৰ্কে আলোচনা কৰিছে। এই ক্ষেত্ৰত তেওঁ চিংফৌ ভাষাৰ প্ৰভাৱৰ কথাও উনুকিয়াইছে।

ড° দিগন্ত গগৈৰ 'অসমৰ চাহ-জনগোষ্ঠীৰ ভাষা ঃ এটি সংক্ষিপ্ত পৰিচয়' শীৰ্ষক প্ৰবন্ধত অসমত প্ৰাপ্ত তথ্য চাহ-জনগোষ্ঠীৰ মাজত প্ৰচলিত কেইটামান কথিত ভাষা যেনে— চাওঁতালী, মুণ্ডাৰী, খাৰিয়া, তেলেগু, ওৰাওঁ, কন্ধ, কয়া, চাওৰণ, বাগানীয়, বাংলা, উৰিষ্যা আদি ভাষা সম্পৰ্কে এক পৰিচয়সূচক টোকা দাঙি ধৰি চাহ-জনগোষ্ঠীৰ ভাষিক বৈচিত্ৰ্যক উদঙাই দিবলৈ চেষ্টা কৰিছে।

পত্ৰিকাখনত সন্নিৱিষ্ট 'টাই খামায়াং ভাষাৰ বাক্য বিন্যাস প্ৰণালী'; সংযোগী ভাষা হিচাপে অৰুণামিজ ভাষাৰ গুৰুত্ব'; 'নব্য পৃথিৱীৰ বিপন্ন ভাষা' আদি প্ৰবন্ধইও জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় অনেক দিশ উজলাই তুলিছে।

মুঠতে পত্ৰিকাখনত প্ৰকাশ পোৱা জনগোষ্ঠীয় ভাষা সম্পৰ্কীয় কেউটা প্ৰবন্ধই অসমৰ বিভিন্ন থলুৱা আৰু ক্ষুদ্ৰ জনগোষ্ঠীৰ ভাষা সম্পৰ্কে আলোকপাত কৰিছে।

গতিকে দেখা গ'ল যে, 'অসম সাহিত্য সভা পত্ৰিকা'ৰ জনগোষ্ঠীৰ বিশেষ সংখ্যাকেইটাই অসমৰ তিব্বতবৰ্মী, টাইমূলীয়কে ধৰি অন্য বিভিন্ন সৰু-বৰ ভাষাৰ গৱেষণামূলক প্ৰবন্ধ-পাতি প্ৰকাশেৰে জনগোষ্ঠীয় ভাষাৰ উন্নয়নত সহায়ৰ হাত আগবঢ়াইছে।

**৬.০ জনগোষ্ঠীয় সংস্কৃতিৰ উন্নয়নত পত্ৰিকাৰ বিশেষ সংখ্যাকেইটাৰ ভূমিকা ঃ**

অসম তথা উত্তৰ-পূৰ্বাঞ্চল বিভিন্ন সৰু সৰু জাতিসত্তাৰ থলুৱা কলা-কৃষ্টি, ধৰ্ম বিশ্বাস, ৰীতি-নীতি আদিৰে এই বিভিন্ন জনগোষ্ঠীবোৰে সমন্বয়ৰ আদৰ্শকে প্ৰকট কৰি তুলিছে। এই জনগোষ্ঠীবোৰৰ ভিন্ন সাংস্কৃতিক উপাদানে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলকে বাৰেৰহণীয়া ৰূপত সজাইছে। অসম সাহিত্য সভা পত্ৰিকাৰ জনগোষ্ঠীয় বিশেষ সংখ্যাকেইটাইও সৰু-বৰ জনগোষ্ঠীবোৰৰ বিভিন্ন সাংস্কৃতিক দিশক উন্মোচিত কৰি স্বৰূপাৰ্থত এক জাতীয় দায়িত্বকে পালন কৰিছে। মন কৰিবলগীয়া যে, আধাৰ হিচাপে লোৱা বিশেষ সংখ্যাকেইটাত জনগোষ্ঠীয় ভাষাৰ সংস্কৃতিৰ ক্ষেত্ৰখনতহে বেছি অগ্ৰাধিকাৰ দিয়া পৰিলক্ষিত হৈছে।

নাহেন্দ্ৰ পাদুন সম্পাদিত পত্ৰিকাখনত সন্নিৱিষ্ট 'অসমৰ চিত্ৰ আৰু ভাস্কৰ্যত জনজাতীয় মটিফ' প্ৰবন্ধত ঘাইকৈ জীৱ-জন্তু, মানুহৰ সুখৰ গঢ়, সাজ-পোছাক, নৃত্যভংগিমা, বাদ্যযন্ত্ৰ, লোকাচাৰ পূজা-পাতল আদিত পৰিলক্ষিত হোৱা জনজাতীয় মটিফবোৰৰ বিশ্লেষণ কৰিছে। জনজাতীয় জীৱনত ওতঃপ্ৰোতভাৱে জড়িত বিভিন্ন চৰাই, কুকুৰা, গাহৰি, সাপ, মাছ, মেথোন আদি থকা অসমৰ ভালেমান চিত্ৰ ভাস্কৰ্যৰ উদাহৰণ দেখুওৱা প্ৰবন্ধটোত অসমৰ দুগদুগী, জোনবিৰি আদি অলংকাৰো মংগোলীয় মটিফ হিচাপে দেখুৱাইছে।

ছামছিং হাঞ্চেৰ প্ৰবন্ধত অসমৰ অন্যতম জনগোষ্ঠী কাৰ্বিসকলৰ সাৰ্বজনীন পূজা উৎসৱ 'বতৰ কিকুৰ'ৰ বিশদ বৰ্ণনা আছে। কৃষিভিত্তিক এই উৎসৱ পালনৰ ৰীতি-নীতিবোৰো দাঙি ধৰি কাৰ্বি লোক-সংস্কৃতিৰ আভাস প্ৰবন্ধটোৰে দিছে। ভবেন নাৰ্জিৰ 'অসমীয়া সংস্কৃতিলৈ বড়ো সংস্কৃতিৰ অৱদান' প্ৰবন্ধত বড়োসকলৰ নৃগোষ্ঠীগত পৰিচয় দাঙি ধৰি অসমৰ শিৱপূজা, দেৱীপূজা আৰু বিহু উৎসৱত থকা বৰো প্ৰভাৱক বিশ্লেষণ কৰিছে।

# ভাষা-চৰ্চাত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকা

**(উপেন ৰাভা হাকাচাম আৰু জ্যোতিৰেখা হাজৰিকাৰ দ্বাৰা সম্পাদিত পত্ৰিকাসমূহৰ বিশেষ উল্লিখনেৰে)**

**ড° বলীন সন্দিকৈ**

অসমৰ বিভিন্নজন ভাষাবিদ, গৱেষকে উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ভাষাৰ বিষয়ে সুকীয়া সুকীয়াভাৱে চিন্তা-চৰ্চা কৰাৰ উপৰি বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানেও ভাষা-চৰ্চাত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে। নিজৰ দায়বদ্ধতাৰে এই ক্ষেত্ৰত আগভাগ লোৱা অসমৰ অগ্ৰণী জাতীয় সাহিত্য অনুষ্ঠান হৈছে— অসম সাহিত্য সভা। অসম সাহিত্য সভাই বিভিন্ন সময়ত ভাষাবিষয়ক কৰ্মশালা, আলোচনা চক্ৰ অনুষ্ঠিত কৰাৰ লগতে গ্ৰন্থ প্ৰকাশ আৰু পত্ৰিকা প্ৰকাশ কৰি সাহিত্য-সংস্কৃতিৰ লগতে ভাষা-চৰ্চাৰ দিশতো উল্লেখযোগ্য ভূমিকা পালন কৰিছে। এই ক্ষেত্ৰত অসম সাহিত্য সভা পত্ৰিকাৰ নাম প্ৰথমেই ল'ব লাগিব। ভাষাৰ দিশতেই নহয় সাহিত্য-সংস্কৃতি আদি সকলো দিশতে অসম সাহিত্য সভা পত্ৰিকাই উত্তৰ-পূৰ্বাঞ্চলৰ জাতীয় জীৱনলৈ এক গুৰুত্বপূৰ্ণ অৱদান আগবঢ়াই আহিছে।

অসম সাহিত্য সভা পত্ৰিকাৰ বিভিন্ন সংখ্যাসমূহত গৱেষণামূলক ভাষা সম্পৰ্কীয় অলেখ প্ৰবন্ধ সিচঁৰতি হৈ আছে। এই ভাষা সম্পৰ্কীয় প্ৰবন্ধসমূহ অধ্যয়ন কৰিলেই অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-চৰ্চাৰ অগ্ৰগতিৰ উমান পাব পাৰি। অসম সাহিত্য সভা পত্ৰিকাসমূহত অসমীয়া ভাষাৰ লগতে বিভিন্ন নব্য ভাৰতীয় আৰ্য ভাষা, উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ভাষা-পৰিয়ালৰ ভাষা, বিভিন্ন ভাষাৰ তুলনা, ভাষাৰ ভাষা, উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ভাষা-পৰিয়ালৰ ভাষা, বিভিন্ন ভাষাৰ তুলনা, ভাষাৰ সংকট, ভাষাৰ তাত্ত্বিক দিশ, বিভিন্ন লেখকৰ ভাষা, আখৰ-জোঁটনি, ভাষা-চৰ্চা আদি বিভিন্ন বিষয়ৰ ভাষা সম্পৰ্কীয় অসংখ্য গৱেষণামূলক প্ৰবন্ধ ইতিমধ্যে প্ৰকাশ হৈছে।
বিভিন্ন বিষয়ৰ ভাষা সম্পৰ্কীয় অসংখ্য গৱেষণামূলক

লেখক মৰাণ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।

ইয়ে প্ৰমাণ কৰে যে উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-চৰ্চাত অসম সাহিত্য সভাই এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। এই ক্ষেত্ৰত পত্ৰিকাসমূহৰ সম্পাদকসকলৰ আশাশুধীয়া যত্ন, দক্ষতা আৰু কষ্টক স্বীকাৰ কৰিবই লাগিব। কাৰণ সম্পাদকসকলৰ যত্ন, দক্ষতা আৰু কষ্টৰ বলতহে পত্ৰিকাসমূহত ভাষা-চৰ্চাই এক গতি লাভ কৰিবলৈ সমৰ্থ হৈছে। সেয়েহে এই আলোচনাত ভাষা-চৰ্চাত 'অসম সাহিত্য সভা পত্ৰিকা'ৰ ভূমিকা সম্পৰ্কে আলোচিত হ'ব।

বিষয়টো অধ্যয়নৰ উদ্দেশ্য কেইবাটাও আছে। সেয়া হৈছে— ভাষা-চৰ্চাত সাহিত্য সভা পত্ৰিকাৰ ভূমিকা পোহৰলৈ আহিব, অসমৰ ভাষা-চৰ্চাত অসম সাহিত্য সভা পত্ৰিকাৰ স্থান নিৰূপিত হ'ব, এনে অধ্যয়নে সমন্বয়ৰ সেতু ৰচনা কৰাত সহায় কৰিব, ভাষা-চৰ্চাকাৰী ভাষাবিদ আৰু গৱেষকসকলৰ বিষয়ে জনা হ'ব আৰু বিদ্যায়তনিক দিশত এনে অধ্যয়নে সহায় কৰিব।

'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰথমৰ পৰা বৰ্তমানলৈকে অসংখ্য ভাষা-বিষয়ক প্ৰবন্ধ প্ৰকাশিত হৈছে। এই আলোচনাত সকলো ভাষাবিষয়ক প্ৰবন্ধক সামৰি লোৱা সম্ভৱ নহয়। সেয়েহে অসম সাহিত্য সভা পত্ৰিকাৰ উপেন ৰাভা হাকাচামে সম্পাদনা কৰা (২০০৯ চনৰ জুনৰ পৰা ২০১১ চনৰ মাৰ্চলৈকে সম্পাদনা কৰা মুঠ ৮ টা সংখ্যা) আৰু জ্যোতিৰেখা হাজৰিকাই সম্পাদনা কৰা (২০১১ চনৰ জুনৰ পৰা ২০১২ চনৰ মে'লৈকে সম্পাদনা কৰা মুঠ ৪ টা সংখ্যা) পত্ৰিকাসমূহহে এই অধ্যয়নত আলোচনা কৰা হৈছে। তদুপৰি এই পত্ৰিকাসমূহত প্ৰকাশিত কেৱল ভাষা সম্পৰ্কীয় প্ৰবন্ধসমূহকহে আলোচনাৰ আওতালৈ অনা হৈছে। তদুপৰি বিষয়টো অধ্যয়নৰ বাবে ভাষাবিজ্ঞানৰ বৰ্ণনাত্মক পদ্ধতিৰ সহায় লোৱা হৈছে। আলোচনাটিত লেখকসকলক জ্যেষ্ঠতাৰ ভিত্তিত স্থান দিয়া হোৱা নাই। কিয়নো ক্ৰমানুসৰি সংখ্যাসমূহত লেখকসকলক যেনেদৰে পোৱা গৈছে তেনেদৰেহে স্থান দিয়া হৈছে। এইক্ষেত্ৰত বিষয়ৰ দিশটোলৈও চকু দিয়া হৈছে। সেইদৰে তথ্যৰ অপৰ্যাপ্ততাৰ বাবে বৈ যোৱা সীমাবদ্ধতা আৰু ভুলৰ বাবেও লেখক ক্ষমা প্ৰাৰ্থী।

**১.০ অসমত ভাষা-চৰ্চা ঃ**

অসম হৈছে বিভিন্ন ভাষাগোষ্ঠীৰে আগুৰি থকা এখন সমন্বয় ক্ষেত্ৰ। অসমত ভাষাৰ চিন্তা-চৰ্চাৰ ইতিহাস সুপ্ৰাচীন নহয়। ১৮৭৩ খ্ৰীষ্টাব্দত টেঙাই পণ্ডিতৰ দ্বাৰা সংগৃহীত বৰঅম্ৰ-লতিঅম্ৰ নামৰ পুথি দুখনে অসমত অভিধান চৰ্চাৰ আৰম্ভণিৰ সূচনা কৰে যদিও প্ৰকৃততে অসমত ভাষা অধ্যয়নৰ পৰিবেশ এটি ঊনবিংশ শতিকাৰ পৰাহে গঢ় লৈ উঠে। ইয়াৰ পাছৰ পৰা অসমত ভাষাৰ চিন্তা-চৰ্চা চলি আহিছে। ঊনবিংশ শতিকাত অসমত ৰাজত্ব কৰা ব্ৰিটিছসকলৰ লগতে আমেৰিকান



মিছনেৰীসকলে অসমত অসমীয়া ভাষাৰ চৰ্চা কৰিছিল। ব্ৰিটিছসকলে প্ৰশাসনীয় কাৰ্যাৱলী সুকলমে পৰিচালনা কৰিবলৈ অসমীয়া ভাষাৰ প্ৰথমখন ব্যাকৰণ "A Grammar of Assamese Language" ১৮৩৯ চনত প্ৰকাশ কৰে। এই ব্যাকৰণখনে অসমীয়া ভাষাৰ ভাষাবৈজ্ঞানিক দিশটো উজ্জ্বল ৰূপত দাঙি ধৰিব পৰা নাই যদিও অসমীয়া ভাষাৰ কথিত ৰূপটো ব্যাকৰণখনত প্ৰকাশি উঠিছে। ইয়াৰ পাছতে ১৮৪৬ চনত মিছনেৰীসকলৰ প্ৰচেষ্টাত প্ৰথম অসমীয়া মাহেকীয়া সংবাদপত্ৰ 'অৰুণোদই' প্ৰকাশ পায়। এই কাকতে অসমীয়া ভাষাটিক পুনৰুজ্জীৱিত কৰি তোলে। ইয়াৰ পাছৰ পৰা সম্প্ৰতিলৈকে বিভিন্নজন ভাষাবিদ, গৱেষকে অসমীয়া ভাষাৰ বিষয়ে অধ্যয়ন চলাই আহিছে।

১.১ ৰবিঞ্চন আৰু ব্ৰাউনৰ পাছত হেমচন্দ্ৰ বৰুৱাই 'অসমীয়া ভাষাৰ ব্যাকৰণ' (১৮৫৯) ৰচনা কৰে। ইয়াৰ পাছতে দীনবন্ধু তৰ্কালঙ্কাৰ, নাৰায়ণ শৰ্মা, বিদ্যাভূষণ, ধৰ্মেশ্বৰ গোস্বামী, জি.এম. নিকল, লোকনাথ শৰ্মা আদিয়ে হেমচন্দ্ৰ বৰুৱাৰ আৰ্হিতে বিভিন্ন ব্যাকৰণ ৰচনা কৰে। এই ব্যাকৰণসমূহত ভাষা-বৈজ্ঞানিক নতুনত্ব বিচাৰি পোৱা নাযায়। ইয়াৰ পাছত ৰচিত ব্যাকৰণসমূহতহে বিজ্ঞানসন্মত দৃষ্টিভংগী পৰিলক্ষিত হয়। সেই বৈয়াকৰণিকসকল হৈছে ক্ৰমে— দেবানন্দ ভৰালী, সত্যনাথ বৰা, কালিৰাম মেধি, ঘনকান্ত শৰ্মা, আদিত্য চন্দ্ৰ ভৰালী, তাৰানাথ বৰপূজাৰী, গিৰিধৰ শৰ্মা, ডিম্বেশ্বৰ নেওগ, হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য, কালীচৰণ পাটোৱাৰী, বিনন্দচন্দ্ৰ বৰ্মন, ভূপেন্দ্ৰনাথ চৌধুৰী, মুকুন্দ মাধৱ শৰ্মা, ভগৱান মৰল, প্ৰিয়দাস তালুকদাৰ আদি। এওঁলোকৰ পাছতে যি দুগৰাকী ভাষাবিদে নতুন তথ্য বিজ্ঞানসন্মত দৃষ্টিভংগীৰে অসমীয়া ভাষাৰ গঠনৰ কথা আলোচনা কৰিছে; সেই দুগৰাকী হৈছে— গোলোকচন্দ্ৰ গোস্বামী আৰু উপেন্দ্ৰনাথ গোস্বামী। এওঁলোকৰ পাছতে দীপ্তি ফুকন পাটগিৰি, নৰনাৰায়ণ শৰ্মা আৰু খগেশসেন ডেকাৰ ব্যাকৰণ তিনিখনত বিজ্ঞানসন্মত দৃষ্টিভংগী পৰিলক্ষিত হয়।

১.২ অভিধান ৰচনাৰ ক্ষেত্ৰতো দেখা যায় যে ব্যাকৰণৰ দৰে অসমীয়া ভাষাৰ অভিধান ৰচনাৰ পৰম্পৰাও আৰম্ভ হয় মিছনেৰীসকলৰ হাততে। ১৮৬৭ চনত প্ৰকাশ হোৱা ব্ৰনচনৰ 'অচমিয়া ইংৰাজি অভিধান'খনেই প্ৰথম অভিধান। ইয়াৰ আগতে ১৮৩৯ চনত যদুৰাম ডেকাবৰুৱাই বাংলা ভাষাত এখন অভিধান প্ৰণয়ন কৰিছিল যদিও বৰ্তমান তাৰ কোনো নিদৰ্শন নাই। ইয়াৰ পাছত অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাই ১৯০০ চনত 'হেমকোষ' আৰু ১৯০৬ চনত 'সংক্ষিপ্ত হেমকোষ' প্ৰণয়ন কৰে। এই পৰ্যন্ত 'হেমকোষে'ই একমাত্ৰ নিৰ্ভৰযোগ্য অভিধানৰূপে গণ্য হৈ আহিছে। ইয়াৰ পাছতে অসম সাহিত্য সভাৰ দ্বাৰা সংকলিত 'চন্দ্ৰকান্ত অভিধান'

(১৯৩২) প্ৰকাশিত হয়। এওঁলোকৰ পাছৰ অভিধান প্ৰণয়ন কৰোঁতাসকল যথাক্ৰমে— গিৰিধৰ শৰ্মা, মহেশ্বৰ নেওগ, ৰজনীকান্ত দেৱ শৰ্মা, নৱকান্ত বৰুৱা (তিনিওজনে একেলগে), সত্যেন্দ্ৰনাথ শৰ্মা আৰু নৰেন্দ্ৰনাথ শৰ্মা (দুয়োজনে একেলগে), গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি, মহেশ্বৰ নেওগ, ডিম্বেশ্বৰ বৰা, উপেন্দ্ৰনাথ গোস্বামী, ধৰ্মেশ্বৰ চহৰীয়া, দীনেশ চন্দ্ৰ গোস্বামী, জ্যোতিন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা, লীলা ভূএঞা আদিৰ নাম ল'ব পাৰি। নৱৈ দশকৰ পাছত অভিধান প্ৰণয়নত আগবঢ়া অভিধান প্ৰণেতাসকল হৈছে— প্ৰণৱজ্যোতি ডেকা, ধৰ্মেশ্বৰ কটকী, কিৰণ শৰ্মা, প্ৰফুল্ল কটকী, দেৱব্ৰত শৰ্মা ইত্যাদি।

১.৩ বাণীকান্ত কাকতিয়ে "Assamese Its Formation And Development" (১৯৪১) গ্ৰন্থত অসমীয়া ভাষাৰ সামগ্ৰিক স্বৰূপটো বিজ্ঞানসন্মত দৃষ্টিভংগীৰে বিশ্লেষণ কৰিছে। অসমীয়া ভাষাৰ উপভাষা সম্পৰ্কেও আলোচনা কৰিছে যদিও উপেন্দ্ৰনাথ গোস্বামীয়েহে "A Study on Kamrupi : A Dialect of Assamese" গ্ৰন্থখনিত উপভাষা তত্ত্বৰ বৈজ্ঞানিক আলোচনাৰ সূত্ৰপাত ঘটায়। ইয়াৰ পাছতে অসমীয়া ভাষাৰ উপভাষাতত্ত্ব সম্পৰ্কে আলোচনা কৰা ভাষাবিদসকল হৈছে— দীপঙ্কৰ মৰল, ৰমেশ পাঠক, ধীৰেন্দ্ৰনাথ দাস, দীপ্তি ফুকন পাটগিৰি, বিভা ভৰালী, জীৱন চন্দ্ৰ পাঠক, মুকুল চক্ৰৱৰ্তী আদি। সেইদৰে নৃগোষ্ঠীয় উপভাষা অধ্যয়নৰ ক্ষেত্ৰত দীপ্তি ফুকন পাটগিৰি, উপেন ৰাভা হাকাচাম, ললিত চন্দ্ৰ ৰাভাৰ নাম ল'ব পাৰি।

১.৪ অসমীয়া ভাষাৰ লিপি সম্পৰ্কীয় চিন্তা-চৰ্চাৰ বাট মুকলি কৰে ১৯৩৬ চনত সৰ্বেশ্বৰ কটকীয়ে। তেওঁৰ পাছতে নাৰায়ণ দাস, উপেন্দ্ৰনাথ গোস্বামী, যতীন গোস্বামী আদি ভাষাবিদসকল উল্লেখযোগ্য।

১.৫ তদুপৰি অসমীয়া ভাষাত অনাৰ্য ভাষাৰ উপাদান সম্পৰ্কীয় পূৰ্ণাংগ গ্ৰন্থ নাথাকিলেও বাণীকান্ত কাকতিয়েই এই দিশৰ চিন্তা-চৰ্চাৰ পাতনি মেলে। তেওঁৰ পাছতে বিৰিঞ্চি কুমাৰ বৰুৱা, উপেন্দ্ৰনাথ গোস্বামী, ৰমেশ পাঠক, নগেন ঠাকুৰ, লীলাৱতী শইকীয়া বৰা, ভীমকান্ত বৰুৱা, অৰ্পণা কোঁৱৰ, উপেন ৰাভা হাকাচাম, জ্যোতিৰেখা হাজৰিকা আৰু প্ৰফুল্ল নাথ (যুটীয়াভাৱে) আদিৰ নাম ল'ব পাৰি।

১.৬ অসমীয়া ভাষাৰ ধ্বনিতত্ত্বৰ সূচনা কৰিলে গোলোকচন্দ্ৰ গোস্বামীয়ে "An Introduction of Assamese Phonology" (১৯৬৬) গ্ৰন্থৰ যোগেদি। ইয়াৰ আগতে দেৱানন্দ ভৰালীয়ে এনে চিন্তা-চৰ্চা কৰিছিল যদিও বিজ্ঞানসন্মত চিন্তা-চৰ্চাৰ অভাৱ পৰিলক্ষিত হয়। অসমীয়া ভাষাৰ ধ্বনিতত্ত্বৰ বিষয়ে এককভাৱেই গোলোকচন্দ্ৰ গোস্বামীয়ে পুংখানুপুংখভাৱে আলোচনা কৰি এই দিশটোক সবল কৰি থৈ গৈছে।



পৰৱৰ্তী সময়ত এওঁক অনুকৰণ কৰিয়েই উপেন্দ্ৰনাথ গোস্বামী, ৰমেশ পাঠক, ভীমকান্ত বৰুৱা, দীপঙ্কৰ মৰল, জ্যোতিৰেখা হাজৰিকা আৰু প্ৰফুল্ল নাথ (যুটীয়াভাৱে) আদিয়ে এই দিশত হাত দিয়ে।

১.৭ অসমীয়া ভাষাৰ ৰূপতত্ত্বৰ চৰ্চা ব্যাকৰণসমূহতেই আৰম্ভ হোৱা বুলি ক'ব পাৰি। এই ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱা, দেৱানন্দ ভৰালী, সত্যনাথ বৰা, কালিৰাম মেধি আদিৰ নাম ল'ব পাৰি যদিও এওঁলোকৰ ৰচিত ব্যাকৰণসমূহত বিজ্ঞানসন্মত দৃষ্টিভংগী পৰিলক্ষিত নহয়। তাৰ পাছত বিজ্ঞানসন্মত দৃষ্টিভংগীৰে অসমীয়া ভাষাৰ ৰূপতত্ত্ব সম্পৰ্কে আলোচনা কৰা ভাষাবিদসকল হৈছে— বাণীকান্ত কাকতি, উপেন্দ্ৰনাথ গোস্বামী, প্ৰিয়দাস তালুকদাৰ, ৰমেশ পাঠক ইত্যাদি। প্ৰকৃতপক্ষে উপেন্দ্ৰনাথ গোস্বামীয়েহে বিজ্ঞানসন্মতভাৱে অসমীয়া ৰূপতত্ত্বৰ চৰ্চাৰ পাতনি মেলে বুলি ক'ব পাৰি। এওঁলোকৰ পাছতে ফণীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, বাণীকান্ত শৰ্মা, লীলাৱতী শইকীয়া বৰা, দীপ্তিফুকন পাটগিৰি, অৰ্পণা কোঁৱৰ, উপেন ৰাভা হাকাচাম, নৰনাৰায়ণ শৰ্মা আদিৰ নাম ল'ব পাৰি।

১.৮ অসমীয়া ভাষাৰ অৰ্থতত্ত্বৰ প্ৰথম সূচনা হয় ভগৱান মৰলৰ 'ভাষাৰ্থ বিজ্ঞান' (১৯৮৬)ত। অসমীয়া ভাষাৰ শব্দমালাৰ চিন্তা-চৰ্চাৰ আগৰণুৱাসকলৰ ভিতৰত— বাণীকান্ত কাকতি, কালিৰাম মেধি, বিৰিঞ্চি কুমাৰ বৰুৱা, উপেন্দ্ৰনাথ গোস্বামী, ৰমেশ পাঠক, ফণীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, দীপ্তিফুকন পাটগিৰি, বসন্ত কুমাৰ ভট্টাচাৰ্য, অৰ্পণা কোঁৱৰ, মুকুল চক্ৰৱৰ্তী আদিৰ নাম ল'ব পাৰি।

১.৯ অসমীয়া বাক্যৰ বিষয়ে ব্যাকৰণসমূহত যথেষ্ট চিন্তা-চৰ্চা হৈছে যদিও বিজ্ঞানসন্মত দৃষ্টিভংগী পৰিলক্ষিত নহয়। ফণীন্দ্ৰ নাৰায়ণ দত্তবৰুৱাকেই অসমীয়া বাক্যতত্ত্বৰ চিন্তা-চৰ্চাৰ বাটকটীয়া বুলি ক'ব পাৰি। ইয়াৰ পাছতে এই দিশত চিন্তা-চৰ্চা কৰা ভাষাবিদসকল হৈছে— অৰ্পণা কোঁৱৰ, গীতাঞ্জলি হাজৰিকা, জ্যোতিৰেখা হাজৰিকা আৰু প্ৰফুল্ল নাথ (যুটীয়াভাৱে), নৰনাৰায়ণ শৰ্মা ইত্যাদি।

১.১০ ভাৰতীয় আৰ্য ভাষাৰ বিকাশ, গতি-প্ৰকৃতি আৰু বৈশিষ্ট্য সম্পৰ্কে নগেন ঠাকুৰ, ভুৱনেশ্বৰী বৈশ্য, সত্যেন্দ্ৰনাৰায়ণ গোস্বামী আৰু লীলাৱতী শইকীয়া বৰা আদি ভাষাবিদে বিভিন্ন গ্ৰন্থেৰে এই দিশৰ চিন্তা-চৰ্চাক বহুদূৰ আগবঢ়াই আনিলে।

১.১১ ভাষাবিজ্ঞানৰ তাত্ত্বিক দিশৰ বিষয়ে বৰ্তমানলৈকে প্ৰায় ডেৰকুৰি গ্ৰন্থ ৰচিত হৈছে। গোলোক গোস্বামী আৰু উপেন্দ্ৰনাথ গোস্বামীয়ে বাট কাটি থৈ যোৱা বাটেদি আগবাঢ়ি আহি ৰমেশ পাঠক, ভগৱান মৰল, ফণীন্দ্ৰনাৰায়ণ দত্তবৰুৱা, লীলাৱতী শইকীয়া বৰা, দীপ্তিফুকন পাটগিৰি, বসন্ত কুমাৰ ভট্টাচাৰ্য, ভীমকান্ত বৰুৱা, অৰ্পণা কোঁৱৰ, দীপঙ্কৰ মৰল, বিপুল কুমাৰ মহন্ত, প্ৰণীতা দেৱী, লক্ষী হাজৰিকা,

মৃণাল কুমাৰ গগৈ আদি বিভিন্ন ভাষাবিদ আৰু গৱেষকৰ হাতত এই দিশৰ চিন্তা-চৰ্চাই বহুদূৰ আগবাঢ়ি গৈছে।

ধ্বনি বিজ্ঞানৰ দিশত গোলোক গোস্বামী, অৰ্থবিজ্ঞানৰ দিশত ভগৱান মৰল, ৰূপ বিজ্ঞানৰ দিশত ৰমেশ পাঠক, লীলাৱতী শইকীয়া বৰা আদিয়ে নতুন নতুন চিন্তা-চৰ্চাৰ বাট মুকলি কৰিলে। সেইদৰে উপভাষা বিজ্ঞানৰ তাত্ত্বিক দিশৰ বিষয়ে দীপঙ্কৰ মৰল, প্ৰয়োগ ভাষাবিজ্ঞানৰ বিষয়ে ফণীন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই, সাহিত্য আৰু ভাষাৰ উমৈহতীয়া দিশ শৈলীবিজ্ঞানৰ বিষয়ে ফণীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, নগেন ঠাকুৰ, সপোনজ্যোতি ঠাকুৰ, অনুৰাধা শৰ্মাই, চিহ্ন বিজ্ঞানৰ বিষয়ে নাহেন্দ্ৰ পাদুনে, বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ বিষয়ে দয়ানন্দ পাঠকে, সমাজ ভাষাবিজ্ঞানৰ বিষয়ে সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে, মনোভাষাবিজ্ঞানৰ বিষয়ে বাসন্তী দেৱীয়ে, ভাষা-ভূগোলৰ বিষয়ে লীলাৱতী শইকীয়া বৰা, সতীশ চন্দ্ৰ ভট্টাচাৰ্যই, নৃ-তাত্ত্বিক ভাষাবিজ্ঞানৰ বিষয়ে বসন্ত কুমাৰ ভট্টাচাৰ্যই বিস্তৃত বিশ্লেষণ আগবঢ়াই সেই সেই দিশবিলাকৰ নতুন নতুন চিন্তা-চৰ্চাৰ বাট মুকলি কৰিলে। অন্যহাতে অসমীয়া ভাষাত লিখা অৰ্পণা কোঁৱৰ আৰু অনুৰাধা শৰ্মা সম্পাদিত 'ভাষাবিজ্ঞান পাৰিভাষিক কোষ' (২০০৮) গ্ৰন্থখনেও অসমীয়া ভাষাৰ পৰিভাষা অধ্যয়নৰ দিশত এটা নতুন দিশ উন্মোচিত কৰিছে বুলি ক'ব পাৰি।

**১.১২** ভাষাবিজ্ঞানৰ বিভিন্ন পদ্ধতিৰেও অসমৰ ভাষাবিদসকলে অসমীয়া ভাষা অধ্যয়ন কৰা পৰিলক্ষিত হয়। ঐতিহাসিক পদ্ধতিৰ সূচনা কৰে বাণীকান্ত কাকতিয়ে। তাৰ পাছতে এই পদ্ধতিৰে অসমীয়া ভাষাক অধ্যয়ন কৰা ভাষাবিদসকল হৈছে— বিৰিঞ্চি কুমাৰ বৰুৱা, ডিম্বেশ্বৰ নেওগ, বিশ্বেশ্বৰ হাজৰিকা, উপেন্দ্ৰনাথ গোস্বামী ইত্যাদি। অসমত বৰ্ণনাত্মক পদ্ধতিৰ সূচনা কৰে গোলোক গোস্বামীয়ে। তেখেতৰ পাছতে উপেন্দ্ৰনাথ গোস্বামী, ৰমেশ পাঠক, বসন্ত কুমাৰ ভট্টাচাৰ্য, লীলাৱতী শইকীয়া বৰা, দীপ্তিফুকন পাটগিৰি, উপেন ৰাভা হাকাচাম, নাৰায়ণ শৰ্মা, ৰুণিমা চৌধুৰী, অঞ্জনা চৌধুৰী, দীপঙ্কৰ মৰল, বিভা ভৰালী, জীৱন চন্দ্ৰ দাস, দীপক গগৈ আদিৰ নাম ল'ব পাৰি। অসমীয়া ভাষাক তুলনামূলক পদ্ধতিৰে অধ্যয়নৰ পাতনি মেলে ফণীন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই। তেখেতৰ পাছতে নগেন ঠাকুৰ, সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, লীলাৱতী শইকীয়া বৰা, দীপ্তি ফুকন পাটগিৰি, উপেন ৰাভা হাকাচাম, ধীৰেন্দ্ৰনাথ দাস, সুবাসনা মহন্ত আদিৰ নাম ল'ব পাৰি। অসমৰ ভাষাবিদসকলৰ বাবে ভাষা অধ্যয়নৰ এটা নতুন পদ্ধতি হ'ল সমাজ ভাষাবৈজ্ঞানিক পদ্ধতি। এই পদ্ধতিৰে অসমীয়া ভাষাক অধ্যয়ন কৰা প্ৰথমজন ভাষাবিদ হৈছে সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী। তেখেতৰ পাছতে অৰ্পণা কোঁৱৰ, সপোন দুৱৰা, বিশ্বজিৎ দাস আদিৰ নাম



ল'ব পাৰি। শৈলীবৈজ্ঞানিক পদ্ধতিৰ সূচনা হয় বিৰিঞ্চি কুমাৰ বৰুৱা আৰু হৰিনাথ শৰ্মা দলৈৰ হাতত। তাৰ পাছতে নাম ল'ব লাগিব প্ৰফুল্ল কটকীৰ। অৱশ্যে এই লেখকসকলৰ গ্ৰন্থসমূহত বিজ্ঞানসন্মত দৃষ্টিভংগী পৰিলক্ষিত নহয়। বিজ্ঞানসন্মত দৃষ্টিভংগী পৰিলক্ষিত হয় দীপ্তিফুকন পাটগিৰি আৰু অৰ্পণা কোঁৱৰৰ গ্ৰন্থ দুখনত। এওঁলোকৰ পাছতে মদন শৰ্মা, মালিনী গোস্বামী, ফণীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, বসন্ত কুমাৰ ভট্টাচাৰ্য, সপোন দুৱৰা আদিৰ নাম ল'ব পাৰি।

**১.১৩** অসমত জনজাতীয় ভাষাৰ প্ৰণালীবদ্ধ তথা বিজ্ঞানসন্মত অধ্যয়নৰ সূচনা হয় প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ 'A Descriptive Analysis of the Boro Language' (১৯৭৭) গ্ৰন্থৰ জৰিয়তে। অসমৰ জনজাতীয় ভাষাৰ বিষয়ে চিন্তা-চৰ্চা কৰা ভাষাবিদসকল হৈছে— সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ভীমকান্ত বৰুৱা, বিমলকান্ত বৰুৱা, নগেন্দ্ৰনাথ বৰুৱা, ৰংবং তেৰাং, যাদৱ চন্দ্ৰ বৰুৱা, নাহেন্দ্ৰ পাদুন, অৰ্পণা কোঁৱৰ, উপেন ৰাভা হাকাচাম, ৰাজেন ৰাভা, অৰুণ চন্দ্ৰ বসুমতাৰী, ফুকন চন্দ্ৰ বসুমতাৰী, ৰাজেন্দ্ৰলাল নাৰ্জাৰী, ভবেন নাৰ্জাৰী, মণি ৰাভা, প্ৰণীতা দেৱী, দিলীপ শৰ্মা, নৃপেন দেউৰী, হেৰম্ব দেউৰী, ষড়ানন দেউৰী, নগেন্দ্ৰনাথ বৰুৱা, নিৰুপমা হাগজেৰ, বলীন সন্দিকৈ, বিজু মৰাণ ইত্যাদি।

বৰ্তমান সময়ত পাশ্চাত্য দেশবিলাকত ভাষাবিজ্ঞানৰ ন-পুৰণি শাখা-উপশাখাবোৰক লৈ নানা ধৰণৰ চিন্তা-চৰ্চাৰ আৰম্ভ হৈছে। বিশ্বৰ লগত খোজ মিলাই অসমতো ভাষা-চৰ্চাৰ এটা সুন্দৰ পৰিৱেশ গঢ় লৈ উঠিছে। বিশেষকৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ উদ্যোগত এটা ভাষাবিজ্ঞানাগাৰ স্থাপন হৈছে। তদুপৰি গুৱাহাটী বিশ্ববিদ্যালয়, অসম ভাষা বিজ্ঞান সমিতি, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, অসম সাহিত্য সভা আদিয়েও অসমত ভাষা-চৰ্চাৰ এটা সুন্দৰ পৰিৱেশ গঢ়ি তুলিবলৈ যত্ন কৰিছে। তথাপি ক'ব পাৰি যে অসমত যেনেধৰণে ভাষা-চৰ্চা হ'ব লাগিছিল তেনেধৰণে হোৱা নাই। পশ্চিমীয়া দেশসমূহত চৰ্চা হোৱা ভালেকেইটা নতুন বিষয় অসমত এতিয়াও বিস্তৃতভাৱে চৰ্চা হ'বলৈ বাকী আছে। অৱশ্যে আজি বিশ্বায়নৰ যুগত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ উন্নতিয়ে সকলো দিশতে পৰিৱৰ্তন অনাৰ দৰে ভাষা-চৰ্চাৰ ক্ষেত্ৰতো যথেষ্ট পৰিৱৰ্তন আনিছে। অসমৰ ভাষাবিদ, গৱেষকসকলে 'ইণ্টাৰনেট'ৰ যোগেদি অনেক নতুন নতুন তথ্যৰ আমদানি কৰিছে। সেয়েহে অনাগত দিনবিলাকত অসমত ভাষা-চৰ্চাৰ অধিক উন্নতি ঘটিব বুলি আশা কৰিব পাৰি।

**২.০ অসম সাহিত্য সভা পত্ৰিকাত ভাষা-চৰ্চা ঃ**

উপেন ৰাভা হাকাচাম আৰু জ্যোতিৰেখা হাজৰিকা সম্পাদিত অসম সাহিত্য সভা পত্ৰিকাৰ মুঠ ১২ টা সংখ্যাত সাহিত্য-সংস্কৃতিৰ অন্যান্য বিষয়ৰ প্ৰবন্ধৰ লগতে

ভাষাবিষয়ক মুঠ ৫৪ টা গৱেষণামূলক প্ৰবন্ধ প্ৰকাশিত হৈছে। এই প্ৰবন্ধসমূহ বিভিন্ন বিষয়ৰ আৰু লেখকসকলে বিভিন্ন পদ্ধতিৰে অধ্যয়ন কৰি বিষয়সমূহক পোহৰলৈ অনা পৰিলক্ষিত হৈছে। তলত বিষয় অনুসৰি ভাষাবিদ, গৱেষকসকলে কেনেদৰে ভাষা-চৰ্চা কৰিছে সেই সম্পৰ্কে আলোচনা কৰিবলৈ যত্ন কৰা হৈছে।

**২.১ বিভিন্ন আৰ্য ভাষাৰ চৰ্চা ঃ**

উপেন ৰাভা হাকাচামৰ সম্পাদিত চতুঃষষ্ঠিতম বৰ্ষৰ ২০০৯ চনৰ জুন মাহৰ প্ৰথম সংখ্যাটি 'নাৰী বিশেষ সংখ্যা' হিচাপে প্ৰকাশ কৰা হয়। এই সংখ্যাত ভাষাবিদ ৰমেশ পাঠকৰ 'সমাজত নাৰীৰ ভাষাৰ স্বকীয়তা বিচাৰ' (অসমীয়া ভাষাৰ বিশেষ উল্লিখনসহ) শীৰ্ষক প্ৰবন্ধটিত বিভিন্নজনৰ উদ্ধৃতিৰে সমাজ ভাষাবিজ্ঞানৰ তাত্ত্বিক দিশৰ লগতে সমাজ ভাষাবৈজ্ঞানিক দৃষ্টিভংগীৰে জাতি, সম্প্ৰদায়, লিংগভেদে অসমীয়া ভাষাৰ ৰূপৰ কেনেদৰে তাৰতম্য ঘটে সেই বিষয়ে আলোচনা কৰিছে। তদুপৰি তেখেতে পুৰুষ আৰু তিৰোতাৰ ভাষাৰ পাৰ্থক্যৰ কাৰণৰ লগতে বহলভাৱে অসমীয়া ভাষাৰ পৰা উদাহৰণ দাঙি ধৰি সমাজত নাৰীৰ ভাষাৰ স্বকীয়তা বিচাৰ কৰিছে।

হাকাচামৰ সম্পাদিত ২০১০ চনৰ মাৰ্চ মাহত প্ৰকাশিত 'সমন্বয় বিশেষ' সংখ্যাটিত খগেন শৰ্মাই 'নেপালী ভাষাৰ কিছু বিশেষত্ব' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে নেপালী ভাষাৰ সংক্ষিপ্ত পৰিচয়ৰ লগতে নেপালী ভাষাৰ উৰ্বৰতা, নেপালী ভাষাত অজ্ঞাত ভূতকাল, নেপালী ভাষাত বচন, লিংগ, বাক্য, নেপালী ভাষাৰ সন্মানসূচকতা আদি আৰ্য নেপালী ভাষাৰ বিভিন্ন বৈশিষ্ট্যৰ বিষয়ে পৰিচয় আগবঢ়াইছে।

হাকাচামৰ সম্পাদিত ২০১০ চনৰ ডিচেম্বৰ মাহত প্ৰকাশিত সংখ্যাটিত দীপক দাসে অসমীয়া ভাষাৰ ৰূপতত্ত্বৰ এক বিশেষ দিশ 'অসমীয়া ভাষাৰ শব্দ গঠনত দ্বিৰুক্তি' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে দ্বিৰুক্তিৰ সংজ্ঞা, শব্দ গঠনত দ্বিৰুক্তিৰ ভূমিকা, অসমীয়া ভাষাৰ আলোচনাত দ্বিৰুক্তি, অসমীয়া ভাষাৰ দ্বিৰুক্তিক শব্দগত দ্বিৰুক্তি আৰু ৰূপগত দ্বিৰুক্তিৰূপে শ্ৰেণী বিভাজন কৰি অসংখ্য উদাহৰণ দি বিষয়টোক পোহৰলৈ আনিছে।

**২.২ অসমীয়া ভাষাৰ লগত অন্য ভাষাৰ তুলনা সম্পৰ্কীয় চৰ্চা ঃ**

হাকাচামৰ সম্পাদিত ২০০৯ চনৰ ছেপ্টেম্বৰ মাহত প্ৰকাশিত সংখ্যাটিত লীলাৱতী শইকীয়া বৰাই 'নব্য ভাৰতীয় আৰ্য ভাষাৰ সংখ্যাবাচক শব্দ ঃ এক তুলনামূলক সংক্ষিপ্ত অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত ভেদাত্মক ভাষা-বৈজ্ঞানিক পদ্ধতি আৰু ঐতিহাসিক পদ্ধতিৰে সমগ্ৰ নব্য ভাৰতীয় আৰ্য ভাষাত কেনেকৈ সংখ্যাবাচক ৰূপবোৰে ব্যক্তিগত দিশত এক উল্লেখনীয় একৰূপতা প্ৰদৰ্শন কৰিছে সেই কথাৰ তুলনা কৰিছে। যিবোৰ সংখ্যাবাচক শব্দ সংস্কৃতৰ পৰা নব্য ভাৰতীয় আৰ্য ভাষালৈ আহিছে, সেইবোৰৰ মাজত পৰ্যাপ্ত ধ্বনিগত সাদৃশ্য থকাৰ উপৰি কোনো কোনো সংখ্যাবাচক শব্দৰ ক্ষেত্ৰত ভালেখিনি বৈসাদৃশ্যও আছে। লীলাৱতী শইকীয়া বৰাই সংখ্যাবাচক শব্দৰ তুলনা কৰোঁতে শব্দসমূহ অসমীয়া, বঙলা, উৰিয়া, মৈথিলী, হিন্দী আদি ভাষাৰ পৰা সংগ্ৰহ কৰিছে। এই প্ৰতিটো ভাষাৰে সংখ্যাবাচক শব্দবোৰক চাৰিটা {যেনে— বিশেষ্যবাচক সংখ্যা শব্দ (cordinals), বিশেষণবাচক সংখ্যা শব্দ (ordinal numerals), পূৰণবাচক সংখ্যা শব্দ (multiplicatirees) আৰু ভগ্নাংশবাচক সংখ্যা শব্দ (fractional numerals)} ৰূপত ভাগ কৰি বৰাই তুলনা কৰিছে।



হাকাচামৰ সম্পাদিত ২০০৯ চনৰ ডিচেম্বৰ সংখ্যাটিত উমেশ দাসে 'অসমীয়া আৰু মণিপুৰী ভাষা ঃ এটি তুলনামূলক অধ্যয়ন'— শীৰ্ষক প্ৰবন্ধত তুলনামূলক পদ্ধতিৰে আৰ্য শাখাৰ অসমীয়া আৰু তিব্বত-বৰ্মী শাখাৰ মণিপুৰী ভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দতত্ত্ব আৰু বাক্যতত্ত্ব আদি ভাষাতাত্ত্বিক দিশৰ ভালেমান উদাহৰণ দি তুলনা কৰি দেখুৱাইছে।

হাকাচামৰ সম্পাদিত ২০১০ চনৰ মাৰ্চ মাহত প্ৰকাশিত 'সমন্বয় বিশেষ' সংখ্যাটিত তুলনামূলক পদ্ধতিৰে অধ্যয়ন কৰা অসমীয়া ভাষাৰ লগত অন্য ভাষাৰ তুলনা সম্পৰ্কীয় চাৰিটি প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। বিশ্বজ্যোতি বৰ্মনে 'অসমীয়া আৰু ডিমাচা শব্দ-সম্ভাৰ ঃ এটি তুলনা' শীৰ্ষক প্ৰথম প্ৰবন্ধত ডিমাচা ভাষাৰ সাধাৰণ পৰিচয় আগবঢ়াই ভালেমান অসমীয়া শব্দ ডিমাচা ভাষাৰ পৰা অহাৰ সম্ভাৱনা দেখুৱাই সেই শব্দবোৰৰ ব্যুৎপত্তিগত ব্যাখ্যা আগবঢ়াইছে। তদুপৰি সংস্কৃত ভাষাৰ লগত মিল থকা কিছুমান ডিমাচা শব্দৰ অসমীয়া অৰ্থ দেখুৱাবলৈ যত্ন কৰিছে। ৰূপতত্ত্বৰ দিশতো অসমীয়া ভাষাৰ লগত ডিমাচা ভাষাৰ কেইটামান দিশৰ সাদৃশ্য বৰ্মনে দেখুৱাইছে। শেষত তেখেতে ডিমাচা আৰু অসমীয়াৰ সম্পূৰ্ণ আৰু আংশিক সাদৃশ্য থকা এখন শব্দৰ তালিকা প্ৰস্তুত কৰি দেখুৱাইছে। এই একে সংখ্যাতে মনেশ্বৰ দেউৰীয়ে 'তিৱা আৰু অসমীয়া ভাষাৰ তুলনা' শীৰ্ষক দ্বিতীয় প্ৰবন্ধত অসমীয়া ভাষাটোত অনেক অষ্ট্ৰিক আৰু বড়োমূলীয় শব্দ থকাৰ কথা কৈছে। তেখেতে অসমীয়া ভাষাৰ লগত তিৱা ভাষাৰ বাক্য-গঠন প্ৰণালী, কাৰক-বিভক্তি, বচন, লিংগ, শব্দ গঠন প্ৰক্ৰিয়া আদি দিশৰ মিল আৰু অমিলসমূহ বিভিন্ন উদাহৰণেৰে সৈতে আলোচনা কৰিছে। এই সংখ্যাটিতে ৰত্নেশ্বৰ মিলিয়ে 'মিচিং আৰু অসমীয়া ভাষা ঃ এটি তুলনামূলক আলোচনা' শীৰ্ষক তৃতীয় প্ৰবন্ধটিত অসমৰ মিচিং ভাষাৰ ইতিবৃত্তৰ লগতে কেনেদৰে অসমীয়া ভাষা-ভাষী লোকৰ লগত একেটা পৰিৱেশত বসবাস

কৰি ঘনিষ্ঠ হৈ পৰিছে সেই বিষয়ে আলোচনা কৰিছে। মূল প্ৰবন্ধত মিচিং আৰু অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, বাক্যতত্ত্ব আৰু শব্দসম্ভাৰৰ তুলনা দুয়োটা ভাষাৰ অসংখ্য উদাহৰণ দি আলোচনা কৰিছে। একে সংখ্যাতে ওংকাৰ শৰ্মাই 'ৰাজস্থানী আৰু অসমীয়া ভাষাৰ তুলনা' শীৰ্ষক চতুৰ্থ প্ৰবন্ধত ৰাজস্থানী আৰু অসমীয়া ভাষাৰ ধ্বনিগত আৰু শব্দগত দিশত কেইটামান সাদৃশ্য আৰু বৈসাদৃশ্য দেখুৱাবলৈ যত্ন কৰিছে।

**২.৩ অসমীয়া ভাষালৈ বিভিন্ন ভাষাৰ অৱদান সম্পৰ্কীয় চৰ্চা ঃ**

উপেন ৰাভা হাকাচামৰ ২০১০ চনৰ মাৰ্চ মাহত প্ৰকাশিত 'সমন্বয় বিশেষ' সংখ্যাটিত অসমীয়া ভাষালৈ বিভিন্ন ভাষাৰ অৱদান সম্পৰ্কীয় বৰ্ণনাত্মক পদ্ধতিৰে অধ্যয়ন কৰা চাৰিটি প্ৰবন্ধ সন্নিবিষ্ট হৈছে। ইয়াৰে প্ৰথম প্ৰবন্ধত প্ৰেমানন্দ মোছাহাৰীয়ে 'অসমীয়া ভাষা-সাহিত্যলৈ বৰোসকলৰ অৱদান' শীৰ্ষক প্ৰবন্ধত আৰ্যভিন্ন জনগোষ্ঠীয় ভাষা, অসমীয়া ভাষাত বৰো ভাষাৰ উপাদান সম্পৰ্কে বিভিন্ন পণ্ডিত-গৱেষকে আগবঢ়োৱা মতামত আৰু অসমীয়া ভাষাত ব্যৱহৃত বিভিন্ন বৰো শব্দৰ বিষয়ে উদাহৰণ দি আলোচনা কৰিছে। দ্বিতীয় প্ৰবন্ধত মৃণালী কাগয়ুং সোণোৱালে 'অসমীয়া ভাষা-সাহিত্যলৈ মিচিংসকলৰ অৱদান' শীৰ্ষক প্ৰবন্ধত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ বিভিন্ন সময়ত বিভিন্ন গ্ৰন্থ, প্ৰবন্ধৰে বিভিন্ন মিচিং পণ্ডিত, গৱেষক, লেখকসকলে আগবঢ়োৱা অৱদান সম্পৰ্কে উদাহৰণেৰে সৈতে বিস্তৃতভাৱে আলোচনা আগবঢ়াইছে। তৃতীয় প্ৰবন্ধত কপুৰ চান্দ জৈনে 'অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ হিন্দী ভাষীসকলৰ অৱদান' শীৰ্ষক প্ৰবন্ধত ৰাজস্থান আৰু হাৰিয়ানা মূলৰ হিন্দী ভাষীসকল, অসমত স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱা হিন্দী ভাষীসকল, তেওঁলোকৰ আগমন, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি চৰ্চাত অৱদান আগবঢ়োৱা হিন্দী ভাষী বিশিষ্ট পণ্ডিত, গৱেষক আৰু লেখকসকলৰ অৱদানৰ বিষয়ে বিস্তৃতভাৱে আলোচনা কৰিছে। চতুৰ্থ প্ৰবন্ধত মনোৰঞ্জন মাৰাকে 'অসমীয়া ভাষা-সংস্কৃতিলৈ গাৰো ভাষাৰ অৱদান' শীৰ্ষক প্ৰবন্ধত বিভিন্ন উদাহৰণেৰে সৈতে অসমীয়া ভাষাত প্ৰচলিত আৰু অসমীয়া ভাষাৰ লগত সাদৃশ্য থকা অসংখ্য গাৰো শব্দ সম্পৰ্কে আলোচনা আগবঢ়াইছে।

জ্যোতিৰেখা হাজৰিকাৰ সম্পাদিত ২০১১ চনৰ ছেপ্টেম্বৰ-অক্টোবৰ-নৱেম্বৰ মাহৰ সংখ্যাটিত নিবেদিতা চাংকাকতিয়ে 'একবিংশ শতিকাৰ অসমীয়া সাহিত্যত ইংৰাজী শব্দ' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে বিভিন্ন লেখকৰ বিভিন্ন গ্ৰন্থত ইংৰাজী শব্দৰ পয়োভৰ তথা ব্যৱহাৰ সম্পৰ্কে উদাহৰণসহ বিতংকৈ আলোচনা কৰিছে। উল্লেখযোগ্য যে লেখাটিত অসমীয়া ভাষালৈ ইংৰাজী ভাষাৰ অৱদান সম্পৰ্কেই আলোচিত হৈছে।



**২.৪ অসমীয়া ভাষাৰ আখৰ-জোঁটনি সম্পৰ্কীয় চৰ্চা ঃ**

জ্যোতিৰেখা হাজৰিকাই সম্পাদনা কৰা ২০১১ চনৰ ছেপ্টেম্বৰ-অক্টোবৰ-নৱেম্বৰ মাহৰ 'অসমীয়া আখৰ-জোঁটনি বিশেষ' সংখ্যাটিত অন্যান্য প্ৰবন্ধৰ লগতে আখৰ-জোঁটনি, লিপ্যন্তৰ, উচ্চাৰণ সম্পৰ্কীয় মুঠ ১২ টি প্ৰবন্ধ সন্নিবিষ্ট হৈছে। টাবু টাইদে 'অসমীয়া আখৰ-জোঁটনি আৰু লিপ্যন্তৰ সম্পৰ্কে একাষাৰ' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে অসমীয়া আখৰ-জোঁটনিৰ দুটা প্ৰধান ধাৰা-উচ্চাৰণ ভিত্তিক আৰু শব্দমূল ভিত্তিক ধাৰা, বিভিন্ন অভিধানৰ আখৰ-জোঁটনি, বিভিন্ন গ্ৰন্থ আৰু আলোচনীৰ আখৰ-জোঁটনি, অসমীয়া ভাষাত লিপ্যন্তৰ আদিৰ বিষয়ে আলোচনা কৰিছে। ৰমেশ পাঠকে 'অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ সমস্যা' শীৰ্ষক প্ৰবন্ধত ঐতিহাসিক পদ্ধতিৰে পুৰণি অসমীয়া সাহিত্যৰ আখৰ-জোঁটনি, আধুনিক যুগৰ সাহিত্যৰ আখৰ-জোঁটনি, আখৰ-জোঁটনি বিভ্ৰাটৰ সূত্ৰপাত, সমস্যা সমাধানৰ ইংগিত আদিৰ বিষয়ে আলোচনা কৰিছে। লীলাৱতী শইকীয়া বৰাই 'অসমীয়া আখৰ-জোঁটনিৰ ইতিহাস, সংশোধন আৰু সম্প্ৰসাৰণ' শীৰ্ষক প্ৰবন্ধত ঐতিহাসিক পদ্ধতিৰে শিলৰ ফলি আৰু তামৰ ফলিৰ আখৰ-জোঁটনিৰ পৰা আৰম্ভ কৰি চৰ্যাগীত, শ্ৰীকৃষ্ণ কীৰ্ত্তন, মাধৱ কন্দলি, হেম সৰস্বতী, পুৰণি হাতে লিখা পুথিৰ আখৰ-জোঁটনিক সামৰি সাম্প্ৰতিক যুগৰ আখৰ-জোঁটনিলৈকে ইয়াৰ ইতিহাস, সংশোধন আৰু সম্প্ৰসাৰণ সম্পৰ্কে বিতংকৈ আলোচনা কৰিছে। যমুনা বৰগোহাঁয়ে 'অসমীয়া ভাষাৰ আখৰ-জোঁটনি' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে আখৰ-জোঁটনিৰ সমস্যাৰ কাৰণ, অসমীয়া ভাষাৰ বৰ্ণবিন্যাস উচ্চাৰণ ভিত্তিক, মূলানুগ আৰু জনালোকে বহুদিন চলোৱা নিয়ম মতে - এই তিনিপ্ৰকাৰৰ বিষয়ে, লিপ্যন্তৰ সমস্যা আদিৰ বিষয়ে আলোচনা কৰিছে। অৰ্পণা কোঁৱৰে 'অসমীয়া ভাষাৰ উচ্চাৰণ বনাম আখৰ-জোঁটনি' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে উচ্চাৰণ বিভ্ৰাট আৰু আখৰ-জোঁটনিৰ খেলিমেলিৰ সম্ভাব্য কাৰণ, উচ্চাৰণ আৰু আখৰ-জোঁটনিৰ বিসংগতি আদিৰ বিষয়ে উদাহৰণসহ আলোচনা কৰাৰ লগতে সমাধানৰ উপায়ো আলোচনা কৰিছে। দীননাথ শইকীয়াই 'অসমীয়া ভাষাৰ লেছেৰি বোটলা কেইটামান কথা' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে দ্বিস্বৰৰ কেইটামান কথা, দ্বিস্বৰৰ কেইটামান চৰিত্ৰ, দ্বিস্বৰৰ সংক্ষেপন, এ' ধ্বনিৰ কিছু কথা, হলন্ত ত (ৎ) ৰ উচ্চাৰণ, মহাপ্ৰাণ বৰ্ণৰ সমাৱেশ, অসমীয়া ভাষাৰ দুৰ্ভগীয়া আখৰটো আদি বিভিন্ন আখৰ-জোঁটনি আৰু উচ্চাৰণ সম্পৰ্কীয় কথা উদাহৰণসহ আলোচনা কৰিছে। পবিত্ৰ বৰবৰাই 'অসমীয়া ভাষাৰ আখৰ-জোঁটনি ৰীতি নিৰ্ধাৰণৰ দিশত বিভিন্ন সময়ত লোৱা উদ্যোগ' শীৰ্ষক প্ৰবন্ধত ঐতিহাসিক পদ্ধতিৰে খ্ৰীষ্টান মিছনেৰীসকলৰ প্ৰয়াস, হেমচন্দ্ৰ বৰুৱা আৰু তেওঁৰ সহযোগীসকলৰ উদ্যোগ, কুৰি শতিকাৰ প্ৰথমাৰ্ধত লোৱা

উদ্যোগ, চৰকাৰীভাৱে লোৱা উদ্যোগ, কুৰি শতিকাৰ দ্বিতীয়াৰ্ধ আৰু সাম্প্ৰতিক সময়ত আখৰ-জোঁটনিৰ সমস্যা দূৰীকৰণৰ অৰ্থে কৰা প্ৰচেষ্টা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ উদ্যোগ, অসম সাহিত্য সভাই লোৱা উদ্যোগ আদিৰ বিষয়ে বিতংকৈ আলোচনা কৰিছে। কৰবী গগৈয়ে 'অসমীয়া অভিধানৰ আখৰ-জোঁটনি সমস্যা আৰু সমাধানৰ চিন্তা' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে ঊনবিংশ শতিকাৰ অসমীয়া অভিধানৰ আখৰ-জোঁটনি, বিংশ শতিকাৰ অসমীয়া অভিধানৰ আখৰ-জোঁটনি, একবিংশ শতিকাৰ অসমীয়া অভিধানৰ আখৰ-জোঁটনি, অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ সমস্যা আৰু সমাধানৰ উপায় আদিৰ বিষয়ে বিস্তৃত উদাহৰণেৰে সৈতে আলোচনা কৰিছে। জিতেন বেজবৰুৱাই 'বিদেশীমূলীয় শব্দৰ বানান, উচ্চাৰণ আৰু অন্যান্য প্ৰসংগ' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে বিদেশী শব্দৰ উচ্চাৰণ, বানান, লিপ্যন্তৰকৰণ আদিৰ বিষয়ে উদাহৰণসহ আলোচনা কৰিছে। দীপকজ্যোতি মহন্তই 'অসমীয়া আখৰ-জোঁটনি সংস্কাৰ ঃ এক সমীক্ষা' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে বিভিন্ন লেখক-পণ্ডিতে বিভিন্ন গ্ৰন্থত কৰা আখৰ-জোঁটনি, আখৰ-জোঁটনি আৰু লিপ্যন্তৰৰ নীতি আৰু সেই সম্পৰ্কীয় চিন্তা-চৰ্চা সম্পৰ্কে আলোচনা কৰিছে।

এই একে সংখ্যাতে অতীতৰ পৃষ্ঠা মেলি শিতানত ডিম্বেশ্বৰ নেওগে 'অসমীয়া আখৰ-জোঁটনিৰ ৰীতি' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে অসমীয়া আখৰ-জোঁটনিৰ শুদ্ধকৰণৰ ভালেমান ব্যৱস্থা বা ৰীতিৰ বিষয়ে উদাহৰণ দি বিশ্লেষণ কৰিছে। পদ্মনাথ গোহাঞিবৰুৱাই 'অসমীয়া আখৰ-জোঁটনি ৰেফযুক্ত ব্যঞ্জন বৰ্ণ' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে ৰেফযুক্ত ব্যঞ্জন বৰ্ণযুক্ত শব্দৰ আখৰ-জোঁটনিৰ বিভিন্ন নীতিসমূহ বিশ্লেষণ কৰিছে। অসম সাহিত্য সভাই অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ সম্পৰ্কে লোৱা প্ৰস্তাৱসমূহো গোহাঞিবৰুৱাই সন্নিবিষ্ট কৰিছে।

অসমীয়া ভাষাৰ আখৰ-জোঁটনি সম্পৰ্কীয় এই ১২ টি প্ৰবন্ধৰ উপৰি সম্পাদিকাই 'অসমীয়া আখৰ-জোঁটনি' শিৰোনামেৰে তেখেতৰ সম্পাদকীয় যুগুত কৰিছে।

**২.৫ উত্তৰ-পূৰ্বাঞ্চলৰ জনজাতীয় ভাষাৰ চৰ্চা ঃ**

হাকাচামৰ সম্পাদিত ২০০৯ৰ জুন মাহৰ 'নাৰী বিশেষ সংখ্যা'টিত বিভা ভৰালীয়ে গ্ৰন্থ সমালোচনা শিতানত 'আশাশুধীয়া প্ৰচেষ্টাৰ ফলশ্ৰুতি ঃ বহুভাষী শব্দকোষ' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে আৰম্ভণিতে অষ্ট্ৰিক আৰু চীন তিব্বতীয় ভাষা পৰিয়ালৰ অসমত প্ৰচলিত হৈ থকা বিভিন্ন শাখা-প্ৰশাখাসমূহৰ পৰিচয় দাঙি ধৰি অসমীয়া ভাষাৰ গঠন আৰু বিকাশত বিভিন্ন জনগোষ্ঠীয় ভাষাৰ প্ৰভাৱৰ কথা



উল্লেখ কৰিছে। অসমীয়া ভাষাৰ লগত অসমত বাস কৰা জনগোষ্ঠীয় ভাষাসমূহৰ এক ওতঃপ্ৰোত সম্বন্ধ আছে। তেখেতে অসম সাহিত্য সভাই প্ৰকাশ কৰা আৰু দিলীপ কুমাৰ শৰ্মাই সংকলন কৰা অসমৰ এঘাৰটা জনগোষ্ঠীয় ভাষাৰ শব্দ সংযোজনাৰে সংকলিত 'বহুভাষী শব্দ-কোষ'খনিৰ এটি পৰিচয় দাঙি ধৰি প্ৰশংসা কৰাৰ লগতে কেইটিমান পৰামৰ্শও আগবঢ়াইছে।

হাকাচামৰ সম্পাদিত ২০১০ চনৰ মাৰ্চত প্ৰকাশিত 'সমন্বয় বিশেষ' সংখ্যাটিত উত্তৰ-পূৰ্বাঞ্চলৰ জনজাতীয় ভাষা সম্পৰ্কীয় ৫ টি প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। ললিত চন্দ্ৰ ৰাভাই 'ৰাভাসকলৰ ভাষিক আৰু সাংস্কৃতিক স্থিতি' শীৰ্ষক প্ৰথম প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে ৰাভা ভাষাৰ পৰিচয়, উৎপত্তি, বসতি স্থান, ফৈদ, জনসংখ্যা আদি দিশবোৰ আলোচনা কৰিছে। মূল প্ৰবন্ধত ৰাভাসকলৰ ভাষিক আৰু সাংস্কৃতিক স্থিতি বিস্তৃতভাৱে আলোচনা কৰিছে। একে সংখ্যাতে মলিনা দেৱী ৰাভাই 'ৰাভা ভাষা-সাহিত্যৰ ইতিহাস' শীৰ্ষক দ্বিতীয় প্ৰবন্ধত ঐতিহাসিক পদ্ধতিৰে ৰাভা ভাষা-সাহিত্যৰ পৰিচয়ৰ লগতে ৰাভা ভাষা-সাহিত্যৰ ইতিহাস বিশ্লেষণ কৰিছে। ভাষা-সাহিত্যৰ বিকাশৰ স্তৰকেইটা হৈছে— আদি যুগ ঃ প্ৰাৰম্ভিক বা উত্তৰকালীন সাহিত্য; মধ্য যুগ ঃ প্ৰাক্ চাম্পায় স্তৰৰ সাহিত্য, চাম্পায় স্তৰৰ সাহিত্য, উত্তৰ চাম্পায় স্তৰৰ সাহিত্য আৰু সাম্প্ৰতি যুগ। তেখেতে এই বিভিন্ন যুগৰ বিভিন্ন ভাষা-সাহিত্যৰ বিষয়ে বিস্তৃতভাৱে আলোচনা কৰিছে। একে সংখ্যাতে জ্যোতিৰ্ময় বৰদলৈয়ে 'তিৱা ভাষা আৰু সাহিত্য ঃ এটি অৱলোকন' শীৰ্ষক তৃতীয় প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে তিৱাসকলৰ আদি বাসস্থান, প্ৰব্ৰজন, বৰ্তমানৰ বাসস্থান, জনসংখ্যা, তিৱা ভাষা আৰু ইয়াৰ চৰ্চা, তিৱা লোক-সাহিত্য, তিৱা লিখিত সাহিত্য আদি বিভিন্ন দিশ সামৰি তিৱা ভাষা-সাহিত্যৰ পৰিচয় দিছে। একে সংখ্যাতে ষড়ানন দেউৰীয়ে 'দেউৰী ভাষা-সাহিত্যৰ ধাৰা ঃ এক অৱলোকন' শীৰ্ষক চতুৰ্থ প্ৰবন্ধত ঐতিহাসিক পদ্ধতিৰে দেউৰী ভাষা-সাহিত্যৰ ধাৰাকেইটা বিস্তৃতভাৱে আলোচনা কৰিছে। পৌৰাণিক কাল, প্ৰাক্-স্বাধীনতা কাল আৰু স্বৰাজোত্তৰ বা আধুনিক কাল হিচাপে ষড়ানন দেউৰীয়ে দেউৰী ভাষা-সাহিত্যৰ বিকাশৰ স্তৰকেইটা দেখুৱাইছে। একে সংখ্যাতে বলীন সন্দিকৈয়ে 'টাই-টুৰুং ভাষাৰ শব্দসম্ভাৰ ঃ এক ক্ষেত্ৰভিত্তিক অধ্যয়ন' শীৰ্ষক পঞ্চম প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে টাই-টুৰুংসকলৰ আদি বাসস্থান, প্ৰব্ৰজন, বৰ্তমানৰ বাসস্থান, জনসংখ্যা, সংস্কৃতি আদি দিশসমূহ পৰিচয় শিতানত আলোচনা কৰিছে। মূল প্ৰবন্ধত টাই-টুৰুং ভাষাৰ মৌলিক শব্দ, অসমীয়া শব্দ, বঙলা শব্দ, হিন্দী শব্দ, বৰো শব্দ, চিংফৌ শব্দ, খাচী শব্দ, কোল-মুণ্ডাৰী শব্দ, মালয় শব্দ, বৰ্হি ভাৰতীয় ভাষামূলজ শব্দ, মিশ্ৰ শব্দ, ধ্বন্যাত্মক শব্দ, প্ৰতিধ্বন্যাত্মক শব্দ আৰু দ্বিৰুক্তিবাচক শব্দ আদি বিভিন্ন দিশ বিস্তৃত

উদাহৰণেৰে সৈতে আলোচনা কৰিছে।

হাকাচামৰ সম্পাদিত ২০১০ চনৰ জুন মাহৰ সংখ্যাটিত এই বিষয়ক দুটি প্ৰবন্ধ সন্নিবিষ্ট হৈছে। বলীন সন্দিকৈয়ে 'টাই-টুৰুং ভাষাৰ বাক্যৰ গঠন' শীৰ্ষক প্ৰথম প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে টুৰুং ভাষাৰ বাক্যৰ গঠন, সৰল বাক্য, জটিল বাক্য, যৌগিক বাক্য, টুৰুং ভাষাৰ বাক্যত শব্দৰ ক্ৰম, টুৰুং ভাষাৰ বাক্য গঠনত ৰূপান্তৰ প্ৰক্ৰিয়া আদি বিভিন্ন দিশসমূহ সামৰি বিস্তৃত উদাহৰণেৰে সৈতে আলোচনা কৰিছে। একে সংখ্যাতে বন্দনা দত্ত হাজৰিকাই 'অসমৰ প্ৰাক্তন চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত ভাষা ঃ চমু আভাস' শীৰ্ষক দ্বিতীয় প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে আদি বাসস্থান, প্ৰব্ৰজন, বৰ্তমানৰ বাসস্থান, জনসংখ্যা, বিভিন্ন ফৈদ আদিৰ বিষয়ে পৰিচয় দিছে। মূল প্ৰবন্ধত সৰ্বনাম পদ, সম্বোধন, বচন, ক্ৰিয়া আদি বিভিন্ন দিশসমূহ শব্দ আৰু বাক্যৰ উদাহৰণেৰে সৈতে আলোচনা কৰিছে।

জ্যোতিৰেখা হাজৰিকাৰ সম্পাদিত ২০১১ চনৰ ছেপ্টেম্বৰ মাহত প্ৰকাশিত সংখ্যাটিত ভাস্কৰজ্যোতি শৰ্মাই 'মিচিং অসমীয়া ব্যঞ্জন ধ্বনিৰ বৈশিষ্ট্য ঃ এক নৃ ধ্বনিতাত্ত্বিক অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে নৃ ধ্বনি বিজ্ঞানৰ সকলো দিশ সামৰি এটি পৰিচয় দিছে। মূল প্ৰবন্ধত মিচিং ভাষাৰ ব্যঞ্জন বৰ্ণ, মিচিং অসমীয়াৰ ব্যঞ্জন বৰ্ণৰ প্ৰকৃতি বিচাৰ আদি দিশসমূহ ক্ষেত্ৰঅধ্যয়নত পোৱা তথ্যৰ আধাৰত বিশ্লেষণ কৰিছে।

জ্যোতিৰেখা হাজৰিকা সম্পাদিত ২০১২ চনৰ মাৰ্চ মাহত প্ৰকাশিত 'জনগোষ্ঠীয় বিশেষ' সংখ্যাটিত মুঠ ছয়টা এনে বিষয়ৰ প্ৰবন্ধ সন্নিবিষ্ট হৈছে। অৰ্পণা কোঁৱৰে 'অৰুণাচলৰ ভাষাৰ ভাষিক স্থিতি আৰু টাংচা ভাষাৰ পৰিচিতি' শীৰ্ষক প্ৰথম প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে বিভিন্ন সময়ত উত্তৰ-পূবলৈ প্ৰব্ৰজন কৰা জনসমষ্টিৰ দুটা ভাগ— জাতিধাৰী লোকগোষ্ঠী আৰু জনজাতীয় লোকগোষ্ঠী, অৰুণাচলৰ জনগোষ্ঠী, অৰুণাচলৰ ভাষাৰ শ্ৰেণীবিভাজন, অৰুণাচলৰ ভাষাৰ অধ্যয়ন, ভাষিক সজাগতাৰ অভাৱ, দ্বিভাষিত্ব আদি দিশসমূহ বিশ্লেষণ কৰিছে। প্ৰবন্ধৰ দ্বিতীয় খণ্ডত টাংচাসকলৰ আদি বাসস্থান, প্ৰব্ৰজন, বৰ্তমান বাসস্থান, ফৈদ বা উপগোষ্ঠী, টাংচা শব্দৰ উৎপত্তি, টাংচা ভাষাৰ অধ্যয়ন, টাংচা ভাষাৰ বৈশিষ্ট্য আদি দিশসমূহৰ বিশ্লেষণ কৰিছে। একে সংখ্যাতে ফুকন চন্দ্ৰ বসুমতাৰীয়ে 'বৰো ভাষাত দেহৰ অংগ-প্ৰত্যংগ, জীৱ-জন্তু আৰু ফলবাচক শব্দৰ গঠন' শীৰ্ষক দ্বিতীয় প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে বিস্তৃত উদাহৰণেৰে সৈতে মূল বিষয়টোক পোহৰলৈ আনিছে। একে সংখ্যাতে বলীন সন্দিকৈয়ে 'টাই-টুৰুং ভাষাত প্ৰত্যয়ৰ প্ৰয়োগ ঃ এটি বিশ্লেষণ' শীৰ্ষক তৃতীয় প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে টাই-টুৰুং ভাষাৰ নিৰ্দিষ্টতাবাচক প্ৰত্যয়, অনিৰ্দিষ্টতাবাচক প্ৰত্যয়,



স্বাৰ্থিক প্ৰত্যয় আৰু জোৰবাচক প্ৰত্যয়ৰ শব্দ আৰু বাক্যত প্ৰয়োগৰ বিষয়ে উদাহৰণেৰে সৈতে বিশ্লেষণ কৰিছে। একে সংখ্যাতে দিগন্ত গগৈয়ে 'অসমৰ চাহ জনগোষ্ঠীৰ ভাষা ঃ এটি সংক্ষিপ্ত পৰিচয়' শীৰ্ষক চতুৰ্থ প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে চাহ জনগোষ্ঠীৰ অষ্ট্ৰিক ভাষাগোষ্ঠীৰ অন্তৰ্গত ভাষাসমূহ, দ্ৰাবিড় ভাষাগোষ্ঠীৰ অন্তৰ্গত ভাষাসমূহ আৰু ইণ্ডো-ইউৰোপীয় ভাষাগোষ্ঠীৰ অন্তৰ্গত ভাষাসমূহৰ বিভিন্ন শাখা-প্ৰশাখা, প্ৰচলিত স্থান, জনসংখ্যা আদিৰ বিষয়ে আলোচনা কৰিছে। একে সংখ্যাতে মধুমিতা চেতিয়াই 'টাই-খাময়াং ভাষাৰ বাক্য বিন্যাস প্ৰণালী ঃ এটি চমু অধ্যয়ন' শীৰ্ষক পঞ্চম প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে টাই খাময়াংসকলৰ আদি বাসস্থান, প্ৰব্ৰজন, বৰ্তমানৰ বাসস্থান, খাময়াং ভাষাত পদৰ ক্ৰম, ক্ৰিয়াৰ স্থিতি অনুসৰি বাক্যৰ প্ৰকাৰ, গঠন পদ্ধতিৰ ফালৰ পৰা বাক্যৰ প্ৰকাৰ আদি বিভিন্ন দিশসমূহ উদাহৰণেৰে সৈতে আলোচনা কৰিছে। একে সংখ্যাতে মহাশ্বেতা দেৱীয়ে 'সংযোগী ভাষা হিচাপে অৰুণামিজ ভাষাৰ গুৰুত্ব' শীৰ্ষক ষষ্ঠ প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে সংযোগী ভাষা আৰু ইয়াৰ স্বৰূপ, অৰুণামিজ ভাষা ঃ এক পৰিচয়, সংযোগী ভাষা হিচাপে অৰুণামিজৰ গুৰুত্ব আদি দিশসমূহৰ বিশ্লেষণ আগবঢ়াইছে।

**২.৬ বিপন্ন ভাষা সম্পৰ্কীয় চৰ্চা ঃ**

হাকাচামৰ সম্পাদিত ২০০৯ চনৰ ছেপ্টেম্বৰ সংখ্যাটিত বিশ্বজিৎ বৰাই 'বিপন্ন ভাষা, সংৰক্ষণৰ প্ৰচেষ্টা আৰু চৰ্চা' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে বিপন্ন ভাষাসমূহৰ চিনাক্তকৰণ, ভাষা বিপদাপন্ন হোৱাৰ কাৰণ, বিপদাপন্ন ভাষাসমূহৰ সংৰক্ষণত গুৰুত্বৰ কাৰণ, বিপন্ন ভাষাসমূহৰ সংৰক্ষণৰ পদক্ষেপ আৰু উত্তৰ-পূব ভাৰতৰ বিপন্ন ভাষাসমূহৰ বিষয়ে আলোচনা কৰিছে।

হাকাচামৰ সম্পাদিত ২০০৯ চনৰ ডিচেম্বৰ সংখ্যাটিত জুৰি শৰ্মাই 'বিশ্বায়ন আৰু ভাষাৰ অৱলুপ্তি' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে বিশ্বায়নে বিভিন্ন দিশৰ লগতে ভাষাৰ ক্ষেত্ৰতো যে পৰিৱৰ্তন আনিছে সেই বিষয়ে আলোচনা কৰিছে। বিশ্বায়নে অসমৰ ভাষা আৰু সংস্কৃতিৰ পৰা ভালেখিনি শব্দৰ যে বিলুপ্তি ঘটাইছে তাৰ বিস্তৃত উদাহৰণ প্ৰবন্ধটিত পোৱা যায়।

জ্যোতিৰেখা হাজৰিকা সম্পাদিত ২০১২ চনৰ মাৰ্চ-এপ্ৰিল-মে সংখ্যাটিত চুমি কলিতাই 'ভাষিক পৃথিৱীৰ নব্য সংকট ঃ বিপন্ন ভাষা' (টাই ভাষাৰ দিশৰ উল্লিখনসহ) শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে বিপন্ন ভাষা ঃ সংজ্ঞা আৰু শিপা, বিপন্ন ভাষা অধ্যয়নৰ প্ৰয়োজনীয়তা, পৃথিৱীৰ বিপন্ন ভাষা ঃ এটি সমীক্ষা, টাই ভাষা, খাময়াং ভাষাৰ সাম্প্ৰতিক স্থিতি, প্ৰসংগ ঃ অসমীয়া ভাষা আদি দিশবোৰ বিশ্লেষণ আগবঢ়াইছে।

**২.৭ লেখকৰ ভাষা সম্পৰ্কীয় চৰ্চা ঃ**

জ্যোতিৰেখা হাজৰিকা সম্পাদিত ২০১১-১২ চনৰ ডিচেম্বৰ-জানুৱাৰি-ফেব্ৰুৱাৰি মাহৰ 'ভূপেন হাজৰিকা শ্ৰদ্ধাঞ্জলি সংখ্যা'ত বৰ্ণনাত্মক পদ্ধতিৰে অধ্যয়ন কৰা হাজৰিকাদেৱৰ ভাষা-সম্পৰ্কীয় দুটি প্ৰবন্ধ সন্নিবিষ্ট হৈছে। তিলক বৰাই 'ড° ভূপেন হাজৰিকাৰ গীতৰ শব্দচয়ন' শীৰ্ষক প্ৰথম প্ৰবন্ধত সাহিত্যৰ শব্দ সম্পৰ্কে আগবঢ়োৱা বিভিন্ন পণ্ডিতৰ মতামত, কাব্যৰ অলংকাৰ, ভূপেন হাজৰিকাৰ গীতৰ শ্ৰেণীবিভাজন, ভূপেন হাজৰিকাৰ গীতত ব্যৱহৃত শব্দৰ শ্ৰেণীবিভাজন, ভূপেন হাজৰিকাৰ গীতত ব্যৱহৃত তৎসম শব্দ, অৰ্ধতৎসম শব্দ, অসমীয়া ভাষাৰ ঠাঁচ প্ৰকাশক শব্দ, দ্বিৰুক্তিবাচক শব্দ, ইংৰাজী আৰু অন্যান্য শব্দ, ধ্বন্যাত্মক শব্দ, যুক্তাক্ষৰযুক্ত শব্দ, ঐতিহ্যপ্ৰকাশক শব্দ আদিৰ বিষয়ে গীতৰ উদাহৰণ দি বিশ্লেষণ আগবঢ়াইছে। গোবিন্দ প্ৰসাদ ভূঞাই 'গদ্যশিল্পী ড° ভূপেন হাজৰিকা' শীৰ্ষক দ্বিতীয় প্ৰবন্ধত ভূপেন হাজৰিকাৰ গীত, গীতত ব্যৱহৃত অনুপ্ৰাস অলংকাৰ, ভূপেন হাজৰিকাৰ গদ্যৰ আশাবাদ, সহজ-সৰল গদ্য আদিৰ বিষয়ে উদাহৰণ দি আলোচনা কৰিছে।

**২.৮ ভাষাৰ তাত্ত্বিক দিশৰ চৰ্চা ঃ**

হাকাচামৰ সম্পাদিত ২০০৯ চনৰ ডিচেম্বৰ সংখ্যাটিত হীৰা মান্না দাসে 'পাৰস্পৰিক সহযোগিতাৰ ভাষিক চৰ্ত আৰু ভাষাগত নম্ৰতাৰ নীতি' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে ভাষাতত্ত্ববিদ H.P. Grice-এ উল্লেখ কৰা পাৰস্পৰিক সহযোগিতাৰ ভাষিক চৰ্ত বা নীতি চাৰিটাৰ বিষয়ে আলোচনা কৰিছে। সেইকেইটা হৈছে—

১। পৰিমাণগত নীতি (Maxim of Quantity)
২। গুণগত নীতি (Maxim of Quality)
৩। প্ৰাসংগিকতাৰ নীতি (Maxim of Relation)
৪। ধৰণ-কৰণৰ নীতি (Maxim of Manner) ইত্যাদি।

তদুপৰি তেখেতে ভাষাবিদ Geoffrey N. Leech-এ উল্লেখ কৰা নম্ৰতা প্ৰকাশৰ প্ৰধান নীতি ছয়টাও আলোচনা কৰিছে। সেইকেইটা হৈছে—

১। আনৰ লোকচান যথাসম্ভৱ কম কৰি লাভৰ ওপৰত গুৰুত্ব দিয়া (Tact Maxim)
২। নিজৰ লাভৰ ওপৰত যথাসম্ভৱ কম গুৰুত্ব দিয়া (Generosity Maxim)
৩। আনৰ নিন্দা যথাসম্ভৱ কম কৰি প্ৰশংসা বেছি কৰা (Approbation Maxim)
৪। আত্ম প্ৰশংসা যথাসম্ভৱ কম কৰি আত্মনিন্দা বেছি কৰা (Modesty Maxim)
৫। নিজৰ আৰু আনৰ মাজত অসহযোগিতা যথাসম্ভৱ কম কৰি সহযোগিতাৰ পৰিবেশ সৃষ্টি কৰা (Agreement Maxim)
৬। নিজৰ আৰু আনৰ মাজত বিৰক্তিৰ ভাব হ্ৰাস কৰি সহানুভূতিৰ পৰিবেশ সৃষ্টি কৰা (Sympathy Maxim) ইত্যাদি।



দাসে পাৰস্পৰিক সহযোগিতাৰ ভাষিক প্ৰয়োগ বা ভাষাগত নম্ৰতাৰ প্ৰয়োগ আদি বিষয়ত অন্য ভাষাত বিস্তৃত অধ্যয়ন হৈছে যদিও অসমীয়া ভাষাত তেনে আলোচনা সীমিত বুলি উল্লেখ কৰিছে। কেৱল পূৰ্বসুৰী সত্যনাথ বৰাৰ 'অন্যৰ প্ৰতি ব্যৱহাৰ' আৰু হেমচন্দ্ৰ বৰুৱাৰ 'মিঠা মাত আৰু সদয় ব্যৱহাৰ' শীৰ্ষক প্ৰবন্ধতহে ভাষিক নম্ৰতা আৰু ইয়াৰ উপযোগিতাৰ বিষয়ে সংক্ষেপে আলোচনা কৰিছে বুলি উল্লেখ কৰিছে।

**২.৯ ভাষা-চৰ্চাৰ চিন্তা-চৰ্চা ঃ**

উপেন ৰাভা হাকাচামৰ সম্পাদিত ২০১০ চনৰ মাৰ্চ মাহত প্ৰকাশিত 'সমন্বয় বিশেষ' সংখ্যাটিত বৰ্ণনাত্মক পদ্ধতিৰে অধ্যয়ন কৰা ভাষাৰ চিন্তা-চৰ্চা সম্পৰ্কীয় দুটি প্ৰবন্ধ সন্নিবিষ্ট হৈছে। ৰুমী শৰ্মা বৰঠাকুৰে 'গাৰো পাহাৰত অসমীয়া ভাষা-চৰ্চাৰ এটি অৱলোকন' শীৰ্ষক প্ৰথম প্ৰবন্ধত গাৰো পাহাৰৰ বিভিন্ন বাসিন্দা, গাৰো পাহাৰৰ জিলাকেইখনৰ জনসংখ্যা, মাটি কালি, শিক্ষানুষ্ঠান, পশ্চিম গাৰোপাহাৰৰ পশ্চিম প্ৰান্তৰ বিদ্যালয় তথা মহাবিদ্যালয়সমূহত অসমীয়া ভাষা-চৰ্চা, তুৰা চৰকাৰী মহাবিদ্যালয়ত অসমীয়া ভাষা-চৰ্চা, গাৰোপাহাৰত অসমীয়া ভাষাত প্ৰকাশিত আলোচনী, অসমীয়া ভাষাত গাৰোভাষী লোকে আগবঢ়োৱা সাহিত্যৰাজি আদিৰ বিষয়ে আলোচনা কৰিছে। প্ৰণীতা দেৱীয়ে 'গাৰো ভাষা-সাহিত্যৰ চিন্তা-চৰ্চাত অনাগাৰো পণ্ডিত-গৱেষকৰ ভূমিকা' শীৰ্ষক দ্বিতীয় প্ৰবন্ধত বিভিন্ন অনাগাৰো পণ্ডিত, গৱেষক, লেখকে বিভিন্ন সময়ত বিভিন্ন গ্ৰন্থ, প্ৰবন্ধাদিত গাৰো ভাষা-সাহিত্য কেনেদৰে চৰ্চা কৰি আহিছে সেই সম্পৰ্কে আলোচনা কৰিছে।

হাকাচামৰ সম্পাদিত ২০১০ চনৰ ডিচেম্বৰ মাহত প্ৰকাশিত সংখ্যাটিত সেউজী শৰ্মাই 'অসমীয়া ভাষাত অৰ্থবিজ্ঞানৰ আলোচনা ঃ এটি চমু পৰিচয়' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে ভাষাবিজ্ঞানৰ বিভিন্ন স্তৰ, অৰ্থবিজ্ঞানৰ ধাৰণা, অসমীয়া ভাষাত অৰ্থবিজ্ঞানৰ বিভিন্ন দিশৰ বিষয়ে বিভিন্ন সময়ত বিভিন্ন পণ্ডিত, গৱেষক, লেখকে কেনেদৰে বিভিন্ন গ্ৰন্থ, প্ৰবন্ধাদিত চিন্তা-চৰ্চা কৰিছে সেই সম্পৰ্কে আলোচনা আগবঢ়াইছে।

হাকাচামৰ সম্পাদিত ২০১১ চনৰ মাৰ্চ মাহত প্ৰকাশিত 'অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি-অধ্যয়ন বিশেষ' সংখ্যাটিত বৰ্ণনাত্মক পদ্ধতিৰে অধ্যয়ন কৰা ভাষা-চৰ্চা সম্পৰ্কীয় তিনিটি প্ৰবন্ধ সন্নিবিষ্ট হৈছে। জ্যোতিৰেখা হাজৰিকাই 'অসমীয়াত

তিব্বতবৰ্মী ভাষাৰ অধ্যয়নৰ ইতিহাস' শীৰ্ষক প্ৰথম প্ৰবন্ধত চীন-তিব্বতীয় ভাষা পৰিয়ালৰ চমু পৰিচিতি, অসমত প্ৰচলিত তিব্বতবৰ্মী ভাষাসমূহৰ চমু পৰিচিতি, অসমৰ তিব্বতবৰ্মী ভাষাৰ সামগ্ৰিক অধ্যয়নৰ ইতিহাস আদি দিশসমূহ উদাহৰণেৰে সৈতে আলোচনা কৰিছে। অনুৰাধা শৰ্মাই 'অসমীয়াত ভাষা-বৈজ্ঞানিক চিন্তা-চৰ্চাৰ পৰম্পৰা' শীৰ্ষক দ্বিতীয় প্ৰবন্ধত অসমীয়া ভাষা-চৰ্চাৰ আৰম্ভণি, ব্যাকৰণ আৰু অভিধান চৰ্চা, অসমীয়া ভাষা-চৰ্চাৰ বিভিন্ন দিশ, আৰ্য ভাষাৰ বিকাশ সম্পৰ্কীয় আলোচনা, জনজাতীয় ভাষাৰ আলোচনা, ভাষাবিজ্ঞানৰ আংগিক দিশৰ পুথি আদি বিভিন্ন দিশত অসমীয়াত ভাষা-চৰ্চা সম্পৰ্কে আলোচনা কৰিছে। মনীষা তালুকদাৰে 'অসমীয়া প্ৰবাদ-প্ৰবচন, ফকৰা-যোজনা, ডাকৰ বচন আৰু সাঁথৰৰ চৰ্চা আৰু গৱেষণা' শীৰ্ষক তৃতীয় প্ৰবন্ধত প্ৰবাদ-প্ৰবচন, ফকৰা-যোজনা, ডাকৰ বচন আৰু সাঁথৰৰ সংজ্ঞা, অৰ্থ আৰু সেই সম্পৰ্কে চৰ্চা কৰা বিভিন্ন গ্ৰন্থৰ তালিকা বিভিন্ন প্ৰবন্ধৰ তালিকা সন্নিবিষ্ট কৰি উদাহৰণ দি বিষয়টোক পোহৰলৈ আনিছে।

জ্যোতিৰেখা হাজৰিকাই সম্পাদনা কৰা ২০১১ চনৰ জুন-জুলাই-আগষ্ট মাহৰ সংখ্যাটিত দেৱপ্ৰতিম হাজৰিকাই 'আশীৰ পৰৱৰ্তী অসমীয়া ব্যাকৰণ চৰ্চা' শীৰ্ষক প্ৰবন্ধত বৰ্ণনাত্মক পদ্ধতিৰে চন অনুসৰি প্ৰকাশিত বিভিন্ন ব্যাকৰণসমূহত কি কি বিষয় কেনেধৰণে সন্নিবিষ্ট কৰা হৈছে— সেই সম্পৰ্কে আলোচনা কৰিছে।

**৩.০ ভাষা-চৰ্চাত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকা ঃ**

৩.১ ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলত প্ৰচলিত মূল ভাষাপৰিয়ালকেইটা হৈছে— ইণ্ডো ইউৰোপীয়, চীন-তিব্বতীয়, অষ্ট্ৰিক আৰু দ্ৰাবিড় ভাষা পৰিয়াল। এই চাৰিটা ভাষাপৰিয়ালৰ অন্তৰ্গত বিভিন্ন ভাষা কোৱা লোকসকল উত্তৰ-পূৰ্বাঞ্চলৰ আটাইকেইখন ৰাজ্যতে কম-বেছি পৰিমাণে বসবাস কৰি আছে। অৱশ্যে দ্ৰাবিড় ভাষা কোৱা লোকৰ সংখ্যা তেনেই কম। কেৱল মাত্ৰ অসমত সীমিত সংখ্যক তামিল, তেলেগু, মালয়ালম ভাষা কোৱা লোকে কয়লাখনি লিডু, তেল উদ্যোগ নগৰ মৰাণ, গুৱাহাটী আৰু অসমৰ বিভিন্ন চাহ বাগিচাসমূহত বসবাস কৰি আছে। চীন-তিব্বতীয় ভাষা পৰিয়ালৰ তিব্বতবৰ্মী শাখাৰ বড়ো নাগা উপশাখাৰ নাগা ভাষাৰ বিভিন্ন উপ ভাষাবোৰ যেনে— আংগামী, চেমা, লোথা, আও, ৰেংমা, চাখেচাং, চাংতাম, কন্যাক, চাঙ, ফোম, য়িমচুংগ্ৰি, খিনুমুংগাম, জেলিয়াং, কুকি আদি ভাষা নাগালেণ্ডত প্ৰচলিত হৈ আছে। সেইদৰে তিব্বতবৰ্মী শাখাৰ উত্তৰ-অসম, তিব্বতীয় আৰু অসমবৰ্মী উপ-শাখাৰ লোকসকলে অসম আৰু অৰুণাচলত বসবাস কৰি আছে। তিব্বতী উপ-শাখাৰ অৰুণাচলৰ ভাষাবোৰ হৈছে— মনপা, ছেৰদুকপেন, মেম্বা, খাম্বা, খোৱা আদি। অসম-বৰ্মীৰ লিচু, নক্টে, ৰাংচু, টাংচা, মেয়ৰ আৰু চিংফৌ ভাষা কোৱা লোকসকলেও অৰুণাচলত বসবাস কৰি আছে। সেইদৰে উত্তৰ-অসম শাখাৰ অৰুণাচলৰ ভাষাবোৰ হৈছে— বানগ্ৰু, নিচি, আপাতানি, হিলমিৰি, তাগিন, আদি, মিজো, অকা, ইদু, মিচিং, গালং, চুলুং আৰু টুট্‌চা ইত্যাদি। সেইদৰে মণিপুৰত কুকীচীন উপ-শাখাৰ মেইতেই বা মণিপুৰী আৰু মিজোৰামত কুকীচীনৰে লুচাই বা মিজো ভাষা প্ৰচলিত হৈ আছে। অন্যহাতে মেঘালয়ত তিব্বত-বৰ্মীৰে অসম-বৰ্মীৰ বড়ো শাখাৰ গাৰো ভাষা আৰু অষ্ট্ৰিক ভাষা পৰিয়ালৰ খাচী ভাষা হৈছে দুটা প্ৰধান ভাষা। ত্ৰিপুৰাত প্ৰচলিত তিব্বত-বৰ্মী পৰিয়ালৰ ভাষাকেইটা হৈছে— ত্ৰিপুৰী আৰু কক্‌বৰক।



অসমত এই আটাইকেইটা ভাষা পৰিয়ালৰে ভাষা কোৱা লোকসকলে বসবাস কৰি আছে। চীন তিব্বতীয়ৰ তিব্বত-বৰ্মীৰ অসম-বৰ্মীৰ বড়ো শাখাৰ অসমত প্ৰচলিত ভাষাবোৰ হৈছে— বৰো, গাৰো, ৰাভা, ডিমাচা, কাৰ্বি, তিৱা, হাজং, দেউৰী, চিংফৌ ইত্যাদি। উত্তৰ-অসম শাখাৰ মিচিং ভাষাও উল্লেখযোগ্য। চীন-তিব্বতীয়ৰ শ্যামচীন শাখাৰ অসমত প্ৰচলিত টাইভাষা কেইটা হৈছে— আহোম, খামতি, ফাকে, আইতন, খাময়াং আৰু টুৰুং। অষ্ট্ৰিক ভাষা-পৰিয়ালৰ অসমৰ ভাষাসমূহ হৈছে— অষ্ট্ৰএচীয় শাখাৰ খাচী আৰু কোলমুণ্ডা। অসমৰ বিভিন্ন চাহ বাগিচাসমূহত কোলমুণ্ডাৰ অন্তৰ্গত চাওতালী, মুণ্ডাৰী, ভূমিজ, হো, খাৰিয়া, জুয়াং, কৰ্কু, সবৰ আদি ভাষা কোৱা লোকসকলে বসবাস কৰি আছে। উল্লেখযোগ্য যে অসমৰ চাহ বাগিচাসমূহত দ্ৰাবিড় ভাষা পৰিয়ালৰ তেলেংগা, কুঁৰুখ, পৰজা, কন্ধ, কয়া, গঁড়, চাওঁৰা আদি ভাষাসমূহ প্ৰচলিত হৈ আছে। তদুপৰি ইণ্ডো ইউৰোপীয়ৰ অন্তৰ্গত উৰিয়া, ভোজপুৰী, অসমীয়া আদি আৰ্য ভাষাৰ সংমিশ্ৰিত ৰূপো চাহ বাগিচাসমূহত ব্যৱহাৰ কৰে। সেইদৰে সমগ্ৰ অসমতে ইণ্ডো-ইউৰোপীয় ভাষা পৰিয়ালৰ অন্তৰ্গত অসমীয়া, বাংলা, হিন্দী, ভোজপুৰী, ৰাজস্থানী, মাৰোৱাৰী, নেপালী আদি ভাষাসমূহ প্ৰচলিত হৈ আছে। উল্লেখযোগ্য যে অসমৰ প্ৰধান আৰু উমৈহতীয়া ভাষা হৈছে অসমীয়া ভাষা। অসমীয়া ভাষাই সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত সংযোগী ভাষা হিচাপে কাম কৰি থকাৰ উপৰি এই ভাষাৰ পৰাই অৰুণাচলৰ অৰুণামিজ আৰু নাগালেণ্ডৰ নাগামিজ নামৰ দুটা স্বতন্ত্ৰীয়া প্ৰান্তীয় তথা সংযোগী ৰূপৰ সৃষ্টি হৈছে।

৩.২ সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ এই ভাষাসমূহৰ বিষয়ে বিজ্ঞানসন্মত চিন্তা-চৰ্চা যেনেদৰে হ'ব লাগিছিল তেনেদৰে হোৱা নাই। তুলনামূলকভাৱে অসমত প্ৰচলিত হৈ থকা বিভিন্ন ভাষাবিলাকৰ বিষয়ে চিন্তা-চৰ্চা বা অধ্যয়ন অন্য ৰাজ্যৰ তুলনাত অধিক হৈছে। অসমৰ বিভিন্ন ভাষাবিদ, গৱেষকে এই ভাষাসমূহৰ বিষয়ে ব্যক্তিগতভাৱে চিন্তা-চৰ্চা কৰাৰ উপৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়, গুৱাহাটী বিশ্ববিদ্যালয়, অসম ভাষা-বিজ্ঞান সমিতি, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, অসম সাহিত্য

সভা আদি বিভিন্ন অনুষ্ঠান-প্রতিষ্ঠানে অসমত ভাষা-চৰ্চাৰ এক সুন্দৰ পৰিৱেশ গঢ়ি তুলিছে। অসমত ভাষাবিষয়ক চিন্তা-চৰ্চা কৰা লোকৰ সংখ্যা কম হ'লেও সুখৰ বিষয় যে, বৰ্তমান ভাষা-চৰ্চাৰ পথাৰখন পূৰ্বৰ তুলনাত অধিক সমৃদ্ধিশালী হৈ পৰা পৰিলক্ষিত হৈছে। ৰবিন্সন, ব্ৰাউন, হেমচন্দ্ৰ বৰুৱা আদিৰ পাছতে বাণীকান্ত কাকতিয়ে কাটি থৈ যোৱা বাটেদি আগবাঢ়ি আহি অসমৰ ভাষা-চৰ্চাকাৰীসকলে বিভিন্ন বিষয়ৰ তথা বিভিন্ন পদ্ধতিৰে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ভাষাসমূহক অধ্যয়ন কৰি ভাষা-চৰ্চাক বহু দূৰ আগবঢ়াই আনিলে। বহু নবীন ভাষা-চৰ্চা কৰা গৱেষকেও ভাষা-চৰ্চাক নতুন মাত্ৰা প্ৰদান কৰিছে।

৩.৩ অসমৰ বৃহৎ জাতীয় সাহিত্য অনুষ্ঠান হৈছে— অসম সাহিত্য সভা। অসম সাহিত্য সভাইও নিজৰ দায়বদ্ধতাৰ বাবে পূৰ্বৰে পৰাই ভাষা-চৰ্চাত মনোনিৱেশ কৰি আহিছে। অসম সাহিত্য সভাই বিভিন্ন সময়ত বিভিন্ন ভাষাবিষয়ক কৰ্মশালা, আলোচনা চক্ৰ আদি অনুষ্ঠিত কৰি ভাষা চৰ্চাক এক গতি দিবলৈ সক্ষম হৈছে। তদুপৰি বিভিন্ন ভাষাবিষয়ক গ্ৰন্থ প্ৰকাশৰ যোগেদিও ভাষা চৰ্চাত এক সবল ভূমিকা পালন কৰি আহিছে। বৰ্তমান অসম সাহিত্য সভাৰে এক বলিষ্ঠ পদক্ষেপ হৈছে অসমৰ বিভিন্ন অঞ্চলত স্থাপন কৰা বিভিন্ন গৱেষণা প্ৰতিষ্ঠানসমূহ। সেইবিলাক হৈছে— কেন্দ্ৰীয় অসম-তত্ত্ব গৱেষণা সংস্থান, ডিব্ৰুগড় চাহ জনগোষ্ঠী গৱেষণা কেন্দ্ৰ, ধুবুৰী, পশ্চিম অসমৰ ভাষা-সাহিত্য-সংস্কৃতি গৱেষণা প্ৰতিষ্ঠান, ডিফু জনজাতীয় ভাষা গৱেষণা প্ৰতিষ্ঠান, ব্ৰহ্মপুত্ৰ-গোমতী ভাষা-সাহিত্য-সংস্কৃতি গৱেষণা প্ৰতিষ্ঠান, তনুবাজ ৰাজবংশী পুথিভঁৰাল আৰু দৰঙী গৱেষণা প্ৰতিষ্ঠান, ক'হিমা সাহিত্য সভা প্ৰকল্প, অসম সাংস্কৃতিক বিশ্ববিদ্যালয় প্ৰকল্প ইত্যাদি। এই প্ৰতিষ্ঠানসমূহেও সাহিত্য-সংস্কৃতিৰ লগতে ভাষা-চৰ্চাৰ দিশত নতুন নতুন পদক্ষেপ গ্ৰহণ কৰিছে। ইবিলাকৰ উপৰি অসম সাহিত্য সভাই গৱেষণামূলক, বাচকবনীয়া প্ৰবন্ধৰে সমৃদ্ধ কৰি তিনিমহীয়াকৈ প্ৰকাশ কৰা 'অসম সাহিত্য সভা পত্ৰিকা'সমূহ প্ৰকাশ কৰি ভাষা-চৰ্চাৰ দিশত এক উল্লেখযোগ্য ভূমিকা পালন কৰিছে।

৩.৪ 'অসম সাহিত্য সভা পত্ৰিকা'সমূহত ভাষাবিষয়ক বিভিন্ন গৱেষণামূলক প্ৰবন্ধসমূহ ভাষাবিদ, গৱেষকসকলে ভাষাবিজ্ঞানৰ বিভিন্ন পদ্ধতিৰে অধ্যয়ন কৰি অসমৰ ভাষা-চৰ্চাক আগবঢ়াই নিবলৈ যত্ন কৰিছে। অসমৰ পত্ৰিকা-আলোচনীসমূহৰ ভিতৰত 'অসম সাহিত্য সভা পত্ৰিকা'ত ভাষাবিষয়ক কেইবাটাও নতুন দিশ উন্মোচিত হৈছে। প্ৰথমতে বিপন্ন ভাষা অধ্যয়নৰ ক্ষেত্ৰত অসম সাহিত্য সভা পত্ৰিকাত প্ৰথম চিন্তা-চৰ্চা হৈছে বুলি ক'ব পাৰি। দ্বিতীয়তে ভাষা-চৰ্চাৰ চিন্তা-চৰ্চাৰো বাট মুকলি কৰিবলৈ সক্ষম হৈছে। তৃতীয়তে অৰুণাচলৰ টাংচা ভাষাৰ বিষয়ে অসম সাহিত্য



সভা পত্ৰিকাতে বিস্তৃতভাৱে প্ৰথম আলোচিত হৈছে। তদুপৰি 'অসম সাহিত্য সভা পত্ৰিকা'ই এদল নতুন মুখৰ ভাষা-চৰ্চাকাৰীক পোহৰলৈ আনিছে বুলি ক'লেও বঢ়াই কোৱা নহয়। কিয়নো 'অসম সাহিত্য সভা পত্ৰিকা'ত লিখা গৰিষ্ঠসংখ্যক লেখকেই নবীন।

৩.৫ যি কি নহওক অসম সাহিত্য সভা পত্ৰিকাক (কেৱল উপেন ৰাভা হাকাচাম আৰু জ্যোতিৰেখা হাজৰিকা সম্পাদিত) ভাষাবিষয়ক প্ৰবন্ধৰে সমৃদ্ধ কৰা প্ৰবীন-নবীণ ভাষা-চৰ্চাকাৰীসকল হৈছে— ডিম্বেশ্বৰ নেওগ, পদ্মনাথ গোহাঞিবৰুৱা, ৰমেশ পাঠক, লীলাৱতী শইকীয়া বৰা, দীপ্তিফুকন পাটগিৰি, টাবু টাইদ, অৰ্পণা কোঁৱৰ, যমুনা বৰগোহাঁই, উপেন ৰাভা হাকাচাম, ললিত চন্দ্ৰ ৰাভা, মলিনা দেৱী ৰাভা, চাৰু মোহন ৰাভা, মনেশ্বৰ দেউৰী, ষড়ানন দেউৰী, জ্যোতিৰেখা হাজৰিকা, বিভা ভৰালী, ফুকন বসুমতাৰী, খগেন শৰ্মা, প্ৰণীতা দেৱী, দিগন্ত গগৈ, হীৰা মান্না দাস, উমেশ দাস, জুৰি শৰ্মা, অনুৰাধা শৰ্মা, বিশ্বজিৎ দাস, বলীন সন্দিকৈ, দীপক দাস, সেউজী শৰ্মা, ভাস্কৰজ্যোতি শৰ্মা, বন্দনা দত্ত হাজৰিকা, মনোৰঞ্জন মাৰাক, মনীষা তালুকদাৰ, দেবপ্ৰতিম হাজৰিকা, দীনৰাম শইকীয়া, পৱিত্ৰ বৰবৰা, নিবেদিতা চাংকাকতি, কৰবী গগৈ, জিতেন বেজবৰুৱা, দীপকজ্যোতি মহন্ত, তিলক বৰা, গোবিন্দ প্ৰসাদ ভূঞা, মধুমিতা চেতিয়া, মহাশ্বেতা দেৱী, বিশ্বজ্যোতি বৰ্মন, প্ৰেমানন্দ মোছাহাৰী, জ্যোতিৰ্ময় বৰদলৈ, ৰত্নেশ্বৰ মিলি, মৃণালী কাগয়ুং সোণোৱাল, কপুৰ চান্দ জৈন, ৰুমী শৰ্মা বৰঠাকুৰ ইত্যাদি। ইয়াৰে ৫০ জনৰ ভিতৰত প্ৰায় ৩০ জনেই নতুন ভাষা-চৰ্চাকাৰী। সেয়েহে ভাষা-চৰ্চাৰ দিশত অসম সাহিত্য সভা পত্ৰিকাই নতুনক প্ৰাধান্য দি এক উল্লেখযোগ্য ভূমিকা পালন কৰিছে বুলি ক'ব পাৰি।

৩.৬ উত্তৰ-পূৰ্বাঞ্চলৰ ভাষাসমূহৰ চৰ্চাতো অসম সাহিত্য সভা পত্ৰিকাই বলীষ্ঠ পদক্ষেপ গ্ৰহণ কৰিছে। উপেন ৰাভা হাকাচাম আৰু জ্যোতিৰেখা হাজৰিকা সম্পাদিত 'অসম সাহিত্য সভা পত্ৰিকা'কেইখনত চৰ্চা হোৱা উত্তৰ-পূৰ্বাঞ্চল তথা অসমৰ ভাষাসমূহ হৈছে— অসমীয়া, নেপালী, বঙলা, উৰিয়া, মৈথিলী, হিন্দী, ৰাজস্থানী, ইংৰাজী, মণিপুৰী, ডিমাচা, তিৱা, মিচিং, বৰো, গাৰো, ৰাভা, দেউৰী, টাই-টুৰুং, টাই-খাময়াং, চাহ জনগোষ্ঠী, অৰুণাচলৰ ভাষা, টাংচা ভাষা আৰু অৰুণামিজ ভাষা। অৱশ্যে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ ভাষাৰ বিষয়ে 'অসম সাহিত্য সভা পত্ৰিকা'ত যেনেদৰে চৰ্চা হ'ব লাগিছিল তেনেদৰে হোৱা নাই। তথাপি এই ভাষাসমূহৰ বিষয়ে পত্ৰিকাখনে চৰ্চা কৰি উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-চৰ্চাত এক বলীষ্ঠ পদক্ষেপ গ্ৰহণ কৰিছে।

**৪.০ সম্পাদকৰ দক্ষতা ঃ**

৪.১ অসম সাহিত্য সভা পত্রিকাৰ ২০০৯ চনৰ জুনৰ পৰা ২০১১ চনৰ মাৰ্চলৈকে মুঠ ৮ টা সংখ্যা সম্পাদনা কৰিছে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ বৰ্তমানৰ বিভাগীয় প্ৰধান উপেন ৰাভা হাকাচামে। অন্যহাতে ২০১১ চনৰ জুনৰ পৰা বৰ্তমানলৈকে মুঠ ৪ টা সংখ্যা যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহযোগী অধ্যাপিকা জ্যোতিৰেখা হাজৰিকাই সম্পাদনা কৰিছে। দুয়োগৰাকী সম্পাদকেই অসমীয়া বিষয়ৰ ভাষা শাখাৰ স্নাতকোত্তৰ আৰু ভাষা বিষয়তে বিশ্ববিদ্যালয়ৰ সন্মানীয় ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। সেয়েহে দুয়োজন সম্পাদকে ভাষা-চৰ্চা কৰি অসমৰ ভাষা-চৰ্চাত নতুন নতুন দিশৰ উন্মেষ ঘটাবলৈ সক্ষম হৈছে। অসমৰ ভাষা-চৰ্চাত বিভিন্ন গৱেষণামূলক গ্ৰন্থ আৰু গৱেষণামূলক প্ৰবন্ধ-পাতিৰে অৱদান আগবঢ়োৱা দুয়োজন সম্পাদকেই আনকো বাট দেখুৱাই এই দিশৰ চিন্তা-চৰ্চাক অধিক গতিশীল কৰাৰ চেষ্টা অব্যাহত ৰাখিছে। তদুপৰি ভাষাৰ ছাত্ৰ হিচাপে ভাষাৰ দিশতে নহয় সাহিত্য আৰু সংস্কৃতিৰ দিশতো তেখেতসকলৰ অৱদান উল্লেখনীয়।

৪.২ গ্ৰন্থ বা পত্ৰিকা এখনৰ সম্পাদকৰ দায়িত্ব আৰু কৰ্তব্য নিজে লিখা গ্ৰন্থখনতকৈ অধিক হয়। সম্পাদকৰ দক্ষতাৰ ওপৰতে গ্ৰন্থ বা পত্ৰিকাখনৰ গুণাগুণ নিৰ্ভৰ কৰে। সম্পাদকৰ দক্ষতাৰ অবিহনে এখন ভাল গ্ৰন্থ বা পত্ৰিকা আশা কৰিব নোৱাৰি। অসম সাহিত্য সভা পত্ৰিকাৰ আলোচিত দুয়োজন সম্পাদকৰে দক্ষতা তেখেতসকলৰ সম্পাদনাত পৰিলক্ষিত হৈছে। অসম সাহিত্য সভা পত্ৰিকা বুলিয়েই নহয় পূৰ্বতেও দুয়োজনে বিভিন্ন গ্ৰন্থ আৰু আলোচনী সম্পাদনা কৰি নিজৰ পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছে।

৪.৩ দুয়োজন সম্পাদক ভাষাবিষয়ৰ হোৱাৰ বাবে, নিজে ভাষা-চৰ্চা কৰাৰ বাবে অসম সাহিত্য সভা পত্ৰিকাতো অন্যান্য সাহিত্য-সংস্কৃতি সম্পৰ্কীয় প্ৰবন্ধৰ লগতে ভাষাবিষয়ক প্ৰবন্ধ প্ৰকাশ কৰাত অধিক মনোযোগ দিয়া পৰিলক্ষিত হৈছে। তেওঁলোকে সম্পাদনা কৰা এনে এখন অসম সাহিত্য সভা পত্ৰিকা নাই যিখনত ভাষাবিষয়ক প্ৰবন্ধ নাই। অৱশ্যে উপেন ৰাভা হাকাচামে সম্পাদনা কৰা ২০১০ চনৰ ছেপ্টেম্বৰত প্ৰকাশিত সংখ্যাটিত ভাষাবিষয়ক প্ৰবন্ধ প্ৰকাশ হোৱা নাই। সি যি নহওক দুয়োজন সম্পাদকে বহুসময় খৰচ কৰি অশেষ শ্ৰম আৰু কষ্টেৰে লেখকৰ পৰা বিভিন্ন বিষয়ক গৱেষণামূলক প্ৰবন্ধ সংগ্ৰহ, প্ৰবন্ধ নিৰ্বাচন, সম্পাদনা কৰা, আৰ্হি কাকত চোৱা, বৰ্ণাশুদ্ধিত গুৰুত্ব দিয়া, সম্পাদকীয় লিখা, পত্ৰিকাখনিক বিষয় অনুসৰি ভাগ ভাগকৈ পৰিপাটিকৈ সজোৱা, প্ৰয়োজন হ'লে সম্পাদকীয় টোকা দিয়া আদি



বিভিন্ন কামবিলাক অতি দক্ষতাৰে সমাধা কৰা পৰিলক্ষিত হৈছে।

৪.৪ দুয়োজনে সম্পাদনা কৰা অসম সাহিত্য সভা পত্ৰিকাসমূহত সাহিত্য-সংস্কৃতি সম্পৰ্কীয় অন্যান্য প্ৰবন্ধৰ লগতে সৰ্বমুঠ ৫৪ টা ভাষাবিষয়ক প্ৰবন্ধ প্ৰকাশ হৈছে। বিভিন্ন বিষয়ৰ যেনে— অসমৰ বিভিন্ন আৰ্য ভাষা, অসমীয়াৰ লগত অন্য ভাষাৰ তুলনা, অসমীয়া ভাষালৈ অন্য ভাষাৰ অৱদান, অসমীয়া আখৰ-জোঁটনি, উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ভাষা, বিপন্ন ভাষা, লেখকৰ ভাষা, ভাষাৰ তাত্ত্বিক দিশ, ভাষা-চৰ্চা— আদি প্ৰবন্ধসমূহে অসম সাহিত্য সভা পত্ৰিকাক ভাষা-চৰ্চাৰ দিশত এক সুকীয়া মাত্ৰা প্ৰদান কৰিছে। বিশেষকৈ উপেন ৰাভা হাকাচামৰ ২০১০ চনৰ মাৰ্চত প্ৰকাশিত 'সমন্বয় বিশেষ' সংখ্যাটিত সৰ্বাধিক ১৭ টা বিভিন্ন ভাষাবিষয়ক প্ৰবন্ধ আৰু জ্যোতিৰেখা হাজৰিকা সম্পাদিত ২০১১ চনৰ ছেপ্টেম্বৰ-অক্টোবৰ-নবেম্বৰত প্ৰকাশিত 'অসমীয়া আখৰ-জোঁটনি বিশেষ' সংখ্যাটিত সৰ্বাধিক ১৩ টা ভাষাবিষয়ক প্ৰবন্ধ প্ৰকাশ হৈছে। এই দুটা সংখ্যাৰ বাবেই অসম সাহিত্য সভা পত্ৰিকাত ভাষা-চৰ্চাই আৰু এখোজ আগবাঢ়ি গৈছে। সম্পাদক দুজনৰ দক্ষতাৰ বাবেই অসম সাহিত্য সভা পত্ৰিকাই অসমৰ ভাষা-চৰ্চাত এক উল্লেখযোগ্য স্থান দখল কৰিছে।

**৫.০ উপসংহাৰ ঃ**

ওপৰৰ আলোচনাৰ পৰা দেখা গৈছে যে ব্যক্তিগতভাৱে বা বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-চৰ্চাৰ পথাৰখন সমৃদ্ধিশালী কৰাৰ লগতে 'অসম সাহিত্য সভা পত্ৰিকা'ইও এক বিশেষ ভূমিকা পালন কৰিছে। আলোচনাৰ অন্তত পোৱা সিদ্ধান্তসমূহ তলত দাঙি ধৰা হৈছে।

১। ভাষা-চৰ্চাত 'অসম সাহিত্য সভা পত্ৰিকা'ই এক সুন্দৰ বাতাবৰণৰ সৃষ্টি কৰিছে।

২। অসমত বিভিন্ন বিষয়ত বিভিন্ন পদ্ধতিৰে ভাষা-চৰ্চা হোৱাৰ উপৰি 'অসম সাহিত্য সভা পত্ৰিকা'তো বিভিন্ন বিষয়ত বিভিন্ন পদ্ধতিৰে ভাষা-চৰ্চা হৈছে।

৩। 'অসম সাহিত্য সভা পত্ৰিকা'ত ভাষাবিষয়ক কেইবাটাও নতুন বিষয়ৰ চৰ্চা হৈছে।

৪। বহু নবীন লেখকে 'অসম সাহিত্য সভা পত্ৰিকা'ত লেখিবলৈ আৰম্ভ কৰিছে।

৫। 'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰকাশিত ভাষা বিষয়ক প্ৰবন্ধসমূহ মূলতঃ বৰ্ণনাত্মক, ঐতিহাসিক তুলনামূলক, ভেদাত্মক আৰু সমাজ ভাষাবৈজ্ঞানিক পদ্ধতিৰে অধ্যয়ন কৰা হৈছে। ইয়াৰ ভিতৰত বৰ্ণনাত্মক পদ্ধতিৰে অধ্যয়ন কৰা প্ৰবন্ধৰ সংখ্যাই বেছি।

৬। অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায়বিলাক ভাষাৰ বিষয়ে 'অসম সাহিত্য সভা পত্ৰিকা'ত চিন্তা-চৰ্চা হৈছে।

৭। বিভিন্ন জনগোষ্ঠীৰ ভাষাসমূহৰ বিষয়ে 'অসম সাহিত্য সভা পত্ৰিকা'ত চৰ্চা হোৱাৰ বাবে জনসাধাৰণৰ অধিক কাষ চাপি আহিছে আৰু ইয়ে বৰ অসমৰ ঐক্য-সংহতি ৰক্ষা কৰাত বিশেষ অৰিহণা যোগাইছে।

৮। ভাষা-চৰ্চাৰ ক্ষেত্ৰত 'অসম সাহিত্য সভা পত্ৰিকা'সমূহৰ সম্পাদকৰ দায়বদ্ধতা আৰু দক্ষতা সুন্দৰভাৱে প্ৰতিফলিত হৈছে।

৯। অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা-চৰ্চাত 'অসম সাহিত্য সভা পত্ৰিকা'ই উল্লেখযোগ্য ভূমিকা পালন কৰিছে।

এনেদৰে দেখা যায় যে, ভাষা-চৰ্চাত অসম সাহিত্য সভা পত্ৰিকাই বিশেষ গুৰুত্ব প্ৰদান কৰি অসমৰ ভাষা-চৰ্চাক বহুখিনি আগবঢ়াই আনিলে। সম্পাদকসকলৰ যত্নত অসম সাহিত্য সভা পত্ৰিকাই ভাষা-চৰ্চাই এক নতুন মাত্ৰা লাভ কৰি অসমৰ জাতীয় জীৱনলৈ আগবঢ়ালে এক বৃহৎ অৱদান। সাহিত্য-সংস্কৃতিৰ লগতে ভাষাবিষয়ক এনে অৱদানৰ বাবেই অসম সাহিত্য সভা আজি ইমান জনপ্ৰিয়। জাতীয় ঐক্য-সংসহতিত অৰিহণা যোগোৱা অসম সাহিত্য সভা পত্ৰিকাই অসমৰ ভাষা-চৰ্চাত কেইবাটাও নতুন দিশ উন্মোচিত কৰিছে আৰু নবীন ভাষা-চৰ্চাকাৰীসকলক আদৰি আনি ভাষা-চৰ্চাৰ পথাৰখনক অধিক সাৰুৱা কৰি তুলিছে। সেয়েহে ক'ব পাৰি অসমৰ ভাষা-চৰ্চাত অসম সাহিত্য সভা পত্ৰিকাই উল্লেখযোগ্য ভূমিকা পালন কৰি এখন উচ্চ আসন দখল কৰিবলৈ সমৰ্থ হৈছে।

**উৎস গ্ৰন্থ ঃ**

১। হাকাচাম, উপেন ৰাভা (সম্পা.) ঃ অসম সাহিত্য সভা পত্ৰিকা, ২০০৯ চনৰ জুনৰ পৰা ২০১১ চনৰ মাৰ্চলৈকে মুঠ ৮ টা সংখ্যা, প্ৰকাশক ঃ অসম সাহিত্য সভা।

২। হাজৰিকা, জ্যোতিৰেখা (সম্পা.) ঃ অসম সাহিত্য সভা পত্ৰিকা, ২০১১ চনৰ জুনৰ পৰা ২০১২ চনৰ মাৰ্চলৈকে মুঠ ৪ টা সংখ্যা, প্ৰকাশক ঃ অসম সাহিত্য সভা।

# উত্তৰ পূব ভাৰতৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকা

**নীলোৎপল শৰ্মা**

**০.০০১ আৰম্ভণি ঃ**

অসম সাহিত্য সভাৰ (চতুঃষষ্ঠিতম বৰ্ষ, চতুৰ্থ সংখ্যা, মাৰ্চ, ২০১০) ৰ'থাত্‌লাংছ' মধ্যকালীন অধিবেশনৰ সৈতে সংগতি ৰাখি প্ৰকাশ পোৱা পত্ৰিকা (সমন্বয় বিশেষ সংখ্যা)খনত অসমৰ থলুৱা জনজাতি বড়ো, ৰাভা, গাৰো, তিৱা, কাৰ্বি, দেউৰী, মিচিং, ডিমাচা, হাজং আদিৰ উপৰি অসমৰ থলুৱা জনগোষ্ঠী বা ভাষিক আৰু ধৰ্মীয় সম্প্ৰদায় হিচাপে টাইমূলীয় জনগোষ্ঠী, সোণোৱাল কছাৰী, কোচ ৰাজবংশী, মণিপুৰী, নেপালী, বঙালী, বিষ্ণুপ্ৰিয়া মণিপুৰী, মাৰোৱাৰী, শিখ (পাঞ্জাৱী), মুছলমান সম্প্ৰদায়, চাহ জনগোষ্ঠী আদিৰ জীৱনচৰ্যা স্পষ্টৰূপত উদ্ভাসিত হৈ উত্তৰ পূৰ্বাঞ্চলৰ বৈচিত্ৰ্যময় সংস্কৃতি তথা সামগ্ৰিক জীৱনধাৰাৰ ধাৰণা স্পষ্টৰূপত মূৰ্ত কৰি তুলিছে। অসমৰ বৰ্ণাঢ্য জনগোষ্ঠীসমূহৰ ভাষা-সাহিত্য-সংস্কৃতিৰ তথ্যসমৃদ্ধ এই পত্ৰিকাখন অসমৰ উৎসুক নৱ-প্ৰজন্ম তথা জাতীয় জীৱনৰ এক অমূল্য সম্পদ। পত্ৰিকাখনৰ সম্পাদক তথা বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক ড° উপেন ৰাভা হাকাচামে সম্পাদকীয় চিন্তাত এনেদৰে মন্তব্য কৰিছে—

*"এইবেলি অসম সাহিত্য সভাৰ ষষ্ঠ বাৰ্ষিক ৰথাত্‌লাংছ' মধ্যকালীন অধিবেশনৰ সৈতে সংগতি ৰক্ষা কৰি অসম সাহিত্য সভা পত্ৰিকাৰ মাৰ্চ, ২০১০ সংখ্যাটি (মোৰদ্বাৰা সম্পাদিত চতুৰ্থটি) সমন্বয় বিশেষ সংখ্যা হিচাপে কিছু সুকীয়া বিষয়বস্তুৰে বৰ্ধিত কলেবৰত উলিয়াবৰ বাবে সিদ্ধান্ত লোৱা হৈছে। সেই উদ্দেশ্যে আমি গতানুগতিকতা পৰিহাৰ কৰি তথাকথিত মূল সুঁতিৰ (Main-Stream) প্ৰতিষ্ঠিত লেখক-লেখিকাক একাষৰীয়াকৈ থৈ (পৰাপক্ষত) অসমৰ থলুৱা স্বকীয় ভাষা-*

---

লেখক গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ গৱেষক ছাত্ৰ।

*সংস্কৃতিধাৰী জনজাতীয়-অজনজাতীয় সম্প্ৰদায়ৰ আৰু অসমৰ বহিৰ্স্তিত থাকি সাহিত্য-চৰ্চা কৰা সাহিত্যিকসকলৰ পৰা বৰ অসমৰ সাতামপুৰুষীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সহাৱস্থান আৰু পাৰস্পৰিক আদান-প্ৰদানৰ এক সম্যক চিত্ৰ পাব পৰাকৈ লিখনীসমূহ আহ্বান কৰা হৈছিল।”*[1]

সম্পাদকীয় চিন্তনৰ এই কথাখিনিয়ে পত্ৰিকাখনৰ লক্ষ্য আৰু উদ্দেশ্যৰ কথা সুন্দৰভাৱে ব্যঞ্জিত কৰে। তদুপৰি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ নিজস্ব মাতৃভাষা থকা জনগোষ্ঠীয়ে দি অহা মৰ্যাদা, অসমীয়া সাহিত্যিক, বুদ্ধিজীৱী তথা জাতীয় সংগঠনসমূহে অসমীয়া ভাষাৰ প্ৰতি পোষণ কৰা মনোভাব, অসমৰ বাহিৰৰ অসমীয়াৰ অসমীয়া ভাষা, সাহিত্যৰ বিষয়ে সংকীৰ্ণ চিন্তা, উত্তৰ পূৰ্বাঞ্চলৰ থলুৱা ভাষা-সাহিত্য-সংস্কৃতিৰ পৰিচয় আৰু সেইবোৰৰ সংৰক্ষণ আৰু প্ৰসাৰৰ ক্ষেত্ৰত জাতীয় সংগঠনৰ ভূমিকা আৰু পাৰস্পৰিক প্ৰভাৱ আৰু সমন্বয়, প্ৰধানতঃ এই পাঁচটা দিশ পোহৰলৈ আনি উত্তৰ পূৰ্বাঞ্চলৰ বৈচিত্ৰ্যময় জনজীৱনক সৰ্বভাৰতীয় প্ৰেক্ষাপটত দাঙি ধৰাৰ ধৃষ্টতা সম্পাদকে আৰম্ভণিতে ব্যক্ত কৰিছে।

এক ব্যতিক্ৰম দৃষ্টিভংগী আৰু সম্পাদকৰ অন্বেষণমুখী প্ৰৱণতাই উত্তৰ পূৰ্বাঞ্চলৰ জনগোষ্ঠীসমূহৰ স্বকীয় নীতি-নিয়ম, ভাষা আৰু অন্যান্য বিশ্বাস আদিক পত্ৰিকাখনত সম্পূৰ্ণৰূপে প্ৰতিফলিত কৰাত সহায় কৰিছে। পত্ৰিকাখনত জনগোষ্ঠী বিশেষৰ সংকীৰ্ণ পৰিচয় আৰু ব্যাখ্যা আগবঢ়োৱাৰ বিপৰীতে বহল পৰিসৰত ঐতিহাসিক, সামাজিক পটভূমিসহঃ ব্যাখ্যা কৰাত গুৰুত্ব দিয়া হৈছে, যিয়ে পাঠক সমাজক বিষয় সম্পৰ্কে স্পষ্ট আৰু নিখুঁত ধাৰণা দিয়াত সহায় কৰিছে। তদুপৰি কোনো জনগোষ্ঠীৰ স্বকীয়তা প্ৰতীয়মান কৰাৰ বাবে সম্পাদকে তুলনাত্মক আলোচনাসমৃদ্ধ লেখাক প্ৰাধান্য দিছে। তুলনামূলক আলোচনাৰ মাধ্যমত জনগোষ্ঠীসমূহৰ পাৰস্পৰিক সমন্বয় আৰু বৈপৰীত্যৰ ধাৰণা মূৰ্ত হৈ উঠিছে। উত্তৰ পূৰ্বাঞ্চলৰ থলুৱা জনগোষ্ঠীসমূহৰ ভাষা-সাহিত্য আৰু সামগ্ৰিক জীৱনচৰ্যাক প্ৰতিনিধিত্ব কৰা এই অমূল্য পত্ৰিকাখনত ৬২ টা তথ্যসমৃদ্ধ প্ৰবন্ধ, দহটা অনূদিত গল্প আৰু কেইবাটাও অনূদিত কবিতাই স্থান লাভ কৰিছে। সেয়ে ভাষা, সাহিত্য আৰু সংস্কৃতিৰ দিশত এই গ্ৰন্থৰ যে অপৰিসীম মূল্য তাত দ্বিমত নাই।

**০.০০২ গৱেষণা পত্ৰৰ পৰিকল্পনা ঃ**

বৃহৎ কলেবৰৰ তথ্যসমৃদ্ধ পত্ৰিকাখন আঠটা প্ৰক্ৰমত বিভক্ত যদিও আমাৰ আলোচনাত আমি কাৰ্বি আংলঙৰ জনগোষ্ঠী, অবিভক্ত কাছাৰৰ জনগোষ্ঠী আৰু বৰ অসমৰ বড়ো আৰু ৰাভা জনগোষ্ঠী বিশেষত সন্নিৱিষ্ট বিভিন্ন ৰীতি-নীতি তথা জনজীৱনৰ সামগ্ৰিক ধাৰণাকহে মূৰ্ত কৰি তুলিম। পত্ৰিকাখনৰ শেষৰ দুটা অধ্যায়ে



সামৰি লোৱা জনগোষ্ঠীয় গ্ৰন্থ পৰিচয় আৰু অসম সাহিত্য সভাৰ স্বকীয় বাৰ্তাক আমাৰ আলোচনাত সন্নিৱিষ্ট নকৰো। অধ্যায় বিশেষে সংযোজিত হোৱা জনগোষ্ঠীয় গল্প-কবিতাৰ অনূদিত ৰূপসমূহৰ আলোচনাও আমাৰ গৱেষণা পত্ৰত অন্তৰ্ভুক্ত কৰা নাই।

**০.০০৩ কাৰ্বি আংলং আৰু কাৰ্বি জনগোষ্ঠী বিশেষ ঃ**

কাৰ্বি আংলঙৰ সম্যক পৰিচয়, ঐতিহাসিক পটভূমি, লোক-সংস্কৃতিক প্ৰতিফলিত কৰি এই অধ্যায়ত আঠটা তথ্যসমৃদ্ধ প্ৰবন্ধই স্থান লাভ কৰিছে।

**সঞ্জু বৰাৰ 'কাৰ্বি আংলঙৰ জনজীৱন'** শীৰ্ষক প্ৰবন্ধটিত কাৰ্বিসকল যে আদিম অসমৰ অধিবাসী সেই কথা আৰম্ভণিতে উল্লেখ কৰা হৈছে। *“কাৰ্বি জনগোষ্ঠীৰ লগতে জিলাখনত ডিমাচা, কুকি, তিৱা, ৰেংমা, খাছী, মিজো, মাৰ, বড়ো, মানটাই (শ্যাম) আদি জনজাতি, অসমীয়া, বঙালী, হিন্দভাষী, আদিবাসী, নেপালী, চাকমা, মণিপুৰী, বিলাসপুৰী আদি অজনজাতিৰ লোকে কাৰ্বি আংলঙত সমিলমিলে বসবাস কৰি আহিছে।”*[2] প্ৰবন্ধটিত কাৰ্বি আংলঙৰ ভিতৰৰ গাঁৱৰ অনুন্নত অৱস্থা, শিক্ষাৰ সংস্কাৰ নীতিয়ে ঢুকি নোপোৱা কেতবোৰ অঞ্চলৰ নিৰক্ষৰতাৰ সমস্যা আৰু উদ্যোগহীনতাই গঢ় দিয়া নিবনুৱা সমস্যাৰ প্ৰতি সৰ্বসাধাৰণক সজাগ কৰাৰ চেষ্টা কৰিছে। হিন্দু আৰু খ্ৰীষ্টান ধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত কাৰ্বিসকলৰ আৰ্থ-সামাজিক দিশৰ বিষয়ে প্ৰবন্ধটোত আলোচনা কৰা হৈছে। কাৰ্বি আংলঙৰ জনগোষ্ঠীসমূহ ডিমাচা, কুকি, তিৱা, ৰেংমা, খাছী, মিজো আদিৰ ঐতিহাসিক পৃষ্ঠভূমি, লোক-সংস্কৃতি আৰু সামগ্ৰিক জীৱনক উদ্ভাসিত কৰিব পৰা তথ্যৰে প্ৰবন্ধটি সমৃদ্ধ বুলি কোৱাত আপত্তি নাই।

**ৰংবং তেৰাঙৰ প্ৰবন্ধ 'অসমীয়া আৰু কাৰ্বি সংস্কৃতিৰ সমন্বয়'**ত কাৰ্বি জনগোষ্ঠীয়ে মাধৱ কন্দলি, শংকৰদেৱ আদিৰ সময়ৰ অসমীয়া জীৱন প্ৰবাহৰ সান্নিধ্য লাভ কৰাৰ কথা উল্লেখ কৰা হৈছে। কৃষি সভ্যতাত বিশ্বাসী শান্তিপূৰ্ণ কাৰ্বিসকলৰ প্ৰব্ৰজনৰ ইতিহাস ব্যাখ্যা কৰি প্ৰবন্ধকাৰে কলং, কপিলীৰ পাৰত অসমীয়া সমাজ জীৱনৰ লগত কাৰ্বিসকলে সংমিশ্ৰণৰ সুযোগ লাভ কৰা বুলি উল্লেখ কৰিছে। অসমৰ সংস্কৃতিৰ লগত জড়িত বহুতো শব্দ কাৰ্বিৰ স্বতন্ত্ৰ বুলি উল্লেখ কৰি অসমীয়া গামোচা, নাঙল, কোৰ আদি শব্দ উভয় ভাষাৰ পৰিপূৰক বুলিও তেওঁ উল্লেখ কৰিছে। তেনেদৰে পূজা-পাৰ্বণৰ নীতি-নিয়ম, বিশ্বাস আদিৰ ক্ষেত্ৰত অসমীয়া আৰু কাৰ্বিৰ সমাহৰণ লক্ষ্য কৰা যায়। কাৰ্বি গাঁৱৰ গাঁথনিত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ, ভৈয়ামৰ কাৰ্বিসকলে 'দুমাহী (কৃষিকেন্দ্ৰিক উৎসৱ) পালন কৰাৰ দৃষ্টান্ত, ক্ৰীড়াক্ষেত্ৰত অসমীয়া ঘিলা খেল, লাটুম খেল আদিতো সংমিশ্ৰণৰ কথা মনলৈ আহে। মূলতঃ প্ৰবন্ধটিত সমন্বয়ৰ

দিশত কৰা আলোচনাই আনুষংগিকভাৱে বহু মূল্যবান তথ্যৰ সন্ধান প্ৰদান কৰিছে।

ড° **বেণু গগৈৰ** প্ৰবন্ধ **'কাৰ্বি আংলঙৰ তিৱা সমাজ আৰু বৃহত্তৰ অসমীয়া সমাজ'**ত তিৱা বা লালুং লোকসকলৰ প্ৰজাতিগত বিশ্লেষণ, তিৱাসকলৰ বাসস্থান, জনসংখ্যা আদিৰ বিষয়ে উল্লেখ কৰা হৈছে। পাহাৰ আৰু ভৈয়ামত বসবাস কৰা তিৱাসকলৰ পাৰ্থক্যৰ উল্লিখন কৰি প্ৰবন্ধটোত তিৱা মহিলাৰ বন্ধন কাৰ্যত পাৰদৰ্শিতা, বিভিন্ন প্ৰচলিত উৎসৱৰ উল্লেখ আৰু তেওঁলোকৰ দ্বাৰা কৃত ঝুম খেতিৰ বহুলতাৰ আভাস দিছে। কাৰ্বি আংলঙৰ তিৱাসকলৰ অসমীয়াৰ লগত থকা সু-সম্পৰ্কৰ কথা উল্লেখ কৰি প্ৰবন্ধকাৰে ধৰ্মীয় ক্ষেত্ৰত তিৱাসকলৰ প্ৰাচীনতাৰ দৃষ্টান্ত দাঙি ধৰিছে গছ, বাঁহ, শিল আদিক পূজা কৰা কথাৰ জৰিয়তে। প্ৰবন্ধটিৰ শেষত লেখকে লোক-সাহিত্য আৰু নিজা ভাষাত চহকী এই পাহাৰী তিৱাসকলক সময়মতে ৰক্ষণাবেক্ষণ দিলে আৰু তেওঁলোকৰ ভাষা আৰু সংস্কৃতিৰ অধ্যয়ন কৰিলে অসমীয়া ভাষা আৰু সংস্কৃতি অধিক সমৃদ্ধিশালী হ'ব বুলি আশা কৰিছে।

**"সংস্কৃতিৰ এখিলা পাত ঃ কাৰ্বি বিননি গীত'** —শীৰ্ষক প্ৰবন্ধটিত লেখক **লংকাম টেৰণে** কাৰ্বিসকলৰ লোক-সম্পদ 'বিননি গীত' সম্পৰ্কে বিশ্লেষণাত্মক আলোচনা কৰিছে। কাৰ্বি প্ৰথা অনুসৰি কোনো লোকৰ মৃত্যু হ'লে যমপুৰীলৈ যোৱা বাট-পথৰ পৰিচয় দি করুণ বিননি গীত গোৱা হয়। এইবোৰে চহা জীৱনৰ মৌলিক প্ৰকাশক প্ৰতিনিধিত্ব কৰে। মৃতকৰ আত্মাৰ সদ্‌গতি কামনাৰ্থে কাৰ্বিসকলে পালন কৰা 'চমাংকান' উৎসৱৰ প্ৰয়োজনীয় চিৰা প্ৰস্তুতিৰ লগত এই বিননি গীতৰ প্ৰাসংগিকতা আছে। কাৰ্বিসকলে বিশ্বাস কৰে যে বিননি গীতৰ মাজেদি যদি মৃতকক চকুপানী দিয়া নহয় তেন্তে মৃতকে সিপুৰীত পানীৰ অভাৱত বিশেষ কষ্ট ভুগিবলগা হয়। ঠিক সেইদৰে মৃতকৰ অস্থি গ্ৰহণ কৰা কাৰ্যতো বিননি গীতৰ প্ৰয়োগ কৰা হয়। প্ৰবন্ধটিৰ মাজেৰে কাৰ্বি লোক-সমাজৰ অন্যতম সম্পদ বিননি গীতৰ আনুষংগিকতাত লোক-বিশ্বাসসমূহো স্পষ্ট ৰূপত উদ্ভাসিত কৰি তুলিছে। লোকচক্ষুৰ আঁৰত থকা জনগোষ্ঠীয় লোকাচাৰ প্ৰবন্ধটিৰ মাজেৰে মূৰ্ত হৈ উঠিছে।

**বসন্ত দাসৰ 'কাৰ্বি পুৰাকৃতি'** শীৰ্ষক প্ৰবন্ধটিত কাৰ্বিসকলৰ ঐতিহ্যৰ আভাস দিবলৈ যত্ন কৰা হৈছে। ঐতিহ্যময় পূব কাৰ্বি আংলঙৰ বৰগংগা, মহামায়া পাহাৰ, লাংহিনৰ গণেশ পথাৰ আৰু ওকমকাৰ বুঢ়াগোহাঁই থানৰ শিলামূৰ্তি, ভাস্কৰ্য, লিপি, পশ্চিম কাৰ্বি আংলঙৰ টিকাৰ ৰংআলু গাঁৱৰ শিলৰ সিংহাসন, শিলৰ অস্ত্ৰ আদিৰ কথা উল্লেখ কৰা হৈছে। তথ্যসমৃদ্ধ প্ৰবন্ধটি যে অনাগত দিনৰ সমল প্ৰাপ্তিৰ অন্যতম উৎস তাত দ্বিমত নাই। লেখাটিৰ জৰিয়তে প্ৰবন্ধকাৰে গৱেষণা নোহোৱা কাৰ্বি আংলঙৰ পুৰাকৃতিসমূহৰ প্ৰতি চৰকাৰৰ দৃষ্টি কামনা কৰিছে।



অসমীয়া ভাষা-সাহিত্যক মৃতপ্ৰায় অৱস্থাৰপৰা উদ্ধাৰ কৰি আত্মপ্ৰতিষ্ঠাৰ ক্ষেত্ৰত প্ৰেৰণা যোগোৱা মিছনেৰীসকলে কাৰ্বি ভাষা-সাহিত্যলৈ আগবঢ়োৱা অপৰিসীম অৱদানৰ কথা স্পষ্ট হৈ উঠিছে **বৰছিং ৰংফাৰৰ 'কাৰ্বি ভাষা সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান'** শীৰ্ষক লেখাটিত। ১৮৫৭ চনত মিছনেৰীসকলে অসমীয়া লিপিত প্ৰথম কাৰবি ভাষাৰ ছপা কিতাপ 'ধৰম আৰ্ণাম আফ্ৰাং ইকিথান', ১৮৯১ চনত 'আৰ্লেং আলাম' (কাৰ্বি পাঠ) ১৯০৮ চনত The Mikirs নামৰ কাৰ্বি জাতিৰ মৌলিক গ্ৰন্থ প্ৰকাশ কৰি কিদৰে জাতিটোক উপকৃত কৰিছিল তাৰ আলোচনাৰে প্ৰবন্ধটি ৰসোত্তীৰ্ণ হৈ পৰিছে।

**মনালিছা ৰংপিপীৰ 'কাৰ্বি লোক-সংস্কৃতিত বিয়া আৰু বিয়ানাম'** শীৰ্ষক প্ৰবন্ধটিত কাৰ্বি লোক-সমাজৰ বিভিন্ন ধ্যান-ধাৰণা প্ৰকট হৈ উঠিছে। কাৰ্বি ডেকাই নিজৰ মোমায়েকৰ ছোৱালী বিয়া কৰোৱাটো প্ৰাচীন নিয়ম বুলি প্ৰবন্ধটোত উল্লেখ কৰা হৈছে। কাৰ্বি সমাজৰ পাঁচটা ফৈদ থাকে, একে ফৈদৰ মাজত বিয়া হ'ব নোৱাৰে। কাৰ্বিসকলৰ বিয়াক আদামাছাৰ বা পিছ'পাংৰি নামেৰে জনা যায়, য'ত শুকান তিতা লাউক যথেষ্ট প্ৰাধান্য দিয়া হয়। কাৰ্বিসকলৰ বিয়াত বিয়াগীতৰ যোগেদি পৰস্পৰৰ উদ্দেশ্য আৰু মতামত বিনিময় কৰা হয়। প্ৰবন্ধটিৰ মাজেৰে কাৰ্বি চহা জীৱনৰ মৌলিক প্ৰকাশ উদ্ভাসিত হৈ উঠা বুলি ক'ব পাৰি।

**পাৰি ৰংপিৰ 'কাৰ্বি সাহিত্যৰ বাটকটীয়াসকল'** শীৰ্ষক লেখাটিত কাৰ্বি সাহিত্যৰ প্ৰাথমিক অভ্যুত্থান সন্দৰ্ভত মিছনেৰীসকলৰ অৱদানৰ কথা উল্লেখ কৰি ১৯৩৭ চনত সূত্ৰপাত হোৱা কাৰ্বি সাহিত্যৰ প্ৰকৃত ৰূপৰ কথা উল্লেখ কৰা হৈছে। বংলং তেৰাং নামৰ কাৰ্বি সাহিত্যৰ প্ৰধান বাটকটীয়াজনৰ কালজয়ী ৰচনাসমূহৰ কথা প্ৰথমতে উল্লেখ কৰি লেখকে লংকাম টেৰণ, ৰংবং তেৰাং, জয়ছিং তেৰাং, ছামছিং হাঞ্চে, লুনছে তিমুং, বসন্ত দাস, বিদৰছিং ক্ৰ' আদিৰ কথা সৃষ্টিকৰ্মসমূহৰ সমান্তৰালভাৱে উল্লেখ কৰিছে। প্ৰবন্ধটিত কাৰ্বি সাহিত্যক সমৃদ্ধ কৰা সাহিত্যিকসকলৰ ধাৰাবাহিক উল্লিখনে অনুজচামক কাৰ্বি সাহিত্যৰ গৱেষণাৰ ক্ষেত্ৰত উৎকৃষ্ট প্ৰেৰণা যোগাব।

**০.০০৪ অবিভক্ত কাছাৰ আৰু ইয়াৰ জনগোষ্ঠী বিশেষ ঃ**

এই অধ্যায়ত বৃহত্তৰ বৰাক উপত্যকাৰ সামগ্ৰিক জীৱনধাৰা মূৰ্ত হৈ উঠিছে পাঁচটা তথ্যমূলক, বিশ্লেষণধৰ্মী প্ৰবন্ধৰ জৰিয়তে।

**'বৰাক উপত্যকাৰ লোক-সংস্কৃতিৰ আভাস'** শীৰ্ষক প্ৰবন্ধটিৰ মাধ্যমত প্ৰবন্ধকাৰ **সুহাগমণি বৰ্মণে** বৃহত্তৰ কাছাৰ অঞ্চলৰ সামগ্ৰিক জীৱনধাৰাক মূৰ্ত কৰি

তোলাৰ বাবে কৰা প্ৰচেষ্টাই সাৰ্থকৰূপ লাভ কৰিছে। সমাহৰণ প্ৰক্ৰিয়াৰ জৰিয়তে এক বিশেষ ৰূপ লাভ কৰা বৃহত্তৰ কাছাৰ অঞ্চলৰ ডিমাচা, মৈটেই মণিপুৰী, মুছলিম মণিপুৰী, বিষ্ণুপ্ৰিয়া, বাংলাভাষী মুছলিম, নেপালী, চাহ জনগোষ্ঠী, খাছিয়া, মাৰ, কুকি, ৰিয়াং, ৰংমাই, মিজো, কাৰ্বি, খ্ৰীষ্টান, জৈন, শিখ, ৰাজবংশী, চুতিয়া, আহোম, কোচ, কৈৱৰ্ত, শূৰ, বৈশ্য, ক্ষত্ৰিয় আদিৰ মিশ্ৰিত সংস্কৃতিয়ে প্ৰবন্ধটিত ভুমুকি মাৰিছে। নিজ নিজ সংস্কৃতিত চহকী গোষ্ঠীবিশেষৰ স্বকীয়তাই এই অঞ্চলৰ মাঘবিহুৰ ভেলাঘৰ, মেজিঘৰ, পিঠা-পনাৰ ব্যৱহাৰ, লাউপানীৰ ব্যৱহাৰ, নামঘৰসমূহৰ কীৰ্তন, বৰদিন, ঈদ আদি উৎসৱৰ লোকাচাৰসমূহত প্ৰাণৱন্ত হৈ উঠিছে। তদুপৰি বিবাহৰ বৈচিত্ৰ্য, বিয়াৰ জুৰুণী গীত (বংগভাষী মহিলাই গায়), ক্ষৌৰকৰ্মৰ গীত, দৰা সজোৱা গীত, কইনা সজোৱা গীত, দৰাক ৰভাতলীলৈ নিয়া গীত, ফুলশয্যাৰ গীত, ফিৰাযাত্ৰা গীত (প্ৰথমবাৰ দৰাই কন্যাসহ শহুৰৰ ঘৰলৈ যোৱা গীত), কালা ঠাকুৰৰ কীৰ্তন (মহিলাসকলে নাচি গায়), বন্দনা গীত, দশাৱতাৰৰ গীত আদিৰ কথা প্ৰবন্ধটিত ব্যাখ্যা কৰা হৈছে। বাউলা গীত আৰু ধামাইল নৃত্য-গীত বৰাক উপত্যকাবাসীৰ বৰ প্ৰিয় অনুষ্ঠান। বাউলা গীতবোৰ পুৰুষ-মহিলাই গোটেই নিশা লগ লাগি গায়। বৰাক উপত্যকাৰ গৌড়ীয় বৈষ্ণৱ সম্প্ৰদায়ে নাম সংকীৰ্তন গায়। তেনেদৰে নিমাস সন্যাস বুলি এবিধ গীতৰ প্ৰচলনো লক্ষ্য কৰিব পাৰি। তাত বিদায় গীত, শচী দেৱীৰ গীত গোৱা হয়। প্ৰবন্ধটিত বৃহত্তৰ বৰাক উপত্যকাৰ কাতি সংক্ৰান্তিৰ ভোলাভুলি উৎসৱ, কাতি মাহৰ গৰু উৎসৱ, পদ্মাপুৰাণৰ গীত অতি শ্ৰদ্ধাসহঃ গোৱা প্ৰৱণতা, মাঘ বিহুৰ গীত, 'মাৰ' সম্প্ৰদায়ৰ নিজস্ব লোক-সংস্কৃতি, বিষ্ণুপ্ৰিয়াসকলৰ স্বকীয় সংস্কৃতিৰ ধাৰণাও প্ৰদান কৰা হৈছে।

**সঞ্জীত কুমাৰ বৰদলৈৰ 'বৰাক উপত্যকাৰ কবি সাহিত্যিক'** শীৰ্ষক প্ৰবন্ধটিৰ আৰম্ভণিতে প্ৰত্নতত্ত্ববিদ, গৱেষক ৰাজমোহন নাথৰ কথা উল্লেখ কৰা হৈছে। ২২ খন অসমীয়া, ২৮ খন বাংলা আৰু এঘাৰখন ইংৰাজী গ্ৰন্থ প্ৰণয়ন কৰি খ্যাতি অৰ্জন কৰা ৰাজমোহন নাথক বৰাক উপত্যকাৰ অগ্ৰণী সাহিত্যিকৰূপে লেখকে স্বীকাৰ কৰিছে। ষাঠিৰ দশকৰ পাছৰ পৰা গদ্য আৰু কবিতাই বিস্তাৰ লাভ কৰা বৰাক উপত্যকাৰ ভুৱনেশ্বৰ বাচস্পতি, চন্দ্ৰমোহন বৰ্মণ, ৰাম কুমাৰ নন্দী আদি কবিৰ পিছতেই 'অতন্দ্ৰ সাহিত্য গোষ্ঠী'ক অঞ্চলটিৰ ভাষা-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত মৰ্যাদা প্ৰদান কৰা হৈছে। উপত্যকাটোৰ শক্তিপদ ব্ৰহ্মচাৰী, করুণা ৰঞ্জন ভট্টাচাৰ্য, উদয়ন ঘোষ, আব্দুল হুছেইন, বিজিৎ কুমাৰ ভট্টাচাৰ্য, অনুৰূপা বিশ্বাস, ড° তপোচীত ভট্টাচাৰ্য, বদৰুজ্জামান চৌধুৰী আদি কবি, সাহিত্যিকৰ বৰাক উপত্যকাৰ প্ৰতি প্ৰতিফলিত দায়বদ্ধতা প্ৰকাশি উঠিছে।



তুলনামূলক আলোচনাৰ মাধ্যমত **'অসমীয়া আৰু ডিমাচা শব্দ সম্ভাৰ'**ৰ বিষয়ে আলোচনা কৰা হৈছে **বিশ্বজ্যোতি বৰ্মণৰ** প্ৰবন্ধটিত। ডিমাচা শব্দৰ ওপৰত সংস্কৃতৰ প্ৰভাৱৰ অক্ষুণ্ণতা আৰু অসমীয়া ভাষাৰ লগত থকা সাদৃশ্যৰ ভিত্তিত দৃষ্টান্তমূলক আলোচনাত প্ৰবন্ধটি ৰসোত্তীৰ্ণ হৈ পৰিছে। প্ৰবন্ধটিত লেখকে ডিমাচা আৰু অসমীয়াৰ সম্পূৰ্ণ আৰু আংশিক সাদৃশ্য থকা কিছু শব্দৰ তালিকাও উল্লেখ কৰিছে। উদাহৰণস্বৰূপে—

| ডিমাচা | অসমীয়া |
|---|---|
| বটৰ | বতৰ |
| খেল | খেল |
| দলং | দলং |
| ৰিছা | ৰিহা |
| আখি | আখৈ, ইত্যাদি। |

অসমৰ ভৌগোলিক সীমাৰ বিভিন্ন প্ৰান্তত সিঁচৰতি হৈ থকা মণিপুৰী মেইটেইসকলৰ অসমৰ সমাজ-সংস্কৃতিলৈ অৱদান সন্দৰ্ভত **ড° এম্ গোপাল সিংহই** আলোচনা কৰিছে **'অসমীয়া সমাজ-সংস্কৃতিলৈ মণিপুৰী মেইটেইসকলৰ অৱদান'** শীৰ্ষক প্ৰবন্ধটিত। ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক কাৰণবশতঃ নিজ জন্মভূমি ত্যাগ কৰি প্ৰব্ৰজিত হোৱা মণিপুৰী লোকসকলে অসমৰ ব্ৰহ্মপুত্ৰ, বৰাক আদি ঠাইত সংস্থাপিত হৈ কিদৰে নিজস্ব সংস্কৃতিৰ লগত সেই ঠাইৰ সংস্কৃতিৰ সংমিশ্ৰণ ঘটাইছিল তাৰ বৰ্ণনাৰে প্ৰবন্ধটি সমৃদ্ধ হৈ উঠিছে। সাতটা ফৈদত বিভক্ত মেইটেইসকলৰ সমাজৰ ৰীতি-নীতি, সমাজ ব্যৱস্থা, কটকটীয়া নিয়ম শৃংখলাৰ দ্বাৰা পৰিচালিত। মেইটেইসকলে শিশু জন্মৰ লগত সংগতি ৰাখি বহুতো ৰীতি-নীতি, লোকাচাৰ পালন কৰে। পিতৃপ্ৰধান মণিপুৰী মেইটেই সমাজত বিবাহৰ ৰীতি-নীতি, মৃতকৰ শ্ৰাদ্ধ আদি ক্ষেত্ৰতো স্বকীয় বৈশিষ্ট্য দেখা যায়। *"অসমীয়া সংস্কৃতিলৈ মণিপুৰী মেইটেইসকলৰ অৱদান বুলিলে ধৰ্মীয় দেৱ-দেৱী, বিশ্বাস ইত্যাদিক কেন্দ্ৰ কৰি বছৰৰ বিভিন্ন ঋতু, তিথি, মাহ আৰু বাৰৰ লগত সংগতি ৰাখি উদ্‌যাপিত উৎসৱ-পাৰ্বণ।"*[৩] প্ৰবন্ধটিৰ শেষত প্ৰবন্ধকাৰে মণিপুৰী মেইটেইসকলৰ ঐতিহ্য, ইতিহাস, সাহিত্য, সমাজ-সংস্কৃতিৰ সকলো দিশত অধ্যয়ন তথা বিচাৰ-বিশ্লেষণৰ পোষকতা কৰিছে।

**দিল্‌স লক্ষ্মীন্দ্ৰ সিংহৰ "নিখিল বিষ্ণুপ্ৰিয়া মণিপুৰী সাহিত্য পৰিষদ ঃ এটি অবলোকন"** শীৰ্ষক প্ৰবন্ধটিত ১৯৬৩ চনত আত্মপ্ৰকাশ কৰা নিখিল বিষ্ণুপ্ৰিয়া মণিপুৰী পৰিষদে ভাষা-সাহিত্যৰ বিকাশক লক্ষ্য কৰি কাৰ্যপন্থা গ্ৰহণ কৰা বিষয়টোক গুৰুত্ব সহকাৰে ব্যাখ্যা কৰা হৈছে। বিভিন্ন গ্ৰন্থ প্ৰকাশ তথা মুখপত্ৰ আদি প্ৰকাশৰ যোগেদি

এক জাগৰণৰ সৃষ্টি কৰা পৰিষদে মণিপুৰী সংস্কৃতিৰ সংৰক্ষণ আৰু প্ৰসাৰৰ বাবে অশেষ অৱদান আগবঢ়োৱা বুলি প্ৰবন্ধকাৰে মুক্তকণ্ঠে স্বীকাৰ কৰিছে।

**০.০০৫ বৰ অসমৰ জনজাতি বিশেষ ঃ**

এই প্ৰক্ৰমত বড়ো জনগোষ্ঠীৰ বিষয়ে তথ্যসমৃদ্ধ পাঁচটা প্ৰবন্ধ, ৰাভা জনগোষ্ঠী সম্পৰ্কীয় চাৰিটা প্ৰবন্ধ, তিৱা জনগোষ্ঠীবিষয়ক দুটা প্ৰবন্ধ, মিচিং জনগোষ্ঠীৰ সামগ্ৰিক জীৱনচৰ্যা প্ৰতিফলিত তিনিটা প্ৰবন্ধ, দেউৰী জনগোষ্ঠীৰ বিষয়ে দুটা প্ৰবন্ধ আৰু ভাষিক সম্প্ৰদায় হিচাপে সোণোৱাল কছাৰী ভাষা সম্পৰ্কীয় চাৰিটা প্ৰবন্ধ, সৰ্বমুঠ একৈশটা প্ৰবন্ধই স্থান লাভ কৰাৰ উপৰি জনগোষ্ঠী বিশেষৰ অনূদিত গল্প, কবিতায়ো স্থান লাভ কৰিছে।

**০.০০৫.০১ বড়ো জনগোষ্ঠী বিশেষ ঃ**

ড° ফুকন বসুমতাৰীৰ **'ভাৰতীয় প্ৰেক্ষাপটত বড়ো সংস্কৃতি আৰু পাৰস্পৰিক সমাহৰণৰ চানেকি'** শীৰ্ষক প্ৰবন্ধটিত লেখকে প্ৰথমতে বড়োসকল সিঁচৰতি হৈ থকা বিশাল ভূ-খণ্ডৰ উল্লেখ কৰিছে। ভাৰতীয় বৈচিত্ৰ্যময় সংস্কৃতিত বড়োসকলৰ অৱদানৰ কথা উল্লেখ কৰি বড়ো লোক-সাহিত্যৰ সন্নিবিষ্ট ইতিহাস আশ্ৰিত জাওলীয়া দেৱানৰ কাহিনী আৰু বিগৌশ্ৰী ছিখলাৰ কাহিনীত ব্ৰিটিছ অগ্ৰাসনৰ বিৰুদ্ধে প্ৰতিবাদৰ হুংকাৰ প্ৰত্যক্ষ কৰা বুলি মন্তব্য কৰিছে। তদুপৰি বড়ো ভাষাই কিদৰে তিব্বতবৰ্মীয় বৈশিষ্ট্যৰ পৰা আঁতৰি কিছুক্ষেত্ৰত ভাৰতীয় আৰ্য ভাষাৰ বৈশিষ্ট্যক শব্দ, ধ্বনি, ৰূপগত দিশত ব্যঞ্জিত কৰিছে তাৰো উল্লেখ কৰিছে। এই ক্ষেত্ৰত প্ৰবন্ধকাৰে মন্তব্য কৰিছে এনেদৰে—

*"বড়ো ভাষাৰ উৎস তিব্বতবৰ্মীয় ভাষা হ'লেও সম্প্ৰতি বড়ো ভাষাই বহু পৰিমাণে তিব্বত-বৰ্মীয় বৈশিষ্ট্য ত্যাগ কৰি ভাৰতীয় আৰ্যভাষাৰ কিছু কিছু বৈশিষ্ট্য গ্ৰহণ কৰি লৈছে। শব্দ, ধ্বনি, ৰূপতত্ত্ব আৰু বাক্যতত্ত্ব আদিৰ ক্ষেত্ৰত প্ৰভাৱ পৰিলক্ষিত হয়। এই প্ৰভাৱ স্বাভাৱিক আৰু অনন্য, বড়ো ভাষাত এনে অনেক শব্দ সম্ভাৰ আছে, যাৰ উৎস প্ৰাচীন তিব্বতবৰ্মীয় ভাষাত পোৱা নাযায়। অথচ ইয়াৰ উৎস সংস্কৃত আৰু অসমীয়া ভাষাত আছে। যেনে নেউল, ফেঁচা, কাহি, শিয়াল, শগুণ, হাঁহ, নাঙল আদি বহুতো শব্দক বড়ো ভাষাত ধ্বনি পৰিৱৰ্তন পদ্ধতিৰে ব্যৱহাৰ কৰা হৈছে।"*[৪]

ইয়াৰ উপৰি প্ৰবন্ধটিত প্ৰবন্ধকাৰে ৰূপতাত্ত্বিক দিশতো বড়ো ভাষাৰ সমাহৰণৰ উদাহৰণ দাঙি ধৰিছে—

*"অসমীয়া ভাষাৰ দৰে বড়ো ভাষাতো প্ৰাণীবাচক শব্দৰহে লিংগ নিৰ্ণয় কৰা হয়। তিব্বতবৰ্মীয় আন আন ভাষাৰ দৰে বড়ো ভাষাতো মতা-মাইকী অৰ্থাৎ পুৰুষ-স্ত্ৰী বুজোৱা বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰি লিংগ ভেদ কৰা হয়। বড়ো ভাষাত মানুহৰ ক্ষেত্ৰত মতা বুজাবলৈ 'হৌৱা' আৰু মাইকী বুজাবলৈ 'হিনজাৱ' শব্দৰ প্ৰয়োগ আছে। এই প্ৰণালীক অসমীয়া ভাষাৰ লগত তুলনা কৰিব পাৰি। যথা,*

**অসমীয়া**

*পুং. লিং. — মতা মানুহ স্ত্ৰী. লিং. — মাইকী মানুহ*

**বড়ো**

*পুং. লিং. — হৌৱা মান্‌চি স্ত্ৰী. লিং. — হিনজাৱ মান্‌চি*

*বড়ো ভাষাত চৰাই-চিৰিকতি আৰু অন্যান্য জীৱ-জন্তুৰ ক্ষেত্ৰত প্ৰতিটোৰ বাবে পুংলিংগ-স্ত্ৰীলিংগ সূচোৱা বেলেগ বেলেগ শব্দৰ প্ৰয়োগ আছে। যথা,*

*পুং. লিং. — দাউ জৌলা (মতা চৰাই)*

*স্ত্ৰী. লিং. — দাউ জৌ (মাইকী চৰাই)"*[৫]

তদুপৰি প্ৰবন্ধটিত সময়ৰ বিৱৰ্তনত সংমিশ্ৰিত ৰূপ লাভ কৰা বড়ো ভাষা, সংস্কৃতিৰ বিশ্লেষণাত্মক ব্যাখ্যা আগবঢ়োৱা হৈছে।

**ৰত্নেশ্বৰ বসুমতাৰীৰ 'অসমীয়া আৰু বড়ো ভাষা-সাহিত্য-সংস্কৃতিলৈ অৱদান আগবঢ়োৱা বড়োমূলজ পুৰোধা ব্যক্তিসকল'** শীৰ্ষক প্ৰবন্ধটিৰ আৰম্ভণিতে প্ৰবন্ধকাৰে বড়ো জনগোষ্ঠীৰ প্ৰজাতিগত বিশ্লেষণ আৰু ইতিহাস সন্দৰ্ভত চমু ব্যাখ্যা আগবঢ়াইছে। ইংৰাজ শাসনকালত আৰু ভাৰতৰ স্বাধীনতাৰ পিছত বৃহত্তৰ মংগোলীয় বড়ো ফৈদৰ শিক্ষিত-অশিক্ষিত জনসাধাৰণে কিদৰে আন্দোলনত জঁপিয়াই পৰিছিল তাৰো উল্লেখ প্ৰবন্ধকাৰে কৰিছে। মণিৰাম কছাৰী, ৰতন কছাৰী, লেৰেলা বড়ো, যোগেন বসুমতাৰী, মণিশংকৰ বসুমতাৰী আদি তাৰ ভিতৰত প্ৰধান। ঠিক তেনেদৰে স্বাধীনতাৰ পূৰ্বে আৰু স্বাধীনোত্তৰ কালত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ অৱদান আগবঢ়োৱা উজনি অসমৰ যাদব চন্দ্ৰ খাখলাৰী, নামনি অসমৰ সতীশ চন্দ্ৰ বসুমতাৰী, ৰূপনাথ ব্ৰহ্মা, সীতানাথ ব্ৰহ্ম চৌধুৰী, মদাৰাম ব্ৰহ্ম আদিৰ কথা লেখকে উল্লেখ কৰিছে। তাৰ পিছত লেখকে অসমৰ জাতীয় জীৱনৰ অন্যতম পুৰোধা বড়ো বংশোদ্ভৱ বিষ্ণুৰাভাৰ বিশেষ বিস্তৃত আলোচনা কৰিছে। তাৰ পিছত বড়ো ভাষা, সংস্কৃতিৰ অন্যতম গৱেষক পণ্ডিত ভবেন নাৰ্জী (লেখক, গৱেষক, সাহিত্যিক, ভাষাবিদ, সমাজকৰ্মী, ৰাজনীতিবিদ)ৰ কথা অৱতাৰণা কৰি লেখকে কৈছে— *"ভবেন নাৰ্জীদেৱ অকল সু-সাহিত্যিক আৰু ৰাজনীতিবিদেই নহয়, তেওঁ এজন ভাল শিল্পী আছিল। তেওঁ সুন্দৰ সুৰ লগাই বড়ো গীতবোৰ গাইছিল, সুন্দৰ বাঁহী বজাইছিল।"*[৬]

পণ্ডিত ভবেন নাৰ্জীৰ দ্বাৰা ৰচিত গ্ৰন্থৰ তালিকাও লেখকে প্ৰদান কৰিছে। তাৰ ভিতৰত 'বড়ো কছাৰী জনসাহিত্য', 'বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি', 'বড়ো কছাৰীৰ গীত-মাত', 'সংক্ষিপ্ত বড়ো ভাষা শিক্ষা' আদি প্ৰধান আৰু আজিও প্ৰাসংগিক।

অসমৰ অনাদৃত, অৱহেলিত বড়ো সমাজৰ আকাশত উজ্জ্বল জ্যোতিষ্কৰ দৰে আবিৰ্ভাৱ হোৱা জননেতা ৰূপনাথ ব্ৰহ্মাৰ কথা উল্লেখ কৰি লেখকে ব্ৰহ্মাৰ চেষ্টাতে বড়ো সমাজৰ কু-সংস্কাৰ, অন্ধবিশ্বাস দূৰ হোৱা বুলি বিশ্বাস কৰিছে। তদুপৰি প্ৰবন্ধটিত সীতানাথ ব্ৰহ্মাচৌধুৰীৰ প্ৰতিভাৰ বিস্তৃত আলোকপাত কৰা হৈছে। তাৰ পিছত ৰামচৰণ ব্ৰহ্মা, ৰামদাস বসুমতাৰী, ৰামদাস বড়ো, মংগল চণ্ডী ব্ৰহ্মা, অনুপমা বসুমতাৰী, অমৃত বসুমতাৰী, ৰত্নেশ্বৰ বসুমতাৰী, শৰৎ বড়ো আদি বড়োমূলীয় মহান ব্যক্তিসকলৰ নাম উল্লেখ কৰিছে। সমগ্ৰ প্ৰবন্ধটিত বড়োমূলীয় সমাজ সংস্কৃতিপ্ৰেমী ব্যক্তিত্বৰ প্ৰতিফলন ঘটিছে।

**তৰেণ বড়োৰ প্ৰবন্ধ 'বড়ো ভাষা-সাহিত্যৰ বিকাশত বড়ো সাহিত্য সভাৰ ভূমিকা'**ত প্ৰথমতে বড়ো ভাষাৰ সামাজিক প্ৰতিষ্ঠাত মিছনেৰীসকলৰ অৱদান সন্দৰ্ভত তাৎপৰ্যপূৰ্ণ ব্যাখ্যা আগবঢ়োৱা হৈছে। ভাৰতলৈ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰাৰ্থে অহা মিছনেৰীসকলে প্ৰথমতে নিজস্ব স্বাৰ্থত আছিল যদিও শেষত বড়ো ভাষাৰ বিভিন্ন দিশ অধ্যয়ন কৰি ভাষাটোক মান্যতা প্ৰদান কৰিবলৈ চেষ্টা কৰা বুলি উল্লেখ কৰিছে। তাৰ পিছত প্ৰবন্ধকাৰে প্ৰাক্‌স্বাধীনতা যুগত বড়ো ভাষা-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত কটন কলেজৰ বড়ো ছাত্ৰ সমাজৰ কৰ্তব্যপৰায়ণতাৰ কথা উল্লেখ কৰিছে। স্বৰাজোত্তৰ কালৰ বড়ো ভাষা-সাহিত্যত নৱজাগৰণৰ উন্মেষণ ঘটোৱা Bodo Literary Clubৰ প্ৰেৰণাত বড়ো লোকসকলে সৃষ্টিমূলক বিভিন্ন ৰচনা কৰাৰ কথা লেখকে উল্লেখ কৰিছে। সেই সময়ত উদীয়মান যুৱকসকলৰ প্ৰচেষ্টাত 'বড়ো কল্যাণ সমিতি' শীৰ্ষক এক অনুষ্ঠানৰ জন্ম হৈছিল। এই সমিতিৰ উদ্যোগত ১৯৪২ চনৰ ১৫ আৰু ১৬ নৱেম্বৰত দুদিনীয়া কাৰ্যসূচীৰে 'বড়ো জাতীয় অভিৱৰ্তন' আয়োজন কৰা হয় আৰু এই অভিৱৰ্তনতেই 'বড়ো সাহিত্য সভা'ৰ জন্ম হয়। বড়ো সাহিত্য সভাৰ নীৰলস প্ৰচেষ্টাৰে বড়ো ভাষাই ১৯৬৩ চনত অসমত মাধ্যম হিচাপে স্বীকৃতি পায়। ইয়াৰ পিছত পৰ্যায়ক্ৰমে ১৯৬৮ চনত মধ্য ইংৰাজীত ১৯৭২ চনত উচ্চ ইংৰাজী বিদ্যালয়ত ই স্বীকৃতি পায়। ১৯৯৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত বড়ো ভাষাক স্নাতকোত্তৰ পূৰ্ণ পৰ্যায়লৈ উন্নীত কৰাতো যে বড়ো সাহিত্য সভাৰ উল্লেখনীয় ভূমিকা আছে তাক লেখকে উল্লেখ কৰিছে। প্ৰবন্ধটিত বড়ো সাহিত্য সভাই গ্ৰহণ কৰা অভিধান প্ৰণয়নৰ কাম, জাতীয় ঐক্য-শান্তি ৰক্ষাৰ্থে কৰা আহোপুৰুষাৰ্থ আদিক ব্যঞ্জিত কৰা হৈছে।

**ড° প্ৰেমানন্দ মোছাহাৰীৰ 'অসমীয়া ভাষা-সাহিত্যলৈ বড়োসকলৰ অৱদান'** শীৰ্ষক প্ৰবন্ধটিত বড়ো আৰু অসমীয়াৰ মিলনাত্মক দৃষ্টিভংগীৰে গঢ় লোৱা কেতবোৰ বিষয় উপস্থাপন কৰিছে। অসমীয়া ভাষাত তিব্বতধৰ্মী ভাষাৰ প্ৰভাৱৰ কথা প্ৰবন্ধটিত



মূলতঃ আলোচনা কৰি অসমীয়া ভাষাত ব্যৱহৃত কেতবোৰ বড়ো শব্দৰ দৃষ্টান্ত দাঙি ধৰিছে—

| বড়ো | অসমীয়া | বড়ো | অসমীয়া |
|---|---|---|---|
| জৰা | যোৰ | ছীলা | চেলেকা |
| মুঠা | মুঠা | অগছা | গাছ |
| হালি | হাল | বাখুৰা | ভেকুৰ |

**০.০৫.০২ ৰাভা জনগোষ্ঠী বিশেষ**

**মণি ৰাভাৰ 'অসমীয়া সংস্কৃতিলৈ ৰাভা সমাজৰ অৱদান'** শীৰ্ষক প্ৰবন্ধটিত অসমীয়া ভাষাক পুষ্ট আৰু সমৃদ্ধিশালী কৰাত অসমৰ জনজাতি বিশেষৰ যে অভূতপূৰ্ব অৱদান আছে তাক ব্যাখ্যা কৰা হৈছে। 'অসম' নামটিৰ উদ্ভৱৰ ক্ষেত্ৰত ৰাভা ভাষাৰ 'হা'-'ছাম'ৰ সাদৃশ্য লেখকে উল্লেখ কৰিছে। তদুপৰি অসমীয়া সংস্কৃতিত তামোলৰ ব্যৱহাৰ, অসমীয়া জনজাতিৰ কুকুৰা বলি দিয়া প্ৰথা, পূজাৰ দেওধনী নাচ, মনসা পূজা, মাৰৈ গীতৰ ওজা আদি দিশত ৰাভা আৰু অসমীয়া সংস্কৃতিৰ সমন্বয় দেখা যায়। আকৌ অসমীয়াৰ চুঙা পিঠা সজোৱা পদ্ধতি, খৰিচা বা গাজটেঙাৰ প্ৰচলন আদিও ৰাভা জনজাতিৰ অনুকৰণতে অসমীয়া সংস্কৃতিত থিতাপি লোৱা বুলি লেখকে মন্তব্য কৰিছে। অসমৰ সমাজ গাঁথনি, অসমীয়া সমাজৰ মতা-তিৰোতাৰ সমমৰ্যাদা, বিবাহ প্ৰথা আদিতো ৰাভা সমাজৰ বিভিন্ন লোকাচাৰৰ প্ৰতিফলন ঘটিছে। অসমীয়াৰ জাতীয় জীৱনৰ সঞ্জীৱনীস্বৰূপ 'বিহু' শব্দটো 'বায়ুখ' শব্দৰপৰা উৎপত্তি হোৱা বুলি প্ৰবন্ধকাৰে উল্লেখ কৰিছে (বায়খু > বায়ুখ > বাইহু > বিহু) *"বায়খু গীতত যিধৰণে প্ৰণয়মূলক গীতৰ প্ৰচলন দেখা যায়, ঠিক তেনেকৈয়ে বিহু গীততো প্ৰণয় গীতৰ প্ৰাচুৰ্য দেখা যায়। বহু ক্ষেত্ৰত বায়খুৰ লগত বিহুৰ মিল দেখা যায়। সেয়ে আমাৰো অনুমান হয় বিহু ৰাভাসকলৰ বায়খু উৎসৱৰ প্ৰভাৱত গঢ়ি উঠা এটা বসন্ত উৎসৱ।"*[৭] এই কথা প্ৰতীয়মান কৰাবলৈ প্ৰবন্ধকাৰে কেতবোৰ গীতৰ উদাহৰণ দাঙি ধৰিছে। তদুপৰি চিকাৰ কৰি পশু পক্ষী ধৰি মঙহ খোৱা, অসমীয়াৰ বিভিন্ন থলুৱা বাদ্যযন্ত্ৰ, অসমীয়া সমাজত প্ৰচলিত ভূত-প্ৰেত আদিৰ বিশ্বাস অসমীয়া সমাজে ৰাভা তথা অন্য জনজাতিৰ পৰা আহৰণ কৰা বুলি প্ৰবন্ধটিত ব্যাখ্যা কৰা হৈছে।

**ড° ললিত চন্দ্ৰ ৰাভাৰ 'ৰাভাসকলৰ ভাষিক আৰু সাংস্কৃতিক স্থিতি'** শীৰ্ষক প্ৰবন্ধটি চাৰিটা প্ৰক্ৰমত বিভক্ত। অৱতৰণিকাত চীন-তিব্বতীয় ভাষা পৰিয়ালৰ তিব্বত-বৰ্মীয় শাখাৰ আৰু নৃতাত্ত্বিক বিচাৰত মংগোলীয় ফৈদৰ অন্তৰ্গত বুলি উল্লেখ কৰি ৰাভাসকল মূলতঃ ভাৰতৰ তিনিখন ৰাজ্য অসম, মেঘালয় আৰু পশ্চিমবংগত বিস্তৃত বুলি কৈছে। তদুপৰি এই প্ৰক্ৰমত লেখকে ৰাভাসকলৰ ফৈদৰ বিতৰ্কৰ কথা উল্লেখ

কৰিছে আৰু বিভিন্নজন সমালোচকৰ মতক সমৰ্থন জনাই দৃষ্টান্ত দাঙি ধৰিছে। তাৰ পিছত লেখকে ৰাভাসকলৰ ভাষিক স্থিতি সম্পৰ্কীয় আলোচনা আগবঢ়াইছে। এই আলোচনাত লেখকে ৰাভাসকলৰ নিজস্ব ভাষাটো মাত্র তিনিটা ফৈদৰ মাজত প্ৰচলিত বুলি তাৎপৰ্যপূৰ্ণ মন্তব্য কৰিছে— *"ৰাভাসকলৰ নিজস্ব ভাষা আছে। এই ভাষা চীন-তিব্বতীয় ভাষা পৰিয়ালৰ তিব্বত-বৰ্মীয় শাখাৰ মাজেদি বিকাশ লাভ কৰি বৰ্তমানৰ অৱস্থা পাইছে। কিন্তু মন কৰিবলগীয়া কথা হ'ল যে জনগোষ্ঠীটোৰ মাত্র তিনিটা ফৈদৰ মাজতহে এই ভাষাটোৰ প্ৰচলন আছে। এই তিনিটা ফৈদ হ'ল— ৰংদানি, মাইতাৰি আৰু কোচা।"*[৮]

১৯৯১ চনৰ লোকপিয়ল অনুসৰি অসম, মেঘালয় আৰু পশ্চিমবংগৰ ৰাভা ভাষী লোকৰ সংখ্যা সৰ্বমুঠ দুই লাখ বাৰ হাজাৰ এশ চৌবিশ জন বুলি উল্লেখ কৰি লেখকে ৰাভাৰ বাকী পাঁচটা ফৈদে অসমীয়া ভাষাক প্ৰধান ভাষা বুলি গ্ৰহণ কৰা কথাটো উনুকিয়াইছে। প্ৰবন্ধটিৰ তৃতীয় প্ৰক্ৰমত ৰাভাসকলৰ সাংস্কৃতিক স্থিতিৰ বিষয়ে আলোচনা কৰা হৈছে। ভাষিকভাৱে ৰাভাসকল যিদৰে আৰ্য অসমীয়া ভাষাৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে ঠিক তেনেদৰে সাংস্কৃতিকভাৱেও প্ৰভাৱান্বিত হোৱা বুলি কোৱা হৈছে। এই ক্ষেত্ৰত লেখকে তাৎপৰ্যপূৰ্ণ মন্তব্য কৰিছে এনেদৰে—

*"ৰাভাসকলৰ মাজত আৰ্য সংস্কৃতিৰ প্ৰভাৱ প্ৰথমতে ধৰ্মান্তৰৰ মাজেদি পৰিছিল আৰু পাছলৈ সি সংস্কৃতিৰ অন্যান্য দিশলৈ বিয়পি পৰিছিল। ফলত তেওঁলোকৰ সংস্কৃতিত কম-বেছি পৰিমাণে জাতীয় সংস্কৃতি আৰু আৰ্য সংস্কৃতিৰ এক সংমিশ্ৰিত ৰূপ দেখিবলৈ পোৱা যায়।"*[৯]

প্ৰবন্ধটিত লেখকে ৰাভা জনগোষ্ঠীক দুটা ভাগত বিভক্ত কৰিছে— (ক) আৰ্যীভূত বা আৰ্য সংস্কৃতিৰ দ্বাৰা অধিকভাৱে প্ৰভাৱান্বিত হোৱা ফৈদ (খ) অনা-আৰ্যীভূত বা পৰম্পৰাগত সংস্কৃতিক লালন-পালন কৰি অহা ফৈদ। প্ৰবন্ধটিৰ শেষত প্ৰবন্ধকাৰে সমন্বয় অসমৰ সমাজ ব্যৱস্থাৰ অন্যতম বৈশিষ্ট্য বুলি উল্লেখ কৰি ৰাভা আৰু অসমীয়া সংস্কৃতিৰ সমাহৰণ প্ৰক্ৰিয়াৰ এক আভাস দিছে।

**ড° মলিনা দেৱী ৰাভাৰ 'ৰাভা ভাষা-সাহিত্যৰ ইতিহাস'** শীৰ্ষক প্ৰবন্ধটিৰ আৰম্ভণিতে প্ৰবন্ধকাৰে ৰাভা জনগোষ্ঠীৰ প্ৰাথমিক ধাৰণা প্ৰদান কৰিছে। তাৰ পিছত ৰাভা সাহিত্যৰ ইতিহাস আলোচনাত বৰ্তমানলৈ ৰাভা ভাষাৰ উপৰি অসমীয়া, ইংৰাজী আৰু বাংলা ভাষাত ৰচিত আৰু সংকলিত সাহিত্য-কৰ্মক আলোচনাৰ সুবিধাৰ্থে লগতে প্ৰকাশৰ কাল, ভাব আৰু ৰূপৰ ভিন্নতা অনুসাৰে যুগ বিভাজনেৰে সু-শৃংখলিত কৰাৰ উদ্দেশ্যে প্ৰবন্ধকাৰে ৰাভা সাহিত্যৰ ইতিহাস নিম্নলিখিত ধৰণে উল্লেখ কৰিছে—

১। আদি যুগ ঃ প্ৰাৰম্ভিক বা উদ্ভৱকালীন সাহিত্য (আৰম্ভণিৰ পৰা ১৯১১ খ্ৰীষ্টাব্দলৈ)



২। মধ্যযুগ ঃ (১৯১২ খ্ৰীষ্টাব্দৰপৰা ১৯৯৬ খ্ৰীষ্টাব্দলৈ)
(ক) প্ৰথম স্তৰ ঃ প্ৰাক্ চাম্পায় স্তৰৰ সাহিত্য (১৯১২ খ্ৰীষ্টাব্দৰ পৰা ১৯৭৭ খ্ৰীষ্টাব্দলৈ)
(খ) দ্বিতীয় স্তৰ ঃ চাম্পায় স্তৰৰ সাহিত্য (১৯৭৮ খ্ৰীষ্টাব্দৰ পৰা ১৯৮২ খ্ৰীষ্টাব্দলৈ)
(গ) তৃতীয় স্তৰ ঃ (১৯৮৩ খ্ৰীষ্টাব্দৰ পৰা ১৯৯৬ খ্ৰীষ্টাব্দলৈ)

প্ৰবন্ধকাৰে প্ৰতিটো স্তৰৰ সাহিত্য-কৰ্ম আৰু সাহিত্যিকসকলৰ সুন্দৰ বিৱৰণেৰে প্ৰবন্ধটি মানসমৃদ্ধ আৰু তথ্যধৰ্মী কৰি তোলাৰ চেষ্টাই সামগ্ৰিকভাৱে ৰসোত্তীৰ্ণ কৰাৰ উপৰি অনুজ চামৰ বাবে ৰাভা-সাহিত্য অধ্যয়নৰ পথ প্ৰশস্ত কৰিছে।

**চাৰুমোহন ৰাভাৰ 'ৰাভা ভাষা-সাহিত্যলৈ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ বৰঙণি'** শীৰ্ষক প্ৰবন্ধটিত ১৯২৬ চনত জন্মলাভ কৰা 'অসম ৰাভা সন্মিলনে' ৰাভা ভাষা-সাহিত্যৰ ক্ষেত্ৰত অপৰিসীম অৱদান আগবঢ়োৱা বুলি উল্লেখ কৰিছে। পৰৱৰ্তী কালত এই সন্মিলনে 'ৰাভা সেৱা সংঘ', 'ৰাভা জাতীয় সন্মিলন' আৰু বৰ্তমানে 'নিখিল ৰাভা জাতীয় পৰিষদ' নামৰ জাতীয় অনুষ্ঠান জীয়াই ৰাখিছে। ৰাভা ভাষা-সাহিত্যৰ উত্তৰণৰ ক্ষেত্ৰত অৱদান আগবঢ়োৱা ৰাজেন্দ্ৰ ৰংখদেৱ, যোগেন্দ্ৰ নাথ বাঠৌ, মণি ৰাভাৰ কথা প্ৰবন্ধকাৰে তেওঁলোকৰ সৃষ্টিকৰ্মৰ দৃষ্টান্তৰ সৈতে উল্লেখ কৰিছে। তাৰ পিছত ১৯৫৫ চনত সংগঠিত সদৌ অসম ৰাভা কৃষ্টি সন্মিলনৰ জৰিয়তে ৰাভা ভাষা প্ৰচাৰ আৰু প্ৰতিষ্ঠাৰ বাবে ৰাভা নাটক ৰচিত হয়। পৰৱৰ্তী কালত ৰাভা সমাজৰ বিভিন্ন সংগঠনে স্মৃতিগ্ৰন্থ, আলোচনী, মুখপত্ৰ আদি ৰাভা ভাষাত প্ৰকাশ কৰি ভাষা-সাহিত্যৰ ক্ষেত্ৰত বিশেষ বৰঙণি আগবঢ়ায়। তদুপৰি প্ৰবন্ধকাৰে ৰাভা ভাষা-সাহিত্যৰ ক্ষেত্ৰত বৰঙণি আগবঢ়োৱা দুধনৈ ৰাভা ভাষা পৰিষদ, প্ৰয়াত ৰাজেন ৰাভা, ড° ভুৱন মোহন দাস, ড° মলিনা দেৱী ৰাভা, ড° উপেন ৰাভা হাকাচাম আদিৰ কৃতিত্বৰ উল্লেখ কৰিছে।

**সামৰণি ঃ**

বি বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগে আলোচনা চক্ৰৰ বাবে নিৰ্ধাৰণ কৰা বিষয় "উত্তৰ-পূব ভাৰতৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত অসম সাহিত্য সভাৰ ভূমিকা"ৰ এক অন্যতম নিদৰ্শন অসম সাহিত্য সভাৰ ব'থাত্লাংছ' মধ্যকালীন অধিৱেশনৰ লগত সংগতি ৰাখি প্ৰকাশ পোৱা পত্ৰিকা, সমন্বয় বিশেষ সংখ্যা। উত্তৰ-পূব ভাৰতৰ জনগোষ্ঠীয় বৈচিত্ৰ্য আৰু সমাহৰণৰ তাৎপৰ্যপূৰ্ণ আলোচনাৰে সমৃদ্ধ পত্ৰিকাখনি প্ৰকাশ কৰাৰ উদ্যোগ লোৱা বাবে অসম সাহিত্য সভাৰ সভাপতি, সম্পাদক আৰু বিশেষকৈ পত্ৰিকা সম্পাদক কৃতজ্ঞতাৰ পাত্ৰ। বৃহৎ কলেবৰৰ তথ্যসমৃদ্ধ

পত্ৰিকাখন বিভিন্ন জনগোষ্ঠীয় সংস্কৃতিৰ একত্ৰীকৰণ আৰু অনুজচামৰ অধ্যয়নৰ বাবে ফলপ্ৰসু আৰু দিক্‌দৰ্শী।

পাদ-টীকা

১। সম্পাদকীয়, অসম সাহিত্য সভা পত্ৰিকা (সমন্বয় বিশেষ সংখ্যা), পৃষ্ঠা - ১৫।

২। সঞ্জু বৰা, 'কাৰ্বি আংলঙৰ জনজীৱন', অসম সাহিত্য সভা পত্ৰিকা (সমন্বয় বিশেষ সংখ্যা), পৃষ্ঠা - ১৭।

৩। ড° এম্ গোপাল সিংহ, "অসমীয়া সমাজ-সংস্কৃতিলৈ মণিপুৰী মেইটেইসকলৰ অৱদান", অসম সাহিত্য সভা পত্ৰিকা (সমন্বয় বিশেষ সংখ্যা), পৃষ্ঠা - ৮১।

৪। ড° ফুকন বসুমতাৰী, "ভাৰতীয় প্ৰেক্ষাপটত বড়ো সংস্কৃতি আৰু পাৰস্পৰিক সমাহৰণৰ চানেকি", অসম সাহিত্য সভা পত্ৰিকা (সমন্বয় বিশেষ সংখ্যা), পৃষ্ঠা - ৯১।

৫। প্ৰাগুক্ত প্ৰবন্ধ, পৃষ্ঠা - ৯৩।

৬। ৰত্নেশ্বৰ বসুমতাৰী, "অসমীয়া আৰু বড়ো ভাষা-সাহিত্য-সংস্কৃতিলৈ অৱদান আগবঢ়োৱা বড়োমূলজ পুৰোধা ব্যক্তিসকল", অসম সাহিত্য সভা পত্ৰিকা (সমন্বয় বিশেষ সংখ্যা), পৃষ্ঠা - ৯৮।

৭। মণি ৰাভা, "অসমীয়া সংস্কৃতিলৈ ৰাভা সমাজৰ অৱদান" অসম সাহিত্য সভা পত্ৰিকা (সমন্বয় বিশেষ সংখ্যা), পৃষ্ঠা - ১২৩।

৮। ড° ললিত চন্দ্ৰ ৰাভা, "ৰাভাসকলৰ ভাষিক আৰু সাংস্কৃতিক স্থিতি", অসম সাহিত্য সভা পত্ৰিকা (সমন্বয় বিশেষ সংখ্যা), পৃষ্ঠা - ১২৬-১২৭।

৯। প্ৰাগুক্ত প্ৰবন্ধ, পৃষ্ঠা - ১২৮।

# অসমৰ সাংস্কৃতিক সমন্বয় সেতু গঠনত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকা

## (উপেন ৰাভা হাকাচাম আৰু জ্যোতিৰেখা হাজৰিকা সম্পাদিত সমন্বয় আৰু জনগোষ্ঠীয় সংখ্যা দুটাৰ বিশেষ উল্লিখনেৰে)

**স্মৃতিৰেখা চেতিয়া সন্দিকৈ**

০.০ প্ৰস্তাৱনা ঃ

অসম সাহিত্য সভা অসমৰ সৰ্ববৃহৎ জাতীয় সাহিত্য অনুষ্ঠান তাক নতুনকৈ কোৱাৰ প্ৰয়োজন নাই। অসম সাহিত্য সভাই বৃহৎ অসমৰ ঐক্য ৰক্ষাৰ বাবে বিভিন্ন সময়ত বিভিন্ন পদক্ষেপ হাতত লৈ আহিছে। বিভিন্ন আলোচনা চক্ৰ, কৰ্মশালা আদি অনুষ্ঠিত কৰাৰ উপৰি অসমৰ বিভিন্ন অঞ্চলত বিভিন্ন গৱেষণা প্ৰতিষ্ঠান স্থাপন কৰিছে। সেইবোৰ হৈছে— কেন্দ্ৰীয় অসম-তত্ত্ব গৱেষণা সংস্থান, ডিব্ৰুগড় চাহ জনগোষ্ঠী গৱেষণা কেন্দ্ৰ, ধুবুৰী, পশ্চিম অসমৰ ভাষা-সাহিত্য-সংস্কৃতি গৱেষণা প্ৰতিষ্ঠান, ডিফু জনজাতীয় ভাষা গৱেষণা প্ৰতিষ্ঠান, ব্ৰহ্মপুত্ৰ-গোমতী ভাষা-সাহিত্য-সংস্কৃতি গৱেষণা প্ৰতিষ্ঠান, তনুৰাজ ৰাজবংশী পুথিভঁৰাল আৰু দৰঙী গৱেষণা প্ৰতিষ্ঠান, ক'হিমা সাহিত্য সভা প্ৰকল্প, অসম সাংস্কৃতিক বিশ্ববিদ্যালয় প্ৰকল্প ইত্যাদি। এই সাহিত্য সভাৰে মুখপত্ৰ অসম সাহিত্য সভা পত্ৰিকাৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন ক্ষেত্ৰত অৱদান গুৰুত্বপূৰ্ণ। বৰ্তমান সংস্কৃতি সংৰক্ষণৰ সংকট আৰু আঞ্চলিকতাবাদী শক্তিৰ উত্থানৰ ফলত বৃহৎ অসমীয়া জাতিৰ সংস্কৃতিলৈ অস্তিত্বৰ সংকট অহাটো সকলোৰে অনুমেয়। কিন্তু এটা কথা আমি পাহৰিলে ভুল হ'ব যে অসমীয়া সংস্কৃতি এদিনৰ আৰু এটা বিশেষ জনগোষ্ঠীৰ সংস্কৃতি নহয়। ই যুগ যুগৰ পৰিগ্ৰহণ, পৰিবৰ্জন, পৰিবৰ্ধন আৰু সমন্বয়ৰ সংস্কৃতি। এজোপা গছ যেনেকৈ তাৰ শিপা, ডাল, পাত আৰু গা-গছেৰেহে সম্পূৰ্ণ হয় তেনেকৈ অসমীয়া সংস্কৃতি এনে

লেখক ডিব্ৰুগড় মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ সহকাৰী অধ্যাপক।

এটা সংস্কৃতি য'ৰপৰা এটা জনগোষ্ঠীয় সংস্কৃতি আঁতৰি গ'লেও অপূৰ্ণ হৈ ৰয়। এই বৃহৎ সত্যক সন্মুখত ৰাখি অসম সাহিত্য সভা পত্ৰিকাই যোৱা দুটা বছৰত সমন্বয় আৰু জনগোষ্ঠীয় বিশেষ সংখ্যা নামেৰে দুটা সংখ্যা সম্পাদনা কৰিছে। এই আলোচনাত অসমৰ সাংস্কৃতিক সমন্বয় সেতু গঠনত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকাৰ বিষয়ে বিশ্লেষণ কৰা হ'ব।

এই অধ্যয়নত 'অসম সাহিত্য সভা পত্ৰিকা'ৰ উপেন ৰাভা হাকাচাম সম্পাদিত (মাৰ্চ ২০১০) 'সমন্বয় বিশেষ সংখ্যা' আৰু জ্যোতিৰেখা হাজৰিকা সম্পাদিত 'জনগোষ্ঠীয় বিশেষ সংখ্যা' (মাৰ্চ-এপ্ৰিল-মে' ২০১২) দুটা সামৰি লোৱা হৈছে। এই বিষয়টো অধ্যয়নৰ কেইবাটাও উদ্দেশ্য আছে। সেয়া হৈছে— অসমৰ জনগোষ্ঠীবিলাকৰ সামাজিক, সাংস্কৃতিক ছবি পোহৰলৈ আহিব, বিভিন্ন জনগোষ্ঠীৰ মাজত কেনেদৰে সাংস্কৃতিক সমন্বয় আৰু পৰম্পৰ প্ৰভাৱিত হৈছে সেয়া পোহৰলৈ আহিব, সংস্কৃতি সংৰক্ষণত সহায় কৰিব, বিভিন্ন জনগোষ্ঠীৰ মাজত সাংস্কৃতিক সচেতনতা বৃদ্ধিত সহায় কৰিব, বিভিন্ন জনগোষ্ঠীৰ মাজত সাংস্কৃতিক সমন্বয় ৰক্ষা কৰাত সহায় কৰিব আৰু বিদ্যায়তনিক দিশত এনে অধ্যয়নে সহায় কৰিব।

**১.০ অসমৰ সাংস্কৃতিক সমন্বয় সেতু গঠনত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকা ঃ**

১.১ মানুহ সমাজপ্ৰিয় প্ৰাণী। সমাজপ্ৰিয়তাৰ কাৰণতেই মানুহে ইজনে সিজনৰ ওপৰত, ইখন সমাজে সিখন সমাজৰ ওপৰত পৰস্পৰ নিৰ্ভৰশীল। এনেদৰে পৰস্পৰ নিৰ্ভৰশীলতাৰ বাবে সিজনৰ প্ৰভাৱ ইজনৰ ওপৰত পৰাটো একেবাৰে স্বতঃস্ফূৰ্ত কথা। এনেদৰে ওচৰ-চুবুৰীয়া বিভিন্ন ভাষা, সাহিত্য, সংস্কৃতি পৰম্পৰাৰ সংমিশ্ৰণ হয়। সময়ত এইবোৰ এৰাব নোৱাৰাকৈ সেই সংস্কৃতিৰ ভিতৰুৱা হৈ পৰে। তেতিয়া বিচাৰ কৰো বুলিলেও বহু সময়ত জনাটো অসম্ভৱ হৈ পৰে সেই বৈশিষ্ট্য প্ৰকৃততে কোনটো জনগোষ্ঠীৰ আছিল। বৰ্তমান সময়ত অসমৰ প্ৰতিটো জনগোষ্ঠীয়ে নিজা সংস্কৃতি সংৰক্ষণ কৰাত তৎপৰ হৈ পৰিছে। এনে পৰিপ্ৰেক্ষিতত অকথ্য হ'লেও সত্য যে বহু ন্যস্তস্বাৰ্থ মহলে সেই তৎপৰতাৰ সুবিধা লৈ ৰাজনীতিকৰণ কৰিব বিচাৰিছে। ফলত যুগ যুগৰ সমন্বয়ত বসবাস কৰি থকা বৃহৎ অসমীয়া সমাজখনৰ অস্তিত্বৰ প্ৰতিয়ে ভাবুকি অহা পৰিলক্ষিত হৈছে। আচলতে ব্যক্তি পৰিচয়ৰ লগে লগে আমাৰ এক সামাজিক পৰিচয় থাকে। আমি প্ৰত্যেকেই সেই সামাজিক পৰিচয়ৰ মান ৰক্ষা কৰিয়েই সদায় নিজক পৰিচালিত কৰিব লাগে। তদুপৰি গোষ্ঠীগত সাংস্কৃতিক পৰিচয়ৰ লগতে আমাৰ আন এক পৰিচয় আছে সেয়া হৈছে বৃহৎ অসমীয়া সাংস্কৃতিক পৰিচয়। কিন্তু বৰ্তমান সময়ত এই ভাবমূৰ্তি যেন ম্লান হ'বলৈ ধৰিছে। বৃহৎ অসমীয়া জাতি শব্দটোলৈ যেন ভাবুকি আহিছে।



১.২ উত্তৰ-পূৰ্বাঞ্চলৰ বৃহৎ অসমীয়া জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই এই সত্য অনুধাৱন কৰি বিভিন্ন কৰ্মপন্থা হাতত লৈছে। অন্যান্য কাৰ্যসূচীৰ লগে লগে সাহিত্য সভাৰ মুখপত্ৰ অসম সাহিত্য সভা পত্ৰিকাৰ জৰিয়তেও তেওঁলোকে এই দায়বদ্ধতা পালন কৰাৰ চেষ্টা কৰিছে। উদাহৰণস্বৰূপে অসম সাহিত্য সভা পত্ৰিকাৰ উপেন ৰাভা হাকাচামৰ সম্পাদিত সমন্বয় বিশেষ সংখ্যা (মাৰ্চ, ২০১০) আৰু জ্যোতিৰেখা হাজৰিকা সম্পাদিত জনগোষ্ঠীয় বিশেষ সংখ্যা (মাৰ্চ, ২০১২) দুটি উল্লেখনীয়। উপেন ৰাভা হাকাচামে সম্পাদকীয়ত এই সংখ্যাটি সম্পাদনাৰ আঁৰত থকা উদ্দেশ্য এনেদৰে ব্যক্ত কৰিছে'—

(ক) *অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক অসমৰ নিজস্ব মাতৃভাষা থকা জনগোষ্ঠীয়ে কি মৰ্যাদা দি আহিছে;*

(খ) *অসমীয়া সাহিত্যিক-বুদ্ধিজীৱীসকলে অথবা অসম সাহিত্য সভাজাতীয় অসমৰ সাহিত্য সংগঠনসমূহে উত্তৰ পূৰ্বাঞ্চলৰ ভাষা-সাহিত্যৰ প্ৰতি পোষণ কৰা মনোভাৱ;*

(গ) *অসমৰ বাহিৰত অসমীয়া ভাষা-সাহিত্যৰ চিন্তা-চৰ্চা;*

(ঘ) *উত্তৰ-পূৰ্বাঞ্চলৰ থলুৱা ভাষা-সাহিত্য-সংস্কৃতিৰ পৰিচয় আৰু ইবিলাকৰ সংৰক্ষণ আৰু প্ৰসাৰৰ ক্ষেত্ৰত জাতীয় সামাজিক সংগঠনসমূহৰ ভূমিকা;*

(ঙ) *পাৰস্পৰিক প্ৰভাৱ আৰু সমন্বয়।*

১.৩ কবিতা, গল্প আদি বাদ দি এই সংখ্যাটোত প্ৰায় তেষষ্ঠিটা গৱেষণামূলক প্ৰবন্ধ সন্নিবিষ্ট হৈছে। এই প্ৰবন্ধবোৰে কাৰ্বি আংলং আৰু ইয়াৰ জনগোষ্ঠী, অবিভক্ত কাছাৰ আৰু ইয়াৰ জনগোষ্ঠী, বৰ অসমৰ জনজাতি বিশেষ— বড়ো, ৰাভা, তিৱা, দেউৰী, মিচিং, নেপালী, ৰাজস্থানী, শিখ, বাংলাভাষী, মেঘালয় আৰু ইয়াৰ জনগোষ্ঠী বিশেষ— গাৰো, হাজং আদি জনগোষ্ঠীৰ ভাষা, সাহিত্য আৰু সংস্কৃতিৰ পৰিচয় দিছে। প্ৰতিটো জনগোষ্ঠীৰ ভাষা-সংস্কৃতিৰ গাইগুটীয়া পৰিচয়ে বৃহৎ অসমীয়া ভাষা-সংস্কৃতিৰ পৰিচয় স্পষ্ট কৰে। ইয়াত অসমৰ প্ৰায়বোৰ জনগোষ্ঠীৰে ভাষা-সাহিত্য, সমাজ, সংস্কৃতি আৰু সমন্বয়ৰ সকলো দিশৰ আলোকপাত কৰা হৈছে। তদুপৰি প্ৰতিটো জনগোষ্ঠীৰে সাহিত্য-সংস্কৃতিলৈ নিৰলস আৰু নিৰপেক্ষভাৱে সেৱা আগবঢ়াই থকা লেখকসকলক এই পত্ৰিকালৈ আদৰণি জনোৱা হৈছে।

**১.৪ ভাষাৰ দিশৰ আলোচনাৰে সমন্বয় সাধন ঃ**

**১.৪.১ বিভিন্ন ভাষাৰ পৰিচয় ঃ**

উপেন ৰাভা হাকাচাম সম্পাদিত সমন্বয় সংখ্যাত বলীন সন্দিকৈৰ 'টাই টুৰুং ভাষাৰ শব্দসম্ভাৰ', খগেন শৰ্মাৰ 'নেপালী ভাষাৰ কিছু বিশেষত্ব', জ্যোতিৰেখা হাজৰিকা

সম্পাদিত জনগোষ্ঠীয় বিশেষ সংখ্যাত অৰ্পণা কোঁৱৰে 'অৰুণাচলৰ ভাষাৰ ভাষিক স্থিতি আৰু টাংচা ভাষাৰ পৰিচিতি', ফুকন বসুমতাৰীৰ 'বড়ো ভাষাত দেহৰ অংগ-প্ৰত্যংগ, জীৱ-জন্তু আৰু ফলবাচক শব্দৰ গঠন', বলীন সন্দিকৈৰ 'টাই টুৰুং ভাষাত প্ৰত্যয়ৰ প্ৰয়োগ ঃ এটি বিশ্লেষণ', দিগন্ত গগৈৰ 'অসমৰ চাহ জনগোষ্ঠী ঃ এটি সংক্ষিপ্ত পৰিচয়', মধুমিতা চেতিয়াৰ 'টাই খাময়াং ভাষাৰ বাক্য বিন্যাস প্ৰণালী ঃ এটি চমু অধ্যয়ন', মহাশ্বেতা দেৱীৰ 'সংযোগী ভাষা হিচাপে অৰুণামিজ ভাষাৰ গুৰুত্ব' আদি প্ৰবন্ধত অসমৰ বিভিন্ন ভাষাৰ বিভিন্ন দিশৰ পৰিচয় আগবঢ়োৱা হৈছে।

**১.৪.২ ভাষাৰ তুলনা আৰু প্ৰভাৱ সম্পৰ্কে আলোচনা ঃ**

পৰস্পৰ নিৰ্ভৰশীলতা, যোগাযোগ, বাণিজ্যিক আদি বিভিন্ন কাৰণত এটা ভাষাৰ প্ৰভাৱ আন এটাৰ ওপৰত পৰিব পাৰে। অসমৰ ভাষাবোৰো ইয়াৰ ব্যতিক্ৰম নহয়। সেই দিশটো উনুকিয়াই এই সংখ্যা দুটাত কেইবাটাও প্ৰবন্ধ সন্নিবিষ্ট হৈছে।

বিশ্বজ্যোতি বৰ্মনৰ 'অসমীয়া আৰু ডিমাচা শব্দ সম্ভাৰ ঃ এটি তুলনা', মনেশ্বৰ দেউৰীৰ 'তিৱা আৰু অসমীয়া ভাষাৰ তুলনা', ৰত্নেশ্বৰ মিলিৰ 'মিচিং আৰু অসমীয়া ভাষা' (সমন্বয় সংখ্যা), ৰাজেন বৰুৱাৰ 'অসমীয়া আৰু বঙালী লিপিৰ ঐতিহাসিক পটভূমি' (জনগোষ্ঠীয় সংখ্যা) আদি প্ৰবন্ধ এই ক্ষেত্ৰত উল্লেখযোগ্য।

**১.৪.৩ সংস্কৃতিৰ উন্নয়ন আৰু সমন্বয়ত পৰস্পৰৰ অৱদান সম্পৰ্কীয় আলোচনা ঃ**

যুগ যুগ ধৰি পৰস্পৰে সমিল মিলেৰে বসবাস কৰাৰ দৰে ভাষা, সাহিত্য, সংস্কৃতিৰ উন্নয়নতো পৰস্পৰে সহায় কৰি আহিছে। তাৰ প্ৰমাণ এই সংখ্যা দুটাৰ কেইবাটাও প্ৰবন্ধত পোৱা যায়। ৰত্নেশ্বৰ বসুমতাৰীৰ 'অসমীয়া আৰু বড়ো ভাষা-সাহিত্য-সংস্কৃতিলৈ অৱদান আগবঢ়োৱা বড়োমূলৰ পুৰোধা ব্যক্তিসকল', প্ৰেমানন্দ মুছাহাৰীৰ 'অসমীয়া ভাষা-সাহিত্যলৈ বড়োসকলৰ অৱদান', মৃণালী কাগয়ুং সোণোৱালৰ 'অসমীয়া ভাষা-সাহিত্যলৈ মিচিংসকলৰ অৱদান', নিবেদিতা বড়া সন্দিকৈৰ 'অসমীয়া ভাষা-সাহিত্যত সোণোৱাল কছাৰীৰ স্থান', জহিৰুল হকৰ 'বৃহত্তৰ অসমীয়া ভাষা-সংস্কৃতি আৰু চৰ-চাপৰিৰ অভিবাসী মুছলমান', কপুৰচান্দ জৈনৰ 'অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ হিন্দীভাষীসকলৰ অৱদান', ৰুমী শৰ্মা বৰঠাকুৰৰ 'গাৰোপাহাৰত অসমীয়া ভাষা চৰ্চাৰ এটি অৱলোকন', প্ৰণীতা দেৱীৰ 'গাৰো ভাষা-সাহিত্যৰ চিন্তা-চৰ্চাত অনাগাৰো পণ্ডিত-গৱেষকৰ ভূমিকা', মনোৰঞ্জন মাৰাকৰ 'অসমীয়া ভাষা-সংস্কৃতিলৈ গাৰো ভাষাৰ অৱদান' (সমন্বয় সংখ্যা), ৰাজেন বৰুৱাৰ 'অসমীয়া আৰু বঙালী লিপিৰ ঐতিহাসিক পটভূমি' (জনগোষ্ঠীয় সংখ্যা) আদি উল্লেখযোগ্য।



**১.৫ সাহিত্যৰ দিশৰ আলোচনাৰে সমন্বয় সাধন ঃ**

**১.৫.১ সৃষ্টিশীল সাহিত্যৰ পৰিচয় ঃ**

সাহিত্য হৈছে মানুহৰ চিন্তা-চেতনা আৰু সমাজ বাস্তৱৰ প্ৰতিচ্ছবি স্বৰূপ। আচলতে আমি সকলো একে তেজ মঙহৰ মানুহ। জাতিভেদ, বৰ্ণভেদ আমি নিজে কৰি লোৱা। এইবোৰে সমন্বয়ৰ দিশত বাধাৰ প্ৰাচীৰৰূপে থিয় দিয়ে। কিন্তু আমি প্ৰত্যেকে যেতিয়া প্ৰত্যেককে চিন্তা-অনুভূতি আৰু সমাজ বাস্তৱৰে সৈতে জানিম তেতিয়াই আমি গম পাম আমাৰ দুখ-শোক আৰু জীৱন ধাৰণৰ সংগ্ৰাম একেই। এনে বিশ্বজনীন উপলব্ধিয়ে আমাক এক হ'বলৈ শিকাব। তাৰ প্ৰতি লক্ষ্য ৰাখিয়ে ইয়াৰ কেইবাটাও বিভিন্ন ভাষাৰ অনূদিত গল্প, কবিতা সন্নিবিষ্ট হৈছে। ছিকাৰী ৰিছ'ৰ 'লাজ' (কাৰ্বি), উত্তম কথাৰীৰ 'যুঁজ' (ডিমাচা), ভূপেন নাৰ্জাৰীৰ 'দুজোপা নাৰিকল গছ' (বড়ো), ৰূপম কুমাৰ ৰাভাৰ 'নিশাৰ জুই জ্বলে মোৰ বুকুতে' (ৰাভা), মনোজ কুমাৰ দেওৰাজাৰ 'ৰে পহাৰি আমেলি' (তিৱা), ষড়ানন দেউৰীৰ 'দৰৱ' (দেউৰী), দীপক কুমাৰ দলেৰ 'কইনাৰ গা ধন' (মিচিং), কিশোৰ কুমাৰ জৈনৰ 'অজলা কথা' (ৰাজস্থানী), ৰঞ্জিত হাজঙৰ 'ধৰ্মগুৰু' (হাজং) আদি উল্লেখযোগ্য।

**১.৫.২ সাহিত্যৰ বিভিন্ন দিশৰ পৰিচয় ঃ**

এই দুয়োটা সংখ্যাত সাহিত্যৰ বিভিন্ন দিশৰো পৰিচয় দিয়া হৈছে। পাৰি ৰংপিৰ 'কাৰ্বি সাহিত্যৰ বাটকটীয়াসকল', সঞ্জীত কুমাৰ বৰদলৈৰ 'বৰাক উপত্যকাৰ কবি-সাহিত্যিক', ধীৰাজ পাটৰৰ 'পাহাৰ আৰু ভৈয়াম তিৱাসকলৰ প্ৰণয়মূলক গীত ঃ এক আলোচনা', পেইম থি গোহাঁইৰ 'অসমত বৌদ্ধ ধৰ্মাৱলম্বী টাই গোষ্ঠী আৰু অসমীয়া সাহিত্য', দেৱেন তাছাৰ 'অসমীয়া সাহিত্যত জনগোষ্ঠীয় কবিৰ অৱদান', সুশীল কুৰ্মীৰ 'বিহুগীতত চাহ বাগিচাৰ প্ৰতিচ্ছবি', প্ৰকাশ কুৰ্মীৰ 'অসমীয়া সাহিত্যলৈ চাহ জনগোষ্ঠীয় সাহিত্যিকৰ অৱদান', দেৱীপ্ৰসাদ বাগ্ৰদিয়াৰ 'অসমীয়া সাহিত্য-সংস্কৃতিলৈ জ্যোতিপ্ৰসাদ আগৰৱালা পৰিয়ালৰ অৱদান' (সমন্বয় সংখ্যা) আদি উল্লেখযোগ্য।

**১.৬ নৃতাত্ত্বিক দিশৰ আলোচনাৰে সমন্বয় সাধন ঃ**

সংস্কৃতিৰ দৰেই অসমৰ নৃতাত্ত্বিক পৰিচয়ো যুগ যুগৰ সমন্বয়ৰ সাক্ষী। বিবাহৰ যোগেদি বিভিন্ন জনগোষ্ঠীৰ তেজ সংমিশ্ৰিত হৈ বৃহৎ অসমীয়া জাতি গঢ় লৈ উঠিছে। সেই দিশৰ প্ৰতি লক্ষ্য ৰাখি ইয়াত এনে কেইবাটাও প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। সঞ্জু বৰাৰ 'কাৰ্বি আংলঙৰ জনজীৱন', খগেন টায়েৰ 'মিচিং জনগোষ্ঠীৰ জাতি গঠন প্ৰক্ৰিয়া আৰু ইয়াৰ বিকাশৰ ধাৰা', গীতা উপাধ্যায়ৰ 'বৃহত্তৰ অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত নেপালীমূলীয় অসমীয়াৰ অৱদান', ডম্বৰ দাহালৰ 'নেপালী জনজীৱনৰ ৰূপৰেখা',

মনজিৎ সিঙৰ 'বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত অসমৰ শিখসকল' (সমন্বয় সংখ্যা), বুদ্ধেশ্বৰ ৰাজবংশীৰ 'ইতিহাসৰ পাতৰ পৰা হেৰাই যাব খোজা সংস্কৃতিবান জনগোষ্ঠী ব্যেইটে', অঞ্জলী চুতীয়া শইকীয়াৰ 'চিংফৌসকলৰ জীৱন পৰিক্ৰমা', খেমা সোণোৱালৰ 'মাৰ্ঘেৰিটা মহকুমাৰ হাজংসকল', ব্ৰজেন ভট্টাচাৰ্যৰ 'ৰাংখল জনগোষ্ঠী ঃ এটি চমু অৱলোকন', নিভা দত্ত ৰঙীৰ 'প্ৰচাৰবিমুখ খেলমা বা চাকাচেপ জনগোষ্ঠী', সৌৰভ কুমাৰ দেউৰীৰ 'দেউৰী জনগোষ্ঠীৰ অস্তিত্বৰ সংকট আৰু সম্ভাৱনা', তিলো সোণোৱালৰ 'সোণোৱাল কছাৰী ঃ অসমৰ ঐতিহ্যমণ্ডিত, ঐশ্বৰ্যবান, গুণবান থলগিৰি', পল্লৱিতা দাসৰ 'ৰূপান্তৰৰ পথেদি সোণোৱাল কছাৰীসকল ঃ এক অৱলোকন', প্ৰতিমা নিয়োগীৰ 'কোচ-ৰাজবংশীসকলৰ অস্তিত্বৰ সংকট আৰু সম্ভাৱনা' আদি এই প্ৰসংগত উল্লেখযোগ্য। বৃহৎ অসমীয়া জনজীৱন গঢ় দিয়াত ভূমিকা গ্ৰহণ কৰা বহু জনগোষ্ঠীৰে বৰ্তমান অস্তিত্ব সংকটৰ গৰাহত। এইবোৰ অনতিপলমে সংৰক্ষণ কৰাৰ ব্যৱস্থা নকৰিলে অসমীয়া জনজীৱনৰ বাৰেৰহণীয়া সংস্কৃতিও লাহে লাহে লুপ্ত হোৱাৰ পথ যে খোল খাব তাক সকলোৱে অনুধাৱন কৰা প্ৰয়োজন। এই প্ৰবন্ধবোৰত সেই দিশৰ চিন্তা জনসমাজলৈ বোৱাই দিব বিচৰা হৈছে।

**১.৭ সাংস্কৃতিক দিশৰ আলোচনাৰে সমন্বয় সাধন ঃ**

**১.৭.১ বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিৰ পৰিচয় ঃ**

অসমৰ জনগোষ্ঠীসমূহে পৰস্পৰ সহমৰ্মিতা আৰু সহানুভূতিশীলতাৰে বসবাস কৰিবলৈ হ'লে ইটো জনগোষ্ঠীয়ে সিটো জনগোষ্ঠীক সকলো দিশৰ পৰাই জানিব লাগিব। তেতিয়াহে ইটো জনগোষ্ঠীয়ে সিটো জনগোষ্ঠীৰ ভাষা, সাহিত্য, সংস্কৃতিৰ প্ৰতি উদাৰ আৰু সন্মানৰ ভাবমূৰ্তি দেখুৱাব পাৰিব। লগতে সংস্কৃতি যে মানুহৰ জীৱন পৰিক্ৰমাৰ লগত সম্পৰ্কিত এক অবিচ্ছিন্ন পৰম্পৰা তাক অনুধাৱন কৰিব পাৰিব। পৰস্পৰে পৰস্পৰৰ সংস্কৃতি জনাৰ লগে লগে এইবোৰৰ মাজত থকা সাদৃশ্যই তেওঁলোকৰ সামাজিক সম্পৰ্কলৈও ইতিবাচক গাঢ়তা আনিব। এই চিন্তাৰ ঠেৰু ধৰিয়েই এই পত্ৰিকাখনত সন্নিবিষ্ট হৈছে বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিৰ পৰিচয়সূচক কেইবাটাও গৱেষণামূলক প্ৰবন্ধ। লংকাম টেৰণৰ কাৰ্বি বিননি গীত, বসন্ত দাসৰ কাৰ্বি পুৰাকৃতি, মনালিছা ৰংপীৰ কাৰ্বি লোক-সংস্কৃতিত বিয়া আৰু বিয়া নাম (সমন্বয় সংখ্যা) আৰু ৰুজী মহন্তৰ 'কাৰ্বিসকলৰ মৃতকৰ দহাকাৰ্য ঃ চ'মাংকান' (জনগোষ্ঠীয় বিশেষ সংখ্যা) আদি প্ৰবন্ধত কাৰ্বিসকলৰ বিভিন্ন সাংস্কৃতিক দিশৰ পৰিচয় দিবলৈ যত্ন কৰা হৈছে। সুহাগমণি বৰ্মনে 'বৰাক উপত্যকাৰ লোক-সংস্কৃতিৰ আভাস', ললিত চন্দ্ৰ ৰাভাই 'ৰাভাসকলৰ ভাষিক আৰু সাংস্কৃতিক স্থিতি', মণিকা চুতীয়াৰ 'টাইফাকেসকলৰ পৰম্পৰাগত লোকবিশ্বাস ঃ এটি অৱলোকন', খগেন্দ্ৰ দাহালৰ



'নেপালী লোকসংস্কৃতিৰ গোটাচেৰেক কথা', সুনীতা আগৰৱালাৰ 'ৰাজস্থানী লোকসংস্কৃতি', উমেন্দ্ৰ কোচৰ 'গাৰো পাহাৰৰ কোচ জনগোষ্ঠী আৰু সংস্কৃতি', খলিন কোচৰ 'কোচ সমাজত নিকিনি পূজা', কানুৰাম হাজঙৰ 'হাজংসকলৰ সংস্কৃতায়ণ আৰু জনজাতীয় চেতনা' (সমন্বয় সংখ্যা), শিৱনাথ বৰ্মনৰ 'অসমীয়া সংস্কৃতিত জনজাতীয় উপাদানৰ সন্ধানকাৰী ঃ বাণীকান্ত আৰু বিষ্ণুপ্ৰসাদ', জলি বৰঠাকুৰৰ 'চিংফৌ লোকউৎসৱ শ্বপং য়ং মানাও পয় ঃ এক অৱলোকন', তন্ময়প্ৰতিম ৰাজবংশীৰ 'নেপালী কৃষ্টি-সংস্কৃতি', অজন্তা ৰাজখোৱাৰ 'মিচিংসকলৰ কৃষি উৎসৱ আলি-আয়ে-লৃগাং', বিতু নেওগ ৰাজবংশীৰ 'মাৰ জনগোষ্ঠীয় শীতকালীন উৎসৱ ঃ চিক পুই ৰুই', ববিতা ইংৰিপিৰ 'ডিমা হাচাও জিলাৰ ডিমাচা আৰু কাৰ্বি জনজাতিৰ লোক-সংস্কৃতিৰ এটি ৰেঙণি', বিজু মৰাণৰ 'টাইফাকেসকলৰ ইতিহাস আৰু সংস্কৃতি ঃ এটি বিশ্লেষণ', গীতালী বুঢ়াগোহাঁইৰ 'টাই খাময়াং জনগোষ্ঠীৰ সামাজিক জীৱন ঃ এক চমু আলোচনা', স্মৃতিৰেখা চেতিয়া সন্দিকৈৰ 'উজনি অসমৰ বৌদ্ধ ধৰ্মাৱলম্বী মগ বড়ুৱা সম্প্ৰদায়ৰ উৎসৱ-অনুষ্ঠান', ছবি গগৈৰ 'মৰাণ জনগোষ্ঠীৰ পৰম্পৰাগত বনৌষধি চিকিৎসা পদ্ধতি', বেবীমণি গগৈৰ 'তিৱা জনগোষ্ঠীৰ জাতীয় সাজ-পাৰ ঃ পৰম্পৰা আৰু পৰিৱৰ্তন', নিৰোদ গোহাঁইৰ 'অসমৰ জাতীয় ইতিহাসৰ অংশবিশেষ ঃ আহোমসকলৰ আৰ্যীকৰণ প্ৰক্ৰিয়া', মাণিক আহমেদৰ 'অসমৰ লোকনাট্য অনুষ্ঠান আৰু কামৰূপীয়া ঢুলীয়া', ভাৰতী দত্তৰ 'স্ত্ৰী-লোকাচাৰ' আদি প্ৰবন্ধত (জনগোষ্ঠীয় বিশেষ সংখ্যা) বিভিন্ন বিষয়ৰ বিশ্লেষণ আগবঢ়োৱা হৈছে।

**১.৭.২ বিভিন্ন সংস্কৃতিৰ পাৰম্পৰিক প্ৰভাৱ, সমন্বয় আৰু অৱদানৰ দিশৰ আলোচনা ঃ**

সামাজিক, জৈৱিক, সাংস্কৃতিক, ঔদ্যোগিক, বাণিজ্যিক আদি বিভিন্ন কাৰকৰ কাৰণে বিভিন্ন জনগোষ্ঠীৰ ভাষা, সাহিত্য, সংস্কৃতি ইটোৰ দ্বাৰা সিটো প্ৰভাৱিত হয়, সমন্বয় সাধন হয় আৰু অৱদান থাকে। এই সমন্বয়ে জনগোষ্ঠীবোৰৰ সংস্কৃতিকে নহয় মন-মেজাজ আদিতো প্ৰভাৱ পেলায়। ফলত পৰস্পৰে পৰস্পৰৰ লগত সমিলি-মিলেৰে বসবাস কৰিবলৈ প্ৰেৰণা পায়। কিন্তু বৰ্তমান সময়ত এই ধাৰণা আঞ্চলিকতাবাদী শক্তিৰ উত্থানত এক ধৰণৰ প্ৰত্যাহ্বানৰূপে ধৰা দিছে। কিন্তু এইটো একেবাৰে সত্য কথা যে আমি কোনোৱেই সংস্কৃতিৰ দিশৰ পৰা স্বয়ং সম্পূৰ্ণ নহয়। আমি প্ৰত্যেকে প্ৰত্যেকৰ ওচৰত ধৰুৱা।

এই পত্ৰিকাৰ এই বিশেষ সমন্বয় সংখ্যাটিত সেই সম্পৰ্কে কেইবাটাও গৱেষণামূলক আলোচনা দেখা যায়। ৰংবং তেৰাঙৰ 'অসমীয়া আৰু কাৰ্বি সংস্কৃতিৰ সমন্বয়', বেণু গগৈৰ 'কাৰ্বি আংলঙৰ তিৱা সমাজ আৰু বৃহত্তৰ অসমীয়া সমাজ', এম্ গোপাল সিংহৰ 'অসমীয়া সমাজ-সংস্কৃতিলৈ মণিপুৰী মেইটেইসকলৰ অৱদান',

ফুকন বসুমতাৰীৰ 'ভাৰতীয় প্ৰেক্ষাপটত বড়ো সংস্কৃতি আৰু পাৰস্পৰিক সমাহৰণৰ চানেকি', মণি ৰাভাৰ 'অসমীয়া সংস্কৃতিলৈ ৰাভা সমাজৰ অৱদান', জহিৰুল হকৰ 'বৃহত্তৰ অসমীয়া ভাষা-সংস্কৃতি আৰু চৰ-চাপৰিৰ অভিবাসী মুছলমান', নিৰ্মল চাহেৱালাৰ 'অসমৰ ঔদ্যোগিকৰণৰ দিশত মাৰোৱাৰীসকলৰ অৱদান', কপুৰচান্দ জৈনৰ 'অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ হিন্দীভাষীসকলৰ অৱদান', আলপনা সৰকাৰ ডেকাৰ 'সমন্বয়ৰ দিশত বাংলাভাষী অসমীয়াসকলৰ ভূমিকা', ৰতন কুমাৰ ৰায় হাজঙৰ 'হাজং আৰু অসমীয়া লোকসংস্কৃতি ঃ এটি তুলনা', কুমাৰী কাছেমা খাতুনৰ 'সমন্বয়ৰ দৃষ্টিৰে গোৱালপৰীয়া লোক-সংস্কৃতি' (সমন্বয় বিশেষ সংখ্যা) আদি উল্লেখযোগ্য।

**২.০ উপসংহাৰ ঃ**

অসম সাহিত্য সভা উত্তৰ-পূৰ্বাঞ্চলৰ সৰ্ববৃহৎ জাতীয় সাহিত্য অনুষ্ঠান। সমাজত সাহিত্যিক ক্ষেত্ৰত পৰিৱৰ্তন, সচেতনতা, সৃষ্টিশীলতা, যোগাত্মক মনোভাবৰ সৃষ্টি কৰাৰ ক্ষেত্ৰত এনেবোৰ জাতীয় অনুষ্ঠানৰ দায়িত্ব সৰ্বাধিক। সাহিত্য হৈছে সকলোৰে বাবে আকৰ্ষণীয় জ্ঞান, বুদ্ধি, চৰ্চা আৰু মনোৰঞ্জনৰ আহিলা। গতিকে সমাজৰ এই প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি অসম সাহিত্য সভাই নিজৰ কৰ্মপন্থা ঠিক কৰি আহিছে। সেই কৰ্মপন্থাৰ মুখপত্ৰ হৈছে 'অসম সাহিত্য সভা পত্ৰিকা'। এই পত্ৰিকাখনৰ জৰিয়তে তেওঁলোকে সমাজত ইতিবাচক চিন্তাৰ পাতনি তৰে। আলোচ্য সংখ্যা দুটি সেই চিন্তাৰে নামান্তৰ। আলোচ্য বিষয়টোৰ পৰা তলত দিয়া সিদ্ধান্তসমূহ পোৱা গ'ল—

(ক) অসম সাহিত্য সভা পত্ৰিকাই বৰ অসমৰ বিভিন্ন জনগোষ্ঠীৰ পৰিচয় বিশ্বদৰবাৰলৈ উলিয়াই আনিছে।

(খ) ভাষিক, সাহিত্যিক, সাংস্কৃতিক পৰম্পৰা আৰু ঐতিহ্য পোহৰলৈ আনিছে।

(গ) বিভিন্ন জনগোষ্ঠীৰ মাজত বিভিন্ন ক্ষেত্ৰত কেনেকৈ সমন্বয় সাধিত হৈছে সেয়া পোহৰলৈ আহিছে।

(ঘ) বহু জনগোষ্ঠীৰ নৃতাত্ত্বিক পৰিচয়, ভৌগোলিক পৰিচয়, সাহিত্যিক পৰিচয়, সাংস্কৃতিক পৰিচয় সংৰক্ষিত হৈছে।

(ঙ) বিশ্বায়নৰ ফলত বহু জনগোষ্ঠীৰ নৃতাত্ত্বিক পৰিচয় আৰু সাংস্কৃতিক পৰিচয় কেনেকৈ মৃত্যুৰ সংকটৰ গৰাহত পৰিছে সেই ছবি স্পষ্ট হৈ পৰিছে।

(চ) আঞ্চলিকতাবাদী শক্তিৰ উত্থানে বৰ অসমৰ ঐক্য, সম্প্ৰীতি আৰু সমন্বয়ৰ ইতিহাসলৈ যি ধৰণৰ ভাবুকি কঢ়িয়াই আনিছে তাক ৰোধ কৰিবলৈ সচেতনতা বৃদ্ধিত সহায় কৰিছে।



**প্ৰসংগ টীকা ঃ**

১। উপেন ৰাভা হাকাচাম; সম্পাদকীয়, অসম সাহিত্য সভা পত্ৰিকা, সমন্বয় বিশেষ সংখ্যা (মাৰ্চ, ২০১০)

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১। উপেন ৰাভা হাকাচাম (সম্পা.), অসম সাহিত্য সভা পত্ৰিকা (মাৰ্চ, ২০১০), অসম সাহিত্য সভা

২। জ্যোতিৰেখা হাজৰিকা (সম্পা.), অসম সাহিত্য সভা পত্ৰিকা (মাৰ্চ, ২০১২), অসম সাহিত্য সভা

# অসমীয়া গদ্যত জনগোষ্ঠীয় সংহতি

## (অসম সাহিত্য সভা পত্ৰিকাৰ বিশেষ উল্লিখনসহ)

ড° চুমী কলিতা

অসম এখন সমন্বয়ৰ দেশ। নানা জাতি, জনজাতিৰে পৰিবেষ্টিত এই দেশৰ সমাজ-সংস্কৃতি আৰু সভ্যতা। ভিন্ন জাতি-জনগোষ্ঠীৰ পাৰস্পৰিক সম্ভাৰ, সম্প্ৰীতি আৰু অনুৰাগৰ সুগন্ধি সুবাসেৰে মুখৰ এই দেশৰ জনসংখ্যাৰ অৱয়ব। আহোম ৰাজত্বত স্বৰ্গদেউ চুকাফাই 'সাত ৰাজ্য মাৰি এক ৰাজ্য' কৰাৰো বহু পূৰ্বৰে পৰাই আৰ্য আৰু অনাৰ্য গোষ্ঠীৰ লোকসকলে পাৰস্পৰিক মিলা প্ৰীতি আৰু প্ৰেম ভাতৃত্ববোধেৰে জীপাল এখন বৃহৎ অসম ইতিমধ্যেই নিৰ্মাণ কৰি লৈছিল। অসম হোৱাৰ পূৰ্বতে 'অসম'ৰ নাম আছিল **'কামৰূপ'** আৰু **'প্ৰাগজ্যোতিষপুৰ'**। ভাষাতাত্ত্বিক দিশৰ পৰা **'কামৰূপ'** নামে কোনো এক অনাৰ্য দেৱতাৰ বসতিস্থলী বাবেই এই দেশৰ নাম কামৰূপ। আকৌ জনগোষ্ঠীয় ভাষাত **'পগৰ-জুহ-তিহ'** অৰ্থাৎ ওখ আৰু দীঘল পৰ্বতৰ শাৰী অৰ্থত এই দেশৰ নাম প্ৰাগজ্যোতিষপুৰ। ইতিহাসৰ এনে তথ্যৰ পৰাই এই কথা প্ৰতীয়মান হয় যে একবিংশ শতিকাৰ এই অতি আধুনিক কালত বিশ্বায়নৰ বতাহে গৰকা 'অসম' দেশত যি নব্য আৰু পৰিপুষ্ট সভ্যতা-সংস্কৃতিৰ আজি আমি গৰাকী সেই সভ্যতা-সংস্কৃতিৰ প্ৰথম গজঁালিটো ৰোপিত হৈছিল দৰাচলতে আৰ্যেতৰ বংশ সম্ভূত কোনো এক অনাৰ্য জনগোষ্ঠীৰ দ্বাৰাই। বৃহত্তৰ অসমৰ জাতি গঠনৰ ইতিহাস মূলতঃ প্ৰব্ৰজন, সংমিশ্ৰণ আৰু সহাৱস্থানৰ এক মধুৰ আৰু পৰিপুষ্ট ইতিহাস। আৰ্য আৰু অনাৰ্য লোকসকলৰ লগত আদান-প্ৰদান আৰু গ্ৰহণ-বৰ্জনৰ এক পাৰস্পৰিক সদ্‌ভাব আৰু সম্প্ৰীতিৰে শত কাল ধৰি এই দেশৰ সমাজ, সভ্যতা আৰু সংস্কৃতি জীপাল আৰু ঐশ্বৰ্যমণ্ডিত হৈ আহিছে। কিন্তু পৰিতাপৰ বিষয় যে **'কৰতোয়াং সমাৰভ্য যাবদ্দিকৰ বাসীনাম'** বুলি যোগিনী তন্ত্ৰত পৰম গৌৰৱেৰে অধিষ্ঠিত হোৱা 'বৰ অসম'ৰ

---

লেখক বড়োলেণ্ড ইউনিভাৰ্ছিটীৰ অধ্যাপক।



সীমাৰ এই পৰিপুষ্টি আজি তেনেই নিশকতীয়া হৈ পৰিছে। নিজ মাতৃভূমিতে দৈনিক সংঘটিত হৰলৈ ধৰা ভ্ৰাতৃঘাতী আন্দোলন আৰু সংঘৰ্ষৰ বিভীষিকাই আজি এই দেশৰ সমৃদ্ধিক টুকুৰা টুকুৰ কৰাৰ উপক্ৰম হৈছে। অস্তিত্বৰ সংজ্ঞা আৰু অধিকাৰৰ দাবীয়ে আপাতঃ দৃষ্টিত বিভিন্নজনক আত্মসচেতনতা প্ৰদান কৰা বুলি সংশ্লিষ্ট পক্ষই আত্মসন্তুষ্টি লাভ কৰিছে যদিও অলপ গভীৰ দৃষ্টি নিক্ষেপ কৰিলেই এই কথা বোধগম্য হয় যে আত্মসচেতনতাৰ নামত সমগ্ৰ অসমৰে আৰ্য-অনাৰ্য সকলো ভাষা গোষ্ঠীৰ পক্ষে ই দৰাচলতে এক ভয়ঙ্কৰ আত্মপ্ৰৱঞ্চনাহে। ভূতৰ ওপৰত দানহ পৰাদি আকৌ এই ক্ষয়ংকৰী সমস্যাত ইন্ধন যোগাইছে বিভিন্ন সামাজিক আৰু ৰাজনৈতিক অশুভ শক্তিয়ে। ইতিহাসৰ প্ৰতি আগ্ৰহহীন আৰু অদায়বদ্ধ ৰাজনৈতিক নেতাসকলৰ আগ্ৰাসন নীতি আৰু স্বাৰ্থপৰ মনোভংগী, আত্মস্বাৰ্থ সিদ্ধিৰ বাবে ক্ৰমাৎ ব্যক্তিকেন্দ্ৰিক হৈ পৰা অৰ্ধেক নাগৰিকৰ গা-এৰা দিয়া মনোভাব, পাৰত গজা বিভিন্ন দল-সংগঠনৰ নেতৃবৰ্গৰ দ্বাৰা প্ৰগতিৰ নামত কৰা তথাকথিত **'গ্লেমাৰ'** ধৰ্মী আন্দোলনৰ কুচ-কাৱাজ, বহু সময়ত জনগোষ্ঠীয় লোকসকলৰো অত্যধিক অস্তিত্ব প্ৰীতি অথবা অসহনশীল মনোভাব, বিভিন্ন ৰাজনৈতিক, অ-ৰাজনৈতিক নেতা আমোলা মহৰী আদিৰ পৰস্পৰে পৰস্পৰৰ গালৈ বোকা ছটিওৱাৰ খেল, বিদেশীৰ আগ্ৰাসন, অনুপ্ৰবেশ আৰু অবৈধ প্ৰব্ৰজনৰ ফলত অনিয়ন্ত্ৰিত হাৰত বৃদ্ধি হৈ যোৱা জনসংখ্যাৰ সমস্যা, বিশ্বায়নৰ স্পৰ্শ, পশ্চিমীয়া সংস্কৃতিৰ প্ৰতি জনসাধাৰণৰ অত্যধিক মোহ আৰু জনজাতীয় জীৱন তথা কৃষ্টি-সংস্কৃতিৰ প্ৰতি নীচাত্মিকা আৰু হীনমান্যতা বোধ আদি অলেখ উপসৰ্গই বৃহত্তৰ অসমীয়া জাতিটোকে ক্ৰমাৎ কৰি তুলিছে পংগুপ্ৰায়। পৰিস্থিতিৰ এই অশুভ ক্ষণতে সংকীৰ্ণ গোষ্ঠী প্ৰৱণতা, সংৰক্ষণশীল মনোভংগী, স্বকীয় অস্তিত্ব ৰক্ষাৰ উগ্ৰ মানসিকতা, বঞ্চনাৰ আশংকা আদিয়ে অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত থকা সমন্বয়ৰ সেঁতুখনক ছিন্ন-বিছিন্ন কৰাৰ উপক্ৰম ঘটাইছে। বৃহত্তৰ অসমৰ জাতি আৰু সমাজ গঠন প্ৰক্ৰিয়াত অতীজৰে পৰাই নিজ ইচ্ছাৰে অংশগ্ৰহণ কৰি নিজস্ব ভাষা-সাহিত্য-সংস্কৃতিৰ দ্বাৰা অসমীয়া জাতি আৰু সংস্কৃতিক পৰিপুষ্ট কৰি তুলি ক্ৰমাৎ অজনজাতিকৃত হৈ পৰা এই জনজাতীয় ভাই-বন্ধুসকলেই আকৌ আজি নিজৰ স্থিতি সলাই মাতৃৰ বুকুৰ পৰা ওলাই গৈ বেলেগে ঘৰ পাতিবলৈ আগ্ৰহী হৈছে। শান্তিৰে নহ'লে অশান্তিৰে, অহিংসাৰে নহ'লে হিংসাৰে হ'লেও নিজৰ ৰাষ্ট্ৰ, নিজৰ অধিকাৰ গ্ৰহণৰ দাবীত তেওঁলোক হৈ পৰিছে তৎপৰ আৰু অতিশয় সচেতন। এনে তৎপৰতাৰ ফলস্বৰূপেই ভাৰতবৰ্ষই স্বাধীনতা লাভৰ সময়ছোৱাতে সাংবিধানিক বিধি-ব্যৱস্থাৰে ভাষা ভিত্তিক ৰাজ্যসমূহ গঠন হোৱাৰ লগে লগেই নগালেণ্ড, মিজোৰাম, মণিপুৰ, ত্ৰিপুৰা, মেঘালয়, অৰুণাচল প্ৰভৃতি ৰাজ্যই নিজস্বতা দাবী কৰি স্বৰাষ্ট্ৰ নিৰ্মাণ কৰিলে। আৰু অৱশিষ্ট অসমৰ যি

সামান্য ভৌগোলিক, ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক সীমা আৰু নিৰাপত্তা বৰ্তমানে বাকী ৰৈছেগৈ সেইখিনিও ক্ৰমাৎ নিঃশেষ হৈ খণ্ড বিখণ্ড হৈ পৰাৰ উপক্ৰম হৈছে ভাতৃঘাতী কাৰ্যকলাপ আৰু গৃহযুদ্ধৰ পৰিণতিতে। পৰিস্থিতিৰ এনে ভয়াবহ সন্ধিক্ষণ আৰু আবেগসিক্ত মুহূৰ্তত বৃহত্তৰ অসমীয়া জাতি আৰু বিভিন্ন জনগোষ্ঠীৰ মাজত পাৰস্পৰিক বুজাবুজি আৰু প্ৰেম ভ্ৰাতৃত্বৰ পুনৰুত্থানেৰে এটা সুস্থ-সবল আৰু শক্তিশালী তথা একত্ৰিত জাতি গঠন প্ৰক্ৰিয়াত সাহিত্যৰ নিশ্চয় বলিষ্ঠ ভূমিকা আছে আৰু এই ভূমিকাত অসমৰ জাতীয় মহাসভাৰূপে খ্যাত 'অসম সাহিত্য সভা'ৰ গদ্য সমগ্ৰৰ অৱদান শীৰ্ষক এক বিশ্লেষণাত্মক আৰু নিৰপেক্ষ আলোচনাই আমাৰ গৱেষণা পত্ৰৰো পঠিতব্য বিষয়।

**গৱেষণাৰ সমল আৰু পৰিধি ঃ**

'অসমীয়া গদ্যত জনগোষ্ঠীয় সংহতি' শীৰ্ষক গৱেষণা পত্ৰৰ বাবে মুখ্য সমল ৰূপে ১৯৭৫ চনৰ পৰা অতি সাম্প্ৰতিক কাল পৰ্যন্ত বিগত ৪০ বছৰৰ 'অসম সাহিত্য সভা পত্ৰিকা'ৰ বিভিন্ন সংখ্যাসমূহ গ্ৰহণ কৰা হৈছে আৰু গৌণ সমলৰূপে সাহিত্য সভাৰ সৈতে প্ৰত্যক্ষ-পৰোক্ষভাৱে জড়িত বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানৰ সৈতে যোগাযোগ কৰা হৈছে।

অসমীয়া গদ্যত জনগোষ্ঠীয় সংহতি সম্পৰ্কে আলোচনা কৰিবলৈ যাওঁতে গদ্যৰ পৰিধিৰূপে কেৱল 'সাহিত্য সভা পত্ৰিকা'ৰ পূৰ্ববৰ্তী পয়ত্ৰিশ বছৰৰ পত্ৰিকাত সন্নিৱিষ্ট গদ্যসমগ্ৰকহে চয়ন কৰা হৈছে। প্ৰয়োজনৰ দাবীত গৱেষণা পত্ৰৰ ঠায়ে ঠায়ে পত্ৰিকাৰ উদ্ধৃতিও সন্নিৱিষ্ট কৰা হৈছে। সভাৰ দ্বাৰা প্ৰকাশিত অন্যান্য গ্ৰন্থসমূহৰ গদ্যক ইয়াত সামৰি লোৱা হোৱা নাই। গৱেষণা কৰ্মৰ সীমিত পৰিসৰৰ ভিতৰত সেয়া সম্ভৱো নহয়। অসমীয়া জাতীয় জীৱনলৈ সাহিত্য সভাৰ ইতিবাচক-নেতিবাচক ভূমিকা সম্পৰ্কীয় বিবিধ প্ৰসংগৰ উদ্ৰেকক্ৰমে ব্যক্তিগত হৃদয়ত সৃষ্টি হোৱা অনুসন্ধিৎসা আৰু বিদ্বৎ সমাজৰ আলোচনাত শীৰ্ষলৈ অহা বিবিধ প্ৰসংগৰ পোহৰত নিৰপেক্ষ দৃষ্টিভংগীৰে আৰু যথাসম্ভৱ বিদ্যায়তনিক শৃংখলাৰ মাজেৰে গৱেষণা কৰ্ম সম্পন্ন কৰিবলৈ প্ৰয়াস কৰা হৈছে।

**'অসম সাহিত্য সভা পত্ৰিকা'ৰ গদ্যত জনগোষ্ঠীয় সংহতি ঃ**

**'অসমীয়া জাতি'** বা **'অসমীয়া সংস্কৃতি'** কাক বোলে বুলি সুধিলেই আমি বিপাঙত পৰিবলগীয়া হয়, কিয়নো 'অসমীয়া জাতি' অথবা 'অসমীয়া সংস্কৃতি বুলি একক আৰু স্বকীয় কোনো সংজ্ঞা নাই। ভিন্নৰঙী ফুলেৰে এখনি বহুবৰণীয়া বাগিচা গঠন হোৱাৰ দৰেকৈ আৰ্যভিন্ন অলেখ জাতি-জনজাতি আৰু তেওঁলোকৰ সভ্যতা-সংস্কৃতিৰে জীপাল হৈ বৃহত্তৰ অসমীয়া জাতি আৰু সংস্কৃতি গঠিত হৈছে। বহুকাল জুৰি ঘটা সহাৱস্থানৰ ফলত এতিয়া আনকি এই সংস্কৃতিৰ বুকুৰ পৰা বিভিন্ন জনজাতীয় সংস্কৃতিৰ স্বকীয় চিহ্ন একোটিও পৃথকে উলিয়াব নোৱাৰাৰ দৰে হৈছেগৈ। আদান-প্ৰদান আৰু গ্ৰহণ বৰ্জনৰ এক সন্তুলিত (Balanced) আৰু পাৰস্পৰিক বুজাপৰাৰে উভয় সংস্কৃতি সমৃদ্ধ হৈছে। অসমীয়া সংস্কৃতিত বিভিন্ন জনজাতি আৰু জনজাতীয় সংস্কৃতিতো অসমীয়াসকলৰ প্ৰভাৱ মচিব নোৱাৰাকৈ পৰিছে।



অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ জনগোষ্ঠীসকলৰ অকুণ্ঠ অৱদানেৰে বৃহৎ অসমীয়া জাতি আৰু সংস্কৃতি গঠন হোৱাৰ লেখীয়াকৈ অনাৰ্য বংশোদ্ভৱ বড়ো, ৰাভা, কছাৰী আদি জনগোষ্ঠীৰ সভ্যতা-সংস্কৃতি অসমীয়া ভাষা আৰু সংস্কৃতিৰ প্ৰভাৱেৰে পৰিপুষ্ট হৈছে। সুদীৰ্ঘ কালজুৰি অসমীয়া সংস্কৃতিৰ বুকুতে জীন গৈ থাকি এই সমস্ত সংস্কৃতিও দৰাচলতে বৃহৎ অসমীয়া সংস্কৃতিৰে এক অংগ হৈ পৰিছে। বিভিন্ন জাতি-জনগোষ্ঠীৰ সন্মিলিত সহাৱস্থানেৰে অসমীয়া সংস্কৃতি হৈ পৰিছে এক মিশ্ৰিত আৰু সমন্বয়ৰ সংস্কৃতি। গভীৰভাৱে দৃষ্টি নিক্ষেপ কৰিলে দেখা যায় যে অসমীয়া সংস্কৃতি পোনতে বিভিন্ন জনগোষ্ঠীৰ প্ৰভাৱযুক্ত ৰূপত ৰক্ষিত হৈ আহিছিল। পৰৱৰ্তীকালত অৱশ্যে সময়ৰ প্ৰবাহত আৰ্যীকৰণ প্ৰক্ৰিয়াৰ দ্বাৰা এই সংস্কৃতিলৈকো আৰ্য প্ৰভাৱ বিয়পি আহিল আৰু বৰ্তমানৰ ৰূপ পৰিগ্ৰহণ কৰিলেহি। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি-সভ্যতা, লিপি, ধৰ্ম আদি সমস্ত উপাদানৰ স্পৰ্শই আজি অন্যান্য ভাষা-সংস্কৃতিৰ দৰে জনগোষ্ঠীসকলকো সমৃদ্ধ কৰিছে। কেৱল ভাষা-সাহিত্য-সংস্কৃতি আদিৰ ক্ষেত্ৰতে নহয়, আনকি সমাজ গঠনৰ বিভিন্ন দিশতো জনগোষ্ঠী আৰু অসমীয়াসকলৰ পাৰস্পৰিক সম্ভাৱ আৰু বুজাবুজি প্ৰশংসনীয়। এইখন অসমতে **বিষ্ণু ৰাভাই** সকলোকে প্ৰেমৰ শিকলিৰে বান্ধিলে, **ৰাউতা কছাৰী, কমলা মিৰি** আদিয়ে নিজৰ জীৱন দি অসমীয়াক স্বাধীনতা প্ৰদান কৰিলে। আজিও এইখন অসমতে আমি দেখিবলৈ পাওঁ প্ৰমোদ ব্ৰহ্ম, মধুৰাম বড়ো, উপেন ৰাভা হাকাচাম, ভবেন নাৰ্জি, ইন্দিৰা হাজোৱাৰী, মণি ৰাভা, যোগেন্দ্ৰ নাথ হাজৰিকা, জয়ভদ্ৰ হাগজেৰ, নিৰুপমা হাগজেৰ, মনেশ্বৰ দেউৰী, শৈলেন্দ্ৰ নাথ দেউৰী, অৰুণ পামেগাম, ভৃগুমুনি কাগয়ুং, টাবু টাইদ, নাহেন্দ্ৰ পাদুন, গণেশ পেগু আদি অলেখ অজস্ৰ অনাৰ্য বংশোদ্ভৱ লেখক-সাহিত্যিকৰ নাম, যিসকলে অসমীয়া ভাষাত অসমীয়া সমাজ-সভ্যতা-সংস্কৃতি আদিৰ বিষয়তে নিয়মিতভাৱে লিখা-মেলা কৰি অসমীয়া ভাষাৰ সঞ্জীৱনী বৃদ্ধিতে মনপুতি লাগিছে। অতএৱ, বিভিন্ন পণ্ডিত, সাহিত্যিক-সমালোচকে ইতিপূৰ্বে তেওঁলোকৰ গৱেষণামূলক গ্ৰন্থ সমগ্ৰত বিস্তাৰিতভাৱে অসমীয়া আৰু আৰ্যমূলীয় জনগোষ্ঠীসমূহৰ পাৰস্পৰিক আদান-প্ৰদান সন্দৰ্ভত আগবঢ়াই থৈ যোৱা বিশ্লেষণৰ পাছত আমাৰ এই আলোচনা সামান্য এক উল্লেখহে মাত্ৰ।

অসমীয়া আৰু জনগোষ্ঠীয় সমাজৰ এনে পাৰম্পৰিক সৌহাৰ্দ্য আৰু ভ্ৰাতৃত্ববোধৰ আঁহ ফালি অতি দুৰ্ভাগ্যজনকভাৱে চলিত শতাব্দীৰ শেষৰ দুটা দশকৰ পৰা বৃহত্তৰ অসমৰ সামাজিক আৰু ৰাজনৈতিক জীৱনত যি এক বৃহত্তৰ সমস্যাই সণ্টালনিভাৱে ক্ৰিয়া কৰিবলৈ লৈছে সেইয়া হ'ল বিচ্ছিন্নতাবাদৰ সমস্যা। অতি সাম্প্ৰতিক কালত অসমীয়াৰ বুকুৰ কুটুম, সহোদৰৰ ভাই স্বৰূপ বিবিধ জনগোষ্ঠীৰ লোকসকলেও নিজ নিজ জাতি অথবা সম্প্ৰদায়ৰ ভিত্তিত মূল ৰাষ্ট্ৰৰ সৈতে সমস্ত সম্পৰ্ক আৰু সংযোগ বিচ্ছিন্ন কৰি স্বকীয় পৰিচয় প্ৰতিষ্ঠাৰ সংগ্ৰামত ৰত হৈছে। বিশ্লেষণাত্মক দৃষ্টিভংগীৰে লক্ষ্য কৰিলে অৱশ্যে আমি দেখিম যে জনগোষ্ঠীয় সমাজৰ এনে বিচ্ছিন্নতাবাদী মনোভংগী অথবা স্বৰাষ্ট্ৰ নিৰ্মাণৰ মানসিকতা পোষণৰ কেতবোৰ কাৰণো নথকা নহয়। পিতৃ-মাতৃৰ ছত্ৰছায়াত লালিত-পালিত আৰু সহোদৰৰ মৰমৰ উমত জীপাল সন্তানে একাষৰীয়া হৈ বেলেগে ঘৰ কৰাৰ কথা নিশ্চয়েই চিন্তা নকৰে, যদিহে তাত নিৰাপত্তা অথবা অন্যান্য সদৰ্থক স্থিতিসমূহৰ অভাৱ নঘটে। কিন্তু দেশৰ ৰাজনৈতিক আৰু সামাজিক স্থিতিয়ে আজি অতি দুৰ্ভাগ্যজনকভাৱে জনগোষ্ঠীয় লোকসকলক ক্ৰমাৎ নিৰাপত্তা হীনতাৰ দিশে ঠেলি দিছে। একে সময়তে অৰ্থনৈতিক সংশয় আৰু গোষ্ঠীদ্বন্দ্বৰ উত্থানেও তেওঁলোকৰ স্বকীয়তাক বিঘ্নিত কৰাৰ এক ক্ষয়ংকাৰী অনুভৱে ক্ৰমাৎ তেওঁলোকক বিচ্ছিন্নতাকামী মানসিকতাৰ দিশে প্ৰেৰিত কৰিছে। নিজস্ব পৰিচয়ৰ প্ৰতি অত্যধিক প্ৰীতি, সম্প্ৰদায়গতভাৱে নিজৰ স্থিতি নিৰ্দেশৰ উগ্ৰ মানসিকতা, ৰাষ্ট্ৰযন্ত্ৰৰ দ্বাৰা উপেক্ষিত অথবা নিৰ্যাতিত হোৱাৰ আশংকা, গণতান্ত্ৰিক অধিকাৰৰ পৰা বিতাড়িত হোৱাৰ সম্ভাৱনা আদি অলেখ সন্দেহ আৰু সংশয়ে অসমৰ জনগোষ্ঠীয় সমাজক ক্ৰমাৎ ৰাষ্ট্ৰযন্ত্ৰৰ প্ৰতি সন্দিহান কৰি তুলিছে। একে সময়তে সম-মৰ্যাদাৰ দিশত আৰ্য গোষ্ঠীয় লোকসকলৰ সৈতে পৰিদৃশ্যমান হোৱা আত্মিক আবেগহীনতা আৰু অৱহেলাৰ অনুভৱে তেওঁলোকৰ আত্মচেতনাক কৰি তুলিছে ক্ৰমাৎ আত্মনিয়ন্ত্ৰণৰ সমৰ্থক। সাম্প্ৰতিক পৰিস্থিতিৰ এনে দুখজনক মুহূৰ্তৰ আগতীয়া উমান পায়ে হয়তো গদ্য সাধনাৰ মাধ্যমেৰে তীব্ৰ জাতীয় চৈতন্য আৰু অসমীয়া জাতিৰ সৈতে জনগোষ্ঠীয় সংহতিৰ পোষকতা কৰি 'অসম সাহিত্য সভা পত্ৰিকা'ৰ ষঠত্ৰিংশ বৰ্ষৰ তৃতীয় সংখ্যাৰ সম্পাদকীয়ত অত্যন্ত দূৰদৰ্শী দৃষ্টিৰে পৰীক্ষিত হাজৰিকাই লিখিছিল—

'আমাৰ মূৰৰ ওপৰেদি স্বাধীনতাৰ ৩২ টা বছৰ পাৰ হ'ল। ভাৰতৰ অন্যান্য ৰাজ্যই ভাষা-কৃষ্টি, শিক্ষা-সংস্কৃতি, উদ্যোগ-প্ৰতিষ্ঠান, চাকৰি সংস্থান, কৃষি-বাণিজ্য আদিৰ দিশত সামগ্ৰিক উন্নতি সাধন কৰিছে। কিন্তু অসম ৰাজ্য সিবিলাকৰ তুলনাত বহুগুণে পিছপৰি আছে। বৰঞ্চ এইকেইটা বছৰৰ ভিতৰত ধৰ্মীয় সংখ্যালঘু, ভাষিক সংখ্যালঘু আদি সূত্ৰ উলিয়াই অসমৰ সামূহিক ঐক্য বিনষ্ট কৰা হৈছে। লগতে জনজাতীয় লোক, অনুসূচিত সম্প্ৰদায়, পিছপৰা শ্ৰেণী আদিৰ চিনাক্ত সূত্ৰই আমাৰ মাজত সামাজিক বৈষম্য সৃষ্টি কৰিছে। এই ধৰণৰ ৰাজনৈতিক স্বাৰ্থসিদ্ধ, শাসকীয় ত্ৰুটি-বিচ্যুতি আৰু সামাজিক ঐক্যৰ ভাঙোনেই জন্ম দিছে এচাম সমাজ বিৰোধী লোক। আজি সমাজ বিৰোধী ৰক্তবীজক মষিমূৰ কৰাটো প্ৰত্যেকজন অসমবাসীৰেই কৰ্তব্য। বৰ্তমান সমস্যাৰ পৰিপ্ৰেক্ষিতত আমাৰ জাতীয় নেতাসকলে নিঃস্বাৰ্থ স্বদেশপ্ৰেমৰ আদৰ্শ প্ৰতিষ্ঠা কৰিবলৈ হ'লে ৰাজনৈতিক সীমা পৰিবেষ্টিত অসমৰ সংৰক্ষণ, উন্নতি আৰু ঐক্যসাধন কৰা উচিত। অসমৰ পৰা যিবোৰ অংশ আঁতৰি গ'ল তাক আৰু ঘূৰাই অনা সম্ভৱ নহয়, বৰঞ্চ যিখিনি বাকী আছে তাক ৰক্ষা কৰা সকলো অসমবাসীৰ পৱিত্ৰ কৰ্তব্য।'

(ষঠত্ৰিংশ বছৰ, তৃতীয় সংখ্যা, ১৯৭৯ চন)

হাজৰিকাই এই বক্তব্যত স্বাধীনতাৰ ৩২ বছৰ পাছতো নিজৰ মানুহখিনিৰ মাজতে অনৈক্য আৰু বুজা বুজিৰ অভাৱতে যে ভাই ভাই, ঠাই, ঠাই হোৱাৰ পৰিৱেশ সৃষ্টিৰ উপক্ৰম ঘটিছে, তাৰ স্পষ্ট ইংগিত দিছে। অপ্ৰিয় হ'লেও সত্য 'সাহিত্য সভা পত্ৰিকা'ৰ মাজেৰে স্বাধীনতাৰ বত্ৰিশ বছৰ পাছত আৰু আজিৰ পৰা বত্ৰিশ বছৰ পূৰ্বতে কৰা সেই ভৱিষ্যত বাণীয়েই বাস্তৱক্ষেত্ৰত প্ৰযোজ্য হৈ আজি সমগ্ৰ অসমকে বিক্ষিপ্ত আৰু বিকলাংগ কৰাৰ উপক্ৰম কৰিছেহি এই আপ্ত সত্যৰ ভয়ংকৰ সম্ভাৱনাৰ ইংগিত দিয়েই আকৌ উক্ত সংখ্যাতে এই সমস্যাৰ সমাধানসূত্ৰও আগবঢ়োৱা হৈছে এনেদৰে—

'বৰ্তমানৰ সমস্যা জৰ্জৰিত অসমক ৰক্ষা কৰাৰ উপায় কি? — ইয়াৰ প্ৰথম আৰু প্ৰধান উপায় হ'ল— অসমবাসীৰ ঐক্য সাধন। ইয়াত কোনো ধৰ্ম বা জাতৰ কথা নাখাটে, নতুন পুৰণি বাসিন্দাৰ বিভেদসূত্ৰও প্ৰযোজ্য নহয়, ভাৰতীয় সংবিধানমতে থাকিব পৰা আটাইবিলাকেই অসম ৰাজ্যৰ বাসিন্দা, কিন্তু বাসিন্দাই কৰ্মৰ যোগেদি পৰিচয় দিয়া উচিত যে অসম তেওঁৰ মাতৃভূমি'।

(পূৰ্বোক্ত)

ভাষা আন্দোলনত বিদেশী শক্তিয়ে অসমৰ জাতীয় ঐক্য সংহতিক থানবান কৰাৰ কালত অসম আৰু অসমীয়াৰ হৃত মৰ্যাদা আৰু অধিকাৰ ৰক্ষাৰ দাবীত জাতি-জনজাতি নিৰ্বিশেষে সকলোৰে আহুতি প্ৰদানেৰে প্ৰচণ্ড ভাষিক যজ্ঞ আৰম্ভ কৰা হ'ল। সেই যজ্ঞত জনগোষ্ঠীয় ভাই-বন্ধুসকলৰ নিঃস্বাৰ্থ ত্যাগ আৰু আত্মবলিদানক যথাৰ্থ স্বীকৃতি প্ৰদান কৰি 'অসম সাহিত্য সভা পত্ৰিকা'ৰ যোগেদিয়েই পোন প্ৰথমবাৰৰ বাবে তেওঁলোকক বৃহত্তৰ অসমীয়া জাতিৰ পৰম সুহৃদ, পৰম ভাই-বন্ধুৰূপে সাৰটি

লোৱা হ'ল। অসমীয়া গদ্যত জনগোষ্ঠীয় সংহতিৰ এয়ে হয়তো প্ৰথম আনুষ্ঠানিক আৰু বৌদ্ধিক নিদৰ্শন।

অসমীয়া জাতিৰ উত্থান আৰু জাতীয় চৈতন্য সাধনত জনগোষ্ঠীয় লোকসকলৰ ভূমিকা আৰু অংগাংগী প্ৰভাৱৰ গুৰুত্বক ইংগিত কৰি সাহিত্য সভা পত্ৰিকাৰ ঊনবিংশতিতম বৰ্ষৰ দ্বিতীয় সংখ্যাত এগৰাকী গৱেষকে লিখিছে— 'ভাৰতবৰ্ষৰ জনজাতিসকল যেনেকৈ ভাৰতীয় সভ্যতাৰ অপৰিহাৰ্য অংগ ঠিক তেনেকৈ অসমৰ বিভিন্ন জনজাতিসমূহো অসমীয়া সভ্যতা-সংস্কৃতিৰ এক এৰাব নোৱাৰা অংগ। অসমৰ জনজাতি বুলিলে আমি বৰ্তমান অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক সীমাৰ ভিতৰত আৱদ্ধ জনজাতিসকলক বুজিলেই নহ'ব, বৰং উত্তৰ-পূৰ্বাঞ্চলৰ সকলো জাতি জনজাতিকেই বুজিব লাগিব। কিয়নো বিংশ শতিকাৰ মাজভাগলৈকে উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায়বোৰ প্ৰদেশ অসমৰ ভৌগোলিক সীমাৰ ভিতৰত আছিল। তদুপৰি প্ৰাচীন কালৰে পৰা অসমৰ সভ্যতা আৰু সংস্কৃতিৰ লগত এই ওচৰ-চুবুৰীয়া প্ৰদেশবোৰৰ ওতঃপ্ৰোত সম্বন্ধ আছে। আনহাতে, বৰ্তমান অসমৰ ভৌগোলিক সীমাৰ ভিতৰত থকা বেছিভাগ জনজাতিৰেই এই প্ৰদেশবোৰৰ জনজাতিসকলৰ লগত জাতিগত আৰু বংশগত মিল আছে।'

(ঊনবিংশতিতম বৰ্ষ, দ্বিতীয় সংখ্যা)

উদ্ধৃত গদ্যছোৱাৰ মাজেৰে বৃহত্তৰ অসমীয়া ভাষা-সাহিত্য, সমাজ-সংস্কৃতি তথা সমগ্ৰ অসমীয়া জাতিটোৰেই সামূহিক জীৱন যাপন আৰু সহাৱস্থানৰ প্ৰবাহত কেৱল অসমৰে নহয়, সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলতে স্থিত বিবিধ জনগোষ্ঠীৰ অপৰিহাৰ্য সংশ্ৰৱৰ পোষকতা কৰা হৈছে। অসমীয়া জাতিৰ অখণ্ডতা ৰক্ষা কৰিবলৈ হ'লে জনগোষ্ঠীয় সংহতিক গুৰুত্ব দিবই লাগিব সেই বিষয়ত আন্তৰিক বিশ্লেষণ আৰু আত্মিক দৃষ্টিৰ সফল উমান উল্লিখিত গদ্যছোৱাৰ মাজেৰে পৰিস্ফুট হয়।

অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ পঞ্চম পূৰ্ণাংগ অধিবেশনকল্পে ১৯৯১ চনৰ ১৯ এপ্ৰিল তাৰিখে দুধনৈৰ সমন্বয় ক্ষেত্ৰত লোৱা কেইবাটিও প্ৰস্তাৱৰ ভিতৰত উল্লেখযোগ্য প্ৰস্তাৱটো আছিল— 'অসমৰ জনজাতীয় সমস্যা আৰু সমস্যাৰ সমাধানৰ উপায়' শীৰ্ষক আলোচনা চক্ৰৰ আধাৰত প্ৰকাশ পাবলগীয়া গ্ৰন্থখন গঠিক আলোচনাসমূহৰ আধাৰত প্ৰকাশ নকৰি বিষয়ৰ লগত সংগতি ৰাখি অধিক প্ৰবন্ধ সংযোগ কৰাৰ লগতে আলোচনাচক্ৰৰ প্ৰতিবেদক শ্ৰীমতী শান্তিছায়া শইকীয়াক গ্ৰন্থখনৰ সহযোগী সম্পাদক হিচাপে ৰখাৰ পৰামৰ্শ প্ৰদান।'

জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতি আৰু সভ্যতাৰ উত্থানকালত এনে এখন বৃহৎ গ্ৰন্থ প্ৰণয়নৰ সিদ্ধান্ত গ্ৰহণৰ প্ৰতি থকা গভীৰ আন্তৰিকতাই জনগোষ্ঠীয় সংহতি



ৰক্ষাৰ প্ৰতি থকা সাহিত্য সভাৰ আন্তৰিক লিপ্সা আৰু অকৃত্ৰিম দায়বদ্ধতাকে প্ৰতিফলিত কৰিছে। সাহিত্য সভাৰ এই সিদ্ধান্তৰ সদৰ্থক পৰিণতিকল্পেই পৰৱৰ্তীকালত বিগত ত্ৰিশ বছৰৰ ভিতৰত অসমৰ বৌদ্ধিক আৰু বিদ্যায়তনিক মহলৰ হাতত পৰে অসম সাহিত্য সভা প্ৰকাশনৰ দ্বাৰা প্ৰকাশিত কেইবাখনো উল্লেখযোগ্য গ্ৰন্থ, যিবোৰৰ পঠনে বৃহত্তৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ আধুনিকতামুখী চিন্তা চৰ্চাত বিভিন্ন জনগোষ্ঠীয় অৱদান আৰু জনগোষ্ঠীয় সমাজৰ নিজস্ব ধ্যান ধাৰণা আৰু বৌদ্ধিক-মানসিক প্ৰগতিকো সাৱলীলভাৱে প্ৰতিফলিত কৰিবলৈ সক্ষম হৈছে। সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত তেনে কেতবোৰ গ্ৰন্থৰ কেইখনমানৰ শিৰোনামা এনে ধৰণৰ—

◆ অসমৰ লিপি সমস্যা — নগেন শইকীয়া (সম্পাদিত), ◆ অসমীয়া জাতিৰ ইতিবৃত্ত —গিৰিধৰ শৰ্মা (সম্পাদিত), ◆ অসমীয়া লা বৰো নানে আচমীয়া হিচাই কি — মিচ ডি. ফ্ৰেংকলিন (অনূদিত), ◆ আন-টন্‌গাৰী অচমীয়াকো স্কিয়ানি — হৰেন্দ্ৰ ডব্লিউ মাৰাক (অনূদিত), ◆ কৰম পূজা আৰু ঝুমুৰ গীত — ৰুক্মধৰ গোহাঞি (সম্পাদিত) , ◆ কাৰ্বি জনগোষ্ঠী — লংকাম টেৰন , ◆ কাৰ্বি সাহিত্য-সংস্কৃতিৰ প্ৰৱাহ — ৰংবং তেৰাং , ◆ গাৰো সংস্কৃতিৰ ৰূপৰেখা — ড° ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰ , ◆ চাহ বাগিচাৰ অসমীয়া — গোলাপ খাউণ্ড, ◆ চাহ বাগিচাৰ অসমীয়া সম্পদ — সুশীল কুৰ্মী, ◆ চাহ বাগিচাৰ কথা— সুশীল কুৰ্মী, ◆ চাহ বাগিচাৰ জাতি-জনজাতি — দেউৰাম তাছা, ◆ চাহ বাগিচাৰ পূজা-পৰ্ৱ— দেউৰাম তাছা , ◆ চাহ বাগিছাৰ বনুৱা — নকুল চন্দ্ৰ ভূঞা, ◆ চাহ শ্ৰমিকৰ সংস্কৃতিৰ ৰূপৰেখা — প্ৰহ্লাদ চন্দ্ৰ তাছা , ◆ মায়ং অঞ্চলৰ লোক-সংস্কৃতি — ড° হেমন্ত কুমাৰ শৰ্মা , ◆ চিংফৌ জনগোষ্ঠী — সৰ্বানন্দ ৰাজকুমাৰ , ◆ ডিমাচা — নিৰুপমা হাগজেৰ , ◆ তিৱা সমাজ — মনেশ্বৰ দেউৰী , ◆ তিৱা সম্প্ৰদায়ৰ পৰিচয় — সদৌ অসম তিৱা যুৱ-ছাত্ৰ সন্মিলনৰ দ্বাৰা সংকলিত , ◆ তিৱা শব্দ ভাণ্ডাৰ — ৰামেশ্বৰ কোঁৱৰ , ◆ দেউৰী চুতীয়া — ড° পৱন চন্দ্ৰ শইকীয়া , ◆ দেউৰী চচু দাগাৰেবা — নৃপেন দেউৰী , ◆ দেউৰী শব্দমালা — ড° উপেন্দ্ৰ নাথ গোস্বামী, ◆ অসমীয়া নেপালী সমাজ আৰু সংস্কৃতিৰ ৰূপৰেখা — মন বাহাদুৰ ছেত্ৰী, ◆ নাগালেণ্ড — নৱমল্লিকা চক্ৰৱৰ্তী, ◆ নাগামিজ কথালগা নিয়ম — ড° ভীমকান্ত বৰুৱা, ◆ নীলাচল পাঠ — মহেন্দ্ৰ সভাপণ্ডিত, ◆ বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি — নাৰায়ণ ঘাটোৱাৰ , ◆ বাতচা পাঠ — ড° ভীমকান্ত বৰুৱা , ◆ বিষ্ণুপ্ৰিয়া মণিপুৰী — খুমল মহিদেৱ সিংহ, ◆ মপিন্ উছৱ— বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য , ◆ মিকিৰ জনজাতি — লংকাম টেৰণ, ◆ মিচিং অসমীয়া পাঠ— নাহেন্দ্ৰ পাদুন, ◆ ৰাভা-জনজাতি— ৰাজেন ৰাভা, ◆ ৰাভা শব্দ সম্ভাৰ —

ৰাজেন ৰাভা (সংগৃহীত), ◆ সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি — ড° মহেশ্বৰ নেওগ , ◆ স্নেহৰ অৰুণাচল — ড° মহেশ্বৰ নওগ, ◆ ডিমাচা ভাষা আৰু সংস্কৃতি— শৈলেন দাস (সম্পাদক), ◆ মিচিং সংস্কৃতিক ৰেঙণি — গণেশ পেগু, ◆ বিষ্ণুৰাম বড়োৰ ব্যক্তিত্ব আৰু প্ৰতিভা — সতীশ চন্দ্ৰ চৌধুৰী, জগদীশ পাটগিৰি (সম্পাদক), ◆ চাহ জন-জাতিৰ কিম্বদন্তী — গনেশ চন্দ্ৰ কুৰ্মী ◆ ব্ৰহ্মাৰ চকুলো — গনেশ চন্দ্ৰ কুৰ্মী, ◆ চাহ গছৰ মাজে মাজে — সুশীল কুৰ্মী, ◆ চাহ বাগিচাৰ কথা — সুশীল কুৰ্মী, ◆ চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি — সুশীল কুৰ্মী, ◆ চাহ জনগোষ্ঠীৰ চিন্তা চেতনা — ৰাজেন গগৈ (সম্পাদক), ◆ চাহ শ্ৰমিকৰ স্বাস্থ্য চিন্তা — প্ৰহ্লাদ চন্দ্ৰ তাছা, ◆ অসমৰ জনজাতি — প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য (সম্পাদিত)

**জনজাতীয় জীৱন আৰু ভাষা-সংস্কৃতি বিষয়ত সাহিত্য সভাই ইতিমধ্যে প্ৰকাশ কৰি উলিওৱা উল্লিখিত একাংশ গ্ৰন্থৰ নাম উল্লিখনে নিশ্চয়ে জনগোষ্ঠীয় সংহতি সাধনত অসমীয়া গদ্যৰ মাধ্যমেৰে সাহিত্য সভাৰ সদিচ্ছা আৰু আন্তৰিকতাকে প্ৰতিফলিত কৰিবলৈ সক্ষম হৈছে। গদ্যৰ মাধ্যমত সাহিত্যৰ মাজেদি জনগোষ্ঠীয় জীৱন বীক্ষাৰ জৰীপ চলাই সিবোৰৰ সৰ্বতো প্ৰকাৰ কুশলাৰ্থে গ্ৰন্থ প্ৰকাশৰ দৰে লোৱা এনে প্ৰশংসনীয় পদক্ষেপৰ উপৰিও কাৰ্যনিৰ্বাহক সমিতিৰ সভাত জনগোষ্ঠীয় উত্তৰণ, সম্ভাৱ আৰু সম্প্ৰীতি ৰক্ষাৰ হেতু লোৱা কেতবোৰ গুৰুত্বপূৰ্ণ প্ৰস্তাৱকল্পে অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন স্থানত বিভিন্ন জনজাতীয় গৱেষণা কেন্দ্ৰ স্থাপন কৰাৰ উপৰিও বহুতো নব্য পৰিকল্পনাও গ্ৰহণ কৰা হৈছে।**

অসমীয়া অসমৰ মুখ্য ভাষা হোৱাৰ লগতে সমগ্ৰ উত্তৰ -পূৰ্বাঞ্চলৰে সংযোগী ভাষা ৰূপেও স্বীকৃত হৈ আহিছে। পূৰ্বাঞ্চলীয় জনগোষ্ঠীসমূহৰ প্ৰবাহিত গতিৰ সৈতে থকা সম্ভাৱ-সম্প্ৰীতি আৰু পাৰস্পৰিক বোধগম্যতাৰ প্ৰতি দৃষ্টি ৰাখিয়েই সৃষ্টি হৈছে ৰাভামিজ, নাগামিজ, নেফামিজ, তিৱামিজ আদি অলেখ মিশ্ৰিত ভাষা। জনগোষ্ঠীয় লোকসকলৰ অধিকাংশৰে লিপিও অসমীয়া। যিসকলৰ লিপি অসমীয়া নহয়, আৱেগিক দিশৰ পৰা কিন্তু তেওঁলোকো অসমীয়া জাতি আৰু অসমীয়া লিপিৰ সৈতেই সম্পৃক্ত। তথাপিও কিন্তু ঐক্য, সম্প্ৰীতি আৰু প্ৰেম-ভ্ৰাতৃত্বৰে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলক এক মানসিক ক্ষেত্ৰৰ অধীন কৰি ৰাখিবলৈ হ'লেও যে কেৱল ভাষা বা লিপিটো সদৃশ হ'লেই নহ'ব, বৰং বিবিধ জনগোষ্ঠীয় আৰু আৰ্যেতৰ অসমীয়া লোকসকলৰ মনৰ দিগন্ত আৰু ভাবৰ পৰিসৰহে বহল আৰু সম্প্ৰীতি প্ৰয়াসী হ'ব লাগিব, সেই সত্যক ইংগিত কৰি 'সাহিত্য সভা পত্ৰিকা'ত উল্লেখ কৰা হৈছে—

'অসম ৰাজ্যৰ ঐক্য-সম্প্ৰীতি ৰক্ষা কৰাৰ ক্ষেত্ৰত কোনো এটা ভাষাৰ লিপিতকৈ বিশেষভাৱে সামাজিক আত্মীয়তা, আন্তৰিকতাৰ প্ৰাধান্য অধিক। বিভিন্ন সম্প্ৰদায়ৰ বিভিন্ন ভাষা-ভাষীৰ মাজত ঐক্য-সম্প্ৰীতি ৰক্ষা কৰাত মানৱ মনৰ উদাৰ মানৱীয়তাৰ বহু কথা জড়িত হৈ আছে। পৰস্পৰৰ মাজত সমতা, সমদূৰদৰ্শিতা, সহানুভূতিশীলতা, একে ধ্যান-ধাৰণা হ'লেই সৰ্বতোপ্ৰকাৰে ভ্ৰাতৃত্ব বন্ধুত্বৰ বান্ধোনেৰে বান্ধ খাই ঐক্য-সম্প্ৰীতি গঢ়ি উঠিব পাৰে। তেনে হ'লেহে আমাৰ ৰাজ্যখনৰ জনগোষ্ঠীয় সংহতিও ৰক্ষা পৰিব আৰু আমি এক বৃহৎ অসমৰ বাসিন্দা বুলি নিজকে দাবী কৰিব পাৰিম।'

(একত্ৰিংশ বছৰ, চতুৰ্থ সংখ্যা, ১৯৭৫ চন, পৃ. ৬৪)

**বিংশ শতিকাৰ তৃতীয় দশকতে 'চাইমন কমিচন'ৰ অসম ভ্ৰমণৰ কালছোৱাত অসমৰ মংগোলীয় জনগোষ্ঠীৰ মূল শাখা বড়োসকলে নিজকে সম্পূৰ্ণৰূপে অসমীয়াৰূপে দাবী কৰি কমিচনৰ উদ্দেশ্যে নিজৰ স্মাৰক পত্ৰ দাখিল কৰিছিল। অনুৰূপভাৱে অন্যান্য 'আদিম আৰু পিছপৰা' জনজাতিয়েও নিজকে অজনজাতিকৃত ৰূপত স্বীকাৰ কৰি বৃহত্তৰ অসমীয়া জাতিতে লীন হৈ নিজকে অসমীয়া বুলি চিনাকি দি গৌৰৱ প্ৰকাশ কৰিছিল। কিন্তু অতি দুৰ্ভাগ্যজনকভাৱে মাত্ৰ আধা শতিকাৰ ভিতৰতে স্বৰাজোত্তৰ কালত আজি বড়ো, কছাৰী, তিৱা, মিচিং, দেউৰী নিৰ্বিশেষে সকলো জনজাতীয় ভাষা সম্প্ৰদায়ৰ লোকেই বৃহত্তৰ অসমীয়া সমাজ আৰু ৰাষ্ট্ৰযন্ত্ৰৰ প্ৰতি তীব্ৰ অনাস্থা প্ৰকাশ কৰি নিজা নিজা ৰাষ্ট্ৰ দাবী কৰি স্বায়ত্ত শাসন লাভৰ পোষকতা কৰিছে। ১৯৬৭ চনত 'অসম ভৈয়াম জনজাতি পৰিষদ' নামৰ বড়ো জনগোষ্ঠীয় সংগঠনটোৰ নেতৃত্বত বড়ো স্বায়ত্ব শাসনৰ দাবীত আকাশ বতাহ কঁপাই যি আন্দোলনৰ সূত্ৰপাত ঘটোৱা হ'ল, বিভিন্ন স্তৰ আৰু পৰিস্থিতিৰ মাজেৰে সিয়েই গৈ ১৯৭৩ চনৰ ২০ ফেব্ৰুৱাৰীত ৰাজ্য চৰকাৰ, কেন্দ্ৰীয় চৰকাৰ আৰু বড়ো নেতৃবৃন্দৰ মাজত চুক্তিৰূপে স্বাক্ষৰিত হৈ পৃথক বড়োলেণ্ড গঠিত হ'ল। অসমীয়া আৰু বড়ো ভাইসকলৰ এনে বিচ্ছিন্নতাবাদী মনোভংগীত ব্যথিত হৈ সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে প্ৰকাশ কৰা মনোভংগী পত্ৰিকাৰ ত্ৰিংশ বছৰৰ অষ্টম সংখ্যাত সন্নিৱিষ্ট কৰা হৈছে এনেধৰণে—**

'অসমৰ বৰ্তমান পৰিস্থিতি বিপদাপন্ন, আমাৰ সংহতি বিপদাপন্ন হৈছে। বড়োসকলৰ এটা অংশই নিজকে অসমীয়া নহয় বুলি ভাবে— এয়া কোনো ৰাজনৈতিক কাৰণ অথবা বাহিৰা শক্তিৰ প্ৰৰোচনা। ভুল বুজাবুজি এৰাবৰ কাৰণে আমি কৰিব লাগিব। কাৰণ অসমত যিমান বিভিন্ন সম্প্ৰদায় বা ভাষা-ভাষী লোক নাথাকক কিয়, মূলতঃ আমি অসমীয়া। ... ... ... শিক্ষাৰ যোগেদি, সমূহীয়া অনুষ্ঠানৰ যোগেদি আৰু সমূহীয়া শিক্ষাৰ মাধ্যমেৰেহে আমি সংহতি ৰক্ষা কৰিব পাৰিম। ... ... ... বৰ্তমান আমাৰ সমাজখন ৰাজনৈতিক প্ৰভাৱৰ দ্বাৰা প্ৰভাৱান্বিত, আৰু ইয়াৰ উৎস

হৈছে বিভিন্ন জনগোষ্ঠী। বৰ্তমান এই বিভিন্ন জনগোষ্ঠীৰ মাজত সংহতি ৰক্ষা কৰিবলৈ হ'লে বিভিন্ন প্ৰতিনিধিসকলে দাঙি ধৰা আঁচনিসমূহ কাৰ্যকৰী কৰিব লাগে। বিভিন্ন জনজাতিৰ অনুভূতিবিলাকক সন্মান প্ৰদৰ্শন কৰিব লাগে আৰু বৰ্ণ হিন্দু আৰু জনজাতীয় লোকৰ মনত উচ্চাত্মিকা নাইবা নীচাত্মিকা ভাব থাকিব নালাগে আৰু তেওঁলোকৰ সাংস্কৃতিক জীৱনৰ সমলসমূহ উদ্ধাৰৰ ব্যৱস্থা কৰিব লাগে। পৰস্পৰৰ এৰা-ধৰা ব্যৱস্থা হ'লেহে ই সম্ভৱ হ'ব পাৰে।'

(ত্ৰিংশ বছৰ, অষ্টম সংখ্যা, ১৯৭৪ চন, পৃ. ৯৯)

উদ্ধৃত গদ্যছোৱাৰ মাজেৰে সাহিত্য সভাৰ সৈতে জড়িত বিষয়ববীয়া আৰু সদস্যসকলৰ অসমীয়া আৰু জনজাতীয় সম্প্ৰীতিৰ প্ৰতি থকা সদৰ্থক মনোভংগী আৰু মৌলিক চিন্তাৰ উমান পাব পাৰি। বিভিন্ন প্ৰতিনিধিয়ে দাঙি ধৰা মতামতসমূহক যথাযথ সন্মান জনাই জনজাতীয় সংহতি ৰক্ষাৰ ক্ষেত্ৰত যিকোনো আঁচনি গ্ৰহণ কৰাৰ স্থিতপ্ৰজ্ঞ সিদ্ধান্তই সভাৰ আন্তৰিক সম্ভাৱনাকে প্ৰতিফলিত কৰিছে। এনে সম্ভাৱনাৰ পৰিণতিকল্পেই **সাহিত্য সভাৰ আমোলত অসমীয়া আৰু জনগোষ্ঠীয় সম্ভাৱ-সম্প্ৰীতি ৰক্ষাৰ হেতু নিতৌ ন ন আঁচনি গ্ৰহণ কৰা হৈছে। জনজাতীয় ভাষা-সাহিত্য-সংস্কৃতিৰ বিবিধ গৱেষণা কেন্দ্ৰ স্থাপন কৰা হৈছে —**

'আগন্তুক দিনবোৰত অসমৰ লগতে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠী আৰু সম্প্ৰদায়ৰ মাজত হেৰাই যাবলৈ ধৰা প্ৰাচীন ঐতিহ্যময় ভাষা-সাহিত্য-সংস্কৃতিৰ গৱেষণা আৰু প্ৰণালীবদ্ধকৰণৰ বাবে অসম সাহিত্য সভাৰ বিভিন্ন প্ৰান্তত কাৰ্যকৰী হৈ থকা আৰু হ'বলগীয়া সংস্থানসমূহেও (ডিফুৰ জনজাতীয় গৱেষণা সংস্থান, ডিব্ৰুগড়ৰ চাহ জনগোষ্ঠীয় গৱেষণা সংস্থান, ধুবুৰীৰ পশ্চিম অসমৰ ভাষা-সাহিত্য-সংস্কৃতি গৱেষণা কেন্দ্ৰ, দৰঙৰ দৰঙী কলা-কৃষ্টি গৱেষণা প্ৰতিষ্ঠান আগৰতলাৰ ব্ৰহ্মপুত্ৰ-গোমতী গৱেষণা প্ৰতিষ্ঠান, কলকাতাৰ জোনাকী গৱেষণা প্ৰতিষ্ঠান, ইটানগৰত লুম্মেৰ দাই গৱেষণা প্ৰতিষ্ঠান আদি) কাম-কাজ চলাব বুলি কোৱা হৈছে।'

(পঞ্চশষ্ঠিতম বৰ্ষ, প্ৰথম সংখ্যা, ২০১০ চন, সম্পাদকীয় )

এনেদৰে অসম সাহিত্য সভাৰ মুখপত্ৰৰূপে প্ৰকাশিত 'সাহিত্য সভা পত্ৰিকা'ৰ বিভিন্ন সংখ্যা অধ্যয়নৰ অন্তত দেখা যায় যে গদ্য সাহিত্যৰ মাধ্যমেৰে দীৰ্ঘকাল জুৰি সাহিত্য সভাই পূৰ্বাঞ্চলৰ সমস্ত জনজাতিক সাঙুৰি অসমীয়া জাতিৰ অখণ্ডতা আৰু সংহতি ৰক্ষাৰ হেতু দীৰ্ঘকালীন প্ৰচেষ্টা চলাই আহিছে। সাহিত্য সভা পত্ৰিকা দৰাচলতে সাহিত্য সভা কৰ্তৃপক্ষৰ বিবিধ চিন্তা, অনুভূতি, সিদ্ধান্ত আৰু কাৰ্যক্ৰমণিকাৰ স্বচ্ছ দাপোনস্বৰূপ। যদি এই কথা সত্য হয় তেন্তে উল্লিখিত সমস্ত উদ্ধৃতিত প্ৰাপ্ত বক্তব্য বিশেষ একো একোজন লেখক, গৱেষক অথবা সম্পাদকৰ বক্তব্য মাত্ৰ নহয়। বৰং



ই সাহিত্য সভাৰ বিবিধ সিদ্ধান্ত আৰু কাৰ্যাৱলীৰ এক খতিয়ানহে। **আজিৰ তাৰিখত সদৰ্থক- নঞৰ্থক নানা অভিযোগ-প্ৰতিঅভিযোগৰ পৰা সাহিত্য সভা সম্পূৰ্ণৰূপে মুক্ত নহয়।** বহু সময়ত বৰং সাহিত্য সভাৰ ৰাজনীতিকৰণ ঘটিছে বুলিও অভিযোগ উত্থাপিত হৈ আহিছে। কিন্তু বাকী সমস্ত বিষয়ক একাষৰীয়াকৈ থৈ কেৱল জনগোষ্ঠীয় সংহতি সাধনৰ ক্ষেত্ৰত সাহিত্য সভাৰ ভূমিকা সম্পৰ্কে যদি 'সাহিত্য সভা পত্ৰিকা'ৰ মাধ্যমত আমি আলোচনা কৰোঁ তেন্তে দেখিম যে জনগোষ্ঠীয় সংহতি সাধনত সাহিত্য সভাই হাত সাৰটি বহি থকা বুলিলে পক্ষপাতিতা কৰা হ'ব। অস্তিত্ব ৰক্ষাৰ হাবিয়াস আৰু স্ব-নিয়ন্ত্ৰণৰ ব্যাকুলতাই আজি স্বায়ত্ত শাসিত ৰাষ্ট্ৰ নিৰ্মাণৰ পোষকতা কৰা জনগোষ্ঠীয় আন্দোলনবোৰৰ এক প্ৰত্যক্ষ প্ৰেৰণাদায়ক ইতিহাস আছে। জনগোষ্ঠীসমূহৰ সংখ্যালঘুত্ব আৰু ব্ৰিটিছৰ দমন নীতিয়ে সুদূৰ শতিকাৰে পৰা অসমত জনগোষ্ঠীসমূহৰ অস্তিত্বত সংকট সৃষ্টি কৰি আহিছে। আপাতঃ দৃষ্টিতে জনজাতীয় লোকসকলৰ জীৱন পদ্ধতিৰ মান অথবা সুবিধা ভোগৰ সুযোগ আৰ্যবংশীয় অজনজাতিসকলতকৈ বহু পিছপৰা। তাতে আকৌ ব্ৰিটিছ শাসনৰ তলত প্ৰৱৰ্তিত 'বহিঃভূমি এলেকা' আৰু আন্তঃসীমা অধিসূচনা নীতিয়ে জনজাতীয় জীৱনক আৰু অধিক নিশকতীয়া কৰি পেলালে। ইয়াৰ পৰিণতিতে উত্তৰ পূৰ্বাঞ্চলৰ বৃহৎ অখণ্ডতা, ভাঙি চূৰ্ণ-বিচূৰ্ণ হোৱাৰ উপক্ৰম হ'ল। ভাৰতবৰ্ষৰ স্বাধীনতা প্ৰাপ্তিৰ লগে লগেই বৃহত্তৰ অসমভূমিত স্থিত বিভিন্ন জাতি-জনগোষ্ঠীয়ে সুকীয়া প্ৰশাসনৰ দাবীত বিভিন্ন আন্দোলন গঢ়ি তোলাৰ ফলস্বৰূপেই ১৯৫৩ চনত নগালেণ্ডক আৰু ১৯৭২ চনত মিজোৰাম তথা মণিপুৰক পূৰ্ণ ৰাজ্যৰ স্বীকৃতি প্ৰদান কৰা হয়। অনুৰূপ ধৰণে ত্ৰিপুৰা, অৰুণাচল প্ৰদেশ আৰু মেঘালয়েও অসমৰ পৰা ফালৰি কাটি পৃথক ৰাজ্য গঠন কৰেগৈ। সময়ৰ প্ৰবাহত পৰিস্থিতিৰ আজি এনে পৰিৱৰ্তন ঘটিছে যে কি মিচিং, কি ৰাভা, কি তিৱা আনকি কোঁচসকলেও কমতাপুৰ ৰাজ্যৰ দাবীত আন্দোলন গঢ়ি তোলাৰ উপক্ৰম ঘটাইছে। এনে পৰিস্থিতি চলি থাকিলে অতি সোনকালেই যে আমাৰ অসমভূমি এদিন চূৰ্ণ-বিচূৰ্ণ হৈ অস্তিত্বহীন হৈ পৰিবগৈ, সেই সন্দেহ এতিয়া নিশ্চয়েই অমূলক নহয়। ৰাজনৈতিক সংকীৰ্ণতা, অৰ্থনৈতিক অনিশ্চয়তা আৰু বিশ্বায়নৰ আগ্ৰাসনত বিভিন্ন জনগোষ্ঠীয়ে আজি নিজস্বতা হেৰুওৱাৰ ভয়ত পেপুৱা লাগিছে আৰু তাৰ পৰিণতিস্বৰূপেই যেন অসমতে থাকি, অসমৰে বায়ু-পানী সেৱন কৰি বৰ্তি থাকিও সকলোৱে নিজস্ব সত্তা, নিজস্ব অস্তিত্ব জীয়াই ৰখাৰ এক আত্মিক আবেগত উত্ৰাৱল হৈ পৰিছে। এই আবেগেই যে ক্ৰমে ক্ৰমে অসমত নানান ভ্ৰাতৃঘাতী আন্দোলন আৰু জাতীয়-জনজাতীয় অলেখ বিদ্বেষ বহ্নিও জ্বলাই তুলিছে, সেই সত্যক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। 'অসম সাহিত্য সভা পত্ৰিকা' ই এই বহ্নিৰ ফিৰিঙতিক

সমূলঞ্চে নাশ কৰিব নোৱাৰিলেও তাত এপৰ পাছে পাছে এচলু এচলুকৈ শীতল জল নিগৰাইছে। সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলীয় জনগণৰ বাবে সেয়া নিশ্চয়েই এক আশাৰ আৰু হেঁপাহৰ বিষয়।

**উপসংহাৰ ঃ**

ব্যক্তিগতভাৱে আমি সাহিত্য সভাৰ সৈতে জড়িত নহয়। সভা সম্পৰ্কত বিভিন্ন কাকত-আলোচনীত পঢ়া বিভিন্ন লেখা আৰু দুই-চাৰিগৰাকী বিদ্বৎ ব্যক্তিৰ মুখত শুনা আলোচনা-বিলোচনাত বাদে সাহিত্য সভা সম্পৰ্কত বিশেষ জ্ঞান প্ৰাপ্তও নহয়। অত এৱ, 'সাহিত্য সভা পত্ৰিকাৰ গদ্যত জনগোষ্ঠীয় সংহতি' শীৰ্ষক এখন গৱেষণা পত্ৰ ৰচনা আমাৰ কেৱল ব্যক্তিগত পঠন আৰু চিন্তাৰহে ফচল। এই বিষয়ত অধিক গৱেষণা আৰু আলোচনাৰ প্ৰয়োজনীয়তা নিঃসন্দেহে উলাই কৰিব নোৱাৰা বিধৰ।

# অসম সাহিত্য সভা পত্ৰিকালৈ জনজাতীয় লেখকৰ অৱদান

## (ষট্ষষ্টিতম বৰ্ষ, চতুৰ্থ সংখ্যাৰ বিশেষ উল্লিখনসহ)

**কৰবী দেৱী**

**প্ৰস্তাৱনা ঃ**

সুউচ্চ পাহাৰ আৰু বিশাল লুইতেৰে পৰিবেষ্টিত ভাৰতবৰ্ষৰ আকাশত সূৰুযৰ প্ৰথম পোহৰ পৰা সেউজীয়া মনোমোহা অঞ্চল হ'ল উত্তৰ পূৰ্বাঞ্চল। এই পূৰ্বাঞ্চল বৈচিত্ৰ্যপূৰ্ণ অলেখ জাতি-জনগোষ্ঠীৰ মিলনভূমি। শেহতীয়া লোকপিয়ল অনুসৰি অসমৰ মুঠ জনসংখ্যাৰ ভিতৰত ৩৩,০৮,৫৭০ জনেই হৈছে জনগোষ্ঠীয় লোক। ভাষিক দি[illegible]পৰা জনগোষ্ঠীয় সমাজখন বিশ্বৰ সৰ্ববৃহৎ ভাষা পৰিয়াল চীন তীব্বতীয় ভাষা গোষ্ঠীৰ অন্তৰ্গত। লোক-সাহিত্যৰ দিশৰ পৰা জনগোষ্ঠীয় জীৱন-চৰ্যা অত্যন্ত ঐশ্বৰ্যশীল। অতি সাম্প্ৰতিক কালত লিখিত সাহিত্যতো ই পাছ পৰি থকা নাই। অতি প্ৰাচীন কালৰে পৰা দৰাচলতে বিভিন্ন জনগোষ্ঠীৰ বাক্‌ভাষাই লিখিত ৰূপ লাভ নকৰাৰ পৰিপ্ৰেক্ষিতত আৰ্য বংশোদ্ভৱ অসমীয়া ভাষা আৰু লিপিৰ যোগেৰেই তেওঁলোকে নিজৰ সাহিত্য বৰ্তাই ৰাখিছিল। সাম্প্ৰতিক কালত আধুনিক শিক্ষাৰ প্ৰসাৰ আৰু প্ৰচাৰৰ ব্যাপক পৰিবেশৰ আৱৰ্তত জনগোষ্ঠীয় লোকসকলৰ সাহিত্য-সংস্কৃতি কলা বৌদ্ধিক মানসিক চিন্তা আদি সকলোটি দিশক বৃহত্তৰ পৃথিৱীৰ সৈতে চিনাকি কৰাই দিবলৈ অসম সাহিত্য সভা পত্ৰিকাই জন্মলগ্নৰে পৰা অহোপুৰুষাৰ্থ কৰি আহিছে। সাহিত্য সভা পত্ৰিকাৰ এই সমন্বয় যাত্ৰাত স্বতঃস্ফূৰ্তভাৱে আহি সহযোগ কৰিছেহি অসমৰ ভূমিপুত্ৰস্বৰূপ বিভিন্ন জনগোষ্ঠীয় লেখকে। এইসকল লেখকে অসমীয়া ভাষাকো মাতৃভাষাৰ মৰ্যাদাৰে অলংকৃত কৰি নিজৰ বৌদ্ধিক উত্তৰণ আৰু মানসিক

লেখক সোণাপুৰ কলেজৰ ৰাজনীতি বিজ্ঞান বিভাগৰ সহকাৰী অধ্যাপক।

স্পৃহাৰ গুৰুত্বৰে অসম সাহিত্য সভাৰ পত্ৰিকাক নিজস্ব সোণসেৰীয়া লেখা সম্ভাৰেৰে সমৃদ্ধ কৰিছে। আমাৰ গৱেষণা পত্ৰত 'অসম সাহিত্য সভা পত্ৰিকালৈ জনজাতীয় লেখকৰ অৱদান' শীৰ্ষক বিষয়ত আলোকপাত কৰাৰ প্ৰয়াস কৰা হৈছে।

**গৱেষণাৰ পৰিধি আৰু সমল ঃ**

গৱেষণা কৰ্মৰ পৰিধিৰূপে বিশেষভাৱে ড°জ্যোতিৰেখা হাজৰিকাৰ দ্বাৰা সম্পাদিত 'সাহিত্য সভা পত্ৰিকা'ৰ ষট্‌ষষ্ঠিতম বৰ্ষৰ চতুৰ্থ সংখ্যাৰ লেখাসম্ভাৰক চয়ন কৰা হৈছে। মূল বিষয়ৰ সমান্তৰালভাৱে আৰম্ভণিৰে পৰা বৰ্তমান পৰ্যন্ত পত্ৰিকাত প্ৰাপ্ত জনজাতীয় লেখকৰ দ্বাৰা প্ৰস্তুত গৱেষণা নিবন্ধসমূহৰ সংক্ষিপ্ত ৰূপৰেখা এটাও দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। গৱেষণাৰ মুখ্য সমলৰূপে ষট্‌ষষ্ঠিতম বৰ্ষৰ লগতে অন্যান্য বৰ্ষৰ বিভিন্ন সংখ্যাৰ সাহিত্য সভা পত্ৰিকাসমূহো চয়ন কৰা হৈছে আৰু গৌণ সমলৰূপে বিভিন্ন প্ৰসংগ পুথি, আলোচনী আদিৰ সহায় লৈ সম্পূৰ্ণ বিদ্যায়তনিক শৃংখলা আৰু গৱেষণালব্ধ প্ৰত্যাশাৰে গৱেষণা কৰ্ম সম্পাদন কৰিবলৈ চেষ্টা কৰা হৈছে।

**অসম সাহিত্য সভা পত্ৰিকালৈ জনজাতীয় লেখকৰ অৱদান ঃ**

সাহিত্যত জাতিগত বিচাৰ আপাতঃ দৃষ্টিত নীতিবিৰুদ্ধ। কিয়নো সাহিত্যৰ কোনো জাতি নাই। নৃগোষ্ঠীয় আৱেষ্টন অথবা ভৌগোলিক পৰিধিৰ পৰাও সাহিত্যৰ পৰিসীমা মুক্ত। কিন্তু তথাপিও একবিংশ শতিকাৰ প্ৰত্যুষতে আজিৰ এই জাতি জনগোষ্ঠীয় সংহতি আৰু সংঘাতৰ বিপন্ন মুহূৰ্তত আমাৰ সহোদৰ জনগোষ্ঠীয় ভাই বন্ধুসকলৰ সাহিত্য সাধনা আৰু অসমৰ সাহিত্য জগতলৈ তেওঁলোকৰ মহত্বপূৰ্ণ অৱদান সম্পৰ্কীয় এক বিস্তৃত আলোকপাতৰ প্ৰয়োজনীয়তা নিঃসন্দেহে নুই কৰিব নোৱাৰি। 'অসম সাহিত্য সভা পত্ৰিকা'ৰ বিভিন্ন সংখ্যাৰ মাধ্যমত বিশ্লেষণ কৰিলে দেখা যায় যে জনগোষ্ঠীয় লেখকসকলৰ বৌদ্ধিক স্পৃহা আৰু মানসিক উত্তৰণৰ পৰিধিয়ে আজি বৃহৎ অসমীয়া সাহিত্যতে এক শক্তিশালী কনক স্তম্ভ স্থাপন কৰিবলৈ সক্ষম হৈছে। যিসকল জনগোষ্ঠীয় লেখকৰ গৱেষণালব্ধ লেখাই সাহিত্য সভা পত্ৰিকাক পৰিপূৰ্ণতা প্ৰদান কৰিছে তেওঁলোকৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য ব্যক্তিসকল হ'ল — **সীতানাথ ব্ৰহ্ম চৌধুৰী, সতীশ চন্দ্ৰ বসুমতাৰী, প্ৰমোদ ব্ৰহ্ম, মধুৰাম বড়ো, ৰাজেন ৰাভা, তৰুণ খাকলাৰী, ভবেন নাৰ্জী, ৰাজেন পাম, গগণ চন্দ্ৰ সোণোৱাল, জয়ভদ্ৰ হাগজেৰ, নিৰুপমা হাগজেৰ, ৰীতা থাওচেন, বিপুল দেউৰী, তৰুণ পামেগাম, ৰংবং তেৰাং, জয়ন্ত ৰংপি, গণেশ পেগু, উপেন ৰাভা হাকাচাম, নাৰায়ণ ঘাটোৱাৰ, সমীৰ তাঁতী, বিজু মৰাণ, গগণ সোণোৱাল, অৰ্পণা কোঁৱৰ, নিৰোদ গোহাঁই, গিতালী বুঢ়াগোহাই** আদি।



উল্লিখিত লেখকসকলৰ স্বতঃস্ফূৰ্ত জ্ঞান আৰু গৱেষণালব্ধ অভিজ্ঞতাৰ কষটি শিলত কৰ্ষিত হৈ বিবিধ জনগোষ্ঠীয় বিষয় আৰু অসমীয়া সাহিত্য-সংস্কৃতিৰো বিভিন্ন দিশ বৈবিধ্য আৰু বৈচিত্ৰ্যৰে উজলি উঠিছে। সাহিত্য সভা পত্ৰিকালৈ এইসকল লেখকৰ অকুণ্ঠ সঁহাৰি আৰু সৃষ্টি ক্ষমতাক সুৱাগুৰি তুলি অসমীয়া সাহিত্যলৈ আদৰি অনা প্ৰেৰণাৰ বাবে অসম সাহিত্য সভা শতিকাৰ বুকুত প্ৰশংসাৰ পাত্ৰৰূপে প্ৰোজ্জ্বল হৈ ৰব। **ৰং বং তেৰাং** কাৰ্বি সম্প্ৰদায়ৰ এজন বিখ্যাত সাহিত্যিক। তেখেতৰ লেখাই অকল অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাই নহয় লগতে তেখেতে অসমৰ বৃহত্তৰ জাতীয় অনুষ্ঠান সাহিত্য সভাৰো সভাপতিৰ আসন অলংকৃত কৰিছে। " কাৰ্বি কৃষ্টিৰ এখিলা পাতঃ জাম্বিলী আথন " সম্পৰ্কে তেখেতে সাহিত্য সভা পত্ৰিকাত লিখা লেখাৰ দ্বাৰা কাৰ্বি জনগোষ্ঠীৰ কৃষ্টি আৰু শিল্প চেতনাৰ আভাষ পোৱা যায়। ৰঙা ফুলৰ "বেংৱই" নামৰ এক বিশেষ গছৰ দ্বাৰা নিৰ্মিত "জাম্বিলী আথনৰ" শিল্প নৈপুণ্যৰ কাৰুকাৰ্য আৰু ইয়াৰ গভীৰ অৰ্থসূচক তাৎপৰ্যসমূহ বিশ্লেষণ কৰি চোৱাৰ অৱকাশ আছে। জাম্বিলী আথনক কাৰ্বি সমাজ তন্ত্ৰৰ Symbolical Representation বুলি ক'লে সম্ভৱ ভুল নহ'ব।

**নাহেন্দ্ৰ পাদুনে** সাহিত্য সভা পত্ৰিকাত লিখা "মিচিং ভাষাত অঙ্গ প্ৰত্যংগবাচক শব্দ" শীৰ্ষক প্ৰৱন্ধৰ দ্বাৰা জনা যায় যে মিচিং ভাষাত শৰীৰৰ অংগ-প্ৰত্যংগ বুজোৱা শব্দ পৰ্যাপ্ত পৰিমাণে আছে আৰু সেই শব্দবোৰৰ পৰা নানা ধৰণৰ শব্দাংশ, বাক্যাংশ, খণ্ডবাক্য, জটুৱা ঠাঁচ আদি গঠন কৰি লোৱা দেখা যায়।

**অৰ্পণা কোঁৱৰে** অসম সাহিত্য সভা পত্ৰিকাত লিখা "অসমীয়া আৰু কাৰ্বি ভাষাৰ পাৰস্পৰিক সম্পৰ্ক"ত উল্লেখ কৰিছে যে অসম ৰাজ্য ভাষাৰ ক্ষেত্ৰত অতি বৈচিত্ৰ্যপূৰ্ণ। ভাষিক দৃষ্টিৰে অসমত প্ৰচলিত ভাষাবোৰ অষ্ট্ৰিক, আৰ্য্য, দ্ৰাবিড়, চীন-তিব্বতীয় আদি ভাষা পৰিয়ালৰ অন্তৰ্গত। ইয়াত বসবাস কৰা বিভিন্ন জনগোষ্ঠীসমূহে নিজৰ ভাষা আৰু সংস্কৃতিক বাপতিসাহোন হিচাপে লৈ প্ৰাচীন কালৰে পৰা অসমৰ পাহাৰ আৰু ভৈয়াম অঞ্চলত একেলগে মিলিত হৈছে। অসমৰ পাহাৰ আৰু ভৈয়াম উভয় অঞ্চলতে বসবাস কৰি থকা জনগোষ্ঠীসকলৰ ভিতৰত কাৰ্বিসকল অন্যতম। কাৰ্বিসকলে নিজৰ মাজত কাৰ্বি

ভাষা ব্যৱহাৰ কৰে কিন্তু অসমীয়া ভাষা বা অনা-কাৰ্বি লোকৰ সৈতে ভাবৰ আদান-প্ৰদান কৰোতে অসমীয়া ভাষা ব্যৱহাৰ কৰে। ফলস্বৰূপে উভয়ৰ আত্মীয়কৰণৰ মাজেদি দুয়োটা ভাষাতেই বহুক্ষেত্ৰত আদান-প্ৰদান হৈছে। এই সৰবৰাহে ভাষা এটা অধিক সমৃদ্ধিশালী হোৱাত সহায় কৰে।

**ভূপেন নাৰ্জাৰীৰ** সাহিত্য সভা পত্ৰিকাত লিখা "বৰ'সকলৰ লোক-নাট্য" শীৰ্ষক লেখাৰ মতে বৰ'সকলৰ বিভিন্ন মন্ত্ৰবোৰৰ মাজত লোকনাট্যৰ উপাদান জড়িত হৈ থকা দেখিবলৈ পোৱা যায়। সাধুকথা আৰু আখ্যানবোৰ ভালদৰে বিচাৰ-বিশ্লেষণ কৰিলে নাটকৰ উপাদান সিচঁৰতি হৈ থকা দেখিবলৈ পোৱা যায়। এইবোৰক অৰ্ধ লোকনাট্যৰ অন্তৰ্ভুক্ত কৰিব পাৰি। পূৰ্ণ লোকনাট্যত **গেৰজা গাবৌন, থাখ্ৰিফালা** আৰু **হাৰসিঙে দিন্থিনায় গাবৌন** এই তিনিটাক সাঙুৰি লোৱা হৈছে য'ত সাৰেংগী বজাই সাধু কোৱা, একক অভিনয় পৰিবেশনকাৰীৰ ওপৰত নিৰ্ভৰশীল নাটকীয় সমল জড়িত হৈ আছে।

**উপেন ৰাভা হাকাচামে** তেখেতৰ বিভিন্ন জনজাতীয় সম্বলিত লেখাৰ দ্বাৰা সাহিত্য সভা পত্ৰিকাৰ লগতে অসমীয়া ভাষা-সাহিত্যলৈও যথেষ্ট বৰঙণি আগবঢ়াইছে। ৰাভাসকলৰ লোকনাট্য - পৰম্পৰা সম্পৰ্কে তেখেতে সাহিত্য সভা পত্ৰিকাত লিখা প্ৰবন্ধৰ দ্বাৰা ৰাভা সমাজত প্ৰচলিত বিভিন্ন লোকপ্ৰথা বা সামাজিক ৰীতি-নীতি যেনে - জন্ম-মৃত্যু, বিবাহাদিৰ সৈতে জড়িত, যাদুধৰ্মীয় লোকবিশ্বাসৰ সৈকে জড়িত আৰু কৃষি আৰু শ্ৰমৰ সৈতে জড়িত বিভিন্ন পূজা-পাতল, চিকিৎসা বিধান, উৎসৱ, মেলা, খেল-ধেমালি আদিত বিভিন্ন পূৰ্ণ অথবা অৰ্ধ লোকনাটকীয় সমলৰাজি বিক্ষিপ্তভাৱে আছে। ৰাভা লোক সমাজৰ এনে কিছুমান উপাদানৰ আলমত পৰৱৰ্তীকালত লোক-অভিনেতা অৰ্থাৎ ভাৱৰীয়া হৈ বিভিন্ন ক্ষেত্ৰত লোক ৰঞ্জনৰ সমল আহৰণ কৰি ৰাভা লোকনাট্য পৰম্পৰাৰ উত্তৰণত যথেষ্ট ইন্ধন যোগাইছিল।

"ডিমাচা সমাজ ঃ এটি সংক্ষিপ্ত অৱলোকন" শীৰ্ষক সাহিত্য সভা পত্ৰিকাত লিখা **ভূপেন্দ্ৰ চন্দ্ৰ লাংথাছাৰ** প্ৰবন্ধটিয়ে ডিমাচা সমাজৰ ওপৰত আলোকপাত কৰিছে। কৃষিজীৱী জনগোষ্ঠী হিচাপে ডিমাচা সমাজতো কৃষিভিত্তিক নানান বিশ্বাস আৰু আচাৰ-নীতিয়ে ঠাই পাই আহিছে। ডিমাচা সমাজত বিহু উৎসৱটো 'বিছু' নামেৰে বছৰত এবাৰকৈ পালন কৰা হয়। গণতান্ত্ৰিকভাৱে নিৰ্বাচন কৰা গ্ৰাও বুঢ়াজনে গাঁৱৰ বা সমাজখনৰ শান্তি শৃঙ্খলা বজাই ৰখাত সৰ্বেসৰ্বা। ডিমাচাসকলে ল'ৰাক সম্পূৰ্ণ স্বাধীনতা প্ৰদান কৰে যদিও ই সীমাহীন নহয়। বিবাহৰ ক্ষেত্ৰত কন্যাৰ পক্ষক দৰাৰ পক্ষতকৈ বেছি প্ৰাধান্য দিয়া হয়। অসমীয়া



তিৰোতাসকলৰ দৰে ডিমাচা তিৰোতাসকলেও এৰি মুগাৰ সূতাৰে চাদৰ নিজস্বভাৱে তৈয়াৰ কৰে। তেওঁলোকে মূৰ্তিপূজা নকৰে আৰু পূজা-পাতল কৰাৰ ক্ষেত্ৰত জাতি ভেদৰ বিচাৰ কৰা নহয়। পূজাৰ মন্ত্ৰ আয়ত্ব কৰিব পাৰিলেই পুৰোহিত হ'ব পাৰে। ডিমাচা মানে হ'ল ডাঙৰ নদীৰ সন্তান। এই জনগোষ্ঠীটোৱে ডিমাপুৰত বাস কৰিবলৈ লোৱাৰ পৰাহে ডিমাচা নাম পায়।

"চমাংকান আৰু ফাৰকান্তি ঃ কাৰ্বি আৰু ৰাভাৰ দুটা সাদৃশ্যধৰ্মী শ্ৰাদ্ধ অনুষ্ঠান" সম্পৰ্কে **উপেন ৰাভা হাকাচামে** সাহিত্য সভা পত্ৰিকাত লিখা প্ৰবন্ধটিৰ দ্বাৰা এই দুই জনজাতিৰ দুটা বিশেষ অনুষ্ঠান সম্পৰ্কে বিস্তৃতভাৱে আলোচনা কৰিছে। কাৰ্বিসকলৰ এই চমাংকান শ্ৰাদ্ধত খাছি সংস্কৃতিৰ যথেষ্ট প্ৰভাৱ পৰিছে। ভৌগোলিক আৰু ঐতিহাসিকভাৱে ৰাভা আৰু কাৰ্বিৰ প্ৰত্যক্ষ সহ-অৱস্থান সম্বন্ধে জনা নাযায়। কিন্তু অষ্ট্ৰ-এছিয়াটিক মূলৰ খাছি আৰু জয়ন্তীয়াসকলৰ মাতৃভূমি মেঘালয়ৰ পূৰ্ব প্ৰান্তত কাৰ্বিসকলে আৰু পশ্চিম প্ৰান্তত ৰাভাসকলে প্ৰতিবেশী হিচাপে বসবাস কৰি আহিছে। লোক বিশ্বাসৰ ভেটিত পৰৱৰ্তীকালত অষ্ট্ৰ মংগলয়দ পূৰ্বপুৰুষৰ ৰজা আদি ধ্যান-ধাৰণাৰ সমিলমিলত সাংস্কৃতিক সমাহৰণ ঘটি এই অঞ্চলৰ অধিবাসীৰ অৰ্থাৎ খাছি, কাৰ্বি, গাৰো, কোচ, ৰাভা আদি জনগোষ্ঠীৰ মাজত বিভিন্ন শ্ৰাদ্ধ উৎসৱৰ বীজ ৰোপিত হৈছিল বুলি ভাবিবৰ যথেষ্ট অৱকাশ আছে। কাৰ্বি আৰু ৰাভাৰ শ্ৰাদ্ধ অনুষ্ঠানটো একান্ত পাৰিবাৰিক হোৱা স্বত্বেও সমূহ জাতীয় লোকৰ উপস্থিতি, জাতীয় নৃত্য-গীতৰ উপস্থাপন, জাতীয় ধ্যান-ধাৰণাৰ পৰিস্ফুটন ইত্যাদি কাৰণত জাতীয় আৰু ৰাজহুৱা অনুষ্ঠানলৈ উত্তৰণ ঘটিছে। কাৰ্বি আৰু ৰাভাৰ পৰম্পৰাগত এই শ্ৰাদ্ধ অনুষ্ঠা একাধিক নৃ-গোষ্ঠীয় সংস্কৃতিৰ সমাহৰণ ঘটিছে। উভয়তে আৰ্য হিন্দুধৰ্মী লোকাচা প্ৰচলন ঘটিছে।

সাহিত্য সভা পত্ৰিকাত জনজাতীয় লেখকসকলৰ অৱদান বিশ্লেষণ কৰিলে দেখা যায় যে তেওঁলোকৰ অধিকাংশ লেখাই নিজ নিজ জাতীয় জীৱন, ভাষা, সংস্কৃতি, সাহিত্য আদি বিষয়ক। অসম সাহিত্য সভা পত্ৰিকাৰ দ্বাৰা জনগোষ্ঠীয় লিখকসকলে বিভিন্ন জনজাতিৰ স্বকীয় আৰু বিশিষ্ট জীৱনশৈলীৰে সমৃদ্ধ গৱেষণালব্ধ প্ৰবন্ধ, লেখাৰ দ্বাৰা সাহিত্য সভা পত্ৰিকাৰ লগতে অসমীয়া ভাষা সাহিত্যলৈও বৈচিত্ৰ্যপূৰ্ণ অৱদান আগবঢ়াইছে। তেওঁলোকৰ এই আত্মপ্ৰকাশৰ যথোপযুক্ত কাৰণো নোহোৱা নহয়। **নাহেন্দ্ৰ পাদুনে** এই প্ৰসংগত কৈছে, "জনজাতীয় লেখকসকলৰ লেখাত নিজৰ নিজৰ সামাজিক সাংস্কৃতিক দিশৰ প্ৰতিচ্ছৱিৰ আধিক্য হোৱাৰ কাৰণ দুটা হ'ব পাৰে। প্ৰথমটো হ'ল — নিজৰ

সুপ্ত আৰু প্ৰচাৰৰ অভাৱত অখ্যাত হৈ থকা সমাজখনক আন পাঠকৰ আগত দাঙি ধৰা ; দ্বিতীয়টো হ'ল — সৃষ্টিধৰ্মী সাহিত্যৰ প্ৰচলিত ধাৰাৰ লগত সহজে পৰিচিত হ'ব নোৱাৰাৰ বাবে লেখনীৰ প্ৰথম পদক্ষেপ হিচাপে নিজৰ 'জাতি পৰিচয়মূলক' ৰচনাতেই হাত দিয়া"[১]। সেই বুলিয়েই কিন্তু অসমীয়া ভাষা-সাহিত্য, সংস্কৃতি আদি বিষয়ত মনোনিবেশ কৰি বিদ্যায়তনিকভাৱেও সাহিত্য চৰ্চা কৰা জনজাতীয় লেখক যে একেবাৰে নাই, সেই কথাও নহয়। **অৰ্পণা কোঁৱৰ, উপেন ৰাভা হাকাচাম, যোগেন্দ্ৰনাথ হাজৰিকা, যোগেশ দাস, ক্ষীৰোদ শইকীয়া, পদ্মপাটৰ, ৰাজেন্দ্ৰ নাথ বৰদলৈ, ভৃগুমুনি কাগয়ুং, নাহেন্দ্ৰ পাদুন, তৰুণ পামেগাম, টাবু টাইড, গণেশ পেগু, সঞ্জয় তাঁতী, গণেশ কুৰ্মী** আদি — এই থূলৰ লেখক। এই সকল জনজাতীয় লেখকে অসমীয়া ভাষাৰ মাধ্যমেৰে নিজ নিজ সাহিত্য সংস্কৃতিৰ চৰ্চা কৰাৰ উপৰিও অসমীয়া ভাষা-সাহিত্য বিষয়তো বিবিধ প্ৰবন্ধ-গল্প-কবিতা-নাটক আদি ৰচনা কৰি অসমীয়া সাহিত্যক জাতিস্কাৰ কৰি তুলিছে। সাহিত্য সভা পত্ৰিকাতে ইয়াৰ নিদৰ্শন পোৱা যায়। **যোগেন চেতিয়াৰ** 'অসমীয়া নাটকত জনজাতীয় জীৱন' (ষটত্ৰিংশ বছৰ, তৃতীয় সংখ্যা, সম্পাদক ঃ পৰীক্ষিত হাজৰিকা), **নাহেন্দ্ৰ পাদুনৰ**, 'ভংগী বিজ্ঞান' (ত্ৰিপঞ্চাশতম বৰ্ষ, তৃতীয় সংখ্যা, সম্পাদক ঃ বসন্ত কুমাৰ ভট্টাচাৰ্য), **বলীন কুমাব কোঁৱৰৰ** 'অসমীয়া জন-বিশ্বাসৰ বৈজ্ঞানিক বিশ্লেষণ' (৬০তম বৰ্ষ, প্ৰথম সংখ্যা সম্পাদক মদন শৰ্মা), **মৃণাল কুমাৰ গগৈৰ** 'কবি নীলমণি ফুকন আৰু তেওঁৰ কবিতাৰ চিত্ৰকল্প ', (৫৯তম বৰ্ষ দ্বিতীয় সংখ্যা সম্পাদক ঃ মদন শৰ্মা), **ৰাজেন গগৈৰ**, ' হজৰত আজান পীৰৰ সাহিত্যত আধ্যাত্মিক তত্ত্ব ' (পূৰ্বোক্ত), **গুণকান্ত চুতীয়াৰ** 'ড° লীলা গগৈৰ শিশু সাহিত্য' (পঞ্চাশতম বৰ্ষ, দ্বিতীয় সংখ্যা, সম্পাদক ঃ খগেন্দ্ৰ নাথ তালুকদাৰ), **বলীন কুমাৰ কোঁৱৰৰ** 'ড° লীলা গগৈঃ ব্যক্তিত্ব আৰু প্ৰতিভা' (পূৰ্বোক্ত), **বিপিন চেতীয়াৰ** 'শংকৰদেৱৰ ঈশ্বৰ-তত্ত্বত অদ্বৈতবাদ' (ত্ৰিংশ বছৰ, দ্বিতীয় সংখ্যা, সম্পাদক ঃ হেমন্ত কুমাৰ শৰ্মা), **ভৃগুমণি কাগয়ুংৰ** ' সামাজিক ঐক্য ঃ ভাষা আৰু লিপি ', (একত্ৰিংশ বছৰ, চতুৰ্থ সংখ্যা, সম্পাদক, মহেন্দ্ৰ বৰা), **ৰুক্মধৰ গোহাঞিৰ** 'উজনি অসমত কেৱল ধৰ্ম' (পূৰ্বোক্ত) আদি প্ৰবন্ধসম্ভাৰৰ শিৰোনামা এই প্ৰসংগত উল্লেখযোগ্য।

## অসম সাহিত্য সভা পত্ৰিকাৰ ষট্‌ষষ্ঠিতম বৰ্ষ চতুৰ্থ সংখ্যাত জনজাতীয় লেখকৰ অৱদান ঃ

অসম সাহিত্য সভা পত্ৰিকালৈ জনজাতীয় লেখকসকলৰ অৱদান শীৰ্ষক



আলোচনাত এই কথাৰ উল্লেখ অত্যন্ত প্ৰাসংগিক যে এই পত্ৰিকাৰ ষটষষ্ঠিতম বৰ্ষৰ চতুৰ্থ সংখ্যাটো সম্পূৰ্ণৰূপে জনগোষ্ঠীয় বিশেষ সংখ্যাৰূপে প্ৰকাশ কৰা হৈছে। অৱশ্যে সাহিত্য সভা পত্ৰিকাত পূৰ্বেও জনগোষ্ঠীয় বিশেষ সংখ্যা প্ৰকাশিত নোহোৱাকৈ থকা নাই। কিন্তু শেহতীয়াভাৱে প্ৰকাশিত পত্ৰিকাৰ উল্লিখিত সংখ্যাত জনজাতীয় লেখকসকলৰ যি স্বতঃস্ফূৰ্ত সঁহাৰি সেয়া কেৱল আশ্চৰ্যজনকেই নহয়, প্ৰশংসনীয়ও। লক্ষণীয়ভাৱে উল্লিখিত সংখ্যাত প্ৰকাশিত মুঠ ঊনচল্লিশটা লেখাৰ ভিতৰত ছাব্বিশটাই জনজাতীয় লেখক-গৱেষকৰ দান। চৌদিশে সংঘটিত হৈ থকা ভাষিক দ্বন্দ্ব, গোষ্ঠী সংঘৰ্ষ, আৰ্য আৰু আৰ্যেতৰ লোকসকলৰ অপ্ৰয়োজনীয় আত্মিক বিৰোধ, অধিকাৰ আৰু দায়িত্বৰ বা-মাৰলী আদি এশ এবুৰি প্ৰতিকূল পৰিস্থিতিক নেওচি জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে এক বৃহৎ সাহিত্য অনুষ্ঠান আৰু সাহিত্যিক সমল সৃষ্টি কৰি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ চুকে-কোণে লুকাই থকা অলেখ অনামী অলিখিত তথ্য লোকচক্ষুৰ মাজলৈ উলিয়াই আনি ভাষা সাহিত্যক শক্তিশালী কৰাৰ যজ্ঞত আলোচ্য লেখকসকলৰ সদৰ্থক মনোভংগী আৰু শক্তিশালী লেখনশৈলী বৃহত্তৰ উত্তৰ-পূৰ্বাঞ্চলীয় সমাজখনৰ বাবেই এক চমকপ্ৰদ সংঘটন।

সাহিত্য সভা পত্ৰিকাৰ ষট্‌ষষ্ঠিতম বৰ্ষ, চতুৰ্থ সংখ্যাত **দীপক কুমাৰ দলে** আৰু **অজন্তা ৰাজখোৱাই** মিচিং ভাষা-সাহিত্য-সংস্কৃতি বিষয়ত বিশেষভাৱে আলোকপাত কৰি লিখি উলিয়াইছে দুটাকৈ বহুমূলীয়া প্ৰবন্ধ ক্ৰমে 'মিচিং ভাষা সাহিত্য আৰু সংস্কৃতিৰ উত্তৰণত জাতীয় সংগঠনসমূহৰ ভূমিকা' আৰু 'মিচিংসকলৰ কৃষি উৎসৱ আলি আয়ে-লৃগাং আৰু পঃৰাগ।' বিশ্বায়নৰ গৰাহত অসমৰ থলুৱা সংস্কৃতিসমূহৰ সংকট আৰু সিবোৰৰ উদ্ধাৰকল্পে এক জাতীয় জাগৰণৰ পোষকতা কৰি মিচিং জনগোষ্ঠীৰ উদ্ধৃতিৰে উল্লিখিত প্ৰথমটো প্ৰবন্ধত লেখকে লিখিছে, "আমাক পলে পলে বিশ্বায়নৰ অক্টোপাছে মেৰিয়াবলৈ উদ্যত হৈছে। এই কালান্তক অক্টোপাছৰ মেৰপাকত আমি সৈমান হ'লে নহ'ব। আমি সময়ত প্ৰয়োজন সাপেক্ষে গৰ্জিবই লাগিব। আমাক আমাৰ সংস্কৃতি লাগিবই। আমাক আমাৰ ভাষা লাগিবই। আমাক আমাৰ সাহিত্য লাগিবই"[২]। গৱেষক দলৰ উদ্ধৃত অনুভৱ সাম্প্ৰতিক কালৰ সকলো ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতে প্ৰযোজ্য। বিশ্বায়নৰ প্ৰয়োগ আৰু প্ৰাপ্তি আজি কেৱল মিচিং ভাষাতে নহয় সমগ্ৰ অসমীয়া জাতিৰ পক্ষেই ভাবুকি হৈ থিয় দিছে। উল্লিখিত প্ৰবন্ধৰ পুঙ্খানুপুঙ্খ পঠনে পাঠকক সেই চৰম সত্যৰ স্বচ্ছ প্ৰতিফলন প্ৰদৰ্শন কৰিব পাৰে।

পৃথিৱীৰ দ্বিতীয় বৃহৎ ভাষা পৰিয়ালৰূপে স্বীকৃত চীন-তিব্বতীয়

ভাষাগোষ্ঠীৰ অন্তৰ্গত উত্তৰ পূৰ্বাঞ্চল অভিমুখী এটি উল্লেখযোগ্য ভাষা হৈছে শ্যাম-চীনীয় বা টাই ভাষা। টাই ভাষাৰ অন্তৰ্গত ছয়টা ভাষিক গোষ্ঠীৰ লোক উত্তৰ পূৰ্বাঞ্চলত সিঁচৰতি হৈ আছে। উল্লিখিত ভাষাকেইটাৰ অন্তৰ্গত ভাষিক বিশেষত্ব, সাহিত্য-সংস্কৃতি আদিৰ বিষয়ত পুংখানুপুংখ বিশ্লেষণেৰে সাহিত্য সভা পত্ৰিকাৰ আলোচ্য সংখ্যাত কেইবাগৰাকীও জনজাতীয় লেখকৰ তত্ত্বগধুৰ গৱেষণালব্ধ প্ৰবন্ধ প্ৰকাশিত হৈছে। **বিজু মৰাণৰ** "টাইফাকেসকলৰ ইতিহাস আৰু সংস্কৃতিঃ এটি বিশ্লেষণ" , **গীতালী বুঢ়াগোহাইৰ** "টাই খাময়াং জনগোষ্ঠীৰ সামাজিক জীৱন", **বলীন সন্দিকৈৰ** "টাই টুৰুং ভাষাত প্ৰত্যয়ৰ প্ৰয়োগ", **মধুমিতা চেতিয়াৰ** "টাই খাময়াং ভাষাৰ বাক্য বিন্যাস প্ৰণালী", আদি ইয়াৰ ভিতৰত উল্লেখযোগ্য। সাম্প্ৰতিক কালত বিশ্বায়নৰ আগ্ৰাসন, উদাৰীকৰণৰ ঢৌ, ইংৰাজী ভাষাক অত্যাধিক মান্যতা প্ৰদান আদি কাৰকৰ প্ৰভাৱত টাই ভাষাটো ক্ৰমাৎ বিপন্নতাৰ গৰাহত পতিত হ'বলৈ ধৰিছে। এনে এক পৰিস্থিতিৰ প্ৰেক্ষাপটত টাই ভাষাৰ বিবিধ প্ৰসংগ আৰু বৈশিষ্ট্যৰ সূক্ষ্মাতিসূক্ষ্ম বিশ্লেষণে লেখকসকলৰ যে কেৱল বৌদ্ধিক স্পৃহাকে ইংগিত কৰিছে এনে নহয়, তেওঁলোকৰ হৃদয়স্থিত জাতীয় দায়বদ্ধতাকো শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে।

সাহিত্য সভা পত্ৰিকাৰ ষট্ষষ্টিতম বৰ্ষ, চতুৰ্থ সংখ্যাৰ অন্তৰ্গত জনজাতীয় লেখকৰ দ্বাৰা যুগুত কেইটামান উল্লেখযোগ্য প্ৰবন্ধ হৈছে **বিতু নেওগ ৰাজবংশীৰ** "মাৰ জনগোষ্ঠীয় শীতকালীন উৎসৱ ঃ চিক পুই ৰুই", **ৰবিতা ইংৰিপিৰ** "ডিমা হাচাও জিলাৰ ডিমাচা আৰু কাৰ্বি জনজাতিৰ লোক-সংস্কৃতিৰ এটি ৰেঙণি" **সৌৰভ কুমাৰ দেউৰীৰ** "দেউৰী জনগোষ্ঠীৰ অস্তিত্বৰ সংকট আৰু সম্ভাৱনা" **তিলো সোণোৱালৰ** "সোণোৱাল কছাৰী ঃ অসমৰ ঐতিহ্যমণ্ডিত, ঐশ্বৰ্যবান, গুণবান থলগিৰি", **স্মৃতিৰেখা চেতিয়া সন্দিকৈৰ** "উজনি অসমৰ বৌদ্ধ ধৰ্মাৱলম্বী মগ বতুৱা সম্প্ৰদায়ৰ উৎসৱ-অনুষ্ঠান,**ছবি গগৈৰ** "মৰাণ জনগোষ্ঠীৰ পৰম্পৰাগত বনৌষধি চিকিৎসা পদ্ধতি", **বেবীমনি গগৈৰ** "তিৱা জনগোষ্ঠীৰ জাতীয় সাজ-পাৰ ঃ পৰম্পৰা আৰু পৰিৱৰ্তন", **নিৰোদ গোহাঁইৰ** "অসমৰ জাতীয় ইতিহাসৰ অংশবিশেষ ঃ আহোমসকলৰ আৰ্যীকৰণ প্ৰক্ৰিয়া", **অৰ্পণা কোঁৱৰৰ** "অৰুণাচলৰ ভাষা ভাষিক স্থিতি আৰু টাংচা ভাষাৰ পৰিচিতি", **উপেন ৰাভা হাকাচামৰ** "ৰাভা লোক-সাহিত্যৰ ইতিবৃত্ত আৰু অধ্যয়ন", **ফুকন বসুমতাৰীৰ** "বৰো ভাষাত দেহৰ অংগ-প্ৰত্যংগ, জীৱ-জন্তু আৰু ফলবাচক শব্দৰ গঠন", **অঞ্জলি চুতীয়া শইকীয়াৰ** "চিংফৌসকলৰ জীৱন পৰিক্ৰমা", **খেমা সোণোৱালৰ** "মাৰ্ঘেৰিটা মহকুমাৰ হাজংসকল", **নিত্যানন্দ সেনাপতিৰ** "ৰঙানদীপৰীয়া মিচিংসকলৰ জনজীৱন" ইত্যাদি। উল্লিখিত আটাইবোৰ প্ৰবন্ধতে বিবৃত হৈছে সংশ্লিষ্ট ভাষাটোৰ সৈতে সম্পৃক্ত বিবিধ জনগোষ্ঠীয় ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সংহতি-সংকট আদিৰ পুংখানুপুংখ বিশ্লেষণ।



এনেদৰে আলোচনা কৰিলে দেখা যায় যে অসম সাহিত্য সভা পত্ৰিকাৰ ষট্ষষ্টিতম বৰ্ষৰ চতুৰ্থ সংখ্যাটোক মূলতঃ জনগোষ্ঠীয় বিশেষ সংখ্যাৰূপে সজাই তোলা হৈছে আৰু পত্ৰিকাৰ এই বিশেষ সংখ্যাটোক গৰিষ্ঠসংখ্যক জনজাতীয় লেখকে নিজৰ বহুমূলীয়া গৱেষণালব্ধ প্ৰবন্ধ সম্ভাৰেৰে বৰ্ণাঢ্য কৰি তুলিছে। ষটষষ্টিতম বৰ্ষৰ পূৰ্বেও সাহিত্য সভা পত্ৰিকাৰ ১৯৮২ চনৰ জানুৱাৰি, ফেব্ৰুৱাৰি, মাৰ্চ সংখ্যাটো **নাহেন্দ্ৰ পাদুনৰ** সম্পাদনাত আৰু ১৯৮৫ চনৰ জুলাই, আগষ্ট, ছেপ্টেম্বৰ সংখ্যাটো **ছামছিং হাঞ্চেৰ** সম্পাদনাত জনজাতীয় বিশেষ সংখ্যাৰূপে প্ৰকাশিত হৈছিল। উল্লিখিত দুয়োটা সংখ্যাৰ অধ্যয়ন আৰু গৱেষণাইও অসম সাহিত্য সভা পত্ৰিকাত জনজাতীয় লেখকৰ অৱদান আৰু জনজাতীয় সাহিত্যৰ উত্তৰণত অসম সাহিত্য সভা পত্ৰিকাৰ ভূমিকা শীৰ্ষক আলোচনাৰ বাট কাটিব পাৰে।

**উপসংহাৰ ঃ**

অসম সাহিত্য সভা পত্ৰিকালৈ জনজাতীয় লেখকৰ অৱদান (ষট্ষষ্টিতম বৰ্ষ, চতুৰ্থ সংখ্যাৰ বিশেষ উল্লিখনসহ শীৰ্ষক গৱেষণা পত্ৰ প্ৰস্তুতিৰ অন্তত দেখা গ'ল যে সাম্প্ৰতিক কালত বৃহত্তৰ অসমীয়া ভাষাৰ মাধ্যমতে সাহিত্য চৰ্চা কৰি আৰ্যেতৰ বংশোদ্ভৱ বিবিধ জনজাতীয় লেখকে নিজ নিজ ক্ষেত্ৰৰ ভাষা-সাহিত্য, সংস্কৃতি আদি বিবিধ বিষয়ক ক্ষুদ্ৰাতিক্ষুদ্ৰ বিষয়সমূহো পুংখানুপুংখভাৱে বিদ্বৎ সমাজৰ মাজলৈ উলিয়াই আনিছে। চন্দ্ৰধৰ বৰুৱাৰ সম্পাদনাত ১৯২৬ চনত প্ৰথম প্ৰকাশ পোৱা 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সদীৰ্ঘ ৬৬ সংখ্যক প্ৰকাশ পৰ্যন্ত প্ৰতিটো সংখ্যাতে জনজাতীয় লেখকৰ বৰঙণি আছে। হয়তো ক'ৰবাত কম, কৰবাত বেছি। নিৰ্দিষ্ট শব্দসংখ্যাৰ ভিতৰত সামৰিবলগীয়া হোৱা এই গৱেষণা পত্ৰত উল্লিখিত আটাইবোৰ লেখকক সামৰি ল'ব পৰা হোৱা নাই। এই বিষয়ত গভীৰ আৰু বিস্তৃত বিদ্যায়তনিক গৱেষণাৰ প্ৰয়োজনীয়তা অনস্বীকাৰ্য।

**পাদটীকা ঃ**

১। নাহেন্দ্ৰ পাদুন ঃ অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙণি, পৃ. ৭৯

২। দীপক কুমাৰ দলে ঃ 'মিচিং ভাষা-সাহিত্য আৰু সংস্কৃতিৰ উত্তৰণত

জাতীয় সংগঠনসমূহৰ ভূমিকা', অসম সাহিত্য সভা পত্ৰিকা, ষটষষ্টিতম বৰ্ষ, চতুৰ্থ সংখ্যা, (সম্পাদক ড° জ্যোতিৰেখা হাজৰিকা), পৃ. ৭০-৭৫

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১। নাহেন্দ্ৰ পাদুন ঃ অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙণি
২। পৰেশ বৈশ্য ঃ অসম সাহিত্য সভাৰ বুৰঞ্জী
৩। সতীশ চন্দ্ৰ চৌধুৰী (সংকলন) ঃ অসম সাহিত্য সভাৰ প্ৰকাশনৰ বৰ্ণনামূলক তালিকা।

# পৰিশিষ্ট

# Contribution of the Mising Sahitya Sabha for the Development of the Mising People

**Bornali Mohan**
**Eli Kumari Das**
**Mofida Begum**

Assam is a state of many tribal communities. Among those tribal communities, the Mising are different in nature and special in character. The Mising constitute the second largest plain tribal community of Assam. Originally the Mising were hill tribes of the North East Frontier Agency, now known as Arunachal Pradesh. They came down to the plains and began settling in the riverine areas of Brahmaputra and Subansiri rivers of Assam. They are found in the districts of Sibasagar, Lakhimpur and Dibrugarh. Moreover they lived in the Siang and Lohit districts of Arunachal Pradesh. These Mising people are also called Miri. They are simple living people. They have their own language, literature and culture which are multifaceted.

**Origin of the Mising Language and its development:**

The Mising language is called 'Tani Aagam'. Tani means men or human society and Aagam means language. Therefore, literally 'Tani Aagam' means language spoken by men. The Mising language originated from the Mongoloid language group of the Tibeto-Burrman family. The Mising language has its own family in Arunachal Pradesh namely Aadi, Nishi, Apatani and Tagin. We find the reference of the Mising language in the Assamese book Miri Jiyori written by the great Assamese novelist Rajani Kanta Bordoloi in the year 1895. But unfortunately till that time the Mising language did not get any proper recognition. The British also tried to

The authors are Assistant Professors of Beltola College.

give a written identity to the Mising language. But their literary works like, "Miri Aabar Dictionary", "Pad am Aadi Path", Biblelar Kahani" were written in Roman script. Some of the Mising persons who tried to develop the Mising Language were Late Sonaram Payang Kataki, Late Dhawani Sangmai (Mili), Late Jairam Pegu and Sri Kamal Padung. But their effort did not give any result. At last but not the least, for the development of the Mising language, the literary genius of the Mising community started a literary organization named as "Mising Bano Kobang". It was started in the year 1924 and at that time it was named as "Miri Sanmilan". The founder of this literary organization are Late Charu Chandra oley, Late Muhichandra Miri, Migang Karkachandra oley, Migang Padmadhar Pegu and Migang Bimala Kanta oley. The Satradhikar of the Majuli Gormur Satra Sri Sri Pitambar Dev Goswami was also related with the formation of this organization. Till that time the Mising language did not have any written scripts.

The efforts of the Mising people did not went in vain. At last in the month of September 1969 the Mising people joined together at Guwahati to form the "Guwahati Mising Kobang" for the discussion of the missing language. Migang Tabu Taid, the then lecturer of the English Deptt. of Cotton college and Migang Nahendra Padung, the then Lecturer of the Assamese Deptt. of Sibsagar College were jointly given the responsibility by the organization to pronounce the Mising language either in Assamese or Roman. At first a book was published named as "Mising Lipi" by Migang Nahendra Padung where we get the pronunciation of the Mising language in Assamese alphabets. Again in the year 1972, a meeting was held with some selected delegates at Disangmukh to discuss about the Mising alphabets.

At last the great day of the Mising language came. The third annual conference held at Gogamukh in the year 1979 was of great importance. It was in this conference that the Mising learned persons accepted the Roman letters to be used in Mising Language. Even the flag, emblem and rules of the organization were approved in this conference. From then onwards, the Mising language was developed. Late Ratneswar Pormai worte a small book named



"Pasang Atsur". Migang Nahendra Padung brought out a paper named "Lutad" and Migang Tabu Taid "Paman Maman" and "Mising Aagam Payir". Now all the Mising Sahitya Sabhas were held in Mising Language.

**Formation of the Mising Literary Organization or Mising Aagam Kobang:**

Mising Aagam Kobang means Mising Sahitya Sabha. This literary organization was formed in the year 1968 to develop the Mising language. At the time of its formation it was named as "Miri Sanmilan". The name of "Miri Sanmilan" was to Aagam Kobang" in the year 1955. The aim of the Aagam Kobang was the spreading of education among the Mising people, to reform the customs and rites and to develop a relation with the other communities of Assam, and to improve the financial conditions of the Mising people. The first conference of the Aagam Kobang was held at Disangmukh in the year 1972. And Migang Tabu Taid was the first President. Among all the Mising Aagom Kobang the Mising Aagam Kobang held at Kulajan in the year 1966 was big and splenduous. The first woman Prime Minister of India Mrs. Indira Gandhi attended this conference. Due to which not only India but also the world came to know about the Mising Tribal community. The most valuable lectures given by the different Presidents of this literary organization opened the eyes of the people living in the community. The Mising Aagam Kobang or the Mising Sahitya Sabha operates centrally as well as thorough its branches named Bangke Aagam Kobang in all the districts of Assam, in bothrural and urban areas, inhabited by the people of this community. The last conference of the Mising Aagam Kobang was held at Jonai on 16th to 19th January, in the year 2012. The President of this conference is Bidyeswar oley and the Secretary Dipak Kumar oley.

**Aims and Objectives of the Mising Sahitya Sabha:**

a) The Mising Aagam Kobang work for the development of the Mising culture, language and literature. Its activities include:-

i) Compilation and publication of various books in Mising language.

ii) Collection of Mising folk literatures.

iii) To work for the introduction of Mising Language as a medium of instruction.
iv) To promote Mising language and literature they would have to perform activities.

b) The Mising Aagam Kobang shall strictly be a cultural, literary and linguistic association. It should avoid all political and religious issues of controversy and communication.

c) Activities of the Mising Aagom Kobang:

i) The Mising Aagam Kobang took up steps to preserve and develop the Mising language in a written form.
ii) To co-operate with other socio-cultural organizations of the Mising community.
iii) To hold biennial general conferences and annual special sessions to review existing policies and programmes of the organization.
iv) Mising Aagam Kobang is extending co-operation to the education department of the government of Assam in preparing Mising primers for use schools, where Mising Language Teaching (MLT) has been introduced.
v) The introduction of MLT in primary schools began in 1986. The question of making Mising language as the medium of instruction in the schools concerned is under the consideration of Mising Aagam Kobang.

**Contribution of the Mising learned persons to their society:**

The Mising Sahitya Sabha tried their level best to improve the conditions of their people. The Mising learned persons also contributed some of their writings to the Assamese language and literature. Among them the name of the historian Sonaram Payang Kataki was worthy of reference. He worte a small book named "Miri Jatir Buranji" which provides a lot to the Assamese literature regarding the Mising Community. Their literatures comprises of research articles, novels, folk literatures. The great writers of the Mising Community are Baneswar Mili, Numal Panging, Former President of the Asam Sahitya Sabha Tarun Chandra Pamegam, National Award winner Poet Vrigumnuni Kaigung, Dr. Durgeswar



Doley, Dr. Numal Pegu, Educationist Tabu Taid, Social worker Debicharan Regan, Linguist Nahendra Padug, Dr. Jatin Mipun, Dr. Ganesh Pegu, Dr. Basanta Doley, Dr. Basanti Morang oley, Indira Miri etc. All these learned persons wrote many valuable writings. Tarunchandra Pamegam wrote many poetry books like Luitar Leseri Butala. He wrote drama "Hetu". A research article named "Folk songs of the Mising" was published in the year 1992 from the Folk-cultural Research Centre of Gauhati University, Guwahati. Migang Tabu Taid was the associate editor of this article. These are some of the literary contribution made by the Mising learned people. A delegation of Mising Aagam Kobang lead by Dr. Bidyeswar oley, President, Tuleswar Pegu, Vice President and Dipak Kumar Doley, General Secretary submitted a memorandum to the President of India on 29th August 2012 demanding the use of the word "Mising" instead of the word "Miri" in the Constitution of India. For this they formed a committee of Mising Aagam Kobang at Delhi namely Delhi Banke Aagam Kobang.

**Role of the Assam Sahitya Sabha for all Tribal Communities**

"Mising Sadhu" a book of 22 tales was published by the Assam Sahitya Sabha in 1977 under the guidance of Tarun Chandra Pamegam who was the Vice President of the Sabha at that time. This was a great contribution of the Asam Sahitya Sabha for the Mising People. The 59th Conference of the Asam Sahitya Sabha held at Sivasagar in the year 1992 where Dr. Bhupen Hazarika was the President, a meeting was organized to discussed about the development of the Tribal communities. All the Sahitya Sabhas of the different tribal communities participated in this meeting. In this two days celebration where representatives participated many proposals were accepted with great enthusiastic. They are-

i) The language and literature of all tribal communities of Assam have its own heritage. In order to attend the development of the Assamese race, one have to uniformly developed the language, literature and culture of the tribal communities.
ii) Secondly, to scientifically preserved the tribal novels, published their books, and have a detailed research

work on their writings.

iii) Thirdly one more proposal was approved in this meeting. A demand was put forward to the Assam Government that for the development of the language and literature of all the tribal communities funds and grants of atleast two lakhs must be given to the tribal people from the year 1992-93.

These are the steps which are taken in the meeting arranged by the Asam Sahitya Sabha.

**Conclusion**

It is encouraging to note that the Mising Community have developed more or less due to the upcoming of the Mising Sahitya Sabha. Now, the Mising people came to know about the outer world. It gave a platform for the young writers to show their calibre. The Mising Sahitya Sabha proposed to the Government of Assam to make their language as a medium of instruction in all educational institutions. Oral literature was not available. The Mising Sahitya Sabha took up steps to publish and compiles Mising folk literatures. They even tried to develop the financial condition of their communities.

**References:**

1. Dr. Basanta Kumar oley: Mising Samaj - Sanskritir Samikhya.
2. Asam Sahitya Sabha: Assamar Janajati aru Sanskriti.
3. An Article on Dr. Bhupen Hazarika "Asam Sahitya Sabhar Sivasagar Adhibeshanar Sabhapatir Abhivasan". Edited: Nanda Singh and Madhurrja Mandit Barua.
4. An article by Mrinali Kaiyong Sonowal: "Asomiya Bhasa - Sahityalai Mising Hakalar Abadan".

# কার্বি ভাষা-সাহিত্য আৰু কার্বি লামেত আমেই (কার্বি সাহিত্য সভা) এটি অৱলোকন"

ভাৰতী দেৱী

**প্ৰস্তাৱনা ঃ**

কার্বিসকল অসমৰ আদিম অধিবাসী। এওঁলোক পৃথিৱীৰ বৃহৎ ভাষা পৰিয়াল, চীন-তিব্বতীয় ভাষা পৰিয়ালৰ তিব্বতবর্মীয় শাখাৰ অন্তর্ভুক্ত। বহু পণ্ডিতৰ মতে কাৰবিসকলৰ আদি বাসস্থান দক্ষিণ-পূব এচিয়া।

অসমৰ মাজ মজিয়াত কার্বি আংলং জিলা অৱস্থিত। পোনতে কার্বি আংলং জিলাক 'মিকিৰ পাহাৰ জিলা' বুলি কোৱা হৈছিল। অসমৰ বর্তমানৰ দুয়োখন পার্বত্য জিলাক ১৯৫১ চনৰ ১৭ নৱেম্বৰত সংযুক্ত মিকিৰ আৰু উত্তৰ কাছাৰ পার্বত্য জিলা নামেৰে এখন জিলা হিচাপেহে গঠন কৰা হৈছিল। পিছত ১৯৭০ চনত মিকিৰ পাহাৰক সুকীয়া জিলা গঠন কৰাৰ লগতে স্বায়িত্ত শাসিত জিলা ঘোষণা কৰে। ১৯৭৬ চনৰ ১৪ অক্টোবৰত চৰকাৰৰ একান্ত ইচ্ছাত এইখন জিলাৰ নাম 'কার্বি আংলং' জিলা [illegible] হয়। 'মিকিৰ' নামটো অসমীয়াই দিয়া "The name 'Mikir' is that given to the race by the Assamese, it origin is unknown. They call themselves 'Arleng' which means man in general.[1]" (The Mikirs) Edwards Stalk

কার্বি আংলং জিলাৰ উত্তৰে নগাঁও জিলা পূবে শিৱসাগৰ জিলা, দক্ষিণে উত্তৰ কাছাৰ পার্বত্য জিলা আৰু পশ্চিমে মেঘালয়ৰ খাচীয়া আৰু জয়ন্তীয়া পাহাৰ অঞ্চলসমূহৰ সৈতে পৰিৱেষ্টিত অসমৰ এইখন জিলাত কার্বিসকল বাস কৰে। ইয়াৰ স্থানীয় জনগোষ্ঠীৰ ভাষা কার্বি। কার্বি আংলং জিলাৰ উপৰিও অসমৰ ভৈয়াম

---

লেখক বেলতলা কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক।

অঞ্চলতো ভালেমান কাৰবি লোকে বাস কৰে। ২০০১ চনৰ লোকপিয়ল অনুসৰি জিলাখনৰ মুঠ কাৰ্বি লোকৰ সংখ্যা ৩,৫৩,৫১৩ জন। আজন্ম প্ৰকৃতিৰ কোলাত লালিত-পালিত কাৰ্বি জাতি মৌখিক সাহিত্যত অতি চহকী। বুৰঞ্জীয়ে ঢুকি নোপোৱা যুগৰে পৰা বাৰে-ৰহনীয়া সংস্কৃতিৰে ভৰপূৰ এই লোক-সাহিত্যসমূহক বৰ্তমান বিজ্ঞানসন্মত ৰূপ দিয়াৰ প্ৰচেষ্টা চলাইছে। এই ক্ষেত্ৰত অসম সাহিত্য সভায়ো জনগোষ্ঠীয় সাহিত্যসমূহক বুকুত বান্ধি লৈ একেলগে যাত্ৰা কৰাৰ প্ৰয়াস কৰিছে কাৰ্বি সাহিত্যৰ বাটকটীয়াসকলেও কাৰ্বি ভাষা-সাহিত্য-সংস্কৃতি সংৰক্ষণ, বিকাশ আৰু উন্নতিৰ হেতুকে কাৰ্বি লামেত আমেই (কাৰ্বি সাহিত্য সভা) গঢ়ি তুলিছে।

গৱেষণা পত্ৰখনিৰ উদ্দেশ্য ঃ

কোনো এটা জাতি বা জনজাতিৰ অতীত-বৰ্তমান জীৱনৰ বিষয়ে জানিবলৈ হ'লে সেই জাতি বা জনজাতিটোৰ লোক-সাহিত্য বা মৌখিক সাহিত্য জনাটো অতি প্ৰয়োজন। সেয়েহে কাৰ্বিসকলৰ মৌখিক সাহিত্যসমূহৰ যোগেদি তেওঁলোকৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিষয়ে আলোচনা আগবঢ়োৱাৰ উপৰিও এই ক্ষেত্ৰত কাৰ্বি সাহিত্য সভাই (কাৰ্বি লামেত আমেই) লোৱা পদক্ষেপৰ বিষয়ে গৱেষণা পত্ৰখনিৰ জৰিয়তে জানিব পাৰিম।

ইয়াৰোপৰি গৱেষণা পত্ৰখনিৰ জৰিয়তে অসম সাহিত্য সভাই কাৰ্বি ভাষা-সাহিত্যৰ উন্নতি আৰু প্ৰসাৰৰ ক্ষেত্ৰত কিমানদূৰ আগুৱাইছে সেই কথা অনুধাৱন কৰিব পাৰিম। কাৰ্বি ভাষা-সাহিত্য আৰু কাৰ্বি সাহিত্য সভা (কাৰ্বি লামেত আমেই) সম্পৰ্কত প্ৰণালীবদ্ধভাৱে আলোচনা আমাৰ দৃষ্টিগোচৰ হোৱা নাই। সেয়েহে 'কাৰ্বি ভাষা-সাহিত্য আৰু কাৰ্বি লামেত আমেই (কাৰ্বি সাহিত্য সভা) এটি অৱলোকন' শীৰ্ষক বিষয়টি লৈ গৱেষণা পত্ৰ এখন প্ৰস্তুত কৰাৰ প্ৰয়াস কৰা হৈছে। আমাৰ এই আলোচনা কোনো ক্ষেত্ৰতো সম্পূৰ্ণ বুলি ক'ব নোৱাৰি। আমাৰ পাঠ কৰিবলগীয়া গৱেষণা পত্ৰখনত কাৰ্বি ভাষা-সাহিত্য আৰু কাৰ্বি সাহিত্য সভা লগতে অসম সাহিত্য সভাই কাৰ্বি ভাষা-সাহিত্যৰ ক্ষেত্ৰত কেনে ধৰণৰ অনুপ্ৰেৰণা যোগাইছে তাৰে এটি সম্যক আলোচনা এই অধ্যয়নৰ উদ্দেশ্য।

**গৱেষণা পদ্ধতি ঃ**

এই অধ্যয়নত প্ৰধানকৈ বৰ্ণনামূলক পদ্ধতি ব্যৱহাৰ কৰা হৈছে। প্ৰয়োজন সাপেক্ষে বিশ্লেষণাত্মক পদ্ধতিৰো সহায় লোৱা হৈছে। বিষয়বস্তুৰ সমৰ্থনত আৱশ্যকীয় সমল গৌণ উৎসৰ পৰা যেনে— গ্ৰন্থ, আলোচনী, প্ৰবন্ধ, পত্ৰিকা, অন্যান্য লিখিত তথ্য অধ্যয়নৰ জৰিয়তেও সংগ্ৰহ কৰা হৈছে।

**বিষয়বস্তুৰ আলোচনা**



**কাৰবি ভাষা আৰু ইয়াৰ চৰ্চা ঃ**

অসমৰ জনজাতীয় ভাষাসমূহৰ ভিতৰত কাৰ্বি ভাষাও অন্যতম। কাৰ্বি আংলং জিলাৰ পাহাৰীয়াঅঞ্চলত বসবাস কৰা কাৰ্বিসকলৰ মাজতহে কাৰ্বি ভাষা প্ৰচলিত। কিন্তু অসমৰ ভৈয়াম অঞ্চলত বাস কৰা কাৰ্বিসকলে অসমীয়া ভাষাৰ লগত সঘনাই সম্বন্ধ ৰাখিবলগীয়া হোৱাত ভৈয়ামৰ কাৰ্বিসকলৰ (ডোম্‌ৰা) ভাষা আৰু কাৰ্বি আংলং জিলাত বাস কৰা কাৰ্বিসকলৰ ভাষাৰ লগত পাৰ্থক্য পৰিলক্ষিত হয়। কাৰ্বি ভাষা আৰু সংস্কৃতিৰ কোনো কোনো দিশত খাচীসকলৰো প্ৰভাৱ দেখিবলৈ পোৱা যায়। কাৰ্বি ভাষাক গ্ৰিয়াৰ্ছনে নগা-বড়ো গোষ্ঠীৰ ভিতৰত ধৰিছে যদিও কুকি-চীন, গোষ্ঠীৰ ভাষাৰ লগতো ইয়াৰ ঘনিষ্ঠ সম্পৰ্ক আছে তালৈ বিশেষজ্ঞসকলে আঙুলিয়াইছে।[২]

কাৰবি ভাষাত মুঠ ২৬ টা বৰ্ণৰ ব্যৱহাৰ আছে। ইয়াৰে সাতোটা স্বৰবৰ্ণ আৰু ঊনৈশটা ব্যঞ্জন বৰ্ণ। স্বৰবৰ্ণ কেইটা হৈছে— অ, আ, ই, উ, এ, এ' আৰু অ'। স্বৰবৰ্ণবোৰৰ হ্ৰস্ব আৰু দীৰ্ঘৰ পাৰ্থক্য নাই। কাৰ্বি ভাষাৰ ব্যঞ্জন বৰ্ণ কেইটা হৈছে— ক, খ, ঙ, চ,ছ, জ, ত, থ, দ, ন, প, ফ, ব, ভ, ম, ৰ, ল, ৱ, হ। এই অসমীয়া লিপিৰ সহায়তেই কাৰ্বি ভাষাৰ কথিত ৰূপসমূহ অৰ্থাৎ কাৰ্বি ভাষা-সাহিত্য চৰ্চা কৰা হয়। এই ক্ষেত্ৰত ৰোমান লিপিৰো ব্যৱহাৰ হয়। অসমৰ আন আন তিব্বতবৰ্মী ভাষাবিলাকৰ দৰেই কাৰ্বি ভাষাতো একৰ পৰা দহলৈকে হিচাপ কৰি দহ এক, দহ দুই ধৰণেৰে সংখ্যবিলাক হিচাপ কৰা হয়।

১৮৫৯ চনত কাৰ্বিসকল কোন প্ৰথমে খ্ৰীষ্টধৰ্মৰ সংস্পৰ্শলৈ আহে। মিছনেৰীসকলে কাৰ্বিভাষা ৰীতি-নীতি, ইতিহাস আদি বিষয়ৰ ওপৰত কেইবাখনো মূল্যৱান গ্ৰন্থ আৰু প্ৰৱন্ধ লিখি উলিয়ায়। বেপ্টিষ্ট মিছনেৰীসকলৰ হাততে অসমীয়া ভাষাই আধুনিক ৰূপ লাভ কৰাৰ দৰে কাৰ্বি ভাষায়ো প্ৰথম লিখিত আৰু ছপা ৰূপ লাভ কৰে। ১৮৫৭ চনৰ পৰা থেকুৰ ছিং ইংতি, জে. এম. কাৰবেল, পি. ই. মৰ বেপ্টিষ্ট মিছনেৰীসকলে অসমীয়া লিপিত প্ৰথম কাৰবি কিতাপ প্ৰকাশ কৰে। সেই সময়ছোৱাত যিবোৰ কিতাপ ৰচিত হৈছিল সেইবোৰ আছিল ভাষা, ব্যাকৰণ, গণিত আৰু খ্ৰীষ্টধৰ্ম সম্পৰ্কীয়। যেনে— Sir Charles Iyall ৰ The Mikir Language (1908) G. D. Walker-ৰ Dictionary of Mikir Language (1925), J. M. Carewell আৰু P. More, থেংকুৰ ছিং ইংতিৰ সহযোগত প্লিপ্লি, কালাখা, ছিনিং, পুথিমি, থেং তম আদি আৰু W. R. Hotton ৰ 'Mikir' third reader Vopi Akitop, সূৰ্যকুমাৰ ভূঞাৰ মিকিৰৰ আদি কতা। ছেমছন ছিং ইংতিৰ 'The Mikir readers, Biruso Akitap (১ম আৰু ২য় খণ্ড) কাছাপী ইংতিপীৰ অছ'মৰক আকতাপ, কালাখা, বিতুছ', ৰঘুনাথ তেৰণৰ কাৰবিপ' আকিতাপ আদি প্ৰকাশ পায়।[৩] মিছনেৰীসকলৰ

সহযোগত ১৮৫৭ চনত শিৱসাগৰৰ পৰা প্ৰকাশ পাইছিল কাৰ্বি ভাষাত প্ৰকাশিত প্ৰথম গ্ৰন্থ 'ধৰম আৰ্ণাম আফ্ৰাং ইকিথান।' ১৯৩৭ চনত উইলিয়াম ৰূপহটনৰ সম্পাদনাত 'বিৰতা' নামৰ মাহেকীয়া বাতৰি কাকতখনৰ যোগেদিয়েই কাৰ্বি ভাষাৰ প্ৰথম লিখিত ৰূপৰ শুভাৰম্ভ হৈছিল।

কাৰ্বি লোক সাহিত্যসমূহক বিজ্ঞানসন্মতভাৱে লিখিত ৰূপ দি প্ৰচাৰৰ ব্যৱস্থাও হৈছে। ইংৰাজৰ দিনৰ পৰা বৰ্তমানলৈ লিখিত ৰূপৰ এক বিকশিত ধাৰা লক্ষ্য কৰা যায়। সেই দৃষ্টিভংগীৰে কাৰ্বি সাহিত্য দুটা ভাগত ভাগ কৰিব পাৰি—

(ক) মৌখিক বা লোক-সাহিত্য
(খ) লিখিত সাহিত্য

**(ক) কাৰবি লোক-সাহিত্য ঃ**

কাৰ্বি লোক-সাহিত্যসমূহক প্ৰধানকৈ লোকগীত, সাধুকথা, ফকৰা-যোজনা আদি ভাগত ভগাব পাৰি।

কাৰ্বি সমাজৰ অতীত জীৱনৰ প্ৰায় সকলো কথাই গীত আৰু সাধুকথাৰ মাজত পোৱা যায়।[৪] ভাৰতীয় মহাকাব্য ৰামায়ণৰ কাহিনীয়ে 'ছাবিন আলুন'ৰ ৰূপত কাৰ্বি সমাজত প্ৰাচীন কালৰে পৰা চহকীকতাৰ পৰিচয় পোৱা যায়। কাৰ্বি কেপ্লাঙৰ জৰিয়তে কাৰবি জনগোষ্ঠীৰ সৃষ্টি সম্পৰ্কে এটি গীত শুনা যায়।

চমাংকন, উৎসৱত পৰিৱেশন কৰা মুছেৰা কেহিৰ, আছ' কেবেই আলুন (নিছুকনি গীত), 'আলুন্ থেলুন' (বিয়াগীত) হাঈমু আলুন (লং টেৰণ আৰু হাইমুৰ বিচ্ছেদৰ কৰুণ গীত) ইয়াৰোপৰি কাৰবি প্ৰণয় গীত, চৰাই ধৰাগীত, খেতি আৰম্ভ কৰোতে আৰু খেতি চপাওতে গোৱা গীত উল্লেখনীয়। এই গীতসমূহৰ উপৰিও কাৰ্বি লোক-সাহিত্যৰ এটা উল্লেখযোগ্য ভাগ হ'ল কাৰ্বি সাধুকথাসমূহ।

কাৰ্বি সাহিত্যৰ সাধুকথাসমূহৰ মাজেৰে কাৰ্বি সমাজৰ অতীত জীৱনৰ প্ৰায় কথাই প্ৰতিফলিত হয়।

কাৰ্বি সমাজত প্ৰচলিত অলেখ ফকৰা-যোজনা আছে। এই ফকৰা-যোজনাবোৰৰ মাজেদি তেওঁলোকৰ জন-জীৱনৰ চিন্তাধাৰা প্ৰকাশ পায়।

**(খ) কাৰবি লিখিত সাহিত্য ঃ**

ঊনবিংশ শতিকাতেই আমেৰিকান মিছনেৰীসকলৰ হাতত কাৰ্বি সাহিত্যই লিখিত ৰূপ নাই যদিও ১৯৩৭ চনত বংলং তেৰাঙৰ হাততহে কাৰবি সাহিত্যই প্ৰাণ পাই উঠে। কাৰ্বি সাহিত্যৰ প্ৰথম বাটকটীয়াজনৰ সৃষ্টিৰাজিসমূহ হ'ল— আদাম আছাৰ, ৰূ কচেন, হাঈমু আলুন, চেৰহংথম, কাৰ্বি কপুছন, ৰংলীন, আৰণ আতেং, কাৰবি চৰংজে আৰু দিম্বীৰ। ১৯৬০ চনত ল'কাম টেৰণ ডাঙৰীয়াৰ প্ৰচেষ্টাত কাৰ্বি



সাহিত্য আৰু এঢাপ আগুৱালে। তেওঁৰ সাহিত্য কৰ্মসমূহ হ'ল— চাৰ লামথে, কিতাপ কিমি (১, ২, ৩), মিকিৰ জনজাতি, ৰংকেছেং, কাৰ্বি লামকৰু, কাৰবি ভাষাৰ চমু পৰিচয় আদি।

যজ্ঞৰাম গগৈয়েও কাৰবি জনজাতিৰ ওপৰত অসংখ্য প্ৰবন্ধ আদি ৰচনা কৰি কাৰবি সাহিত্যৰ ভঁৰাল চহকী কৰিছে।

'ৰংমিলিৰ হাঁহি'ৰ শ্ৰষ্টা পদ্মশ্ৰী ৰংবংতেৰাঙ দেৱৰ অৱদান অতুলনীয়। কাৰ্বি সাধু, কাৰ্বি অসমীয়া পাঠ, কাৰ্বি লামতাছাম, কাৰ্বি ভাষাত গীতাৰ অনুবাদ, তেৰাং দেৱৰ অনবদ্য সৃষ্টি। জয়ছিং তেৰাঙৰ 'সেই দিনটো', ছামছিং হাঞ্চেৰ 'নাম তাইৰ হাঈমু', 'লামমেত আছে', 'কুমলীন ৰোমী'ৰ আদি সৃষ্টি ৰাজিৰে কাৰ্বি সাহিত্যৰ উত্তৰণত যথেষ্ট অৰহণা যোগাইছে। কেহাই বে 'মই আৰু মংৱে' হমছেৰা 'কাৰ্বি ছাৰ লামথে' ডাঃ জয়ন্ত ৰংপিৰ 'পুৱাতে এজাক ধনেশ', বসন্ত দাসৰ কাৰ্বি সমাজ সংস্কৃতিৰ ওপৰত গৱেষণা কৰি ৰচনা কৰা 'তমন', 'ৰ'লেং', 'টঙি' আদি কিতাপ প্ৰকাশ কৰিছে। বিদৰছিং ক্ৰুৰ শ্ৰেষ্ঠ অৱদান হ'ল 'কাৰ্বি অভিধান'। ৬০-৭০ দশকৰ বাটকটীয়াসকলৰ ভিতৰত মাণিক তিছ' ধনীৰাম তেৰাং, অজিত তিমুং, পাৰি ৰংপি, দেৱেন গগৈ, পদুমী গগৈ আদি সকলো উল্লেখযোগ্য। ছাৰত্ৰৎ হাঞ্চে, বিদ্যাছিং ৰংপি, অৰুণ তেৰণ, মোলান ইংতি, হৰিভে কাথাৰ আদিসকলে কাৰ্বি আৰু অসমীয়া দুয়োটা ভাষাতে প্ৰতিষ্ঠিত কবি হিচাপে স্বীকৃতি লাভ কৰিছে। আধুনিক যুগৰ কাৰ্বি সাহিত্য-চৰ্চা কৰি থকাসকলৰ মাজত উল্লেখযোগ্য সাহিত্যকসকল হ'ল কাৰবি ব্যাকৰণৰ ৰচক Sankur Karbi Lamkuru Lapen Lamsegn ৰ লিখক খয়াছিং হাঞ্চে, সুৰেণ ক্ৰামাছা, জৰজিং বে, ৰূপছিং তেৰণ, বৰছিং ৰংফাৰ, নীলাম্বৰ ৰংপি (সাহিত্যিক পেঞ্চনাৰ) ড° ফুকন চন্দ্ৰ ফাংচ', প্ৰমীলা কিলিংপী, ফুলমতী তেৰণপী, ছাৰক্লিম তাৰৌ, ৰাম ৰংফাৰ, তেজাল তেৰণ, হাংমিজি হাঞ্চে, খনছিং টকবি, মংগল ছিংবে, দেবেন তিমুং, সময় ছিংনাৰ, অজিত ছিংনাৰ, গান্ধী টকবি, ঝয়ছিং টকবি, চিকাৰী তিছ আদি।[৫] ইয়াৰোপৰি অনেক লেখক-লেখিকাই কাৰ্বি সাহিত্যৰ এই অলিখিত ৰূপত থকা সাহিত্যসমূহক উদ্ধাৰ কৰাৰ চেষ্টা কৰিছে।

**কাৰবি সাহিত্য সভা ঃ**

স্বৰ্গীয় ছেমছন ইংতিদেৱে কাৰ্বি সমাজ জীৱনলৈ নতুন সূৰ্যোদয়ৰ সূচনা কৰিছিল। কাৰবি জাতিৰ সমাজ সংস্কৃতিৰ উদ্ধাৰৰ হেতুকে ছেমছন ইংতিদেৱে ১৯৪৬ চনত 'কাৰ্বি আদৰবোৰ' অনুষ্ঠিত কৰিছিল। কিন্তু তেওঁৰ মৃত্যুৰ লগে লগে এই প্ৰচেষ্টাত যতি পৰিছিল যদিও কাৰ্বি জাতিৰ ভাষা-সাহিত্য-সংস্কৃতিক প্ৰগতিৰ পথত অগবঢ়াই নিবলৈ ১৯৬৬ চনত লংকাম তেৰণৰ সভাপতিত্বত ডিফুত 'কাৰ্বি লামেত আমেই'

(কাৰ্বি সাহিত্য সভা) গঠন হৈছিল। এই সভাৰ সম্পাদক আছিল বৰ্তমানৰ অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত ৰংবং তেৰাঙদেৰে। ১৯৬৬ চনত গঠন হোৱা কাৰ্বি সাহিত্য সভাৰ১৯৭৩ চনৰ ১৮ মৰ্চত আনুষ্ঠানিকভাৱে ডিফুত 'কাৰ্বি লামেত আমেই'ৰ (কাৰ্বি সাহিত্য সভা)ৰ প্ৰথম অধিবেশন হৈছিল। তেতিয়াৰে পৰা কাৰবিসকলৰ এই জাতীয় অনুষ্ঠান কাৰ্বি সাহিত্য সভাৰ ২০১০ চনলৈ ২২ খন অধিবেশন অনুষ্ঠিত হৈছে। এই অনুষ্ঠানটিয়ে কাৰ্বি সাহিত্য সংস্কৃতি চৰ্চাৰ লগতে কাৰ্বি ভাষাৰ চৰ্চাৰ ক্ষেত্ৰতো দৃঢ় পদক্ষেপ গ্ৰহণ কৰিছে। 'কাৰ্বি লামেত আমেই' (কাৰ্বি সাহিত্য সভা)ৰ অনুপ্ৰেৰণা তথা সহযোগত কাৰ্বি ভাষাত ব্যাকৰণ (লামতাচাম), অভিধান (লামাৰজং), উপন্যাস (লামহান্‌চা), লামকান (নাটক) লুন্ বাৰিম (লোকগীত) হিৰজিৰ (কবিতা), সাধুকথা (টুমু/টুমুচু), বুৰঞ্জী, (ফুৰকিমো), প্ৰবন্ধ (লামথাং) লুন্ কিমি (আধুনিক গীত) আদি বিষয়ৰ ভালেসংখ্যক গ্ৰন্থ ৰচিত হয়। ইয়াৰ ভিতৰত লংকাম টেৰণৰ 'কাৰবি লামাতচাম' (২০০৩), ছামছিং হাঞ্চেৰ 'লামেত ইচ্ছাং' (২০০৩) চাৰ বিদৰছিং ক্ৰ'ৰ 'আকেমি কাৰবি লামথে আমাৰজং' (২০০৩), বিদ্যাছিং ৰংপিৰ 'লামজিৰ কাংদাক' (২০০৩) দেৱেন তিমুঙৰ 'জেংজিৰি', হৰ্ডে (২০০৩) কাথাৰ- 'সংবাদ' (২০০৩) ধনেশ্বৰ ইংতিৰ 'শিলভেটাৰ সিপাৰে কাঁচি জোনৰ বৰষুণ (২০০৭), ৰংবং তেৰাঙৰ 'লং কিছুং আচে আংতং' (২০০৭), ৰংবং কাথাৰৰ 'লং ককাৰ সাধু' (২০০৭), বিদ্যাছিং ৰংপিৰ 'লংৰি আমেলুৰ' (২০০৭), লংকাম টেৰণৰ 'চাৰ লাম্‌থে', 'কাৰ্বি লামবেং (২০০৭ৱ) আদি বিশেষভাৱে উল্লেখযোগ্য।

অসমীয়া লিপিৰ সহায়ত কথিত ভাষাত প্ৰকাশ কৰা 'আৰেকিমি', 'মনজিৰ' উল্লেখযোগ্য আলোচনী। ১৯৮৬ চনত লাম ডে (আছেক আলামছাই) নামৰ প্ৰথম কাৰ্বি ভাষাৰ আলোচনী কাৰবি সাহিত্য সভাই প্ৰকাশ লাভ ডে (আছেক আলামছাই০ নামৰ পথম কাৰবি ভাষাৰ আলোচনী কাৰ্বি সাহিত্য সভাই প্ৰকাশ কৰি উলিয়ায়। তাৰ পাছত প্ৰকাশ পায় 'মইনু' ২০০১ চনত। এই দুয়োখন মুখপত্ৰতে কাৰ্বি সমাজ আৰু সংস্কৃতিৰ লগতে কাৰ্বি ভাষা-সাহিত্য চৰ্চায়ো বিশেষ অগ্ৰগতি লাভ কৰিছে। কাৰ্বি সাহিত্য সভাৰ অধিবেশনত প্ৰকাশিত স্মৃতি গ্ৰন্থসমূহেও কাৰ্বি সাহিত্য চৰ্চাত কিছু অৰিহণা যোগাইছে বুলিব পাৰি। বৰ্তমান অৱস্থাত কাৰ্বি ভাষা সাহিত্যচৰ্চাত অসমৰ পণ্ডিত, ভাষাবিদসকলৰ বিশেষ আগ্ৰহ দেখা গৈছে। এই ক্ষেত্ৰত যজ্ঞেৰাম গগৈ, বসন্ত দাস, (প্ৰয়াত) ড° বীৰেন্দ্ৰ নাথ দত্ত, ড° উপেন ৰাভা হাকাচাম, প্ৰভৃতি গৱেষক তথা ভাষাবিদসকলৰ প্ৰচেষ্টা প্ৰণিধানযোগ্য।

অসম সাহিত্য সভা বিশ্বৰ এক বৃহৎ অৰাজনৈতিক সাহিত্যানুষ্ঠান। এই সৰ্ববৃহৎ



জাতীয় অনুষ্ঠানটিয়েও কাৰ্বি আংলং জিলাৰ জনগোষ্ঠীয় সাহিত্যৰ উন্নতিৰ হকে কাৰবি আংলং জিলাত দুবাৰকৈ সাহিত্য সভাৰ অধিবেশন পাতি এইসকলৰ লগত মিলি যাবলৈ চেষ্টা কৰিছে। অসমৰ এই জাতীয় অনুষ্ঠানটিয়ে অসমৰ খিলঞ্জীয়া ভাষাসমূহৰ সংৰক্ষণ অৰু বিকাশৰ বাবে দায়বদ্ধ। অসম সাহিত্য সভাৰ ডিফু শাখা সাহিত্য সভাই কাৰ্বি ভাষা সাহিত্য লৈ যথেষ্ট অৱদান আগবঢ়াই কাৰ্বি ভাষা সাহিত্যৰ ভৰাল চহকী কৰিছে। ১৯৭৬ চনতে প্ৰেমকান্ত মহন্তদেৱে জনগীত ৰামায়নখনি সংগ্ৰহ কৰি দিয়াত ডিফু শাখা সাহিত্য সভাই কিতাপ আকাৰে 'ছাবিন আলুম' (কাৰ্বি ৰামায়ন) প্ৰকাশ কৰে। অধ্যাপক তথা বৰ্তমানৰ অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত ৰংবং তেৰাং দেৱৰ 'কাৰ্বি সাধু' ১৯৭৬ অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিয়ায়। ইয়াৰোপৰি তেখেতৰ 'কাৰ্বি-অসমীয়া পাঠ' আৰু কাৰ্বি লামতাছাম (অসম সাহিত্য সভাৰ প্ৰকাশন ১৯৮০) প্ৰকাশ পায়। অসম সাহিত্য সভাৰ প্ৰকাশন শ্ৰীলংকাম তেৰণৰ 'কাৰবি জনগোষ্ঠী' (১৯৭৪) একে লেখকৰে পূৰ্ব প্ৰকাশিত 'মিকিৰ জনজাতি' (১৯৫১) পুথিৰ এটি পৰিবৰ্ধিত সংস্কৰণ। ডিফু শাখা সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত প্ৰবন্ধ সংকলন 'কাৰ্বি প্ৰসঙ্গ' (১ম খণ্ড ১৯৭১)। অসম সাহিত্য সভা এই সাৰ্বজনীন মহৎ অনুষ্ঠানে নিৰ্দিষ্ট সুপৰিকল্পিত আঁচনি লৈ অসমৰ জনগোষ্ঠীয় ভাষাসমূহৰ বিকাশ আৰু সংৰক্ষণৰ ব্যৱস্থা হাতত লৈছে। তেনে এক প্ৰচেষ্টা হৈছে দূৰ-সংযোগ শিক্ষাৰ দ্বাৰা জনজাতীয় ভাষা জ্ঞান দিয়াৰ ব্যৱস্থা। কাৰ্বি, মিচিং, দেউৰী, স্বায়ত্ব শাসিত এলেকাত খিলঞ্জীয়া ভাষাক অগ্ৰাধিকাৰ দিয়া ইত্যাদি।

**সামৰণি ঃ**

কাৰ্বি ভাষা-সাহিত্য আৰু কাৰ্বি সাহিত্য সভা বৰ্তমানো চালুকীয়া অৱস্থাতে আছে। ইংৰাজৰ দিনত পাতনি মেলা কাৰ্বি ভাষা সাহিত্যক জীপাল কৰি তুলিবলৈ হ'লে নতুন পুৰুষে কঁকালত টঙালি বান্ধি একত্ৰিত হৈ আগুৱাব লাগিব। কাৰ্বি আংলং জিলাৰ আৰ্থ-সামাজিক দিশটোলৈ লক্ষ্য কৰিলে দেখা যায় যে এতিয়াও পাহাৰৰ ভিতৰুৱা গাঁওসমূহৰ উন্নতিৰ অৱস্থা অতি পুতৌজনক। আজিও তেওঁলোকে অন্ন, বস্ত্ৰ, যোগাযোগ, যাতায়ত, বাসস্থান আদিৰ সমস্যাৰে ভাৰাক্ৰান্ত। যি সময়ত ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰে সকলো শিশুৰ বাবে শিক্ষা অধিকাৰ আইন প্ৰস্তুত কৰিছে সেই সময়ত আজিও কাৰ্বি আংলংৰ পাহাৰিয়া অঞ্চল শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত হৈ আছে। গতিকে নতুন পুৰুষে শিক্ষাৰ পোহৰ মেলাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব লাগিব। সময়ৰ বুকুত কাৰ্বি সাহিত্যৰ পোৱামণি সদৃশ লোক সাহিত্য সমূহক হেৰাই যাবলৈ নিদি এই ক্ষেত্ৰত প্ৰত্যেকজন সংস্কৃতিবান ব্যক্তিয়ে ইতিবাচক ভূমিকা গ্ৰহণ কৰিলেহে এই সাহিত্য উত্তৰ পুৰুষলৈ সংৰক্ষিত হৈ ৰ'ব আৰু এই দিশসমূহক

আগুৱাই নিয়াত উল্লেখযোগ্য ভূমিকা ল'ব কাৰ্বি লামেত আমেই (কাৰ্বি সাহিত্য সভা)।

**সহায়ক গ্ৰন্থ আৰু উৎস ঃ**

১। অসমৰ ভাষা, ড° ভীমকান্ত বৰুৱা।
২। কাৰ্বি সংস্কৃতিৰ ৰূপৰেখা, অসম সাহিত্য সভা।
৩। অসম সাহিত্য সভা পত্ৰিকা, ২০১২ খ্ৰীষ্টাব্দ।
৪। বাৰ্তা, অসম সাহিত্য সভা, ২০১২ খ্ৰীষ্টাব্দ।
৫। The Mikirs, Edward Stalk

